[Prescribed as a Text Book for Matriculation Examination vide Cal. Gazettee, Edu part I B, dated 24th Nover, 1932 notification No T, 318. ]

---

# অসমীয়া সাহিত্য-কোষ।

ASSAMIYA-SAHITYA KOSH COMPILED BY

**Sarbeswar Kataki** of Assam Subordinate Educational Service, Author of Muroli, Tribeni, Tatwa and Tathya, Sahitya Sambhar, Sahitya Sampad, Life of Hemchandra Baruah, Life of Satyanath Bora, A hand book of Translation from Assamese into English, Antiquities of Assam, & Ancient Assamese Script & Archaelogical & Sculptural Remains in Assam.

শ্ৰীসৰ্ব্বেশ্বৰ কটকী সম্পাদিত।

Revised edition

গুৱাহাটী।

১৯৩৭ সন

———

১৮৫৮ শক

Published by the author

**Gauhati.**



Price Rs 2|8 only.

জয়ন্তী আৰ্ট প্ৰেছ,
গুৱাহাটী
প্ৰিণ্টাৰ—শ্ৰীউমাকান্ত ডেকা

1 – 11

# পাতনি।

য়ুনিভাৰ্চিটি পৰীক্ষাত অসমীয়া সাহিত্যৰ উপযুক্ত বাচনি থকা পাঠ্যপুথিৰ প্ৰয়োজন বুলি দেশৰ সকলো পিনৰ পৰা আবাৰ শুনা গৈছে। বৰ্ত্তমান ছাত্ৰ সমাজেও সিবিলাকৰ অভিৰুচি অনুযায়ী বিভিন্ন লিখকৰ প্ৰবন্ধ থকা সাহিত্যৰ পুথিহে পঢ়িবলৈ ভাল পায়। সেইবাবে মাতৃভাষাৰ সেৱকসকলৰ লেখনী-নিঃসৃত প্ৰবন্ধাৱলীৰে অসমীয়া সাহিত্য-কোষ সঙ্কলন কৰা গল। অসমীয়া সাহিত্যৰ খ্যাতনামা কেইবা গৰাকী লোকে আমাৰ এই সঙ্কলন কাৰ্য্য উত্তম হৈছে বুলি কৈ আমাক উৎসাহিত কৰিছে। লিখকে সিবিলাকৰ নাম উল্লেখ কৰিবলৈ অভিলাষ প্ৰকাশ কৰাত, স্বাভাবিক বিনয় গুণত, সিবিলাক মান্তি নহল। যি প্ৰবন্ধাৱলীৰে সাহিত্য-কোষৰ কলেবৰ পূৰ্ণ কৰা হল সেই প্ৰবন্ধাৱলীৰ গৰাকী সকললৈ আমাৰ কৃতজ্ঞতা জ্ঞাপন কৰিলোঁ। লিখক আৰু পাঠক সমাজে সাহিত্য-কোষৰ সকলো আসোঁৱাহ আমাক ভিতৰি দেখুৱাই দি ইয়াক যেন সৰ্ব্বাঙ্গসুন্দৰ কৰে। যি সকলৰ উদ্দেশ্যে সাহিত্য-কোষ সঙ্কলন কৰা হৈছে সেই সকলে যেন ইয়াক সাদৰে আদৰি লয়। ইতি ১লা জুন, ১৯৩২

গুৱাহাটী।

শ্ৰীসৰ্ব্বেশ্বৰ কটকী।

# অসমীয়া সাহিত্য-কোষ সম্বন্ধে অভিমত ঃ—

অসম সাহিত্য সভাৰ দ্বাৰা অভিনন্দিত আৰু অসমীয়া সমাজত সমভাবে সমাদৃত,

শ্ৰীযুত লক্ষ্মীনাথ বেজবৰুৱা ডাঙ্গৰীয়াই কয়—"ইমান খন ডাঙ্গৰ কিতাপ এনে ভালকৈ ছপা কৰোৱাই উলিৱাটো উজু কাম নহয়। আপোনাৰ পৰিশ্ৰম যে সফল হৈছে তাত মোৰ অলপো সন্দেহ নাই ; কিতাপ খনত দিয়া প্ৰৱন্ধ বাছনি উত্তম। তাৰ উপৰি আৰ্হি প্ৰশ্নবোৰে তাৰ মোল আৰু বঢ়াইছে। য়ুনিভাৰ্চিটি পৰীক্ষালৈ অসমীয়া সাহিত্যৰ বাছনি এনে সুন্দৰ ভাবে থকা এইখনেই যে প্ৰথম কিতাপ সেইটো নিশ্চয়। অসমীয়া সাহিত্য-কোষ ওলোৱাৰ পিছত আৰু কোনেও কলে নৰ্বজিব যে অসমীয়াত মেট্ৰিকুলেচন পৰীক্ষালৈ উপযুক্ত বাছনি কিতাপ নাই ”

"জি সময়ত অসম হাবি গুচি ফুলবাৰি হব, নৈত ডোঙ্গা গুচি জাহাজ হব, ঘৰ বাহঁৰ গুচি শিল ইটাৰ হব, গাঁৱে গাঁৱে হেজাৰে হেজাৰে পঢ়াশালি, গিয়ানৰ সভা, চিকিতসালই দুখিয়া দৰিদ্ৰ পৰিত্ৰানৰ আলয় হব ; আৰু জি কালত লোক সকলে পৰস্পৰ হিংসা নকৰি, আটাইয়ে আটাইৰক ভাত্ৰিৰত চেনেহ কৰিব কেৱে ছুটকা কাণিৰ সলনি মিচা সাখি নিদি লাখ টকাকো কাতি কৰি থব কোটি টকা ভেঁটি পাইও কাৰো অন্যায় নকৰিব—সেই সময় হে পৰমপিতা জগদিশ্বৰ সিদ্ৰে ঘটোৱা"

আনন্দৰাম ঢেকিয়ালফুকন

# সূচী।

## ( পদ্যাংশ )

—০—

# অসমীয়া সাহিত্য-কোষ।

## আত্মজীৱন-চৰিত।

৺হেমচন্দ্ৰ বৰুৱা।

১৭৫৭ শকৰ আঘণ মাহৰ ২৪ দিন যাওঁতে মঙ্গলবাৰে কৃষ্ণা চতুৰ্থীৰ ৰাতি শিৱসাগৰ জিলাৰ ৰজা-বাহৰ নামে ঠাইৰ পৈতৃক ঘৰত মোৰ জন্ম হয়। মোৰ পিতৃৰ নাম মুক্তাৰাম বৰুৱা; তেওঁ সংস্কৃত ভাষা আৰু বৈদ্য শাস্ত্ৰৰ পাৰদৰ্শিতাৰ নিমিত্তে প্ৰখ্যাত আছিল। আমাৰ পূৰ্ব্ব পুৰুষ-সকলে অসম ৰজাৰ পৰা যি যি বিষয় পাইছিল সেইবোৰৰ কথা লিখিবৰ কোনো সকাম নাই; কিয়নো সেই কথাৰ অলপ অচৰপ এই দেশৰ প্ৰায় সকলো লোকৰ জনা আছে। অসম ইংৰাজৰ ৰাজ্য হোৱাৰ কিছুমান বছৰৰ মূৰত মুক্তাৰাম বৰুৱা নিজ মিছামৰা মৌজাৰ মৌজাদাৰ হয়, আৰু মৰণ কাললৈকে সেই বিষয়কে ভোগ কৰি আছিল।

তেওঁ দুজনা ভাৰ্য্যা বিয়া কৰিছিল। প্ৰথম জনাই এটি পুতেকক সূৰ্য্যৰ পোহৰলৈ আনিয়েই এই জগতৰপৰা বিদায় লোৱাত লৰাটি বুঢ়ী মাকৰ দ্বাৰা প্ৰতিপালিত হৈ ডাঙৰ হয়। তেওঁৰ নাম যোগেশ্বৰ আছিল।

তেওঁ বহুকাল সংসাৰৰ সুখ ভোগ কৰিবলৈ নেপালে ; ১৮ বছৰ বয়সত, বিয়াৰ জৰীৰ বান্ধ নৌ লওঁতেই বন্ধুবৰ্গক শোকৰ জুইত পেলাই জীৱন এৰিলে । এই কালৰ ভিতৰতে তেওঁ পিতাকৰ উত্তম শিক্ষাৰ আৰু নিজৰ চোকা বুদ্ধিৰ গুণে সংস্কৃত ভাষা আৰু বৈদ্য বিদ্যাত বৰ পাৰ্গত হৈছিল ।

যোগেশ্বৰৰ মৃত্যুৰ কিছু বছৰৰ আগেয়ে পিতৃয়ে মোৰ আইক বিয়া কৰাত তেওঁৰ এটি কন্যা হোৱাৰ পাচত মই জন্ম ধৰেঁা আৰু জ্যেষ্ঠৰ পৰকাল প্ৰাপ্তিৰ সময়ত বছৰেকীয়া লৰা আছিলোঁ । তেওঁক হেৰুৱাই পিতৃয়ে ইমান শোক পাইছিল যে মই বিদ্যা শিকিবৰ বয়স পোৱাৰ কেইবা বছৰৰ পাচলৈকে মোৰ আগত শিক্ষাৰ নামকে নুলিয়াইছিল ; এই কাৰণে ৭ কি ৮ বছৰমান বয়সলৈকে মই লোকৰ মুখে শুনি বৰ্ণমালা আথৰ কেইটা মাতিব পৰা হোৱাত বাজে আন একোকে নেজানিছিলোঁ ; আৰু পোনে মাকৰ গৰ্ভৰ পৰা ওলোৱা লৰাতকৈ আথৰেৰে সৈতে মোৰ অধিক চিনাকি নাছিল । কোনোৱে পিতৃক মোৰ শিক্ষাত ইমান আওহেলা কৰাৰ কাৰণ সুধিলে তেওঁ এই দৰে কৈছিল যে "এটাক বহুত যত্নেৰে বিদ্যা শিকোৱাৰ পৰা কি লাভ পালোঁ ? কেৱল শোকৰ অগ্নিৰ তাপ দুগুণ হল মাথোন ; শিক্ষাৰ অন্তত ইয়াৰো তাৰ নিচিনা দশা হলে সেই জুয়ে মোক পুৰি মাৰিব, এই ভয়তে মনে মনে আছোঁ, আৰু কিছুদিন বাট চাই পাচে যেনে উচিত বুজোঁ কৰিম ।"

এইদৰে থাকোঁতে মোৰ ৯ বছৰমান বয়স হোৱাত পিতৃয়ে এদিন মোক বিদ্যাৰম্ভ কৰালে, অৰ্থাৎ বৰ্ণমালাৰে সৈতে ভেটা-ভেটি নকৰোৱাকৈয়ে একেবাৰেই সংস্কৃত শব্দ সধাত লগালে, আৰু শব্দ সধাওঁতেই এইৰূপে মোক আথৰ চিনালে যেনে এখন ফলিত বিভক্তিবিলাকেৰে সৈতে সাধিব লগীয়া শব্দটো লিখি দি তেওঁ মোক কয় "এইটো দেৱ



শব্দ, এইটো দ, তাতে এইটো একাৰ, দত্ একাৰে দে, এইটো ৱ, দেৱ ।" এই প্ৰকাৰে আনবিলাক শব্দৰো আথৰবোৰ চিনাই দিয়াত শব্দ সাধনৰ অন্তত মই প্ৰায় সমুদায় আথৰ মাতিব পৰা হলোঁ ; যি অলপ বাকী আছিল, ধাতু সাধোতে সেইবিলাকতো মোৰ অধিকাৰ জন্মিল । কিন্তু ভালেমান বয়সলৈকে মই 'আঙ্ক-আস্ক আদি ফলাবোৰ ক্ৰম লগাই মাতিব নোৱাৰিছিলোঁ । পূৰ্ব্বে সেইবিলাক নিশিকাই সেই অজ্ঞতাৰ কাৰণ আছিল । শব্দ-ধাতু সধাৰ পাচত মাহচেৰেক দ্ৰোণ-পৰ্ব্ব, কৰ্ণ-পৰ্ব্ব আদি অসমীয়া পদ পুথি, আৰু বঙালী আথৰ চিনিবৰ কাৰণে, নীতিকথা আৰু মনোৰঞ্জন কিতাপ পঢ়াত নিযুক্ত আছিলো । পাচে পিতৃৰ শিক্ষাৰ অধীনে ব্যাকৰণ পঢ়িবলৈ আৰম্ভ কৰেঁা । ১৭৬৯ শকৰ কাতি মাহলৈকে ব্যাকৰণ পঢ়ি সন্ধিত কিছু ব্যুৎপত্তি জন্মিছিল । সেই মাহৰ আদিতে বা তাৰ আগৰ মাহৰ শেষ ভাগত ৰজাবাহৰ আৰু তাৰ ওচৰৰ গাওঁবিলাকত বিসূচিকা ৰাক্ষসীয়ে উগ্ৰমূৰ্ত্তি ধৰি দেখা দিয়ে ; তাতে তেওঁৰ বহুকালৰ আশ্ৰিত ওচৰ চুবুৰীয়াবোৰক সেই পিশাচীৰ দাঁতৰপৰা ৰক্ষা কৰিবৰ মনেৰে পিতৃয়ে সিবিলাকক কয় যে সেই ৰাক্ষসীয়ে কোনো মানুহৰ তেজ শুহিবলৈ ধৰাৰ চিন ওলোৱা মাত্ৰেই তেওঁক সম্বাদ দিলে, তেওঁ তাৰ প্ৰাণ ৰক্ষাৰ কাৰণে যত্ন কৰিব ; আৰু ঈশ্বৰৰ অনুগ্ৰহ হলে, কিবা জানি সি তাইৰ হাতৰ পৰা সাৰিব ; আৰু ৰাতিও যেন কোনো জনক জহনীয়ে ধৰাৰ সম্বাদ তেওঁ সহজে পাব পাৰিব, এই কাৰণে তেওঁ তেওঁৰ শয্যা চ'ৰা ঘৰত পাতি ললে, আৰু এমাহমান দিনে ৰাতিয়ে জহনীত পৰা ৰোগীৰ চিকিৎসাত নিযুক্ত থাকি ভালেমান মানুহক সেই দুৰন্ত ৰোগৰ পৰা মুক্ত কৰিলে কিন্তু জহনীয়ে শাম কটাত যেতিয়া গাওঁৰ সকলো মানুহ নিশ্চিন্ত হৈছিল, সেই সময়ত এদিন ৰাতিপুৱা সেই ৰাক্ষসীয়ে তেওঁক প্ৰবলৰূপে আক্ৰমণ কৰাত আবেলি

তিনি বজা মানত শেব উশাহ লৈ তেওঁ স্বভাৱৰ ধাৰবপৰা মুক্ত হল।

সেই সময়ত মোৰ দদাইদেউ লক্ষীনাথ বৰুৱা শিৱসাগৰত কলেক্টৰীৰ চিৰস্তাদাৰ আছিল। পিতৃৰ মৃত্যুৰ সম্বাদ পাই তেওঁ আমাৰ ঘৰলৈ গৈ আমাৰ পৰিয়ালৰ সকলোকে শিৱসাগৰলৈ নিলে আৰু চৰকাৰী কাম শিকাবৰ নিমিত্তে মোক মাহে ৪৲ টকা বেতনত শিক্ষা নবিচ নিযুক্ত কৰিলে; তাতে মই নিতৌ দিনত কাছাৰিত বঙ্গালী লিখিব পঢ়িবলৈ শিকি পুৱা গধূলি উৰ্ব্বীধৰ শিৱসাগৰীয়া বৰুৱাৰ পঢ়াশালিত সংস্কৃত পঢ়িবলৈ ধৰিলোঁ। দদাইদেউ ইংৰাজী শিক্ষাৰ গোটেই বিৰোধী আছিল, এই কাৰণে সেই বিদ্যাৰ অভ্যাস কৰিবলৈ আগ বাঢ়িব নোৱাৰিলো, কিন্তু মাজে মাজে সেই সময়ৰ শিৱসাগৰ জিলাৰ অধিপতি কাপ্তান ব্ৰোডী চাহাবৰ ঘৰলৈ গৈ দেৱ-নাগৰী আখৰে লিখা হিন্দী, অৰ্থাৎ ব্ৰজভাষা শিকিছিলো; তেওঁ **বৰ** বিদ্যোৎসাহী আছিল আৰু বিদ্যা শিকাত যত্ন কৰা ডেকা বিলাকক মৰম কৰিছিল। হিন্দী শিকিবলৈ মোৰ বৰ আগ্ৰহ দেখি তেওঁ মোক উৎসাহেৰে সেই ভাষা শিকাইছিল; তেওঁৰ অনুগ্ৰহতে মই প্ৰেমসাগৰ আদি পুথিবিলাক ভালকৈ পঢ়িব আৰু বুজিব পৰা হলো, আৰু এতিয়া ব্ৰজভাষাত মোৰ যি অলপ ব্যুৎপত্তি আছে, সি তেওঁৰ কৃপাৰেহে ফল মাথোন।

যদিও দদাইদেউৰ ইচ্ছাৰ বিৰোধে দেখা শুনাকৈ ইংৰাজী শিকা মোৰ পক্ষে গোটেই অসম্ভৱ আছিল, তথাপি গোপনে তাৰ অভ্যাস কৰা একো টান নহয়, মোৰ মনত এনে এটা ভাব ৰোৱাত এদিন মই ব্ৰোডী ছাহাবৰ ঘৰলৈ গৈ এখন ইংৰাজী বৰ্ণবিন্যাসৰ পুথি খুজিলো তাতে তেওঁ মোক বৰ ৰঙ্গেৰে এখন পুথি দিলে, আৰু প্ৰতি দেওবাৰে তেওঁক মোৰ শিক্ষাৰ মহলা দিবলৈ কলে। ইংৰাজী পুথি পালো হয়; কিন্তু তাক পঢ়িবলৈ সময় পোৱা শুদা কথা নাছিল, কিয়নো ৰাতিপুৱা দহবজা মানলৈ সংস্কৃত পঢ়া, পাচে এঘাৰ বজাত কাছাৰিলৈ গৈ পুন-



ৰায় চাৰি বজা মানৰ পৰা আঠ ন বজামানলৈকে সংস্কৃতৰ অনুশীলন কৰা মোৰ দৈনিক কাৰ্য্য আছিল। সন্ধ্যা সময়ত মাথোন অলপ আজৰি পাইছিলো, তাতে ঢৌতে খঁৰ দি সময়ৰ আগচুলিত খামোচ মাৰি ধৰিছিলো, আৰু মোৰ সমান বয়সীয়া বন্ধু বিলাকৰ সাহায্যেৰে দুই সপ্তাহ মানৰ ভিতৰত ইংৰাজী বৰ্ণমালাৰ ছুয়ো বিধৰ আখৰ বিলাকেৰে সৈতে চিনাকি হৈছিলো; এনেতে মোৰ বিদ্যাৰ যশস্যা ধ্বনিয়ে শিৱসাগৰীয়া বৰুৱাৰ কাণ ছুলে গৈ; তেওঁ সেইকথা দদাইদেউক নজনাই থাকিব নোৱাৰিলে। এই সম্বাদে তেওঁক পানীৰ ছাট পোৱা পকা তেলৰ দৰে জলালে, আৰু মোক ফলি পুথি বান্ধি লৈ ঘৰলৈ উলটি অহা আৰু ইংৰাজী শিক্ষাক বিসৰ্জ্জন দিয়াই তাৰ ফল হল। এই সময়ত সংস্কৃত বিদ্যাত মোৰ যি অধিকাৰ জন্মিছিল, এতিয়া তাতকৈ অধিক হোৱা নাই।

এই ঠাইত এটা কথা কোৱা উচিত যে উল্লিখিত সময়ত অসমত বঙ্গালী ভাষাৰ বৰ আদৰ আছিল, মাতৃ ভাষাক সকলোৱে ঘিণাইছিল। —স্কুলত বঙ্গালী, কাছাৰিত বঙ্গালী, ডেকাবিলাকৰ আলাপত বঙ্গালী আৰু তেওঁলোকৰ চিঠিতো বঙ্গালী ভাষাহে চলিছিল; সকলোৱেই ৰঙ্গিনী বঙ্গীয়াক সঙ্গিনী কৰি লৈছিল। অৱশ্যে ময়ো এই নিয়মৰ বাহিৰ নাছিলো। বঙ্গভাষা মোৰ বুকুৰ কুটুম আছিল; তাৰপৰা মই এটা শুভ ফলো পালো। উৰ্ব্বীধৰ বৰুৱা জিলাৰ বঙ্গলা ইস্কুলৰ অধ্যাপক আছিল; আৰু যদিও মই তেওঁৰ বঙ্গালী ইস্কুলত নহয় সংস্কৃত পঢ়াশালিত হে পঢ়িছিলোঁ, তথাপি তেওঁ মোৰ নামটো ইস্কুলত প্ৰথম শ্ৰেণীত লিখি থৈছিল, এই কাৰণে তেতিয়াৰ ইস্কুলত ইন্স্পেক্টৰ ৰবিন্সন চাহাব ইস্কুল চাবলৈ যোৱাত মই দুবাৰ ইস্কুললৈ গৈ মহলাত উঠি প্ৰথম শ্ৰেণীৰ প্ৰথম পুৰস্কাৰ আৰু প্ৰশংসা পাইছিলো।

বৰুৱাৰ পঢ়াশালি এৰি ঘৰলৈ অহাতেই মোৰ সংস্কৃত পঢ়াৰ শেষ হল বুলিব লাগে ; কিয়নো যদিয়ো দদাইদেউৰ মুখে তেওঁৰ বৰ পুতেক পদ্মনাথৰ লগত কিছুদিন ব্যাকৰণ পঢ়িছিলোঁ, তথাপি পদ্মনাথৰ পঢ়া অতি অলপ থকা হেতু তাৰে সৈতে একে লগে পঢ়াৰ পৰা একো লাভ নহল, আৰু মোক বেলেগে পঢ়াবলৈ তেওঁৰ আজৰি নাছিল, পাচে তেওঁ যদুনাথ নামেৰে এজন অধ্যাপকক আনি আমাৰ ঘৰৰ আগতে এখন পঢ়াশালি পাতি আন আন কিছুমান ছাত্ৰৰ লগত পদ্মনাথ আৰু মোক দুইকো পঢ়িবলৈ দিছিল ; কিন্তু তাত পঢ়াৰ পৰাও মোৰ একো উপকাৰ নহৈ অধ্যাপকেৰে সৈতে তৰ্ক কৰা মাথোন সাৰ হল। এবছৰ মানৰ মূৰত জহনী-ৰাক্ষসীয়ে অধ্যাপক আৰু পদ্মনাথ দুইকো গ্ৰাস কৰিলে, পঢ়াশালি ভাগিল, আৰু মই সম্পূৰ্ণ মুক্তাৱস্থা পালোঁ। তেতিয়া, দিনত কাছাৰিলৈ গৈ কাম কৰাত, আৰু পুৱা-গধূলি মুকলি-মূৰে গা-ফেলাই ফুৰাত বাজে মোৰ আন ব্যৱসায় নাছিল। এদিন মোৰ এজন বন্ধু ইংৰাজী ইস্কুলৰ প্ৰথম শ্ৰেণীৰ ছাত্ৰ শ্ৰীযুত কুশৰাম গগৈৰে সৈতে সাক্ষাত হোৱাত তেওঁ মোক ইংৰাজী পঢ়িবলৈ পৰামৰ্শ দিলে, আৰু তেওঁৰ উপদেশকে সাৰোগত কৰি ইংৰাজী বিদ্যা অভ্যাস কৰিবলৈ স্থিৰ কৰিলোঁ। কিন্তু এই সময়ত মোৰ বয়স প্ৰায় কুৰি বছৰ হৈছিল, আৰু ইংৰাজী বৰ্ণমালাৰ আখৰ কেইটাত বাজে মই তাৰ একোকো নেজানিছিলোঁ, এই আপত্তিৰ উত্তৰ তেওঁ মোক "( Reader No 1) প্ৰথম সংখ্যক ইংৰাজী পাঠোপকাৰক নামেৰে পুথি পঢ়ি তাতে ইংৰাজী বৰ্ণবিন্যাস আৰু ভাষা দুইকো শিকিব পাৰিবা" বুলি এখন পুথি দিলে, আৰু মোৰ পঢ়াত সাহায্য কৰিবলৈ গাত ললে। এই উপকাৰৰ বাবে মই অন্ত কাললৈকে তেওঁৰ ধৰুৱা হৈ থাকিম। পাচে তেওঁৰ অন্যান্য বন্ধুবিলাকৰ সাহায্যেৰে কিছু কাল ইংৰাজী অভ্যাস



কৰি ইস্কুল-মাষ্টৰ, শ্ৰীযুত পৰমানন্দ ভড়ালীৰ সাহায্য বিচাৰিলোঁ, আৰু মই তেওঁৰ শলাগ লৈ কওঁ যে তেওঁ মোক সকলো সময়তে উৎসাহেৰে সাহায্য কৰিছিল। শ্ৰীযুত প্ৰিয়লাল বৰুৱাৰ পৰাও কিছু উপকাৰ পাইছিলোঁ ; কিন্তু তেওঁ নিজ কাৰ্য্যৰ উপলক্ষে ফুৰি থাকিবলৈ বাধ্য হোৱাত তেওঁৰ সাহায্যৰ পৰিমাণ অধিক নাছিল।

পৰিশেষত আমেৰিকাৰ মিচনেৰিবিলাকৰ ওচৰ চাপিলোঁ, আৰু তেওঁলোকেও মোক দুয়োৰাহুৰে সাবটি ধৰি শিক্ষাৰ বিষয়ত বহুত সহায়তা কৰিলে। বিদ্যা শিকাত মোৰ সদায় বৰ উৎসাহ আছিল, সেই কাৰ্য্যত মই বৰ পৰিশ্ৰম কৰিছিলোঁ ; কিন্তু যেতিয়া চাৰি-সংখ্যক ইংৰাজী পাঠোপকাৰত ( A sleeping fox catches no poultry ) "শুই থকা শিয়ালে হাঁহ-কুকুৰা ধৰিব নোৱাৰে" এই উপদেশপূৰ্ণ পটন্তৰটি পালো, তেতিয়াৰপৰা মোৰ উৎসাহ তিনি গুণ মান বাঢ়িল, এখন্তকো নিৰৰ্থকত গলে মনত বৰ দুখ পাবলৈ ধৰিলো। আমাৰ ডেকাবিলাকে যেন এই উত্তম বাক্যটি মনত ৰাখে, আৰু তাৰ ভাবৰ দৰে কাৰ্য্য কৰে, এয়ে মোৰ বাঞ্ছা, আৰু সেই বাঞ্ছাৰ দ্বাৰা পৰিচালিত হৈহে মই এই ঠাইত তাৰ উল্লেখ কৰিছোঁ। এই সময়ৰ ভালেমান দিনৰ আগৰে পৰা মই মিচনেৰিবিলাকৰ গুৰিলৈ নিতৌ যাবলৈ ধৰিলো, তেতিয়াৰ পৰা 'অৰুণোদয়েৰে' সৈতে মোৰ সম্বন্ধ আৰু দৃঢ় হল ; তাতে মই তাৰ বৰ্ণবিন্যাস সংশোধনৰ নিমিত্তে যত্ন কৰিবলৈ ধৰিলোঁ। মোৰ এই চেষ্টাত নিধি লেভি ফেয়াৰোৱেল নামেৰে এটা দেশী খ্ৰীষ্টিয়ানৰ পৰা বৰ বাধা পাইছিলোঁ। সি তাৰ গুৰু ব্ৰাউন চাহাবৰ বৰ্ণবিন্যাসৰ প্ৰণালীৰপৰা এক আঙুলো লৰচৰ হোৱাক মহাপাপ যেন ভাবিছিল। পৰিশেষত মোৰ যত্ন সফল হল হয়, তথাপি "ৱ" আখৰটোৰ ব্যৱহাৰ চলোৱা অসম্ভৱ যেন বোধ হল। তাৰ কথাত নিধিয়ে জন চেৰেক প্ৰাচীন ডাঙৰীয়াৰো মত লৈছিল।

সেই বিষয়ত ঘাই আপত্তি আছিল এইটো যে, সেই আখৰ আমেৰিকাৰ পৰা চলাই আনিব লাগিব । কিন্তুমিস্থন সভাই অধিক ব্যয় কৰিবলৈ মান্তি নহয় । মই গুৱাহাটীলৈ অহাৰ পাচত পাদ্ৰী ডক্‌টৰ কৰ্ম্‌ফট চাহাবৰ সহায়তাৰ দ্বাৰা এই বিষয়ৰ সকলো আপত্তিৰ খণ্ডন হল, আৰু "ৱ"ৰ ব্যৱহাৰ চলিল । মোৰ "আদি-পাঠ" ছপাৰ সময়ত ইস্কুল ইন্‌স্পেক্টৰ মাৰ্টিন চাহাবেও সেইটো আখৰৰ ব্যৱহাৰৰ বিষয়ত বৰ বাধা জন্মাইছিল ; পাচে বিস্তাৰ লেখা-লেখিৰ অন্তত তেওঁ নিজৰ ভ্ৰম বুজিব পাৰিলে, আৰু ইস্কুলৰ কিতাপত তাৰ ব্যৱহাৰৰ নিমিত্তে চিফ্ কমিশ্যনৰৰ আজ্ঞা ললে ।

১৭৮০ (ইং ১৮৬০) শকত মোৰ অসমীয়া ভাষাৰ ব্যাকৰণ প্ৰকাশিত হয় । তাক লিখা সময়ত ডাঙৰীয়া শ্ৰীযুত গুণাভিৰাম বৰুৱা কলিকতাত আছিল, আৰু তাৰ ৰচনাৰ বিষয়ত লেখাৰ দ্বাৰা তেওঁ মোক বহুত পৰামৰ্শ দিছিল, অধিক কি, সেই সময়ত তেওঁ মোৰ অকল উৎসাহ-দাতা আৰু উপদেশক আছিল । অসমীয়া ডেকাবিলাক যে বঙ্গালী বাইৰ সলনি অসমীয়া মাতৃক আদৰ কৰিবলৈ আগ বাঢ়িল, তাতো মহাত্মা আনন্দ ৰাম ঢেকিয়াল ফুকনৰ পাচতে গুণাভিৰাম বৰুৱা পথ প্ৰদৰ্শক হৈছিল ।

ইংৰাজী ভাষাত মোৰ ভালৰূপে ব্যুৎপত্তি নোহোৱালৈকে দদাইদেৱে মই তাক শিকাৰ কথা নেজানিছিল, মই অতি গোপনে তাৰ অভ্যাস কৰিছিলোঁ । পাচে তাত মোৰ কিছু অধিকাৰ জন্মিলত গোপন কৰি-বলৈ এৰি দেখা শুনাকৈ তাৰ চৰ্চ্চা কৰিবলৈ ধৰিলোঁ ; তেতিয়া তেওঁ মোক সেই বাবে তিৰস্কাৰ নকৰি বৰং কাছাৰিত ইংৰাজীৰপৰা ভাঙি বঙ্গালী বা বঙ্গালীৰ পৰা ভাঙ্গি ইংৰাজী কৰিবলৈ কোনো কোনো কাকত দিছিল । ইং ১৮৫৮ শকত গোলাঘাটৰ ৰেবনিউ-পেস্কাৰ, বিদ্ৰোহত লিপ্ত থকা অপৰাধত চম্পেও হোৱাত মই তেওঁৰ মুৰে ছমাহ কাম কৰোঁ । তাৰ



পৰা উলটি অহাৰ পাচত শিৱসাগৰৰ ইংৰাজী ইস্কুলৰ দ্বিতীয় শিক্ষক শ্ৰীযুত পৰমানন্দ ভড়ালীয়ে মেলানি লোৱাত তেওঁৰ বাবে একটিং হওঁ । এয়ে মোৰ ইস্কুলত প্ৰথম আৰু, অৱশ্যে, শেষ প্ৰবেশ । ইয়াৰ পাচত মাহে ২৫৲ টকা বেতনত ৰেবনিউৰ মহাফেজ নিযুক্ত হৈ ইং ১৮৬২ শক লৈকে সেই কামত আছিলোঁ । সেই বছৰৰ আগষ্ট মাহত অসমৰ জুডিস্যেল কমিশ্যনৰ মেজৰ জেনেৰেল (তেতিয়াৰ মেজৰ) এগনিউ চাহাবে মোক গুৱাহাটীলৈ আনি তেওঁৰ আদালতৰ ট্ৰেন্‌শ্লেটৰ বা ভাষা ভঙ্গা কাকতী পাতিলে । মই ইংৰাজী পঢ়িবলৈ ধৰোঁতে সেই ভাষাৰ কাম কৰিব লগীয়া বিষয় লবৰ মোৰ সপোনতো ইচ্ছা নাছিল । ইংৰা-জীত থকা জ্ঞানৰ কথাবিলাক শিকিবৰ কাৰণে মাথোন সেই ভাষাৰ অনুশীলন কৰিছিলো । কলেক্টৰীৰ চিৰস্তাদাৰ হৈ মনচুপ হোৱাই মোৰ অকল উচ্চাভিলাষ আছিল, আৰু এই কাৰণেই মই মোৰ ইংৰাজী আখৰ ভাল কৰিবলৈ একো যত্ন নকৰিলোঁ । কবৰ সকাম নাই যে সেই কালত চিৰস্তাদাৰ, মনচুপ আদি ডাঙৰীয়া সকলৰ ইংৰাজী জানিবৰ বা লিখিবৰ একো প্ৰয়োজন নাছিল, আৰু কেৰাণীত বাজে আন সকলোৰেই ইংৰাজী বিদ্যাক ঘিণাইছিল ।

ইং ১৮৬২ শকৰ পৰা জুডিস্যেল কমিশ্যনৰ চাহাবৰ অফিচত কাম কৰি ক্ৰমে সেই অফিচৰ চুপৰইণ্টেণ্ডেণ্টৰ পদ পাওঁ, আৰু ইং ১৮৮১ শকৰ ১ম জানুৱাৰিত সেই পদ উঠি যোৱালৈকে তাত নিযুক্ত আছিলোঁ । ইং ১৮৬১ শকত এগনিউ চাহাব কোচবেহাৰৰ কমিশনৰ হৈ যোৱাত কামৰূপৰ ডেপুটি কমিশ্যনৰৰ অফিচত এবছৰ ট্ৰেন্‌শ্লেটৰৰ কাম কৰোঁ । এই কামত থকোঁতে তেতিয়াৰ অসমৰ ইস্কুলবিলাকৰ ইন্‌স্পেক্টৰ পোৰ্টৰ চাহাবে মোক উপযাচি মাহে ১০০৲ টকাত শিৱসাগৰৰ ডেপুটি ইন্-স্পেক্টৰ নিযুক্ত কৰাত ডিৰেক্টৰ চাহাবে সেই নিয়োগ অনুমোদন কৰিছিল

কিন্তু সেই সময়তে এগনিও চাহাবে উলটি আহি মোক মাহে ১২০৲ টকা বেতনত হেড্ এচিষ্টেণ্ট পাতি তেওঁৰ অফিচলৈ নিয়াত ডেপুটি ইন্স্পেক্টৰ হৈ যোৱা নহল । জুডিস্তেল কমিশ্যনাৰ চাহাবৰ অফিছত চুপা-ৰইণ্টেণ্ডেণ্ট হৈ থাকোঁতে প্ৰথমে ইং ১৮৭৫ শকত তিনি মাহৰ নিমিত্তে মোক একষ্ট্ৰা এচিষ্টেণ্টৰ পদ যচা হৈছিল ; কিন্তু চিৰস্থায়ীৰূপে নেপালে সেই পদ নলওঁ বুলি তাক লবলৈ মই অমান্তি হলো । পাচে আকৌ ইং ১৮৭৬ শকত তিনি মাহৰ নিমিত্তে সেই পদ মোক যচা হয়. কিন্তু পূৰ্ব্বে এবাৰ অচিৰস্থায়ী পদ লবলৈ অস্বীকাৰ কৰি পাচে তেনে পদ লোৱা অযুগুত ; যাইকৈ, আগৰৱবাৰ এগনিউ চাহাবৰ অনুৰোধত সেই পদ মোক যচা গৈছিল, তেতিয়া তাত অমান্তি হৈ পাচে চেক্ৰেটাৰী চাহাবে নিজে দিয়াত তাক ললে এগনিও চাহাবৰ অৱমাননা হব, এনে ভাব হোৱাত তাক ত্যাগ কৰিবলৈ বাধ্য হলোঁ । এই কাৰণে তেতিয়া মোৰ মনত অলপ অসন্তোষ জন্মিছিল ; কিন্তু এতিয়া সেইবাবে সন্তোষহে পাইছোঁ ; কিয়নো মই একষ্ট্ৰা এচিষ্টেণ্ট হোৱাতকৈ বহুত সুখত আছোঁ । মনৰ সন্তোষেই সুখ । ইং ১৮৭৩ শকত তেতিয়াৰ লেফ্‌টেনেণ্ট গৱৰ্ণৰ স্যাৰ জৰ্জ্জ কেম্বেল চাহাবৰ জাননী অনুসৰি আন অনেকৰ দৰে মই আদি-পাঠ নামেৰে এখন অসমীয়া ভাষাৰ প্ৰথম শিক্ষাৰ পুথি লিখোঁ । এই প্ৰকাৰৰ ৫০ খন-মান পুথি লিখা হৈছিল । সেইবিলাকৰ গুণা-গুণৰ বিবেচনা কৰিবৰ কাৰণ বহা সমজুৱাবিলাকে আদি-পাঠক সকলোতকৈ শ্ৰেষ্ঠ বোলাত ৫০০৲ টকা বঁটা পাওঁ । তাৰ পাচতো পুথি আদি লিখাৰ বাবে গৱৰ্ণমেণ্টৰ পৰা সকলোৱে মিলি ১১০০৲ এঘাৰ-শ টকা পুৰস্কাৰ পাইছোঁ । মই চৰকাৰী কামৰ পৰা অবসৰ পোৱাৰ পাচত (১৮৮২ শকত) দেশহিতৈষী কিছুমান অসমীয়া ভদ্ৰলোকে আসাম-নিউচ্ নামেৰে এখান ইংৰাজী অসমীয়া, সপ্তাহিক বাতৰি কাকত



চলাবলৈ স্থিৰ কৰি মোক তাৰ সম্পাদক নিযুক্ত কৰাত মই তিনি বছৰ মান আনৰ পৰা অধিক সহায়তা নোপোৱাকৈ, একে হাতে সেই কাকত চলাওঁ ; কিন্তু কওঁতে বেজাৰ লাগে যে সি চিৰজীবি নহল । কিছুমান বছৰৰ আগেয়ে অসমীয়া ভাষাৰ এখান ডাঙৰ অসমীয়া ইংৰাজী অভি-ধান লিখিছিলোঁ, সি সম্পূৰ্ণ হৈ পৰি আছে, এতিয়ালৈকে পোহৰ দেখা নাই ।

মই গুৱাহাটীলৈ অহাৰ আগেয়েই বিয়া কৰি মোৰ ভাৰ্য্যাক ঘৰলৈ আনিছিলোঁ, আৰু মই শিৱসাগৰ এৰি অহাৰ সময়ত তেওঁ সগৰ্ভা আছিল, পাচে ইং ১৮৬৩ শকৰ নবেম্বৰ মাহত জহনী-ৰোগৰ হাতত প্ৰাণ সমৰ্পিলে মই পুনৰায় বিয়া নকৰিলোঁ ।



# মিঠা মাত আৰু সদয় ব্যৱহাৰ ।

৺হেমচন্দ্ৰ বৰুৱা ।

সকলোকে মিঠা মুখেৰে মাতিব লাগে । কৰ্কশ মাত কেৱে ভাল নেপায় ; মিঠা কথাই হলে সকলোকে বশ কৰে । আমাৰ শ্ৰেষ্ঠ কি সমনীয়া মানুহৰ কথাকে নকওঁ, আমাতকৈ নীহ মানুহকো সাদৰেৰে কথা কোৱাত একো হানি নহয়, বৰং তাৰ বাবে আমি প্ৰশংসা হে পাওঁহঁক । কিন্তু বৰ ডাঙ্গৰ লোকৰো আনক কটুকথা কোৱা অভ্যাস হলে ওঁেত আটাইৰে অপ্ৰিয় হয় । সকলো মানুহ একে জাতিৰ জীৱ, কেৱল কোনো বিশেষ কাৰণৰ নিমিত্তে অৱস্থাৰ হীন ডেড়ি হয়, এই মাত্ৰ প্ৰভেদ ; এতেকে যি যেনে অৱস্থাৰ মানুহ, তাক তেনে অৱস্থাৰ উপযুক্ত সম্বোধন কৰি মতাটো ভদ্ৰতা আৰু সুশিক্ষাৰ চিন ; কিন্তু হুটা-মাতে, যাৰ প্ৰতি সেই মাত প্ৰয়োগ কৰা যায়, তাৰ অসন্তোষ জন্মাইয়ে নেথাকে, যি সেই মাত ব্যৱহাৰ কৰে, তাৰো নীচতা আৰু শিক্ষাৰ অভাৱ দেখায় । লোকে আমাক টেঙ্গা কথা কলে আমি ভাল পাওঁ নে ? তেন্তে লোকেনো তেনে মাত কিয় ভাল পাব ? এতেকে সকলোকে মিঠা মুখেৰে মতা উচিত ।

লোকৰ দুখ দেখি মন কোমল হোৱাৰ নাম দয়া । এই দয়া মানুহৰ মনৰ এটি কোমল আৰু মধুৰ ভাৱ । সি মানুহক দেৱতাৰ তুল্য কৰে, তাৰ অভাৱত মানুহ পিশাচৰ সদৃশ হয় । যাৰ দয়া নাই, তাৰ মন শিল বা কাঠৰ দৰে টান, আৰু যাৰ হৃদয় কাঠ সি মানুহ' এই নামেৰে অযোগ্য । দয়াই তাক পাওঁতা আৰু দিওঁতা দুইকো ধন্য কৰে কিন্তু তাৰ বিপৰীত নিষ্ঠুৰতাই তাক পাওঁতাক ক্লেশ দিয়ে, আৰু দিওঁ-



তাকো সকলোৱে গৰিহণাৰ পাত্ৰ কৰে । দয়ালু লোকৰ সকলো বন্ধু, নিষ্ঠুৰ মানুহক তাৰ পুত্ৰ-ভাৰ্য্যায়ো ভাল নেপায় । যি আনৰ প্ৰতি দয়া কৰে, সি দয়া পায় ; কিন্তু নিষ্ঠুৰ মানুহ, টানত পৰিলে তাক পুতৌ কৰোঁতা কেও নাই ; এতেকে সকলোৰে প্ৰতি সদয় ব্যৱহাৰ কৰা উচিত । লোকে তোমাৰ প্ৰতি যেনে ব্যৱহাৰ কৰিলে তুমি ভাল পোৱাঁ, তুমিও লোকৰ প্ৰতি তেনে ব্যৱহাৰ কৰিব লাগে ; ঘাইকৈ কণা, খোৰা, অসহায় আৰু আতুৰ, এনেবিলাক মানুহৰ প্ৰতি দয়া দৰা কৰা, আৰু সাধ্য অনুসৰি সিহঁতৰ সহায় হোৱা সকলোৰে উচিত । তেনে কোনো অৱস্থাত পৰিলে তুমি লোকৰ পৰা সহায়তা নিবিচাৰিবা নে? তেন্তে এতিয়া তুমি তেনেবিলাক মানুহৰ প্ৰতি মন কোমল কৰাঁ আৰু সিহঁতৰ দুখ উপশম কৰিবৰ নিমিত্তে মোনাৰ মুৰ মেলা । তোমাৰ পৰিয়াল আৰু আশ্ৰিত লোকৰ প্ৰতিও সদয় হোৱা, আৰু সিবিলাকক পোহ-পাল দি সুখেৰে ৰখা উচিত ; কিয়নো সিবিলাকৰ তোমাতে সৰ্ব্বভাৰসা, তুমি সিবিলাকক পুতৌ নকৰিলে কোনে কৰিব ? এতেকে সিবিলাকৰ প্ৰতিও সদয় হবা ।

মানুহৰ কথাকে নকওঁ, ইতৰ জন্তুৰ প্ৰতিও সদয় ব্যৱহাৰ কৰিব লাগে । মানুহৰ দৰে সিহঁতৰো সুখ-দুখ বুজিবৰ শক্তি আছে, আৰু সিহঁতে সেই সুখ-দুখ প্ৰকাশ কৰিবও পাৰে । লৰাই চৰাইৰ ঠেঙ্গত জৰা লগাই টানিলে সি যে চেঁ-চেঁ কৰি আটাহ পাৰে, তাৰ দ্বাৰা সি কি বুজায় ? সি যে লৰাৰ সেই কাৰ্য্যৰ দ্বাৰা দুখ পাইছে, তাকে মাথোন কৈ তাক এৰি দিবলৈ কাকুতি কৰে । তেনে অৱস্থাত পৰিলে লৰা বা ডাঙৰ মানুহেও কাকুতি কৰে, কিন্তু সি মানুহৰ দৰে স্পষ্ট মাতেৰে সেই কথা ব্যক্ত কৰিব নোৱাৰে, এইমাত্ৰ প্ৰভেদ । সেই দৰেই আন কোনো জন্তুকো আমি দুখ দিলে বা সি আহাৰ নেপালে নিজ মাতেৰে তাৰ দুখ আমাক জনায়, তেতিয়া আমি তাৰ প্ৰতি আওকাণ নকৰি তাৰ

দুখ গুচাব, বা তাক আহাৰ দিব লাগে ; কিয়নো আমি তাতকৈ জ্ঞানী, আৰু সি আমাৰ অধীন ; এতেকে আমি তাৰ দুঃখ বুজি দয়া নকৰিলে তাৰ উপায় নাই । তাৰ যে মানুহৰ সমান জ্ঞান আৰু স্পষ্ট মাতেৰে নিজ দুখ জনাবৰ শক্তি নাই, এই বাবেই আমি আৰু অধিকৰূপে তাৰ প্ৰতি সদয় হোৱা উচিত ; কিয়নো তেনে শক্তি থকা হলে সি আমাৰ সমান হলহেঁতেন, সেই শক্তি নথকা হেতু সি আমাতকৈ ক্লিষ্টন, আৰু যি আমাতকৈ নিকৃষ্ট, সি আমাৰ সমনীয়াতকৈ অধিক দয়াৰ পাত্ৰ । এতেকে তুমি কোনো জন্তুৰ প্ৰতি নিষ্ঠুৰ আচৰণ নকৰিবা, কিন্তু সকলোৰে দুখত পুতৌ কৰিবা ।

---

# আনন্দৰাম ঢেকিয়াল ফুকন

৺গুণাভিৰাম বৰুৱা ।

## কলিকতা যাত্ৰা—

এতিয়াৰ দৰে কলিকতালৈ যাবলৈ তেতিয়া সুবিধা নাছিল । নৌকা-পথে যাব লাগিছিল । বাটত ডকাইত আৰু চোৰ । তেতিয়া কলিকতাৰ স্বাস্থ্যও তেনে ভাল নাছিল । লোণা জল, মানুহ নৰিয়া পৰে । এতিয়াৰ দৰে বাঙ্গালী মানুহৰ তিমান গমনাগমন ইয়ালৈ নাছিল । উভয় দেশৰ মানুহে উভয় দেশৰ অৱস্থা ভালকৈ একো নাজানিছিল । তেওঁবিলাকৰ বয়সো অতি কোমল, বিদেশৰ কষ্টনো কোনৰূপে সহ্য কৰিব ! এইসকল ভাবি তেওঁবিলাকৰ মাতৃসকলৰ অনিচ্ছা । আনন্দৰাম ফুকনে এই অনিচ্ছাত বৰ অসুখী আৰু বিৰক্ত হৈছিল । অনেক সময় আহাৰ পৰ্য্যন্ত পৰিত্যাগ কৰিছিল । ইফালে সেই চাহাব দুজনাই তেওঁবিলাকৰ মোক্তাৰৰ আগত নিশ্চয়ে যাব লাগে ও একপ্ৰকাৰ দণ্ডি কৰাৰ দৰে মাতৃসকললৈ কৈ পঠালে । তেওঁবিলাকে কি কৰে, অগত্যা পুত্ৰক কলিকতালৈ প্ৰেৰণ কৰিবৰ নিমিত্তে সম্মত হল । সেই সময়ত মেথী চাহাব আৰু জেন্‌কিনচ চাহাবে নিজা নৌকাৰে কলিকতাৰপৰা বস্তু অনাইছিল । এতিয়াৰ দৰে সুবিধা নাছিল । মেথী ( Mathei ) চাহাবৰ বস্তু অনা ছশ মোনী নাও এখান চাহাবে দুৰ্গাৰাম আৰু আনন্দৰাম ফুকনক নিবলৈ দিলে । আনন্দৰাম আৰু দুৰ্গাৰাম ফুকন কলিকতালৈ যাবলৈ প্ৰস্তুত হল । দুৰ্গাৰামৰ লগত ৰামদেৱ নামে এজন শিলাৰ ব্ৰাহ্মণ ৰান্ধনি আৰু কলাৰাম, বিনন্দ আৰু অনাদৰ এই তিনিজন ঘৰ-

ওপজা লগুৱাও ললে। আনন্দৰাম ফুকনৰ লগত শ্ৰীধৰ নামে বৰ ভগীয়া ব্ৰাহ্মণ ৰান্ধনি আৰু মিছিৰ ভঁৰালী আৰু এটা লগুৱা আৰু তেওঁ মোক্তাৰ ৰামচন্দ্ৰ বিশ্বাসকো ললে। ১৮৪১ চনৰ বাৰিষা শুভদিন চাই দুয়ো নৌকাযাত্ৰা কৰিলে। নিৰ্ব্বিঘ্নে অভিলাষ সিদ্ধি কৰি পুনৰায় স্বস্থান প্ৰাপ্তিৰ কামনা কৰি কামাখ্যালৈ শুক্ৰবৰ্ণৰ মহিষ, ঘৰৰ বিগ্ৰহলৈ আৰু আন আন দেৱতালৈ আন আন বস্তু আৰু শান্তি-স্বস্ত্যয়ন আগ কৰা আৰু মনা হল। মেথী চাহাবে তেওঁবিলাকৰ লগত তেওঁৰ ছাপ্ৰাচী পঠালে। দুয়োজনা চাহাবে 'কালবিন কোম্পানী,' 'কেন্টৰ কোম্পানী', "কেৰগচন কোম্পানী", ডাক্তৰ মৌৰাট, মেং হেলিডে, মেং বেকেট ইত্যাদি কলিকতাৰ বৰ বৰ লোকলৈ পৰিচয় পত্ৰ দিলে। তেওঁবিলাকে তাত সেই সেই কোম্পানীৰপৰা আৱশ্যকীয় টকা পাবলৈ সুবিধা কৰি দিলে।

নৌকা মেলি দিয়া হল। ক্ৰমে যিমান নৌকা ভটীয়াই গল তিমান তেওঁবিলাকৰ মন প্ৰশস্ত হৈ যাবলৈ ধৰিলে। ৰামচন্দ্ৰ বিশ্বাসৰ ঘৰ ঢাকা জিলাৰ বিক্ৰমপুৰত। তেওঁবিলাকক বিশ্বাসে দুফালৰ গ্ৰাম নগৰ ইত্যাদিৰ বিবৰণ যিমান জানিছিল তিমান কৈছিল। গুৱাহাটীত বুধসিংহ, শোকাচান্দ, হিম্মত সিং ৰতনচান্দ, মায়াসিংহ প্ৰভৃতি মাৰোৱাৰী কেঁঞাৰ দোকান আছিল। এইবিলাকে সৈতে ফুকন উক্তৰ কাৰবাৰ আছিল। এই সকলেও তেওঁবিলাকৰ কলিকতাৰ গোলালৈ ফুকন উক্তৰ নিমিত্তে চিঠি দিলে। গোৱালপাৰাত পৰশুৰাম বৰুৱাৰ দিনৰ এটা পকা কোঠা আছিল। সেই কোঠা চাই এওঁবিলাকে বৰ সন্তোষ পালে। গোৱাল-পাৰা এৰি চিৰাজগঞ্জ পালে। তাৰ পৰা ঢাকা আৰু সুন্দৰবন হৈ ২৫ দিনত তেওঁবিলাক কলিকতা পালে গৈ। কলিকতা পাই এওঁবিলাকৰ আনন্দৰ সীমা নোহোৱা হল। তাৰ জাহাজ আৰু সুন্দৰ সুন্দৰ অট্টালিকা,



পথ, ঘাট, অসংখ্য প্ৰজা দেখি এওঁবিলাকে বৰ সন্তোষ পালে।

**প্ৰত্যাগমন—**

মাঘৰ কিছু বাটত গল। ১৮৪৫ চনৰ জানুৱাৰীত আৰু মাঘৰ কিছুমান দিন যোৱাত নাও আহি আহি দুই বজা মান বেলিত ঘাট চাপিল। ঘৰৰ আৰু ওচৰচুবুৰীয়া অনেক লোক নাওলৈ গল। ওচৰৰ গাওঁৰ মানুহবিলাকে তাল, খোল, বাদ্য লৈ আগ বঢ়াবলৈ গল। গুণাভিৰাম আৰু অনেক লোক ৰঙ্গ মনেৰে নাওলৈ অহাত ফুকন বৰ সন্তোষিত হল। গুণাভিৰামৰ সকলোবিলাক দাঁত তেতিয়া গজা নাছিল। ফুকনে গুণাভিৰামৰ পঢ়াৰ মহলা লৈ বৰ সন্তোষ পালে। গায়ন বায়ন-সকলে বৰ ৰঙ্গ মনে তাল, খোল বজাবলৈ ধৰিলে। ফুকনে সেইবিলাক বজাবলৈ নিষেধ কৰিবৰ নিমিত্তে কাশীচন্দ্ৰৰ আগত কলে। কাশীচন্দ্ৰই নিষেধ কৰিলে হয় সেই কথা কোনেও নামানিলে। সিহঁতে কলে "দেউতাই যি কৰে কৰোক, বন্দীহঁতে আজি বজাম, আজি আমাৰ বৰ ৰঙ্গৰ দিন।" ইহঁতক কোনেও ধন দি মাতি অনা নাছিল। এই মানুহবিলাকে ফুকনৰ ঘৰত কাজ সকাম হলে প্ৰায় এনেই আহি পূৰ্ব্বৰ স্নেহতে সাহায্য কৰে। খাতৰ -মানুহে আহি লগত অহা পাল্কী ললে, তাতে উঠি ফুকন ঘৰলৈ গল। অতি কম হলেও ২৫০।৩০০ লোকে ফুকনক নাওৰপৰা আগ বঢ়াই আনিলে। ভিতৰৰ দেহৰীতে পাল্কীৰপৰা নামি ফুকনে গোসাই ঘৰত গোপাল আৰু গণেশ মূৰ্ত্তিক সেৱা কৰি ভিতৰলৈ গল। দৰওৱান লগত গৈছিল। সকলোবিলাক লোক ভিতৰলৈ যাবলৈ উপক্ৰম কৰা হেন দেখি ফুকনে আন মানুহক যাবলৈ নিষেধ কৰিলে। তেওঁৰ স্নেহময়ী মাতৃয়ে তেওঁক আদখিনি বাটতে আহি সজল নয়নে সাবটি লৈ চুমা খালে। তেওঁ মাতৃক সেৱা কৰিলে। তাৰ পাচে পিতামহী, বিমাতা আৰু আন আন পূজনীয়সকলক সেৱা

কৰি বলৰাম ফুকনৰ কালে গল। এই জনা ফুকনৰ মাতৃ তাৰ কিছুদিন পূৰ্ব্বে খাতলৈ গল। তাৰ কাৰণ এই যে তেওঁৰ পুত্ৰও কলিকতালৈ গৈছিল আৰু তেওঁ তাৰপৰা নাহিল। পাচে পুত্ৰ-শোক দ্বিগুণ হয় এই ভাবি তেওঁ খাতলৈ গল। ফুকনে তেওঁৰ মধ্যম পিতামহী আৰু বলৰাম ফুকনে সৈতে সাক্ষাৎ কৰি তেওঁক লৈ ঘৰলৈ আহিল। ঘৰলৈ উঠোতে ফুকনে শান্তিপুৰীয়া কলাকিনাৰী ধুতি, মিৰ্জাই চোলা, গাত এখান চাল আৰু ভৰিত মোজা আৰু জোতা পিন্ধিছিল। বৰত অলপ মান জল খাই বাহিৰৰ মণ্ডপলৈ গল।

ইকালে মানুহবিলাকে নাওৰ বস্তু কঢ়িয়াই আনিবলৈ ধৰিলে। অনেক লোক তেওঁক সাক্ষাৎ কৰিবলৈ আহিল। কোনো পৰ্ব্ব বা উৎসৱৰ দৰে হল। গুৱাহাটী নগৰ বিশেষকৈ ভৰলুমুখত হুলস্থূল লাগিল। দুৰ্গাৰাম ফুকনৰ মৃত্যুৰ বাবে যদিচ অনেক লোক দুখিত আছিল তথাপি আনন্দৰাম ফুকন যে ঘূৰি আহিল এই নিমিত্তে সকলোৰে আনন্দ হল। যিবিলাক বস্তু ভিতৰলৈ নিব লাগে তাক ভিতৰলৈ নিয়া হল আৰু যাক বাহিৰৰ মণ্ডপত থব লাগে তাক তাত থোৱা হল। ফুকনে তেওঁক চাবলৈ অহা লোকসকলে সৈতে কথা-বাৰ্ত্তা হৈছিল আৰু সেই বস্তুবিলাক কত কেনেকৈ থব লাগে তাৰো দিহা দিছিল। মেথি চাহাব তেতিয়া গুৱাহাটীত নাছিল, উজনিলৈ গৈছিল। তাৰ পাচ দিনা তেওঁ বলৰাম ফুকনক লগত লৈ জেনকিনচ্ চাহাবক সাক্ষাৎ কৰিবলৈ গল। তেওঁ পেণ্টলুন, চাপকান আৰু টুপি পিন্ধি চাহাবক সাক্ষাৎ কৰিলে। আন লোকে যেনেকৈ জোতা বাহিৰত থৈ চাহাবৰ ঘৰৰ ভিতৰ সোমায় তেওঁ তেনে কৰা নাছিল। চাহাবে তেওঁক বহুৱাই বৰ অভ্যৰ্থনা কৰিলে আৰু বহুদিনৰ মূৰত দেখি বৰ সন্তোষ পালে। ফুকন ঘৰলৈ আহিল।



## দৈনিক বহিঃ—

আনন্দৰাম ফুকনে তেওঁৰ জীৱনৰ প্ৰাত্যহিক ঘটনাবিলাক এটা দৈনিক বহিত লেখিছিল আৰু সেইবিলাক সময়ে সময়ে চাই তেওঁৰ উন্নতি অৱনতি জানিছিল। তেওঁৰ দৈনিক বহিত এই কেইটি প্ৰাতঃস্মৰণীয় বিষয় লিখিত আছে।

১। পৰিমিতাচাৰী হোৱা, তোমাৰ জিহ্বাক দমন কৰা, বহুদিন জীয়াই থাকিবা।

২। পুৱা গধূলি শাৰীৰিক শ্ৰম কৰিবা।

৩। যি কাৰ্য্য তুমি কৰিব খোজা তাক পলম নকৰিবা। পঢ়া, কৰ্ম্ম কৰা, লেখা, চিঠি লেখা ইত্যাদি।

৪। কিমান শীঘ্ৰে তোমাৰ সময় যাব লাগিছে তাক স্মৰণ কৰা। তাৰ সদ্ব্যবহাৰ কৰা, অকাৰণ সময় নষ্ট নকৰিবা।

১। সুবিধা নহলে আৰু সংসাৰত সুখে থাকিব পৰা নহলে ধৰ্ম্ম জীৱন আৰম্ভ কৰিবলৈ পলম কৰা বলিয়ামি মাত্ৰ। আমাৰ এইৰূপে দিন যায় কি জানি অল্প কেইদিন মান মাত্ৰ বাকী আছে।

২। কৰ্ম্মৰ বাহুল্যতাই ঈশ্বৰ সেৱাৰ প্ৰতি হস্তক্ষেপ কৰিব নিদিবা। আমাৰ সকলো কথাক ঈশ্বৰোপাসনায় ঘটুৱাব দিয়া। এই জীৱনত তুমি কিহলৈ চিন্তা কৰা? তোমাৰ সকলো কাৰ্য্যৰ ওপৰত পদাঘাত কৰা।

৩। ধৰ্ম্ম আৰু পৰোপকাৰৰ প্ৰতি উৎসাহ যেন প্ৰতিদিনে আৰম্ভ হয়, ইয়াক স্মৰণ কৰিবা। দিনো পুৱা স্থিৰ কৰিবা; প্ৰতিজ্ঞা কৰিবা আৰু দ্বিগুণ উৎসাহেৰে আৰম্ভ কৰিবা, সময় গত প্ৰায় হলে আপীলৰ দৰখাস্ত যেনেৰূপ সেইৰূপ যেন তোমাৰ কথাৰ আৰু কাৰ্য্যৰ উৎসাহ তোমাৰ ওপৰত পৰা কৰ্ত্তব্য যেন ভাবিবা।

৪। এই কেইটা সময়ত ঈশ্বৰোপাসনা কৰিবলৈ নাপাহৰিবা। প্ৰথম পুৱা বেতিয়া উঠা, দ্বিতীয় স্নানৰ পাছত, তৃতীয় গধূলি, চতুৰ্থ শয্যালৈ যোৱাৰ পূৰ্ব্বে, পঞ্চম তোমাৰ শয্যাত, ষষ্ঠ প্ৰতিবাৰে বেতিয়া তুমি ইয়াক পঢ়া।

৫। যেতিয়া তোমাৰ চাৰিওফালে মানুহ জহনীত পৰে তেতিয়া তোমাৰ মন কেনে থাকে তাক স্মৰণ কৰিবা।

৬। খৃষ্টীয়ান, মুচলমান আৰু হিন্দুৰ উপাসনাৰ নিৰ্দ্দিষ্ট সময়লৈ মনত কৰিবা। একাদশী উপবাস কৰিবা।

৭। পাৰা যদি গণি কোৱা কিমান দিন তুমি জীৱা। কি জানি এক সপ্তাহ কি এদিন। এই কাৰণে মৃত্যুৰ নিমিত্তে প্ৰস্তুত হোৱা।

যি জনে জ্যোতিৰ্ম্ময় সূৰ্য্যৰ অন্তৰাত্মা আমাৰ বুদ্ধি-বৃত্তিক পৰিচালন কৰিছে সেই জনক আমি চিন্তা কৰোঁ।

আনন্দৰাম ফুকনৰ এই প্ৰাতঃস্মৰণীয় বিষয় কেইটি চাই কাৰ তেওঁলৈ প্ৰীতি আৰু শ্ৰদ্ধা নহব? ঈশ্বৰ উপাসনা বিষয়ে আৰু কৰ্ত্তব্য কাৰ্য্য বিষয়ে তেওঁৰ যি চিন্তা সেইটো তেওঁৰ জীৱনত প্ৰতিপালিত হৈছিল। নিৰ্দ্দিষ্ট সন্ধ্যা বিনেও প্ৰতিদিন আহাৰান্তে তেওঁ তেওঁৰ ইষ্ট দেৱতাক চিন্তা কৰিছিল। তেওঁ সদাই তেওঁৰ কৰ্ত্তব্য কাৰ্য্য সম্পাদন কৰিছিল। তাক পলম কৰিবলৈ নিচেই ইচ্ছা নকৰিছিল। আনন্দৰাম ফুকনৰ উন্নত বুদ্ধি, নিৰ্ম্মল চৰিত্ৰ আৰু সাধু আৰু সাধাৰণৰ হিতকৰ কাৰ্য্যৰ নিমিত্তে সকলোৱে তেওঁক প্ৰীতি আৰু ভক্তি কৰিছিল; আৰু এতিয়াও তেওঁৰ নাম জনসমাজত আদৰণীয় আৰু তেওঁৰ চৰিত্ৰ আৰু কাৰ্য্য অনুকৰণীয় হৈ আছে। ঈশ্বৰৰ ইচ্ছানুসাৰে তেওঁ এই অনিত্য সংসাৰ পৰিত্যাগ কৰি অমৃত আৰু নিত্য-ধামলৈ গমন কৰিলেও নিজৰ কীৰ্ত্তিৰ নিমিত্তে এই সংসাৰতো তেওঁ জীৱিত থাকিব।

---

# ৰংপুৰ নগৰৰ বিৱৰণ।

৺গুণাভিৰাম বৰুৱা।

১৬২৭ শকত গদাধৰ সিংহ স্বৰ্গদেৱ স্বৰ্গ হোৱাত তেওঁৰ পুত্ৰ ৰুদ্ৰসিংহ সিংহাসনত উঠিল। ৰুদ্ৰসিংহ স্বৰ্গদেৱে মেটেকাত ৰঙ্গপুৰ নামেৰে নগৰ পাতিলে। এই জনা ৰজাই এই নগৰৰ বিশেষ উন্নতি কৰে। এওঁৰ পাছতো শিৱসিংহ, প্ৰমত্তসিংহ আৰু ৰাজেশ্বৰ সিংহ স্বৰ্গদেৱে ইয়াৰ উন্নতি সাধে। ৰঙ্গপুৰ নগৰ দিখৌ বা দিক্ষু নদীৰ ওচৰত। ই দীঘলে তিনি মাইল মান আৰু পথালিএ এমাইল মান আছিল।

ৰাজধানী নগৰৰ উজনীৰ ফালে ৰজাৰ নগৰ। ইয়াৰ চাৰিওফালে ইটাৰ গড়। এই নগৰ দীঘলে এক মাইলৰ কিছু অধিক। এই নগৰ প্ৰৱেশ কৰিবলৈ তিনিখন দুৱাৰ। দক্ষিণৰ খনক বড়দুৱাৰ, পূবৰ খনক পানীদুৱাৰ, পশ্চিমৰ খনক ন দুৱাৰ বোলে। উত্তৰ ফালে দুৱাৰ নাই। ঘৰ পাছ দেখি ঘৰ কাৰেঙ্গ বোলে। বড়দুৱাৰ পাৰ হই গ'লেই মানুহৰ ঘৰ পায়। চিপাহী, টেকেলা, বড়া প্ৰভৃতি ৰজাৰ কৰ্ম্মচাৰী-সকল ইয়াত থাকে। ৰজাৰ বড় চ'ড়াৰ মুৰতে এটা বাট চ'ড়া। এই বাট চ'ড়া সোমাই বৰ চ'ড়া পায়। ইয়াৰ চাৰিওফালে সুদা ঠাই। তাক খলা বোলে। এই খলাৰ কাণতে ফুকন বৰুৱা কি আন যিসকল বিষয়াই ৰাতি নগৰত থাকে সেইসকলৰ বহা বা পালি ঘৰ। বৰ চ'ড়াত উঠিবৰ পূৰ্ব্বে যিসকল বিষয়াই ভৰি ধোৱে সেই-সকলৰ বহাও সেই ঠাইতে। এইবোৰ ঘৰক পানীচোৱা ঘৰ বোলে।

বৰ চ'ড়াৰ ভেটি বৰ ওখ। এই ঘৰটো কেইবা খোটালিও। ই দীঘলে টুপে সৈতে ১২০ হাত আৰু পথালিয়ে কাথিৰে সৈতে ৪০ হাত।

বৰ চ'ড়াৰ পৰা কিছু দূৰৈত ৰজাৰ টোল বা গড় ভিতৰ । ইয়াৰো চাৰিওফালে প্ৰাচীৰ । ইয়ালৈ প্ৰবেশ কৰাৰ তিনিখন দুৱাৰ । প্ৰথম ডঁৰিক দুৱাৰ । ইয়াক পাৰ হৈ দোলা কাষৰীয়া চ'ড়া । ইয়াত দোলা কাষৰীয়া আৰু সেইসকলৰ অধ্যক্ষ প্ৰহৰী স্বৰূপ থাকে । বড়দুৱাৰৰ অধ্যক্ষ কুকুৰাচোৱা বড়ুৱা । এওঁৰ অধীনতে নিৰ্দ্দিষ্ট কৰ্ম্মচাৰীএ সময় নিৰূপক দবা কোবায় । গড়ৰ ভিতৰত উজনী আৰু নামনীত দুখান দুৱাৰ । ইয়াক চাউডাঙ্গৰ দুৱাৰ বোলে । ৰজাৰ চাউডাঙ্গ বা অস্ত্ৰধাৰী, প্ৰহৰী আৰু ৰক্ষক থাকে । এই চাউডাঙ্গ দুৱাৰৰ উজনী থনক কালু-গঁয়া, দুৱাৰ লিগিৰী, দুৱাৰ আৰু মাটি ঘৰৰ দুৱাৰো বোলে । নামনী থনক কমলাবড়ীয়া দুৱাৰো বোলে, গোসাঁই ঘৰীয়া দুৱাৰো বোলে । উজনীথন দুৱাৰে ফুকন বড়ুৱাৰ ঘৈণীসকল গড়ৰ ভিতৰলৈ যায় । এই দুৱাৰে গলেই কুঁৱৰীসকলৰ টোল পায় । নামনীখন চাউডাঙ্গৰ দুৱাৰে গলে গোসাঁই ঘৰ পায় । পৰ্ব্বতীয়া গোসাঁই প্ৰভৃতি ৰজাৰ গুৰু কেই-জনা এই পিনে যায় । ডঁৰিকা দুৱাৰেই গড়ৰ ভিতৰৰ প্ৰধান পথ । চাউডাঙ্গ দুৱাৰৰ সমুখতে চাউডাঙ্গৰ বৰ চ'ড়া । চাউডাঙ্গইতে এই দুৱাৰ ৰক্ষা কৰে । পৰীয়াবোৰে সময়ে সময়ে পৰ দিয়ে । দুৱাৰৰ সমুখৰ চ'ড়া এৰি গলেই বড় বাটঘৰ পায় । তাৰ পৰা জখলা মুখ । গোঁসাইৰ ঘৰ, কুঁৱৰীসকলৰ ঘৰ, চাঙ্গমাই শাল, চাঙ্গঘৰ নহয় । ৰজাৰ খোৱা, শোৱা, বহা, আমোদ প্ৰমোদ কৰা, নবাঙ্গ বা শৌচাগাৰ এই সকলোবোৰ চাঙ্গঘৰ । কেবল গোঁসাই ঘৰলৈ জখলাৰে নামি স্বৰ্গদেউ আহি মাটী ঘৰত পূজা কৰে । ৰজাৰ চাঙ্গতে এটা ঘৰ আছে ; তাক বড় ঘৰ বোলে । এই ঘৰৰ টুপতে স্বৰ্গদেৱ বহে আৰু ইয়াতেই ভিতৰুৱাল মেল হয় । ৰজাৰ বড় ভঁড়াল চাঙ্গ ঘৰ । বেজ ঘৰ বা ঔষধালয় চাঙ্গঘৰ, এই ঘৰৰ অধীকাৰ বেজবড়ুৱা । তেওঁৰ অধীনে বছা



বেজ থাকে । এই বেজে বস্তুৰ ভাল বেয়া বাছি দৰৱ কৰে । ৰজাৰ লিগিৰা আৰু লিগিৰী, কুঁৱৰীসকলৰ লিগিৰী, এই সকলো ৰজাৰ টোলৰ ভিতৰত থাকে । চাঙ্গমাই বেজ, গোসাঁই ঘৰীয়া, জৰাধৰা, মৰঙ্গচোৱা প্ৰভৃতি ঘিবোৰ লোকে টোলত ৰজাৰ কাৰ্য্য কৰে সিসকল প্ৰায় টোলৰ বাহিৰে বাস কৰে । ঘৰত হলে অতি বিশ্বাসী লিগিৰা বিনে আন পুৰুষ ৰাতি হলে নাথাকে । দিনতো তালৈ পুৰুষ সহসা যাব নোৱাৰে ।

সাধাৰণৰ শিক্ষাৰ নিমিত্তে কোনো বিদ্যালয় নাছিল । ফুলেশ্বৰী কুঁৱৰীৰ যি পঢ়াশালী সিও ৰাজেশ্বৰ সিংহ স্বৰ্গদেৱৰ দিনত প্ৰায় নাই বুলিলেই হয় । নগৰৰ ভিতৰত বিষয়াসকলৰ কোনো জনাৰ ঘৰতে বা আঁতৰত ছাত্ৰশালী আছিল । তাৰ কতো ১০ জন কতো ২০ জন ছাত্ৰ আছিল । এই ছাত্ৰশালাৰ সংখ্যা জানিব নোৱাৰি ; ছাত্ৰশালাত প্ৰায় ব্ৰাহ্মণৰ লৰাই পঢ়ে । কচিৎ কায়স্থ, কলিতা, আহোম জাতিৰ বিষয়াৰ লৰাই পঢ়ে । অসমীয়া ভাষা শিক্ষাৰ কোনো পাঠশালা নাছিল । মাটীৰ পীয়লৰ অঙ্ক, কাকতি আৰু মজুমদাৰৰ ঘৰৰ লৰা কিছুমানে শিক্ষা কৰিছিল । শিল্পবিদ্যা, গীত, বাদ্য প্ৰভৃতি শিক্ষাৰ নিৰ্দ্দিষ্ট ঠাই নগৰত নাছিল । সেই ব্যৱসায় কৰা লোকৰ খেলে খেলে মানুহবোৰে নিজৰ ঘৰতে বা গাওঁত সেই সেই বিদ্যা কৰিছিল ।

---

# আহোম সতী।

## ৺ৰত্নেশ্বৰ মহন্ত।

ষোড়শ শতিকাৰ শেষ ভাগৰপৰা সপ্তদশ শতিকাৰ প্ৰাৰম্ভলৈকে অহম ৰাজ্যৰ ভিতৰত এটা ভয়ঙ্কৰ বিপ্লৱ হৈছিল। প্ৰায় ৮৯ বছৰৰ ভিতৰত অহমৰ সিংহাসনত ছজনমান ৰাজপুৰুষ বহে। এই সময়ত মন্ত্ৰীসকলে ভালকৈ ৰাজকীয় ক্ষমতাৰ বিপক্ষে মূৰ পাতি উঠিছিল। ১৫৯২ শকৰ পৰা ১৬০১ শকলৈকে যি ছজনা ৰজা হয়, তাৰে চাৰি জনে মন্ত্ৰীসকলৰ কোপদৃষ্টিত পৰি অকালতে প্ৰাণ হেৰুৱায়, এজনে ধিক্কাৰ বেজাৰতে আত্মঘাতী হয়, এজন হে স্বাভাৱিকৰূপে মৰে। এওঁলোকৰ শেষত চুলিকফা ৰজা হয় (১৬০১) শক। এওঁ নিচেই কটাৰীনলীয়া আৰু লৰামতীয়া মানুহ আছিল দেখি এওঁক সকলোৱে লৰা ৰজা বুলি মাতিছিল। এওঁ সিংহাসনত বহিয়েই কেনেবাকৈ মন্ত্ৰীবিলাকৰ ষড়যন্ত্ৰত আগৰ ৰজাসকলৰ দৰে অকালতে প্ৰাণ হেৰুৱাব লাগে বুলি ভয়ত আশঙ্কিত হবলৈ ধৰিলে।

আগেয়ে মন্ত্ৰীসকলৰ কুমন্ত্ৰণাত যিসকল ৰাজপুৰুষৰ মৃত্যু ঘটিছিল, তেওঁলোকৰ সন্তান-সন্ততিবিলাকেও সতৃষ্ণনয়নে ৰাজ-সিংহাসনলৈ চাই আছিল। কোনো জনে বা গোহাঁই ডাঙ্গৰীয়াসকলৰ গাতে আউজি কাৰ্য্য সাধিছিল, কোনো কোনো গোহাঁই ডাঙ্গৰীয়াই বা আন এজন কোৱঁৰৰ খাটনিত আকৌ পতা জনক বধি আন এজনকে পাতিছিল। কোনোৱে বা আকৌ সেই জনকো বধ কৰিবৰ মনেৰে আয়োজন কৰি ‘ই মৰিলেই মই ৰাজ্য পাম’ বুলি আশাতে বন্দী হৈ আছিল। এইদৰে কেবা ফৈদতো ৰাজসিংহাসন আকাঙ্ক্ষা কৰা কোৱৰসকলৰ প্ৰাচুৰ্য্য



দেখি লৰা ৰজাই পেটে পেটে পৰামৰ্শ সাজি ছলে-চক্ৰান্তে এই ৰাজপুৰুষসকলৰ অঙ্গক্ষত কৰি দিবৰ ফিকিৰ পাতিলে। এতিয়া ৰজা হব পৰা ফৈদবিলাকত বহুত কোৱঁৰ আছে দেখিহে মন্ত্ৰীসকলে তেওঁলোকৰ খাটনি এৰাব নোৱাৰি এজনক বধি এজনক ৰাজ্য দিয়ে, যদি সেই কোৱঁৰবিলাক অঙ্গক্ষতাদিৰ নিমিত্তে ৰাজপদৰ অযোগ্য হৈ থাকে, তেনেহলে ৰজাৰ সিংহাসন নিষ্কণ্টক হব। লৰা ৰজাই ইয়াকে ভাবি গুপ্তচৰ পঠাই কেবাজনো কোৱঁৰৰ অঙ্গক্ষত কৰালে। লৰা ৰজাৰ এই কাৰ্য্যত কেৱল ৰাজ-কোৱঁৰসকলৰ অঙ্গক্ষতহে হল, এনে নহয়; বহুত ৰাজকোৱঁৰক অন্যায়ৰূপে বধ কৰাও হৈছিল।

যিসকল ফৈদৰপৰা অহম ৰাজসিংহাসনত ৰজা হব পাৰে, আমাৰ দেশত এই ‘তুঙ্গ খুঙ্গ’ ফৈদৰ বৰ নাম। কোনো জনৰ বংশ গৌৰৱ উল্লেখ কৰি উপহাস কৰিব লাগিলে আজিও লৰা-তিৰোতা সকলোৱে “ইস্ নেদেখিছা, এখেত জানিবা তুঙ্গ খুঙ্গীয়া ফৈদৰ হে” বুলি হাঁহে। লৰা ৰজাই আন আন ফৈদৰ কঠিয়া মাৰিলে হয়, তুঙ্গখুঙ্গীয়া ফৈদৰ ফালে তেওঁ একো কৰিব নোৱাৰিলে। সেই কাৰণে তেওঁৰ মনৰ আশঙ্কা নুগুচিল। এই ফৈদৰ গোবৰ ৰজাৰ লাঙ্গি গদাপাণি এজনা বৰ বাহুবলী কোৱঁৰ আছিল। দুটা এটা গুপ্তচৰে তেওঁৰ অন্যায় কৰক ছাৰি কাষকে চাপিব নোৱাৰে। লৰা ৰজাই সাপ মাৰি নেগুৰত বিষ এৰা বেয়া জানি মানুহ এজাকক এই গদাপাণিক ধৰিবৰ নিমিত্তে পাচি দিয়ে। দুটা এটা লোকলৈ যদিও ভয় কৰা নাছিল, সৰহ মানুহ দেখি আশঙ্কা কৰি গদাপাণি নগা পৰ্ব্বতৰ ফালে পলাই গল।

লৰা ৰজাই গদাপাণি কোৱঁৰক ধৰিবলৈ মানুহ পচাৰ আগেয়ে কোঁৱৰে বিয়া কৰাইছিল। বৰগোহাঁই ফৈদৰ জয়মতীয়েই এওঁৰ প্ৰথমা মহিষী, আৰু আমাৰ বৰ্ত্তমান প্ৰবন্ধৰ নায়িকা। গদাপাণি

পলাই যোৱাত তেওঁ লৰা-তিৰোতা এৰি গৈছিল; লৰা ৰজাৰ লোক সকলে গদাপাণিক ঘৰত নেপাই, তেওঁ পলোৱাৰ বাতৰি পাই লৰা ৰজাক জনালেগৈ। লৰা ৰজাৰ মন ভয়ত বৰ বিচলিত হল। পাচে তেওঁ গদাপাণিক ধৰিবৰ একোটা উপায় নেদেখি তেওঁৰ ঘৈণীয়েক জয়মতীক ধৰি আনিবলৈ সেনা পাচিলে। সেনাসকলে ৰাজাজ্ঞা মতে জয়মতী কুৱঁৰীক ধৰি আনিলেগৈ। জয়মতী লৰা ৰজাৰ ওচৰ পাওঁতেই ৰজাই সুধিলে "গিৰিয়েৰ কলৈ গল ক?" জয়মতীয়ে ৰজাৰ প্ৰশ্নৰ একো উত্তৰ নিদিলে। কেবাবাৰো প্ৰশ্ন হল, জয়মতীয়ে এবাৰো মাত একে বাৰকে নেমাতিলে। পাচে লৰা ৰজাই জয়মতীক কুকুৰাচোৱা চাওদাঙ্গক সপি দি কলে "যেনেকৈ পাৰ, দণ্ড কৰিয়েই বা অইন কোনো উপায়ে হক এইৰ মুখৰ পৰা গদাপাণিৰ বাতৰি উলিয়া।" কুকুৰাচোৱা চাওদাঙ্গে জয়মতীক ৰজাৰ আগৰপৰা আঁতৰাই নি বৰ্ত্তমান জয়সাগৰত য'ত নাগ বহুৱাইছে, তাতে জয়মতীক বান্ধি ধৰি নানা শাস্তি কৰি গদাপাণিৰ বাতৰি সোধে। জয়মতীয়ে নীৰৱে সকলো যন্ত্ৰণা সহি থাকিল, তথাপি নিজৰ স্বামীৰ সম্পৰ্কে এবাৰো এটি কথাকে নকলে। এদিন দুদিনকৈ ছয় সাত দিন সেই ঠাইতে কুকুৰাচোৱা চাওদাঙ্গে জয়মতীক শাস্তি কৰি আছে, কিন্তু বৃথাই যন্ত্ৰণা দিয়া মাত্ৰ হৈছে, তাৰ একো কাৰ্য্য হোৱা নাই—জয়মতীয়ে গদাপাণিৰ কথা নকয়। নিতৌ নিতৌ চাওদাঙ্গৰ যন্ত্ৰণাত জয়মতীৰ ক্ৰন্দন ধ্বনিত দশোদিশ প্ৰতিধ্বনিত হৈ উঠিল। লাহে লাহে এই কথা নগা পৰ্ব্বতত পলাই থকা গদাপাণিৰ কাণত পৰিল গৈ। নিজৰ তিৰোতাৰ যন্ত্ৰণাৰ কথা শুনি তেওঁ নগাৰ বেশ ধৰি জয়মতীক চাবলৈ আহিল। ছদ্মবেশী গদাধৰে জয়মতীক লৰাৰজাৰ সেনাৰ হাতত নানাবিধ যন্ত্ৰণা আৰু লাঞ্ছনা ভুঞ্জা দেখিলেহি। পাচে, এসময়ত ছল চাই তেওঁ জয়মতীৰ ওচৰ চাপি, চিনাকী নিদি এই দৰে কলে:—"হেৰ



মানুহ জনী, তই কেলেই যন্ত্ৰণা ভুঞ্জি মৰিছ, গিৰিয়েৰৰ কথা কৈ নিদিয় কিয়?" প্ৰথম বাৰ এই দৰে সোধাত জয়মতীয়ে একো উত্তৰ নিদিলে। উত্তৰ নেপাই ছদ্মবেশী গদাধৰ আঁতৰি গল। আকৌ ৰজাৰ সেনাই জয়মতীক তাড়না কৰিবলৈ ধৰিলেহি। সকলোৱে চাই মূৰে কপালে হাত দি গুচি যায়। ছদ্মবেশী গদাধৰে আঁতৰৰপৰা একান্ত মনে, অতি বিষণ্ণ ভাবে জয়মতীলৈ আৰু সেই যন্ত্ৰণাকাৰী বিলাকলৈ চাই থাকে। নিজৰ প্ৰাণৰ ভয়ত একো মাতিব নোৱাৰে, মাত দিলেই চিনি পাই ৰাজকীয় সেনাই ধৰি নিব—ধৰি নিলেই সসাং। কিন্তু চাওদাং আৰু সেনাবিলাক আঁতৰি যোৱাত, গদাধৰ আকৌ জয়মতীৰ ওচৰ চাপিলহি। আকৌ আগৰ দৰে ৰজাই জয়মতীক সুধিলেগৈ, এই বাৰো ৰজাই একো উত্তৰ নেপালে। কিন্তু, এইবাৰ জয়মতীয়ে ৰজাক চিনি পালে। ভাবিলে যে, যাৰ নিমিত্তে তেওঁ এনে যন্ত্ৰণাকো কাণ কৰা নাই আৰু নিজৰ জীৱনকো উছৰ্গা কৰিবলৈ ধৰিছে, তেওঁ নিজই ধৰা দি সকলো নাশ কৰে। জয়মতীয়ে জগদীশ্বৰ আৰু স্বামী গুৰুৰ চৰণকে চিন্তি, বেতৰ কোৰ, ডোম-চোৰাত, চনটা একোকে কেৰেপ নকৰি সতীত্ব তেজেৰে তেজস্বিনী হৈ লৰা ৰজাৰ নৰঘাতী পাষণ্ড সকলৰ বিস্ময় জন্মায়ে থাকিল, কিন্তু গদাপাণিৰ মনে নসলে। তেওঁ তৃতীয় বাৰ জয়মতীৰ কাষ চাপি সুধিলেগৈ—"মানুহ জনী, তই কেলেই ইমান যন্ত্ৰণা সৈছ, গিৰিয়েৰৰ কথা কৈ তই ৰক্ষা পৰ।" ৰাণীৰ এইবাৰ মনত বৰ বেজাৰ আৰু বিৰক্তি লাগিল। তেওঁ কৃত্ৰিম ক্ৰোধ দেখুৱাই ৰজাক এই বুলি উত্তৰ কৰিলে—"মোৰ গৃহস্থৰ কথা মই নকওঁ, এইবিলাকৰ কি হৈছে? এইবিলাকক কোনে ইয়ালৈ মাতিছে? গুচিবা নেযায় কিয়?" অৰ্থাৎ, ছদ্মবেশে গদাধৰে তিনিবাৰ দেখা দিছেহি। যদি কেনেবাকৈ ৰজাৰ টেকেলাই গম পায়, তেনেহলে সকলো যন্ত্ৰণা, লাঞ্ছনা বৃথায় যাব; এই ভাবি

জয়মতীয়ে "গুচিবা নেবায় কিয় ?" বুলি গদাপাণিক কলে। জয়মতীৰ কথা শুনি গদাপাণিয়ে চন্দ্ৰসূৰ্য্যাদি দেৱতাক সাক্ষী কৰি কলে যে, মই লুকুৱাৰপৰা আহি দেখা দি তিনিবাৰ মোৰ কথা কৈ ৰক্ষা পৰিবলৈ কওঁহি, তেও এওঁ নুশুনিলে। এতিয়া আৰু মোৰ গাত একো প্ৰত্যবায় নাই।

গদাপাণিয়ে এইদৰে কৈ আকৌ নগা পৰ্ব্বতৰ ফালে গলগৈ। চাওদাঙ্গে ১৫।১৬ দিন ওপৰত কোৰাৰ দৰে জয়মতীক শাস্তি দিও গদাপাণিৰ বিষয় একোকে উলিয়াব নোৱাৰিলে। শেহত স্বামীৰ চৰণ চিন্তি জয়মতীয়ে এদিন সেই পাপাত্মাপূৰ্ণ ঘৃণনীয় সঙ্গ পৰিত্যাগ কৰি, নশ্বৰ দেহ এৰি চিৰস্মৰণীয় কীৰ্ত্তি ৰাখি, অহমসকলৰ নাম পৱিত্ৰ কৰি, পৃথিবীত নাৰীসকলক পতিপ্ৰাণাৰ উদাহৰণ দেখুৱাই বৈকুণ্ঠ ধামলৈ গৈ দময়ন্তী, সাবিত্ৰীৰ স্থান অধিকাৰ কৰিলে। জয়মতীৰ লৰা দুটি আছিল ; মাকৰ মৃত্যুৰ পাচত লৰা দুটিক বুঢ়ীমাকে নিলে। এই লৰা দুটিৰ জ্যেষ্ঠটিয়েই অহম ৰজাসকলৰ গৌৰৱ স্বৰূপ স্বৰ্গদেৱ ৰুদ্ৰসিংহ।

গদাপাণিয়ে নগা পৰ্ব্বতত ছদ্মবেশেৰে থাকিল। নাম চাং, টাবলুং ইত্যাদি নগা-পৰ্ব্বতবিলাকৰ আজি ইটো টিলাত কালি সিটো টিলাত পলাই থাকি মাজে মাজে ভৈয়ামলৈ আহি পাণ, কচু, আলু, জলকীয়া ইত্যাদি বেচি জীবিকা মোকোলাবলৈ ধৰিলে। মাজে মাজে লৰা দুটিকো শাহুয়েকৰ তাত চাই যায়। এনে এটা প্ৰবাদ আছে, এদিন হঠাৎ গদাপাণি টাবলুং নগা-পৰ্ব্বতত থকা ভু পাই লৰা ৰজাৰ সেনাবিলাক গৈ তেওঁক তাতে বেঢ়ি ধৰিলে। সেই টাবলুঙত বৰ ডাঙৰ ঘৰ যেন শিল এটা আছিল। গদাপাণিয়ে শত্ৰুৰ মাজত পৰি আতুৰ হৈ অতি কাতৰ স্বৰেৰে বনদেৱীক সম্বোধন কৰি কবলৈ ধৰিলে "হে মাতৃ! আজি মোক ৰক্ষা কৰাঁ।" গদাপাণিৰ কাতৰোক্তিত অকস্মাৎ পৰ্ব্বতৰ সেই বিশাল



শৈলদ্বাৰ উদ্‌ঘাটিত হল। গদাপাণি তাৰ মাজতে সোমাই থাকিল। লৰা ৰজাৰ সেনাই তেওঁক নেপাই উলটি আহিল। এই শৈল-দ্বাৰৰ প্ৰকাণ্ড শিলটোক নগাইঁতে আজিলৈকে পূজা-পাটলাদি দিয়ে। আৰু এদিন গদাপাণিক লৰা ৰজাৰ সেনাবিলাকে সেই পৰ্ব্বতৰ মাজতে লগ পায়। সেই দিনাৰ সম্পৰ্কেও এটি অদ্ভুত ঔপন্যাসিক প্ৰবাদ আছে। লৰা ৰজাৰ চৰবিলাকে যেতিয়া গদাপাণিক কেওফালৰপৰা বেঢ়ি ধৰিলে, সেই সময়ত হুনু বৰগছ এজোপাত এজনা শ্যামাঙ্গী তিৰোতাৰ আবিৰ্ভাব হয়। তেওঁ সেই গছৰ ডাল এটাত মাটিলৈ ভৰি ওলোমাই বহি তেওঁৰ দীঘল লহঙ্গাৰ (মেখেলা) তলত গদাপাণিক সুমাই লুকাই ৰাখি শত্ৰুৰ হাতৰপৰা ৰক্ষা কৰিলে।

এইদৰে ঘনাই বিপদত পৰা দেখি গদাপাণিয়ে নগা-পৰ্ব্বত এৰি ভটিয়াই যাবৰ মন কৰিলে। কামৰূপৰ বন্দৰ বৰফুকন গদাপাণিৰ ভিনিহীয়েক। নগা-পৰ্ব্বতৰ পৰা ভটিয়াই অহাত বাটতে সলাল গোহাঁয়ে তেওঁক চিনি পাই, উক্ত বন্দৰ বৰফুকনৰ ওচৰলৈ যাবৰ নিমিত্তে গদাপাণিক পৰামৰ্শ দিলে। গদাপাণিয়ে তেওঁৰ পৰামৰ্শকে সাৰোগত কৰি কামৰূপলৈ গল। তাত প্ৰথমে পোহাৰী এজনীৰ ঘৰত, পাচত ব্ৰাহ্মণ এঘৰৰ আশ্ৰয়ত, তাৰ পাচে কোনোবা চান্দকুচীয়া বৰুৱাৰ ঘৰত থাকে। কিন্তু ইয়াত থকাও আপদশূন্য যেন নেভাবি তেওঁ ৰাণীগাৱঁলৈ আঁতৰি যায়। এই ৰাণীগাৱঁত গাবোৱনী এজনীয়ে বৰ আতৌপুতৌ কৰি গদাপাণিক প্ৰতিপাল কৰে। এই গাবোৱনীয়েই কামৰূপৰ বৰ্ত্তমান ৰাণী ৰজাৰ বংশৰ মূল।

লাহে লাহে লৰা ৰজাৰ অত্যাচাৰ বেছি হল। গদাপাণি বৰ বাহুবলী আছিল, সকলোৱে তেওঁ ৰাজ্যৰ হুলস্থুলবিলাক গুচাব পাৰিব যেন ভাবি তেওঁক বিচাৰিবলৈ ধৰিলে। ইতিমধ্যতে বন্দৰ বৰফুকনে ৰাণীত গদাপাণি পলাই থকা ভু পালে। পাচে, তেওঁৰ আৰু অন্যান্য

ৰজাবিষয়াবিলাকৰ সাহায্যত গদাপাণিয়ে ১৬০৩ শকত অহম ৰাজ-সিংহাসনত উঠি কেনেকৈ গদাধৰসিংহ নাম গ্ৰহণ কৰি অহম ৰাজ্য শাসন কৰিছিল তাক বুৰঞ্জী পাঠক মাত্ৰেই জানে। গদাধৰ সিংহ স্বৰ্গদেৱৰ পৰকালৰ পাচত, ৰুদ্ৰসিংহ স্বৰ্গদেৱ ৰজা হৈ, তেওঁৰ মাতৃক লৰা ৰজাৰ সেনাবিলাকে যি ঠাইত দণ্ড কৰি কৰি বধিলে, সেই ঠাই ডোখৰৰ ঘটনা চিৰস্মৰণীয় কৰিবৰ মনেৰে সেই ঠাই ডোখৰকে মাজ কৰি জয়মতী কুৱঁৰীৰ নামে "জয় সাগৰ" নাম দি পুখুৰী এটা খনালে। আজিও শিৱসাগৰ জিলাত এই 'জয়সাগৰ' পুখুৰীয়ে জয়মতী কুৱঁৰীৰ যশস্তম্ভ স্বৰূপ হৈ নানা দিগ্-বিদেশত তেওঁৰ সুৰনাৰীসুলভ সতীত্বৰ পৰিচয় দি অমৰবাঞ্ছনীয় অক্ষয় কীৰ্ত্তি ঘোষণা কৰিব লাগিছে।

---

# পদুম কুৱঁৰী।

—:#:—

লক্ষ্মীনাথ বেজবৰুৱা।

প্ৰকৃতিৰ কাম্যবন, আকাশ লঙ্ঘা পৰ্ব্বতমালাৰে মেৰখোৱা, ব্ৰহ্মপুত্ৰৰ পৱিত্ৰ পানীৰে ধুতী, অলেখ তীৰ্থস্থানেৰে ভৰপুৰ কামৰূপৰ প্ৰধান নগৰ গুৱাহাটী, যি প্ৰাগজ্যোতিষপুৰ নামেৰে পৃথিবীত প্ৰখ্যাত, যাৰ ৰজা ষোলহেজাৰ কন্যাৰ অধিপতি পৃথিবীৰ পুতেক নৰকাসুৰ আৰু মহাভাৰত যুদ্ধৰ ভগদত্ত, যি গুৱাহাটীৰ নীলাচল পৰ্ব্বতত মহামায়া ভগৱতীৰ প্ৰধান পীঠস্থান কামাখ্যা বৰ্ত্তমান, যাৰ পশ্চিম-দক্ষিণ ফালে প্ৰাচীন ৰাজ্যৰ বিজয় ঘোষণা কৰি নৰকাসুৰৰ পৰ্ব্বত নিৰ্ভয় চিত্তে ঠিয় হৈ আছে, যাৰ অগ্নিকোণৰ সন্ধ্যাচল পৰ্ব্বতত তিনিউ সন্ধ্যাৰে পৱিত্ৰময় বশিষ্ঠ মুনিৰ আশ্ৰম, যি গুৱাহাটীৰ বেলতলা নামেৰে ঠাইত ষাঠি হেজাৰ শিষ্যেৰে বেঢ়ি থকা মহামুনি গালৱৰ বেদধ্বনিৰে প্ৰতিধ্বনিত হৈছিল, পূজনীয় গোকৰ্ণঋষিৰ সামবেদ গীতত যি গুৱাহাটীৰ হয়গ্ৰীৱ মাধৱৰ কাণ আপ্লুত হৈছিল, এনে গুৱাহাটীত হৰদত্ত নামে এজন ধনী প্ৰতাপী সম্ভ্ৰান্ত কায়স্থ কুলীয়া লোক ১৭১৭ শকত বসতি কৰিছিল। তেওঁৰ পৰিয়ালৰ ভিতৰত তেওঁৰ অতি গুণৱতী আৰু ধাৰ্ম্মিক সহধৰ্ম্মিণী, এটা লৰা, এজনী ছোৱালী আৰু বীৰদত্ত নামে ভায়েক।

আমি যি সময়ৰ কথা কবলৈ আৰম্ভ কৰিছোঁ, সেই সময়ত হৰদত্তৰ বয়স ৫৬ বছৰ। তেওঁৰ চকুত ডেকা কালৰ তেজ, বহল বগা কপা-লত ওখ আশা, শকত হাত ভৰিত দৃঢ়তা, মনত বীৰত্ব, অসীম উদ্যম, অদম্য কাৰ্য্যকৰী শক্তি, তেজ, বীৰ্য্য, আৰু বল সদাই বৰ্ত্তমান। তেওঁক

কেতিয়াও নেদেখা তেওঁৰ নাম নুশুনা এটা মানুহেও যদি হঠাৎ দেখে, সেই মানুহৰ মনতো তেওঁৰ প্ৰতি ভয় ভক্তি আদি ভাব নহৈ নোৱাৰে। তেওঁৰ গহীন মাত, ওখ আৰু শকত আকৃতি, গধূৰ আৰু জুখি জুখি কোৱা কথা, যেনেকি ডাঠ মনৰ মানুহটো নহওক তুবাৰ কথাৰে মেৰাব পৰা ক্ষমতা, লোকক তধা লগোৱা কাৰ্য্য, আপোনাৰ কথা প্ৰাণপণে ৰখা স্বভাৱ আদিক, দাম্পত্যপ্ৰণয়, অপত্যস্নেহ, বন্ধু-বান্ধবৰ প্ৰতি আগ্ৰহ, স্বদেশ-প্ৰিয়তা প্ৰভৃতি কোমল ভাবে গৌৰৱান্বিত কৰি থৈছিল। দুৰ্দ্দান্ত বিদ্ৰোহী মোৱামৰীয়াবিলাকৰ হাতত তেওঁৰ প্ৰিয় জন্মভূমি গুৱাহাটী লণ্ড ভণ্ড নোহোৱাকৈ ৰাখিবলৈ তেওঁৰ অতি যত্ন থকাত তেওঁ দৰঙ্গৰ ৰজা কৃষ্ণনাৰায়ণে সৈতে গোটথাই যুদ্ধবিগ্ৰহত লিপ্ত থাকিব লগাত পৰিছিল দেখি তেওঁৰ স্বভাৱত কেতিয়াবা কৰ্কশ আৰু মইমত ভাব এটা দেখিবলৈ পোৱা গৈছিল। যুদ্ধ তামসিক কাৰ্য্য, তামসিক কাৰ্য্যই তামসিক ভাৱ ওপজায় আৰু সি সাত্ত্বিক আৰু ৰাজসিক ভাবপূৰ্ণ বিকাশৰ বাটত বিঘিনি জন্মায়। সি যি হওক মুঠতে কলে হৰদত্তৰ উচ্চাকাঙ্ক্ষা আৰু আত্মাভিমান প্ৰভৃতি গোটাচেৰেক গুণ বৰ প্ৰৱল আছিল, যাৰ বশৱৰ্ত্তী হৈ তেওঁ কাৰো কথা, কাৰো উপদেশ, কাৰো পৰামৰ্শ, আন কি তেওঁৰ অতি মৰমৰ ভাৰ্য্যা আৰু কন্যাৰ প্ৰাৰ্থনা কাকুতি-মিনতি পৰ্য্যন্তও কেতিয়াবা অগ্ৰাহ্য কৰিছিল।

হৰদত্ততকৈ হৰদত্তৰ ঘৈণীয়েক ১৯ বছৰৰ সৰু। তেওঁৰ ১৭ বছৰ বয়সত পুতেক ৰঘুদত্ত ওপজে, আৰু তাৰ তিনি বছৰৰ পাছত এজনা ছোৱালী জন্মে যাৰ কথা আমি পিছত কম। এতিয়া তেওঁৰ বয়স ৩৭ বছৰ। কিন্তু ঈশ্বৰে কি মিলাই দিছে কব নোৱাৰি, গিৰীয়েকৰ নিচিনাকৈ এওঁকো নিচেই অলপ-বয়সীয়া যেন দেখি। অলপ-বয়সীয়া তিৰুতাৰ নিচিনা তেওঁৰ মুখত সেই কোমলতা সেই মধুৰতা, সেই সৌন্দৰ্য্য বিদ্যমান।



এতিয়াও তেওঁৰ মাত মিহি, সুৰ মিঠা, কথাত যৌৱন-সুলভ লালিত্য। তেওঁ বাহিৰে যেনে মধুময়, ভিতৰেও তেনে মধুময়, পৱিত্ৰ, নিষ্পাপ। এনে সাধ্বী, পতিব্ৰতা আৰু ধাৰ্ম্মিক তিৰুতা দুষ্প্ৰাপ্য। স্বামীত তেওঁৰ অচলা ভক্তি। ৰাতি পুৱাই উঠি গা ধুই গোসাঁইঘৰ মচা আৰু ৰন্ধাবঢ়া আদি ঘৰৰ আন আন কাৰ্য্য কৰা তেওঁৰ নিত্যকৰ্ম্ম।

বীৰদত্ত নামে-গাৱে বীৰদত্ত! তেওঁৰ কথাত বীৰত্ব, কাৰ্য্যত বীৰত্ব, বুদ্ধি-সাহসত বীৰত্ব। মুঠতে কবলৈ গলে ৯টা ৰসৰ ভিতৰত বীৰ ৰসটো বীৰদত্তৰ গাত ষোল কলা আছিল। আৰু এই ৰসে তেওঁৰ ওপৰত ইমান বীৰত্ব কৰিছিল যে করুণ, শান্তি আৰু হাস্যৰস প্ৰভৃতি ৰসবিলাকৰ কোনোটোক ফাঁচী কোনোটোক ৰৰশীশূলত দি তেওঁ সিহঁতৰ কং-কঠীয়া মাৰিছিল। উপজিবৰে পৰা তেওঁ উদাৰ চিত্তেৰে পাচ বাৰ হাঁহিছে নাই সন্দেহৰ স্থল। দুৰ্ব্বলৰ প্ৰতি দয়া, মানুহৰ প্ৰতি মৰম, জীৱ-জন্তুৰ প্ৰতি করুণা, কি পদাৰ্থ তেওঁ কব নোৱাৰে। কোনো কাচিৎ যদি তেনে ভাব তেওঁৰ মনত ওলাব খুজিলে, বীৰভাবে (যদি বাস্তৱিক পক্ষে তাক বীৰভাব বুলিব পাৰি) হাতত টাঙোন লৈ সেইখিনিতে হাজিৰ হলহি, সেইবিলাকৰ আৰু মূৰ ভাঙিবৰ সাধ্য নাই। তেওঁ অবিবাহিত আছিল; আৰু কোনো কালে যে তেওঁ বিয়া কৰাব এনে এটা ভাৱে তেওঁৰ মনৰ দুৱাৰ মুখ পৰ্য্যন্ত থকা নাছিল। বীৰদত্ত দেখিবলৈ কদাকাৰ পুৰুষ আছিল। তেওঁৰ মূৰটো এটা ৰঙালাওৰ নিচিনা, যদিও তেওঁ পাহকাটি দীঘল চুলি ৰাখিবলৈ যত্ন কৰিছিল তথাপি তেওঁৰ তালুখনত ধান মেলি শুকাব পাৰি; গোফ মেকুৰীৰ গোফৰ নিচিনা, ৰৰণ চুৱা-চকুৰ তলিতকৈ অলপহে পোহৰ, চকুহুটা সৰু, নাকটো হাকোটাটো যেন, গাল সেৰোটামেকটি, হনু ওলোৱা; হাত-ভৰি বৰ বৰ একোটা ইত্যাদি। বাস্তৱিক পক্ষে বীৰদত্তক হৰদত্তৰ ভায়েক বুলি কোনো প্ৰকাৰে নেজানি। সেই–

বিলাক যেইকিবা নহওক, বীৰদত্তৰ এটা সদগুণ আমি উল্লেখ নকৰিলে তেওঁক অন্যায় কৰা হব। তেওঁ ককায়েকৰ কথা কেতিয়াও অমান্য নকৰে; আৰু তেওঁৰ যদি সঁচা-সঁচিকৈ কাৰবালৈ অলপ চেনেহ আছিল সি ককায়েকলৈহে। বীৰদত্তৰ কথা আমি ইমানতে এৰি, আমাৰ নায়িকা হৰদত্তৰ জীয়েক পত্নমকুঁৱৰীৰ কথা কওঁ। আমি যি সময়ৰ কথা কৈছোঁ, সেই সময়ত পত্নমে চৈধ্য বছৰ পাৰ কৈ পোন্ধৰ বছৰত ভৰি দিছে। মাকৰ মৰম বাপেকৰ চেনেহৰ বাহিৰে আগেয়ে যি পত্নমে সংসাৰত আৰু কিবা বস্তু আছে বুলি সমাজিকতো নেজানিছিল সেই পত্নমৰ হৃদয় এতিয়া কিবা এটা ভাবেৰে তোলপাৰ। আগৰ দৰে কোনো এটা কামত সৰহ বেলি মন লগাই তেওঁ থাকিব নোৱাৰে। হাজাৰীঘোষা পুথি পঢ়িবলৈ পালে যি পত্নমে ভাত-পানী খাবলৈ পাহৰিছিল, তাঁত-সূত বোৱা, পাজি কটা, দৰা-কন্যা সজা আদি কামত যি পত্নমে মন-প্ৰাণ উছৰ্গিছিল, সেই পত্নমৰ মন আৰু এতিয়া সেইবিলাকত নাই। তেওঁৰ মনোৰাজ্যত প্ৰবল চোৰ-ডকাইতৰ উপদ্ৰৱ হবলৈ আৰম্ভ হল। তেওঁ এতিয়া আগৰ নিচিনাকৈ বাপেক-মাকৰ আগত কথা কবলৈ সংকোচ কৰে, ককায়েক আৰু দদায়েকৰ মুখলৈ চাই কথা কব লাগিলে বৰণ সলায়। যি সমনীয়া সখীয়েকৰ আগত আগেয়ে তেওঁ হিয়া উবুৰিয়াই কথা কৈছিল, সেই সখীয়েকৰ আগত মনৰ ভাব এতিয়া তেওঁ এডোখৰহে প্ৰকাশ কৰিব পাৰে।

কিন্তু এনে ভাবিব নেলাগে যে পৱিত্ৰ আৰু সৰল পত্নমৰ হিয়াত পাপ-ৰাক্ষস প্ৰবেশ কৰিলে। এতিয়াও তেওঁৰ মুখ ধৰ্ম্ম আৰু সাধুতাৰ কান্তিৰে পোহৰ, এতিয়াও তেওঁ সৰলতা, পৱিত্ৰতা আৰু মধুৰতাৰ প্ৰতিমূৰ্ত্তি। যি পৰিৱৰ্ত্তনৰ কথা কৈছোঁ সেই পৰিৱৰ্ত্তন স্বাভাৱিক পৰিৱৰ্ত্তন। মলয়া বতাহ বোৱা, গোলাপ, কেতেকী, সেউতী মালতীৰ



ন গোন্ধেৰে আমোলিত, কুলিৰ পঞ্চম সুৰীয়া মাত আৰু ভোমোৰাৰ গুণ্ গুণ্ ধ্বনিৰে প্ৰতিধ্বনিত, আম গছৰ কোমল নতুন কুঁহি পাতেৰে ৰঞ্জিত, কুঞ্জলতা আদিৰে শোভিত ৰম্য যৌৱন উপৱনত লাহে লাহে ৰাজহংস-গতিৰে তেওঁ প্ৰথম প্ৰবেশ কৰাতহে তেওঁৰ ভাবৰ এই পৰিবৰ্ত্তন। এই পৰিবৰ্ত্তনত তেওঁৰ আগৰ গাখীৰ বৰণীয়া গালত সেন্দুৰ ঢালিলে, নিৰ্ম্মল চকুত প্ৰেমৰ জেউতি দিলে, নৱনুৰে ভৰা কোমল হিয়াত প্ৰণয়-অগণিৰ উমা তাপ দিলে, শৰীৰৰ অঙ্গ-প্ৰত্যঙ্গবিলাকত লাৱণ্য, স্বাস্থ্য আৰু সৌন্দৰ্য্য বিলালে।

পত্নমৰ ককায়েক ৰঘু কুৰি বছৰীয়া উন্নত ডেকা; ডেকাতেজৰ বলত বনৰীয়া মহ ফুৰাদি ফুৰে। মাক-বাপেকৰ কথালৈ বৰ কাণ দিয়া তেওঁৰ অভ্যাস নাই। কোনো এটা কাৰ্য্য ভবাতকৈ তেওঁ কৰাটো বৰ উজু পায়। তেওঁ দেখিবলৈ এক প্ৰকাৰ ধুনীয়াই বুলিব পাৰি, বাওঁ চকুটোত অলপমান ফুল-পৰাৰ বাহিৰে। দাড়িগোফ খুটিয়াইছেহে। পত্নমলৈ ৰঘুৰ মৰম কিমান আছে কব নোৱাৰোঁ, কিন্তু পত্নমৰ ওপৰত প্ৰভুত্ব চলাবলৈ পালে তেওঁৰ বৰ সন্তোষ।

---

# কৃপাবৰ বৰুৱাৰ উইল।

এইখনেই মোৰ শেহ উইল ( Will ) আৰু ইচ্ছাপত্ৰ ( Testament )। ইয়াৰ দ্বাৰাই মই আগেয়ে কৰা এটাইবোৰ উইল ৰদ কৰিলোঁ।

মই মোৰ বৰঘৈণী শ্ৰীমতী সুকৃতি দেৱীক আৰু সৰুঘৈণী শ্ৰীমতী দুষ্কৃতি দেৱীক মোৰ "এব্জিকিউটিক্স্" অৰ্থাৎ ইচ্ছাপত্ৰানুযায়ী কাৰ্য্য-নিৰ্ব্বাহিকা পাতিলোঁ; আৰু দুই সতিনীয়েকক এই আদেশ দি যাওঁ যে মই মৰি যোৱাৰ পিছত মোৰ যি যথাৰ্থ ধাৰ ঋণ থাকিব সেইবোৰ দুইজনীয়ে মিলিজুলি যিমান সোনকালে পাৰে মাৰিব; তাৰ নিমিত্তে তেওঁলোকৰ হাতত ধন-বিত নাথাকিলে, পতিব্ৰতা তেওঁলোকে লাগে যদি লোকৰ ঘৰত গোলানী কৰিও ধন ঘটি সেই কাৰ্য্য সম্পাদন কৰিব।

এই উইলৰ দ্বাৰাই মই তলত লেখা মোৰ স্থাবৰ অস্থাবৰ সম্পত্তি কেইপদ মোৰ দেশী ভাই অসমীয়া মানুহক give devise and bequeath কৰিলোঁ।

( ১ ) পৰশুৰাম কুণ্ডৰপৰা ধুবুৰীলৈকে মাছ, মগৰ, পহু, চৰাই, বালি, চাপৰি, কঁহুৱা খাগৰিৰে আৰু পানীৰ জুৰ্‌লিত থকা নানা বৰণীয়া শিলগুটিবোৰেৰে সৈতে ব্ৰহ্মপুত্ৰ নৈখন।

( ২ ) ভুবনেশ্বৰীৰ মন্দিৰেৰে সৈতে কামাখ্যা পৰ্ব্বতটো উমানন্দ, হাজো আৰু অশ্বক্ৰান্তৰ পৰ্ব্বত কেইটা। গুৱালপাৰৰ পৰ্ব্বতৰেপৰা আৰম্ভ কৰি গুল্ম, লতা, ফল, ফুল গছেৰে সৈতে শিঙৰি-পৰ্ব্বত, শিলঘাটৰ, বিশ্বনাথৰ আৰু তেজপুৰৰ পৰ্ব্বতবিলাক।



( ৩ ) গোটেই আসাম-উপত্যকাৰ বগা, কলা, হালধীয়া, ৰঙা, সেউজীয়া, মুগা আৰু পখৰা-চিতৰা চৰাইবিলাক, যি গান গাব পাৰে, কল্‌কলাব পাৰে, চেৰ্চেঁয়াব পাৰে আৰু নোৱাৰে।

( ৪ ) আসামৰ পথাৰত উৰি ফুৰা নানা বৰণীয়া পখিলাবিলাক, হাবিৰ নানা ঠগীয়া ফুলবিলাক, যতাহত ৰিব্‌ ৰিব্‌কৈ লৰা জৰি আৰু আইত-গছৰ কুঁহিপাতবিলাক।

( ৫ ) পথাৰত ঠোক মেলা, মেলিব খোজা, মেলি পৈণত হোৱা, পকা ঠোকেৰে থিয় হৈ থকা আৰু বতাহত ঢৌ খেলোৱা ধানবোৰ। সৰিয়হৰ ফুলবোৰ আৰু চিৰাচিৰে গুটি লগা মাহ গছবোৰ। লাই, লফা, ঢেকুৰা, বাবৰি, পালেঙেৰে শাকবোৰ। আম, কঠাল, জামু, নেমু, সুমথিৰা, বেবাব আৰু তামোল পাণেৰে গৃহস্থৰ বাৰীবোৰ।

( ৬ ) সোৱণশিৰি, দিখৌ, দিহিং, দিমৌ আদি নৈবোৰ; সৰু সৰু জানবোৰ, ঝৰণাবোৰ আৰু পানীৰ সোঁত লাগি থক্ থক্ কৈ কঁপা নল খাগৰিবোৰ।

( ৭ ) শিলৰ ওপৰেদি বৈ হুৰ্‌হুৰ্‌ কৰে পৰা সন্ধ্যা, ললিতা, কান্তা নামে পানী তিনধাৰাৰে, আৰু জিলীৰ মাতেৰে হিয়া বাজি উঠা প্ৰকাণ্ড গছ আৰু ডাঙৰ ডাঙৰ শিলেৰে সৈতে বশিষ্ঠাশ্ৰমখন।

( ৮ ) বগী খাচিয়ানীবিলাকেৰে জক্‌মক্‌কৰে ফুলি থকা চিলং পৰ্ব্বতটো।

( ৯ ) শিৱসাগৰত সোণৰ কলচীৰে শিৱদৌলটো, ত্ৰিশূলেৰে বিষ্ণুদৌলটো আৰু দেৱীদৌলটো, নিৰ্ম্মল চপ্‌চপীয়া পানীৰ ওপৰত বনৰীয়া ৰাজহাঁহ চৰি ফুৰা বৰপুখুৰীটো।

( ১০ ) তাঁতৰপৰা ওলোৱা ন খনীয়া-কাপোৰ, চেলেং কাপোৰ আৰু গামোছাৰে সৈতে, হেচাপিঠা, সুতুলিপিঠা, ঘিলাপিঠা, লাওপিঠা, ফেনি-

পিঠা, তিলৰ লাড়ু, দৈগাখীৰ, গুড়, সন্দেশ আৰু চিৰাৰে সৈতে, আৰু "দেউতাৰ পদুলিত গোন্ধাইছে মধুৰী কেতেকী মলমলায়" এই নামেৰে শেহ নিশা গোৱা হুচৰিৰে সৈতে ৰঙালি চতৰ-বিহুটো । চুঙাদিয়া-পিঠা, সিজোৱা মোৱাআলু, চিনাআলু আৰু কাঠ-আলু আৰু মেজিৰে সৈতে, মহ-যুজ, হাঁহকণী যুজ আৰু পঁচিৰে সৈতে ভোগালি মাঘবিহুটো । আকাশ-বাঁতিৰে সৈতে কঙালী কাতি-বিহুটো ।

( ১১ ) পাভ মাছত টেঙা দিয়া লফা-শাকৰ আঞ্জা ; কাৱৈ-মাছ দি ৰন্ধা বাবৰি শাকৰ আঞ্জা ; জালুকীয়াকৈ আৰু ঔটেঙা দি থপ্‌থপীয়াকৈ ৰন্ধা কচুথোৰৰ আঞ্জা ; চোকোৰা গুচুৱা কেচা মগুমাহত ঔটেঙা দি ৰন্ধা আঞ্জা ; খাৰণি আৰু চেকুৰা পচলা দি ৰন্ধা মাটিমাহৰ আঞ্জা ; নেমুটেঙা দি ঢেকিয়াশাক ভজা আৰু মাগুৰমাছ ভজা ; চিতল-মাছৰ কলঠী ; ৰৌমাছৰ মূৰ আৰু পেটী ; পকা খৰিচা ; শুকান খৰিচা ; বগৰিৰ গুৰি ; আমৰ গুৰি ; খাৰলি কাহঁদি ; পাতত দিয়া পোনা মাছ আৰু খৰিকাত দিয়া পুঠি মাছ ।

( ১২ ) নৈ পাৰৰ হাবিত মহৰ পিঠিত উঠি ৰিঙিয়াই গোৱা মহ-গুৱালৰ গীতবোৰ আৰু সিপাৰৰপৰা সেইদৰেই আন এটা মহগুৱালে দিয়া ৰিণিকি-ৰিণিকি কাণত পৰা তাৰ উত্তৰবোৰ । তিৰুতা মানুহে জাউৰিয়ে জাউৰিয়ে গোৱা বিয়াৰ নাম । বিয়াহ গোৱা ও জগোৱা ।

( ১৩ ) ভাওনাৰ ছালি-নাচ, জুমুৰি-নাচ, বৰধেমালি, সৰু-ধেমালি । "আৰু"

( ১৪ ) বজাৰৰ মাছ মাৰোঁতা আৰু বেচোঁতাবিলাকৰ ঘৈণীয়েকহঁতৰ দণ্ডবোৰ ।

( ১৫ ) গোটেই অসমত প্ৰচলিত ইটোৰ সিটোৰ ভিতৰত দন্দ খৰিয়ালবোৰ, আৰু ঘাইকৈ চকুপোৱা স্বভাৱটো ।



( ১৬ ) চিলিমত খোৱা আৰু ঘুটি খোৱা ভাং । মলি আৰু টিকিৰাকৈ খোৱা কানি । গিলাচ আৰু বাটিত ঢালি খোৱা লাওপানী আৰু ফটিকা ।

ওপৰত লিখা কথাবোৰৰ সাব্যস্ত প্ৰমাণ স্বৰূপে মই শ্ৰীৰুপাবৰ বৰবৰুৱাই মোৰ এই শেহ উইল আৰু ইচ্ছাপত্ৰ আজি ১৮৩১ শঁকৰ ৩০ চতত এই মোৰ চহি কৰিলোঁ ।

শ্ৰীৰুপাবৰ বৰবৰুৱা ।

---

# স্বৰ্গাৰোহণ।

চতৰ "বাৰে খৰ" অসমত ন কথা নহয়। এই বাৰ খৰত অসমীয়া মানুহ চিৰকাল খৰখৰীয়া হৈ শুকাই আহিছে। কিন্তু পকা-আঙ্ঠা যেন এই ১২।১৪ টা দিন অসমীয়াই বঙ্গালি ন বছৰৰ ন বৰষুণ গাত পৰিলেই অসমৰ পুঠি-খলিহাই সেন্দুৰ পিন্ধি নাচোন-বাগোন ধৰে; আৰু লগে লগে লৰা ছোৱালী, ডেকা, গাভৰু, বুঢ়ীয়েও সেন্দুৰীয়া হৈ আপোন অৱস্থানুযায়ী যথাবিহিত ৰং ধেমালি কৰে। আমি কবি হোৱা হলে, এই খিনিতে আমগছ, নাহৰ গছৰ নতুন কুঁহি পাত, ৰিব্ ৰিব্ কৰে বোৱা মলয়া বতাহ, কুলিৰ সুললিত মাত, ভাবৰ সুৰলা কথাৰ ৰহঁণ সানি বৰ্ণাই নিদিয়াকৈ কেতিয়াও নেৰিলোঁহেঁতেন। কিন্তু!—দুখৰ কথা কিন্তুতেই অন্ত কৰা ভাল! আমি কবিত্ব কৰিবলৈ গলে, নিৰ্ব্বলীৰ পৰা কাণ মলাটো, বলীৰপৰা বাঘ চকাটো আৰু বলী নিৰ্ব্বলীৰ মাজতে যি তেওঁৰ পৰা থকৰামুকটিটো খাব লাগিব। "লাইচেন্স" বা "পট্টাদাৰ" কৰিয়ে "আমৰ মল" আৰু "নাহৰ" বুলি উকা কৈ বৰ্ণাই গলেও পাৰ পাই যাব; কিন্তু আমি "অকবি" মলমতিৰ মুখত আমৰ মল আৰু নাহৰৰ সলনি "আম্ৰ মুকুল" আৰু "নাগেশ্বৰ" শব্দ সাজ পাৰ পিন্ধি ওলালেও, বিনা শোধে বিনা আপিলে আমাৰ ৫০৲ টকা জৰিমনা হব!

কলিকতাত চতৰ বাৰ খৰ বুলি কথা এটা নাই। বাৰ খৰৰ ঠাইত ছত্ৰিশ খৰ বুলিলেও কলিৰ চহৰ কলিকতাৰ চতৰ যথোচিত সম্মান ৰক্ষা কৰি নামকৰণ কৰা নহয়। চতৰ কলিকতা দিনততো জুৱেই, ৰাতিও জুহাল। এনে চত মহীয়া এনিশাত, শোৱনি ঘৰত শুব নোৱাৰি ভালকৈ বা-বলা বাহিৰৰ চৰাঘৰত আহি শুবৰ আয়োজন



কৰা গল। উপজিবৰে পৰা এই বয়সলৈকে টোপনিৰে সৈতে গৃহবাস কৰিও টোপনিৰ আশয় পাব নোৱাৰিলো। কেতিয়াবা নেমাতিলেও আহি টোপনিয়ে ধৰে কেতিয়াবা আহিবলৈ কুতুৰি মাতি থাকিলেও টোপনিৰে সৈতে দেখা সাক্ষাৎ নহয়। আমাৰ সময় অসময় সুবিধা অসুবিধা বুজা অভ্যাস টোপনিৰ সমূলি নাই। সংক্ষেপতে কবলৈ গলে টোপনিৰে সৈতে আমাৰ সম্বন্ধটো প্ৰণয় বা সদ্ভাবৰ সম্বন্ধ নহয়, "মামলা-মোকৰ্দ্দমা" বা "গোচৰ-ফৰিয়াদৰ" সম্বন্ধ। আদালতত গোচৰ কৰি বিবাহিতা সহধৰ্ম্মিণী ডিক্ৰি পাই সেই সহধৰ্ম্মিণীৰে সৈতে কৰা গৃহবাস যেনে; নাহেঁা বুলিলে কানি-ভাং-ফটিকাৰ আদালতত ডিক্ৰি পাই অনা টোপনিৰে সৈতে কৰা গৃহবাসো তেনে।

শোৱা পাটীত পৰি বাট চাই আছো, টোপনি আহিব, টোপনি আহিব,—টোপনি নাই! মোৰ সোণ, মোৰ মইনা টোপনি আহাঁ, কাবৌ কৈ মাতিছোঁ;—টোপনিৰ গায়েই নলবে। হঠাৎ মনত পৰিল তাহানি ছাত্ৰ অৱস্থাত পঢ়িবলৈ কিতাপ মেলিলেই টোপনিয়ে দেখোঁ হেচা মাৰি ধৰেহি, এতিয়াও সেই বুধি নকৰোঁ কিয়? উঠি চাকিটো বঢ়াই দি কিতাপ এটা মেলি ললো। হায়! সেই ৰামো গল, সেই অযোধ্যাপুৰীও গল। সেই সুখৰ ছাত্ৰীয়া টোপনি বুলি কেইবা ৰবো গম্ভীৰ ভাৱে ভাবিছিলোঁ। কাৰ্য্যবশতঃ সি জানিবা হৈ নুঠিল, গতিকে মোৰ জাননীৰ খৰচৰ পয়চা কেটাও ৰাহি হল। কিতাপ জপাই চাকিটো নুমাই আকৌ একাগ্ৰচিত্তে টোপনিৰ তপস্যাত লাগি গলো। ঘড়ীত টং টং কৰে তিনি বাজিল। অনেক ভাবনা-ডাকিনী চিন্তা-যোগিনী আহিল, কিন্তু টোপনি দেৱী নাহিল। এই পৃথিবীৰ ওপৰত বৰ বিৰক্তি ধৰিলে। ভাবিলো এই পৃথিবীত সুখৰ লেশমাত্ৰ নাই; যিমান শীঘ্ৰে এই দুখৰ পৃথিবী এৰি যোৱা যায় সিমান মঙ্গল। আজি কালিৰ আমি উঠি অহা ডেকাই, যতে যিহতে, আপোন দোষতে বা পৰৰ

দোষতে ঠেকা খাওঁ, বিৰক্তিটো ধৰেহি এই পৃথিবীখনৰ ওপৰত। ওপৰ-চকুৱা হৈ বাট বুলি উজুটি খাই আমাৰ আঙ্গুলিৰ আগ ছিগিল, জগৰ লাগিল এই পৃথিবীৰ গাত। আমাৰ পিঠিত মহে খালে ফৰফৰণি উঠিল আহি এই পৃথিবীৰ গাত। আকাশৰ তৰাটো হাত মেলি ঢুকি নেপালো, দায় পৰিল এই পৃথিবীৰ গাত। খৰিভাৰীৰ লৰা বা খৰিভাৰী হৈ ৰজাৰ জীয়াৰীক বিয়া কৰাবৰ মন গৈছিল, কৰাব নোৱাৰিলো, দোষ দিলো এই ঘূৰণীয়া পৃথিবীৰ গাত, আৰু ৰাজকন্যাৰ উদ্দেশ্যে আত্মহত্যা কৰি এই পৃথিবীৰ ওপৰত খং সাৰিলো। এই প্ৰচলিত প্ৰথা অনুসৰণ কৰি মোৰ টোপনি নহা বাবে এই পৃথিবীৰ ওপৰত বিৰক্তি ধৰাটো অযুক্তি-সঙ্গত নহয়। ভাবিলোঁ এনেকুৱা এখন ঠাইলৈ যাব নোৱাৰিনে যত এই নিষ্ঠুৰ টোপনিৰ ভৰিত তেল টেঙা নঘহাকৈ কাল কটাই থাকিব পাৰি? এনে ঠাই স্বৰ্গৰ বাহিৰে এই পৃথিবীত কতা? আহা আজিয়েই মোক স্বৰ্গলৈ কোন গোঁসায়ে লৈ যাব! ইত্যাদি কিবা আগ-গুৰি নথকা কথা ভাবি থাকোঁতেই কব নোৱাৰোঁ, কেতিয়া কলা-মলাকৈ মোৰ টোপনি আহিল।

মোৰ চৰাঘৰটো অনষ্টুপীয়া চন্দত ৰচিত। অৰ্থাৎ,—চকুদিলে চকু-ৰোৱা বা গেৰেকনিত চকু পৰা বিধৰ নহয়। মাজে মুধে এক ৰকম চলি যোৱাকৈ সজোৱা। কিহেৰে কেনেকৈ সজোৱা তাৰ বৰ্ণনা দি মোৰ বেচেৰা তৃতীয়া চৰাঘৰ ফেৰাৰ সুখ্যাতি কৰিবৰ মোৰ মন নাই! এটা বস্তুৰ মাথোন উল্লেখ কৰিবৰ আৱশ্যক! চৰাঘৰৰ বাৰত কেইবা খনো পট বা "ছবি" অৰা আছে! তাৰে এখন ছবিৰ নাম "প্ৰেমৰ বাতৰি" (Message of Love.)। ছবিখন ইংৰাজী ছবিৰ আহিঁত অকা। ছবিৰ বিষয়ঃ—এজনী সুন্দৰী গাভৰু ছোৱালীয়ে ৰাতিপুৱা ফুলনী বাৰীত সোমাই ফুল তুলি কোচত একোচকৈ ভৰাইছে; তাৰে দুটা এটা ফুল



কোচৰ পৰা সৰি মাটীত পৰিছে। মূৰৰ ওপৰত নিৰ্ম্মল নীল আকাশত চিলনী বনাইছে। এনে সময়ত লৰামতীয়া দুষ্ট কামদেউ কৰবাৰ পৰা আহি অকলসৰীয়াকৈ ছোৱালীজনীক পাই তাইৰ কাণত ফুচ্ফুচ্ কৰে কিবাবোৰ কৈছে। কি কৈছে কি মেলিছে কোনে জানে? ফুচ্ফুচীয়া কথাৰ, বিশেষকৈ গাভৰু ছোৱালীৰ ফুচ্ফুচীয়া কথাৰ আমি ধাৰ নেধাওঁ। অমুক তমুক কৈছে বুলি সাজি-পাতি কৰলৈকো, আমি আগেয়েই সৈ কাঢ়ি থৈছো, কোনো বিধৰে কবি নহওঁ বুলি। ছবিখন দেখা মানুহে কয় বোলে কিবা হেনো প্ৰেমৰ বাতৰি কৈছে; অৰ্থাৎ কামদেউ নামৰ সেই থোপোৰা সৰু লৰাটোৱে গাভৰু ছোৱালীজনীৰ কাণত কৈছে হেনো "অমুকত তোমালৈ এনে ৰূপৰ এনে গুণৰ এটি সুন্দৰ দৰা আছে তোমাক লাগেনে?" আমি কিন্তু বোপাইহে, এনেই কলে নপতিৰাৰ বঙ্গি, লৰাৰজা বা গোৰীনাথ ৰজাৰ শৰণ দি কৈছো, এই ফুচ্ফুচীয়া "পেম-ভেম" বুজ নেপাওঁ, তেহেলৈ তহঁতে যিহকে বোল। খনিকৰৰ হাতৰ হেঙ্গুল-হাইতালেৰে অকা ৰমক্ জমক্ নক্সা দহ চাৰিয়েও আৰে দহ চাৰিক দেখা দেখি আমিও আনি বাৰত আৰি থৈছো। দোষৰ ভিতৰত আমাৰ গাত এই ফেৰাহে। আমি হোল গোজ ভকত ইয়াকেহে বুজো, যে ছোৱালীলৈ যদি দৰা বিচাৰিব লাগে, সেই কাম মাক বাপেকৰ; লৰা কামদেউক সেই ভাৰ দিলে কোনে? আমি জানো লৰাৰ কাম হৈছে, ওমল, খোৱা, শোৱা আৰু "স্কুলৰ লেচন" পঢ়া; দৰালৈ ছোৱালী, ছোৱালীলৈ দৰা বিচাৰি ঘৰপাতি ফুৰা নহয়! হাততে প্ৰমাণ, লৰাৰ লৰা বুদ্ধি, চকক সুধি চাউল বহাবলৈ গৈছে, দৰাৰ বাতৰি বাপেক মাকক নকৈ ছোৱালীৰ আগত কৈছে গৈ! বাপেক মাকৰ কাষলৈ বা এইবিলাক কথা লৈ এই বালক কামদেউ ঠোকে কেনেকৈ? মৰ সাহ দি ঠুকিলেও, "লৰাৰ মুখত বুঢ়া কথা!

যা ইয়াৰ পৰা গুচি যা!” বুলি বুঢ়া বুঢ়ীয়ে একোটা ঢেকিঠোৰাৰ মাৰত পেটুৰা কামদেউৰ পেটু উলিয়াব।

মোৰ চিলমিলকৈ টোপনি আহিল; লগে লগে টোপনিৰ সখী সমাজিকো আহিল। দেখিলো, বাৰৰ ছবিখনৰ পৰা সেই উদং মুদং ফুচফুচুৰা লৰাটো আহি মোৰ কাণত ফুচফুচাবলৈ লাগিছে! ইকি “তামচা!” মোৰ খঙে মূৰৰ চুলি পালেগৈ। “হেৰ মোৰ দেখোন কেতিয়াবাই বিয়া হৈ গল, এতিয়া মোৰ কাণত কি ফুচ ফুচাবৰ দিন আহিছে? একেই এই তিনি পৰীয়া ৰাতিলৈকে টোপনি নাই, ঘামত ছটফটাই আছো, তাৰ ওপৰত তই আহি লাগিছহি? কি লৰাই চল পাই যায়, ডাঙৰে সৈতে চুপতি কৰিবলৈ আহিছে!” এই বুলি তাক থেকেচা মাৰি পেলাই দিব খোজোতেই “হে হে কি কৰে, খং কৰিছে নো কেলৈ? আগেয়ে শুনক মই কি কবলৈ আহিছো, তাৰ পাছত মোৰ গাত দোষ পাই যদি খং কৰিব।” এই বুলি কামদেউ হাত যোৰ কৰি মোৰ আগত ঠিয় হল। ময়ো লেকাম টানি ধৰি খংটো ৰখাই, সি নো কি বক্তৃতা কৰিব খুজিছে, শুনিবলৈ কাণ পাতিলোঁ।

কামদেউ। ককাইদেউ, (ককাইদেউ বুলিয়েই আপোনাক সমন্ধ ধৰিলো, খং নকৰিব দেই।) আপোনাৰ কষ্ট দেখি থাকিব নোৱাৰি বাৰৰ পৰা নামি ওচৰ চাপি আহিছো, যদি মোৰ পৰা কিবা উপকাৰ হয়, এই ভাবি। ৰাতি তিনি বজালৈকে আপোনাৰ চকুত টোপনি নাই ছটফটাই আছে, মই চকুৰ আগতে দেখি আছো।

মই। মোৰ টোপনি নাহিল যদি নাহিল, তোৰ তাত কি হল? কোনোবা ৰজাৰ জীয়েকৰ বাতৰি কৈ মোৰ চকুৰ পৰা টোপনি এনে বাবেই খেদিবৰ ফিকিৰ কৰি মোৰ ওচৰ চাপিছহি হবলা? সেই ফিকিৰ মোৰ ওচৰত নেখাটে। তই বাৰৰ লৰা বাৰলৈ উঠি যা,



কুমলীয়া ছোৱালীৰ কাণত ফুচফুচ ফাচ ফাচ কৰি তাইক বলিয়া কৰগৈ। তই মোৰ ভাই বা আন সমন্ধীয়া নহলি; নপঢ়ি নুশুনি ছুষ্টালি কৰি এনেকৈ ফুৰা বাবে দিনো তোৰ পিঠিত মই সোকা মেলিবলৈ নেপালো! গুচ! যা! মোৰ বিয়া হৈ গৈছে তই মোৰ ঘৰ পাতিব নেলাগে।

কামদেউ। আপোনাৰ বিয়া হৈ গৈছে বুলি মই জানো; মই সেইবাবে আপোনাৰ ওচৰলৈ অহা নাই।

মই। কি বাবে আহিছ বেগাই ক। মাতি মুঠি থাকিব নেলাগে। ৰাতি পুৱাইহে লাগে, পাৰোঁ যদি মই অলপ চকু মুদোঁ।

কামদেউ। আপুনি এই পৃথিবী এৰি স্বৰ্গলৈ যাবলৈ ইচ্ছা কৰিছিল। মোৰ স্বৰ্গ মৰ্ত্ত্য পাতাল তিনিউ লোকত অব্যাহত গতি। বেছ কথা, আপুনি যদি স্বৰ্গলৈ যায়, তেন্তে বলক মই লৈ যাওঁ। এই কথা কবলৈহে মই আহিছো।

মই। সচাকৈয়ে কৈছনে? নাই মোৰ সৈতে চুপতিহে কৰিছ? চুপতি কৰিছ যদি সোকোতা পাবি, মই কেনে ডকত জনা নাই হবলা?

কামদেউ। ৰাম ৰাম! আপুনি মোৰ ককাইদেউ, আপোনাৰে সৈতে জানো মই চুপতি কৰিব পাৰোঁ? সচাকৈ কৈছো, যায় যদি বলক লৈ যাওঁ।

মই। যাওঁ তো লৈ যাব পাৰ যদি। কিন্তু বৌৱেৰক হলে এৰি যাব নোৱাৰোঁ।

কামদেউ। কিয় বৌক এৰি যাব লাগিছে, তেওঁকো লৈ যামহঁক। কিন্তু এজন এজনকৈহে মই লৈ যাব পাৰিম। পলাই স্বৰ্গত সোমোৱা কথা, ছুইকো একে বেলিয়েই লৈ গলে কংবাত ধৰা পৰিম। ধৰা পৰিলে আপোনালোকে তো অজলা “নৰ মনিষ” বুলি সাৰিব মইহে মৰা পৰিম। প্ৰথমতে ছুৱৰীয়েই কোবাই মোৰ পিঠিৰ ছাল ছিঙিব;

তাৰ পিছত ইন্দ্ৰৰ আগ পেৰালে নি কি হয় ইন্দ্ৰই হে জানে । আপোনাক আগেয়ে লৈ গৈ স্বৰ্গত থৈ আহোঁগৈ; তাৰ পাচত বৌক লৈ যামহি ।

মই । বাৰু তেন্তে । কিন্তু সাৱধানে কৰিবি বোপাই । ভালমন্দ ই হে জানত । অ, আৰু এটা কথা, মোৰ বই-বস্তু সোপা কি কৰিম ? এৰি থৈ যাব হলে নোৱাৰোঁ । মই বোপাই বগা শিলৰ লেজখন কালিহে কিনি আনিছোঁ । মখমলৰ জোতাজোৰো সৰব ন ।

কাম । আপোনাৰ বস্তু এটাইবোৰ কেনেকৈ লৈ যাব ? ধৰা পৰি মৰিব দিছেনে ? আপুনি বলে পৰা এটামান টোপোলাৰ জোখাই বাৰু লয় যদি বান্ধি লওক । বগা শিলৰ মেজচেজ এৰক, সেইবোৰ লৈ যাব নোৱাৰে । স্বৰ্গত গৈ আপুনি ঠান্-থিত্. লাগক গৈ, তাতে মই লাগে বগা শিলৰ মেজ এখন হে নেলাগে দহখন কিনি দিম । মখমলৰ জোতাজোৰ পিন্ধি লওক ।

মই । ( ভালমান বেলি ভাবি ) বাৰু মোৰ বোপাই, তোৰ কথাই ৰওক । কিন্তু এদিনমান সময় দিব লাগিব ; আজিয়েই মই যাব নোৱাৰোঁ । কাইলৈ ৰাতিকৈ আমি ঠিক হৈ ওলাই থাকিমহঁক, তই আহি লৈ যাবিহি । মখমলৰ জোতাজোৰ নিপিন্ধো, টোপোলাত সুমাই থম, বাট বেয়া যদি পিন্ধি খোজ কাঢ়িলে সি ফাটিব ।

কামদেউ । বাৰু তেন্তে কাইলৈ ঠিক মাজনিশা আহি আগেয়ে আপোনাক লৈ যামহি, তাৰ পাছত বৌক ।

মই । এৰা ।

ইয়াৰ পিছত সমাজিকতে দেখিলো যেন "কাইলৈ মাজনিশা" হল । যেন সকলো দিহা পোহা কৰি নিব লগা বই-বস্তু একেটা টোপোলাতে বান্ধি যাবলৈ দুয়ো সাজু হৈ ওলালোঁ । যেন কামদেউ আগৰ দৰেই ছবিটোৰ পৰা নামি আহি আগ ৰাতিৰ কথামতে মোক আগেয়ে যাবলৈ



কলে । যেন মই ধোবাই কাপোৰৰ টোপোলা লোৱাদি বস্তুৰ টোপোলাটো লৈ পিছে পিছে যাবলৈ ধৰিলোঁ ।

কিছুমান বেলিৰ মূৰত স্বৰ্গ পালোঁ গৈ । কেনেকৈ কোন আৰু কেনেকুৱা বাটে দি গলোঁ, আৰু যাওঁতে বাটত কি দেখিলো, কি শুনিলো, মোৰ একো মনত নাই । এটা মানুহ ডুনুহ নোহোৱা ঘৰত মোক সুমাই সি কলে "আপোনাৰ এইটোৱেই বহা, ইয়াতে টোপোলাটো থওক ।" তাৰ কথা মতে মই টোপোলাটো মাটিতে থৈ তাক কলো, "বাৰু মই টোপোলা থলো, তই লৰ মাৰি যা বৌৱেৰক লৈ আহগৈ, মোৰ মনটোৱে খুদুৱাব লাগিছে ।"

"মই যাওঁ লৰি লৈ আহোঁগৈ" বুলি কামদেউ নাইকিয়া হল ।

কামদেউ যোৱাৰ পিছত, "এনেই বহিহে আছোঁ, এটা কামকে কৰোঁ" এই ভাবি, লাহে লাহে টোপোলাটো মেলি এটা দুটাকৈ বস্তু উলিয়াই মাটিত থৈ যাবলৈ ধৰিলোঁ । কিন্তু কি আচৰিত ! বস্তুবোৰ টোপোলাৰ পৰা উলিয়াই থোৱা ঠাইতে কেয়াঁ-আঙ্গুলিটো সোমাব পৰা এটা ফুটা আছিল, মই ভাবিছিলোঁ সেইটো পৰুৱাৰ গাঁত । সেই ফুটাই দি টলৰ্ টলৰ্ কৰে মোৰ বস্তুবোৰ এটা এটাকৈ সৰকি তলৰ পৃথিবীলৈ পৰিব লাগিছে দেখোন ! মই দেখি তো অবাক ! স্বৰ্গখন এনে "বে-মেৰামত" কিয় ? ইয়াত পবলিক্ ওৱৰ্কচ্, লোকেলবৰ্ড আৰু মিউনিচিপেলিটী নাইনে কি ? কিয় নহব অৱশ্যে আছে । ভাবিলোঁ পবলিক্-ওৱৰ্কচ্ লোকেলবৰ্ড মিউনিচিপেলিটী ঢেকিয়ে আমাৰ পৃথিবীত যেনেকৈ ধান বানে ইয়াতো সেই দৰেই বানে । তাতো ঢেক্কুৰুচ্ ইয়াতো সেই ঢেক্কুৰুচেই । স্বৰ্গৰ ঢেকি বুলি ঢেক্কুৰুচৰ ঠাইত মুৰুলীৰ মাত নেমাতে । অসমীয়া সংস্কৃতজ্ঞ "পণ্ডিতে" কবৰ নিচিনা "দূৰাৎ চ পৰ্ব্বতা ৰম্যা, ওচৰাৎ তু খলা বমা ।" দূৰৰ পৰাহে স্বৰ্গ ! এনে খন স্বৰ্গলৈকে

আহিবলৈহে মানুহে দান, পুণ্য, হোম, যোগ আদি ইমানবিলাক কষ্ট-সাধ্য কাম কৰি হেপাহ কৰি মৰে! নেলাগে বোপাই মোক স্বৰ্গৰ সুখটো, কামদেউ আহিলে পৃথিবীৰ লৰা মই পৃথিবীলৈ গুচি যামগৈ। তাত টোপনি নোহোৱাকৈ গোটেই ৰাতি থপোঁ সিও ভাল, তেও মই এনে ঢেকি-স্বৰ্গত নেথাকোঁ। ইমান অকণমান বিহ্নাটোৰেদি নো মোৰ ডাঙৰ ডাঙৰ বস্তুবোৰ কেনেকৈ তললৈ সৰকি পৰিছে ঐ? স্বৰ্গৰ দেখোঁ সকলো কথাই অদ্ভুত!

এইবিলাক ভাবি থাকোঁতেই দেখিলো, মোৰ বস্ত্ৰ সৰকি পৰি আদথিনীয়া হলেই! আপদকাল উপস্থিত হলে "অৰ্দ্ধং ত্যজতি পণ্ডিতঃ অৰ্দ্ধেন কুৰুতে কাৰ্য্যঃ।" ৰি গল গল, যি পাৰোঁ তাকে ৰাখো, ভাবি একে দোপেই উঠি ফুটাটোত কেয়া আঙ্গুলি এটা সুমাই সোপা মাৰি ধৰিলোঁ। অলপমান বেলি এই দৰেই ধৰি আছোঁ, কিন্তু ভাবি পোৱা নাই কিহেৰে ফুটাটো একে বেলিয়েই মাৰোঁ। স্বৰ্গলৈ আহি মোৰ বুদ্ধিটোও আকোৱালি নোপোৱা হল নে কি? এনেতে হঠাৎ কাণত পৰিল "লক্ষা ক'ত।" ভাবিলো, স্বৰ্গতো কুকুৰা চৰাই আছে; বেছ কথা সুবিধাই। এই কথা ভাবি থাকোঁতেই দুৱাৰত ঠক্ শব্দ শুনিলো। শুনি মনত হৰিষ মিলিল; ভাবিলো, কামদেউ বৌৱেকে সৈতে উভতিল।

মই। (ৰিঙ্গিয়াই) দুৱাৰখন হেচা মাৰি দিলেই মেল খাব; ভিতৰৰ পৰাতো মই ডাং দিয়া নাই। মই মেলিবলৈ উঠি যাব নোৱাৰোঁ, গলেই বাকী কেইটা বস্তুও সৰকি পৰিব।

লগুৱা। (বাহিৰৰ পৰা) দেউতা, চাহ আনিছোঁ।

মোৰ লগুৱা লৰাটোৰ মাত যেন শুনিলো। ভাবিলো ইনো স্বৰ্গলৈ আহিল কেনেকৈ? মোৰ দুঃখ হয় বুলি কামে ইয়াকো আনি থৈ গলহি হবলা। ভালেই হল।



লগুৱা। (বাহিৰৰ পৰা) দেউতা, চাহ আনিছোঁ, ভালেমান বেলি হল উঠক।

মোৰ চকু দুটা চাট্ কৰে মেল খালে। সাৰ পালো। সাৰ পাই দেখিলো, মোৰ সো কাণখনৰ বিহ্নাত সো হাত কেয়া-আঙ্গুলিটো সোমাই আছে, আৰু মোৰ সেই চৰাঘৰতে শুই আছোঁ।

———:০:*:০:———

# জাতীয় ভাব।

— ৺পদ্মনাথ গোহাঁই বৰুৱা।

স্বদেশ আৰু স্বজাতিৰ প্ৰতি মানুহৰ যি আন্তৰিক অনুৰাগ থাকে, তাকে জাতীয়ভাব বোলে, বা সেই অনুৰাগেই ক্ৰমাৎ উৎকৰ্ষপ্ৰাপ্ত হৈ জাতীয় ভাবত পৰিণত হয়। জাতীয় ভাবৰ সূত্ৰ বুলি ইয়াকে আৰু বহুলৰূপে ব্যাখ্যা কৰা যায়, কিন্তু চমুকৈ ধৰিলে সেই সূত্ৰৰ নিচেই সাৰাংশ এয়ে হে। দেশ, কাল আৰু অৱস্থাৰ প্ৰভেদানুসাৰে ইয়াৰ হীন-ডেঢ়ি ঘটিলেও, জাতীয় ভাব মানুহৰ স্বাভাৱিক গুণ, মানুহৰ আত্মাৰ সৃষ্টিৰ লগে লগেই ইয়াৰ সৃষ্টি ; আন কি, কোনো ইতৰ জন্তুৰ ভিতৰত সম্পূৰ্ণকৈ ফুটি নোলালেও, এই ভাবৰ অনেক চিন দেখিবলৈ পোৱা যায়। অন্যান্য প্ৰবৃত্তিৰ দৰে মানুহৰ অন্তৰত এই ভাবৰ মূলেও জীৱনৰ আৰম্ভণৰে পৰা থিত লয় ; বয়োবৃদ্ধি আৰু জ্ঞানবৃদ্ধিৰ লগে লগে ইয়াৰ ক্ৰমে বিকাশ হবলৈ ধৰে। নিচেই আদি অৱস্থাত মানুহৰ অন্তৰত এই ভাব সম্পূৰ্ণে পশুধৰ্ম্মী ; অতি কুমলীয়া লৰাৰ কোমল হিয়াৰ ওপৰেদি সময়ত এই ভাবৰ স্বাভাৱিক নিজৰা জিৰ্‌জিৰ্ বয়ে বাগৰি যোৱাৰ শব্দটি মাথোন অনুমানত শুনা যায় ; তাত বাজে লৰাৰ অজ্ঞানতা ঢাকনিৰ তলে তলে বৈ যোৱা সেই জুৰিটীৰ বহুল তত্ত্ব পোৱা নেযায়। ক্ৰমে এই ভাব সেই আন্ধাৰ উৎপত্তি স্থানৰ পৰা যিমান মুকলিলৈ আহে, সিমান ইয়াৰ উন্নতি আৰু অৱনতিৰ চিন ধৰিব পৰা হয়।

জাতীয় ভাব মানুহৰ এটি আন্তৰিক প্ৰবৃত্তি মাথোন। কিন্তু মানুহৰ বাহ্যিক প্ৰকৃতিৰ লগত ইয়াৰ এনে ওচৰ সম্বন্ধ যে, কাৰ্য্য-থলিত স্বভাৱতে



এটিৰ দ্বাৰাই আনটি চালিত হোৱা দেখা যায়। জাতীয় ভাব মানুহৰ স্বাভাৱিক প্ৰবৃত্তি হলেও বাহিক প্ৰকৃতিৰ দ্বাৰাই পৰিচালিত হৈ, ই লৌকিক কাৰ্য্যত প্ৰতিফলিত হোৱাৰ পাচত হে ইয়াৰ সম্পূৰ্ণ থিতি অনুভৱ কৰিব পৰা যায়। সেই কাৰণে, এক মতে মানুহৰ বাহিক প্ৰকৃতিকেই ইয়াৰ ক্ৰমবিকাশৰ কাৰণ বুলি ধৰিব পাৰি। বিশেষ একে দেশত প্ৰতিপালিত আৰু একে আচাৰ-ব্যৱহাৰৰ অনুগত মানুহৰ বাহিক প্ৰকৃতি একে গঢ়ৰ হোৱাৰ কাৰণেই সেই মানুহৰ আন্তৰিক প্ৰবৃত্তি-বিলাকো স্বভাৱতে একে গঢ়ৰ হৈ উঠে। এই একে গঢ়ৰ হোৱাটোৱেই স্বদেশ আৰু স্বজাতিৰ প্ৰতি অনুৰাগ উৎপন্নৰ যাই কাৰণ। কথাটো অলপ মুকলি কৰি চোৱা যাওক। আমি স্বভাৱতে "আপোন" এই কথাটি বৰ ভাল পাওঁ যে, কথাটি মুখৰ পৰা সম্পূৰ্ণকৈ ওলাবলৈ নৌ-পাওঁতেই যেন টানি আনি বুকত লমহি এনে লাগে ; স্বৰূপতে, "আপোন" এই কথাটি নিচেই বুকৰ। আমি "আপোন" কথাটিক যি দৰে ভাল পাওঁ, "আপোন" কথাৰ নিচেই আপোন ভাববিলাককো সেই দৰে ভাল পাম। কিয়নো, ভালপোৱা, কেৱল একে ঠাইতে জিলিকি থকা কোনো কঠিন পদাৰ্থৰ চিন-চাব নহয়, ই অন্তঃকৰণৰ অতি কোমলাংশৰ পনীয়া পদাৰ্থ, শৰীৰৰ প্ৰধান অঙ্গক স্পৰ্শ কৰা মাত্ৰকে ই অন্যান্য সকলো অঙ্গকে শান্তি প্ৰদান কৰে। এতেকে, য'তে "আপোন" ভাবৰ যোগ থাকিব ত'তে আমাৰ ভাল পোৱাৰ দৃষ্টি পৰিব। একে দেশত জন্ম, একে দেশত প্ৰতিপালিত আৰু একে আচাৰ-ব্যৱহাৰৰ অনুগত মানুহৰ ভিতৰত পৰস্পৰৰ বাহিক প্ৰকৃতি আৰু আন্তৰিক প্ৰবৃত্তিৰ "আপোন" সাদৃশ্য থকাৰ নিমিত্তেই, সেই মানুহৰ ভিতৰত ভাল পোৱা আছে, জাতীয় ভাৰ আছে।

ওপৰত চমুকৈ উনুকিউৱা হৈছে, যে, "আপোন" সাদৃশ্য থকা একে

দেশত জন্ম, একে দেশত প্ৰতিপালিত আৰু একে আচাৰ ব্যৱহাৰৰ অনুগত মানুহৰ মাজত ভাল পোৱা বৰ্ত্তমান থকাৰ নিমিত্তেই সিবিলাকৰ অন্তৰত জাতীয় ভাবৰ সঞ্চাৰ হয়। এই কথা আৰু দৃঢ়ৰূপে সমৰ্থন কৰি লৈ বিস্তাৰিত কাৰণ নদৰ্শাই, এটি কথা কলেই তাৰ প্ৰমাণৰ অন্ত পৰিব যে, মানুহ মাত্ৰকেই নিজৰ মুখৰ আকৃতি যেনে কি হওক, তাক দাপোণত চাই, আনতকৈ ভাল বুলিব নোৱাৰিলেও, আপোনা-আপুনি ভাল দেখে, চাই হে থাকিবৰ মন কৰে। সেই দৰে, মানুহ মাত্ৰকেই যিহতে আপোনাৰ সাদৃশ্য দেখে, তাক, আনতকৈ ভাল বুলিব নোৱাৰিলেও, আপোনা আপুনি ভাল দেখে, ভাল পায়। এতিয়া দেখা যাওক যে, জাতীয় ভাবৰ যাই উপাদান এই "আপোন" সাদৃশ্য যাইকৈ কিহত লক্ষিত হয়। সূক্ষ্ম দৃষ্টিৰে চালে, মানুহৰ পিন্ধন-উৰণ, ফুৰণ-চাকণ, খোৱা-লোৱা, খেতি-পথাৰ প্ৰভৃতি সকলো বাহ্যিক কাৰ্য্যতে এই সাদৃশ্য লক্ষিত হয়। কিন্তু স্থূল দৃষ্টিত (১) আকাৰ-সাদৃশ্য, (২) ভাষা-সাদৃশ্য, (৩) ধৰ্ম্ম-সাদৃশ্য, (৪) সামাজিক আচাৰ-ব্যৱহাৰৰ সাদৃশ্য, (৫) শাসন-প্ৰণালীৰ সাদৃশ্য, এই কেইটাই প্ৰধান। যি জাতি মানুহৰ ভিতৰত এই কেইটা সাদৃশ্যৰ লক্ষণ কোনো ৰূপে বিকৃত নোহোৱাকৈ লক্ষিত হয়, সেই জাতি মানুহৰ হৃদয়ত প্ৰকৃত জাতীয় ভাবৰ সঞ্চাৰ হয়, আৰু ক্ৰমে আত্মোন্নতি ভাবৰ সাৰ পাই এই জাতীয় ভাবে সেই জাতি মানুহৰ সমাজক্ষেত্ৰ অতিশয় উৰ্ব্বৰা কৰি তোলে; কালত সেই জাতিৰ উন্নতি সোঁত অনিবাৰ্য্য হৈ উঠে।

(১) আকাৰ-সাদৃশ্য।—পোন প্ৰথম দৃষ্টিত চকু মুকলি কৰোঁতেই এই সাদৃশ্যে পৃথিবীৰ সমস্ত মানুহ জাতিকে সামৰে। এই সাদৃশ্য নিষেধ মুখে উপলব্ধি কৰা যায়। অৰ্থাৎ, প্ৰথমে মানুহ জাতিৰ আৰু অন্যান্য জন্তুৰ আকাৰৰ ভিতৰত বিসাদৃশ্যতা সমৰ্থন কৰি এই সাদৃশ্য অনুভৱ



কৰা যায়। এই সাদৃশ্যৰ লগত যি "আপোন" ভাবৰ যোগ আছে, তাৰ প্ৰথমাৱস্থাত সি পৃথিবীৰ অপৰাপৰ বিবিধ জন্তুৰ পৰা মানুহ জাতিক পৃথক কৰিছে। এই অৱস্থাৰ এই 'আপোন' ভাবে আমাৰ অন্তৰত পৃথিবীৰ সমস্ত মানুহ জাতিৰ প্ৰতি অনুৰাগ জন্মায়, আৰু এই অনুৰাগৰ পৰা যি জাতীয় ভাবৰ জন্ম হয়, সেই ভাব অতি প্ৰশস্ত আৰু সম্পূৰ্ণ উদাৰতাময়—সৰ্ব্বজানিক জাতীয় ভাবৰ এয়ে মূল ভেটি। মানুহ প্ৰাণী কোনো হিংস্ৰ জন্তুৰ মুখত পৰি বিপদাগ্ৰস্ত হলে, বা দাৰিদ্ৰ্য, ৰোগ কিম্বা অন্য কোনো আকস্মিক বিপদৰ দ্বাৰাই আক্ৰান্ত হলে আমাৰ অন্তৰত সমান বা আপোন জাতিৰ দুখত যি স্বাভাবিক সহানুভূতি ওপজে, সেয়ে এই অৱস্থাৰ জাতীয় ভাবৰ মূল কাৰণ, আৰু এই দৃশ্য ক্ষেত্ৰতে সেই জাতীয় ভাবৰ পূৰ্ণ বিকাশ হয়। কিন্তু, এই অৱস্থাত আকাৰ সাদৃশ্য সম্ভূত জাতীয় ভাবৰ পূৰ্ণবিকাশ নহয়। মানৱী কৌশলৰ প্ৰকৃতিগত নিয়মৰ পৰা মন্দিৰৰ যি আৰ্হি পোৱা গৈছে, সেই আৰ্হিমতে জাতীয় মন্দিৰৰ এতৰপ গঠন কৰিবলৈকে সেই ভাবৰ অৱস্থা-ভেদ ঘটাই মূল-ভেটিৰ পৰা তাক ক্ৰমাৎ সৰু কৰি নি ওপৰলৈ নিচেই চুঁচমৰা কৰি তুলিব লাগে। সেই কাৰণে, আকাৰ-সাদৃশ্যসম্ভূত জাতীয় ভাবকো উপৰোক্ত মূল-ভেটিস্থিত অতি প্ৰশস্ত অৱস্থাৰ পৰা ওপৰলৈ চাপ খুৱাই নি ক্ৰমে চুঁচমৰা কৰিবলৈ লগা হল। অৰ্থাৎ, আকাৰ-সাদৃশ্যৰ 'আপোন' ভাবৰ যোগ পৃথিবীৰ সমস্ত মানুহ জাতিৰ পৰা ক্ৰমে একে দেশত জন্ম, একে দেশত প্ৰতিপালিত, একে আচাৰ-ব্যৱহাৰৰ অনুগত ইত্যাদি মানুহৰ বিশেষ বিশেষ অৱস্থালৈ চপাই আনিব লাগে। তাৰ লগে লগে, সেই দৰে স্বজাতিৰ প্ৰতি অনুৰাগো ক্ৰমে ঠেক অথচ ঘন হৈ আহে।

(২) ভাষা-সাদৃশ্য।—হাতী চিকাৰীয়ে বনৰীয়া হাতীৰ চাহনত সোমাই সেই চাহনৰ কোনো এটা হাতীক ফাঁচ লগাই বিপদাগ্ৰস্ত কৰিলে সি

তাৰ প্ৰকৃতিগত অস্ফুট বুদ্ধিৰে যি কাতৰোক্তি কৰে, সেই উক্তি শুনা মাত্ৰকে গোটেই চাহন হাতীৰ অন্তৰত বিপদৰ এটি স্বাভাৱিক সাদৃশ্য ভাব ওপজে, আৰু ততালিকে সকলোৱে মিলি তাৰ উদ্ধাৰৰ নিমিত্তে শত্ৰুক আক্ৰমণ কৰেহি। কোনো এটা কুকুৰে ৰাতি হঠাৎ বিপদৰ গম ধৰি ভুকিবলৈ ধৰিলে, তাৰ ওচৰত বা ভুকনিৰ ৰাৱ শুনা ঠাইত থকা আনবোৰ কুকুৰে ততালিকে সেই ভুকনিৰ চেৱে চেৱে ভুকিবলৈ ধৰে। এঠাইত এটা শিয়ালে বা এটা কুকুৰাই ৰাগ দিয়া বা ডাক দিয়া শুনিলে আন ঠাইত আন শিয়াল বা কুকুৰাবোৰে সেই ৰাগ বা ডাক নিদি থাকিব নোৱাৰে। ইত্যাদি কাৰণৰ পৰা জনা যায় যে, সামান্য অস্পষ্ট উক্তিৰ সাদৃশ্যতে অজ্ঞান ইতৰ জন্তুৰ ভিতৰতো স্বাভাৱিক সহানুভূতি, অনুৰাগ, আৰু জাতীয় ভাবৰ চিন ফুটি ওলায়। এতেকে বুদ্ধিমান, ক্ষমতাবান, জীৱশ্ৰেষ্ঠ মানুহ জাতিৰ নানা প্ৰকাৰে মনোভাব আৰু হৃদয়োচ্ছ্বাস ব্যক্ত কৰিব পৰা, বৈয়াকৰণ নিয়মৰ চাকনিৰে চকা, স্পষ্ট অৰ্থযুক্ত মাৰ্জ্জিত ভাষাৰ সাদৃশ্যই যে মানুহৰ অতি উন্নত আৰু উৰ্ব্বৰা হিয়াত সেই সহানুভূতি, অনুৰাগ আৰু জাতীয় ভাবৰ কেনে উৎকৃষ্ট ফল ধৰাব পাৰে, তাক সহজে অনুমান কৰিব পাৰি। আকাৰ সাদৃশ্যৰ যি দৰে সম্যক ঐক্য নেথাকিলেও, পৃথিবীৰ সমস্ত মানুহ জাতিৰ ভিতৰত এটা সাধাৰণ মিল দেখা যায়, ভাষা-সাদৃশ্যৰ সকলো জাতিৰ ভিতৰত সেই প্ৰকাৰ মিল নাই। বৰঞ্চ, ভাষা-সাদৃশ্যৰ জাতিগত পাৰ্থক্য আছে যে, জগতৰ আজি এনে উন্নতিৰ দিনতো একে দেশতে অনেক ভাষা চলিত আছে, আৰু কোনো কোনো পৰ্ব্বতীয়া অসভ্য জাতিৰ ভিতৰত মনৰ ভাব সলনা-সলনি কৰি সৰু সৰু মেল বা খেলগত অসংখ্য স্বকীয়া দোৱান থকা দেখা যায়। এতেকে, আকাৰ-সাদৃশ্যৰ পৰা মানুহৰ অন্তৰত যি সাধাৰণ জাতীয় ভাবৰ উদ্ভৱ হয়, ভাষা-সাদৃশ্যৰ পৰা তেনে সাধাৰণ জাতীয় ভাবৰ জন্ম হোৱাটো আশা কৰিব নোৱাৰি। অথচ,



নৈৰ বহল আৰু ঠেক ভাগত সোঁতৰ কোব আৰু পানীৰ গভীৰতাৰ যি প্ৰকাৰ হীন-ডেঢ়ি দেখা যায়, জাতীয় ভাবৰ এই দুই ভাগতো সেই প্ৰকাৰৰ হীন-ডেঢ়ি সততে বৰ্ত্তমান। ইয়াৰ পৰা বুজিব পাৰি যে, ভাষা-সাদৃশ্যত যোগ থকা "আপোন" ভাবে মানুহৰ অন্তৰত জাতীয় ভাব আকাৰ-সাদৃশ্যতকৈ গাঢ়তৰ কৰে। এজন ইংৰাজে ইংৰাজী ভাষাৰে, বঙ্গালীয়ে বঙ্গলা ভাষাৰে, অসমীয়াই অসমীয়া ভাষাৰে নিজৰ বা জাতীয় মঙ্গলাৰ্থে দুই-চাইটি মৰ্ম্মভেদী কথাৰে স্বজাতিৰ পৰা যি সহানুভূতি লাভ কৰিব পাৰে, ইংৰাজে বঙ্গলা বা অসমীয়া ভাষাত, বঙ্গালীয়ে ইংৰাজী বা অসমীয়া ভাষাত আৰু অসমীয়াই ইংৰাজী বা বঙ্গলা ভাষাত নানাপ্ৰকাৰ যুক্তিযুক্ত আৰু মৰ্ম্মভেদী কথাৰে দীৰ্ঘকাল দীঘল বক্তৃতা দিও স্বজাতিৰ তেনে সবল সহানুভূতিৰ ভাগ পাবলৈ আশা কৰিব নোৱাৰে। বাস্তৱতে যি আন্তৰিক ভাব ব্যক্ত কৰি অন্যৰ পৰা আন্তৰিক অনুৰাগ আকৰ্ষণ কৰিব পাৰি সেই ভাব ব্যক্ত কৰিবলৈ ভাষা এটা প্ৰধান উপায়; এতেকে, ভাষা-সাদৃশ্যত জাতীয় ভাব সহজে সঞ্চাৰ আৰু গাঢ়তৰ হোৱাটো স্বৰূপ কথা।

(৩) ধৰ্ম্ম-সাদৃশ্য।—পৃথিবীত ধৰ্ম্মশক্তি অজেয়। ধৰ্ম্ম-ভাবে মানুহৰ হিয়াত স্বাভাৱিক প্ৰবৃত্তিৰ দৰে এনে দৃঢ়ৰূপে থিত লৈছে যে, ইয়াৰ অনন্ত মূলৰ পৰা বৈ অহা সোঁতে সময়ত পৰ্ব্বতাকাৰ প্ৰকাণ্ড প্ৰকাণ্ড বাধককো একো ডালি সামান্য তৃণৰ দৰে উটাই লৈ যায়। প্ৰাচীন কালৰে পৰা ধৰ্ম্মভাবৰ একোটি সামান্য আন্দোলনে পৃথিবীৰ কিমান ঠাইত কিমান তোলপাৰ লগাইছে, কিমান বিপ্লব ঘটাইছে, পৃথিবীৰ বুৰঞ্জীয়ে তাৰ অলেখ প্ৰমাণ দিয়ে। মানুহৰ অন্তৰত যি ভাব যিমান প্ৰবল, তাৰ কাৰ্য্যও সিমান উগ্ৰ। সৰ্ব্বভাবগ্ৰাহী সৰ্ব্বশক্তিমান পৰমেশ্বৰৰ আৰাধনাৰে সম্পৰ্ক থকা ধৰ্ম্ম ভাবো মানুহৰ অন্তৰত তেনে প্ৰবল আৰু

তাৰ কাৰ্য্য উগ্ৰতাময়। এতেকে, ধৰ্ম্ম ভাবৰ আপোন সাদৃশ্যৰ পৰা উৎপন্ন হোৱা অনুৰাগে জাতীয় ভাব অতি সহজে সঞ্চাৰ কৰে, আৰু কাৰ্য্যতো সি উগ্ৰভাবে প্ৰকাশ পায়।

(৪) সামাজিক আচাৰ-ব্যৱহাৰৰ সাদৃশ্য।—এই সাদৃশ্য সততে ধৰ্ম্ম-সাদৃশ্যৰ লগেই লগেই যোগ থকা দেখা যায়; আৰু ইয়াৰ পৃথক বিচাৰ নকৰি ধৰ্ম্মসাদৃশ্যৰ লগতেই দুটি-চাইটি কথাৰে সামৰণি মাৰিব পৰা হল-হেঁতেন। কিন্তু, স্থলবিশেষে ধৰ্ম্ম ভাবৰ কাৰ্য্যক্ষেত্ৰতকৈ আচাৰ-ব্যৱহাৰৰ কাৰ্য্যক্ষেত্ৰ বহল আৰু দুইৰো কাৰ্য্যফলৰ বিশেষ পাৰ্থক্য হৈ যায়। কিয়নো এক সমাজৰ চতুঃসীমাৰ ভিতৰতে একে সামাজিক আচাৰ, ব্যৱহাৰৰ অনুগত বিভিন্ন ধৰ্ম্মাৱলম্বী লোকৰো বসতি থাকে। ধৰ্ম্ম ভাবসম্ভূত জাতীয় অনুৰাগ যেনে উগ্ৰ, সামাজিক আচাৰ-ব্যৱহাৰৰ পৰা উৎপন্ন হোৱা অনুৰাগ তেনে ধীৰ। এটি জলন্ত অগ্নি, আনটি ভাপ-নাও চলোৱা উত্তাপৰ দৰে এটি তাপ মাথোন। কিন্তু, জলন্ত অগ্নিৰ তেজ যিমান উগ্ৰ, সেই অগ্নি সিমান শীঘ্ৰে নিৰ্ব্বাণ হোৱা দেখা যায়; উত্তাপ যেনে গহীন, সি তেনে সমভাৱে দীৰ্ঘকাল স্থায়ী। সেই দৰেই, ধৰ্ম্ম ভাবৰ সাদৃশ্যৰ পৰা উৎপন্ন হোৱা অনুৰাগে জাতীয় ভাৱত আপোন লক্ষ্যৰ আংশিক কাৰ্য্য সম্পাদন কৰাৰ পাচতে তাৰ পুনৰ নিবৃত্তি দেখা যায়; সামাজিক আচাৰ ব্যৱহাৰৰ সাদৃশ্যে সঞ্চাৰ কৰা অনুৰাগে আপোন লক্ষ্যৰ আংশিক কাৰ্য্য সততে সমভাৱে কৰিয়েই থাকে। অন্যপ্ৰকাৰৰ সাদৃশ্যৰ বলত সময়ত নিজৰ আৱশ্যকতা বুজি জাতীয় ভাব ইচ্ছা কৰি দেখালেও, এই সাদৃশ্যই মানুহক জাতীয় অনুৰাগত যোগদান কৰিবলৈ আপোনাৰ স্বভাৱৰ দ্বাৰাই বাধ্য কৰায়। তাৰ কাৰণ, অন্যান্য বিষয়ত এক ক্ষণৰ পৰা এক যুগলৈকে উদাৰ থাকিলেও, মানুহে ২৪ ঘণ্টাৰ দুঘণ্টা একেবাৰে আচাৰ-ব্যৱহাৰৰ বশ নোহোৱাকৈ থাকিব নোৱাৰে। বহুপৰ বা সততে



এই সাদৃশ্যৰ অনুগত থকাৰ নিমিত্তেই, আমাৰ একে আচাৰ-ব্যৱহাৰৰ মানুহবিলাকৰ স্বভাৱ আৰু আন্তৰিক প্ৰবৃত্তিবিলাক প্ৰায় একে গঢ়ৰ হৈ উঠে; আৰু পূৰ্ব্বেই কোৱা হৈছে যে, এই একে গঢ়ৰ হোৱাটোৱেই জাতীয় অনুৰাগৰ ঘাই কাৰণ।

(৫) শাসন-প্ৰণালীৰ সাদৃশ্য।—এই সাদৃশ্যত যোগ থকা "আপোন" ভাবৰ পৰা স্বদেশ আৰু স্বজাতিৰ প্ৰতি যি অনুৰাগৰ উদ্ভৱ হয়, সেই অনুৰাগে নিচেই আদি ভাগত সম্পূৰ্ণ ৰূপে যোগ দান নকৰিলেও, জাতীয় ভাবৰ মাজ ভাগক গাঢ়তৰ কৰে। এক ৰজাৰ শাসন-প্ৰণালী তেওঁৰ ৰাজ্যৰ সকলো প্ৰজালৈকে একে; অৰ্থাৎ একে ৰাজ্যৰ প্ৰজা সকলোৱে শাসনৰ একে বিধৰ নিয়ম আচৰি চলিবলৈ বাধ্য। এতেকে, সেই আচৰণ একে হোৱাটোৱেই জাতীয় ভাব গাঢ়তৰ কৰাৰ এটা প্ৰধান কাৰণ। বিশেষ, শাসনৰ ভাল বেয়া নিয়মে সকলো প্ৰজাকে সমানে সুখ বা দুখ দিয়ে; গতিকে, সিবিলাকৰ ভিতৰত পৰস্পৰৰ প্ৰতি সহানুভূতিও প্ৰবল, আৰু সেই প্ৰবলতাও এই অৱস্থাৰ জাতীয় ভাব গাঢ়তৰ কৰাৰ আনি এটা বৰ বৰডাঙৰ কাৰণ।

ওপৰত "আপোন" সাদৃশ্যৰ প্ৰধান প্ৰধান ভাগ কেইটাৰ মাথোন লক্ষণ আৰু কাৰ্য্যৰ সংক্ষেপ বিৱৰণ কোৱা হল। ইয়াত বাজেও ওপৰত উনুকিউৱা পিন্ধন-উৰণ, চলন-ফুৰণ, খোৱা-লোৱা প্ৰভৃতিৰ সাদৃশ্যও উপৰোক্ত পাঁচ প্ৰকাৰ প্ৰধান প্ৰধান সাদৃশ্যৰ সহযোগী বুলি ধৰিব লগীয়া। ওপৰত কোৱা পাঁচ প্ৰকাৰ প্ৰধান প্ৰধান সাদৃশ্যই জাতীয় ভাবৰ মূলৰ পৰা গোটেই অঙ্গ গঠনত সাহায্য দান কৰে: তাৰ তলতীয়া সৰু সৰু সাদৃশ্যই সেই ভাবৰ ভিতৰ আৰু বহিৰ্ভাগৰ শ্ৰীবৃদ্ধি কৰে। এই সৰু সৰু সাদৃশ্যৰ ভিতৰত পিন্ধন-উৰণৰ সাদৃশ্য বিশেষকৈ চাব-লগীয়া। এই সাদৃশ্যই মূল ভেটিৰ আকাৰ-সাদৃশ্যৰ কাৰ্য্যৰ শেহ ছোৱাত সম্পূৰ্ণকৈ

যোগ দিয়ে । আকাৰ-সাদৃশ্যে পোন প্ৰথম দৃষ্টিত পৃথিবীৰ সমস্ত জাতিকে সামৰে ; তাৰপৰা মানুহৰ আকৃতিগত প্ৰভেদানুসাৰে ক্ৰমে বিশেষ বিশেষ জাতিলৈ ভাগ হৈ যায় । প্ৰথম দৃষ্টিত পৃথিবীৰ সকলো জীৱ-জন্তুৰ ভিতৰত মানুহ জাতিৰ আকৃতিৰ বিশেষত্ব দেখা যায়, তাৰ পাচে সূক্ষ্ম দৃষ্টিত মানুহ জাতিৰ ভিতৰতে মানুহৰ বেলেগ বেলেগ জাতিগত বিশেষত্ব ধৰা পৰে । এই বিশেষত্ব পৰিবৰ্দ্ধনত পিন্ধন-উৰণে বিশেষকৈ সহায় কৰে ।

---

# ভানুমতী ।

## আপোন-চিনাকি ।

মোৰ নাম ভানুমতী । মই দেউতাৰ বহু সাধনাৰ ফল—একেটী ৰত্ন । মোৰ জীৱনৰ আদিছোৱাৰ কথা একোকে মনত নপৰে । যি অলপ-অচৰপ কব পাৰোঁ, সি কেৱল এনাই-দেউতাৰ মুখৰপৰা শুনা কথা হে । মোৰ দেউতাৰ চাৰি ভাই-ককাই । দেউতাই সবাতকৈ সৰু । পুঠাও-দেউতা ধুকুৰাৰ পাচৰপৰা তেওঁ ককাইদেউসকলৰ আদৰত উলহৰ মাদলি আছিল । পিচ যেতিয়া সিবিলাক তিনিওটিয়ে এজন-এজনকৈ বিয়া কৰাই উঠি, আপাদেওসকলৰ হাতত ঘূৰা উঘাৰ নিচিনা হল, তেতিয়াৰপৰা সেই উলহৰ মাদলি লাহে-লাহে বেজাৰৰ কেৰোণ যেন হবলৈ ধৰিলে । তাৰ পিচত আকৌ আপাদেওসকলৰ লেখ লাহেকৈ তিনি গৰাকীৰপৰা ছগৰাকীলৈ উঠিল । আৰু তেতিয়াৰ পৰা হে ঘৰত দিনেৰাতিয়ে কছাৰি-ৰণ লাগিবলৈ ধৰিলে । ঘৰত কাৰো সুখ-শান্তি নোহোৱাত পৰিল । দেউতাৰ দুৰ্গতিৰ সীমা নেথাকিল, আৰু লাহে-লাহে এইবোৰ কথা ৰজাৰ কাণত পৰিলগৈ । স্বৰ্গদেৱে মন্ত্ৰী আৰু বিশ্বাসকলৰে সৈতে পৰামৰ্শ কৰি দেউতাক মতাই নিয়ালে । আৰু চৰাৰ বিচাৰমতে নিচাওদেওক ভাঙ্গি পুঠাও-দেউতাৰ মৰাণ-ডেকা-বৰুৱাৰ বিষয়ৰ বাব দেউতাক দিলে । দেউতাৰ স্বভাৱ-চৰিত্ৰ আৰু কথা-বাৰ্ত্তাত স্বৰ্গদেৱ বৰ সন্তুষ্ট হৈছিল । গতিকে, ৰাজঅনুগ্ৰহৰ বলত দেউতাৰ প্ৰতিপত্তি আৰু ক্ষমতা সোনকালে বাঢ়িবলৈ ধৰিলে । তাৰ লগে-লগে তেওঁৰ ঘৰ-গৃহস্থী, সুখ-সম্পদ, ধন-গৌৰৱ আদিও বাঢ়ি

আছিল । কিন্তু ইমানবিলাক বাহিৰৰ সৌভাগ্যৰ কাৰণেও তেওঁৰ অন্তৰত সুখ-শান্তি দিব নোৱাৰিলে,—তেওঁৰ সদায় বিষাদ, সদায় মন-মৰা । ইয়াৰ কাৰণ হৈছিল, বহুকাললৈকে তেওঁৰ সন্তি-সন্তান নাছিল । কিমান যাগ, যজ্ঞ, পূজা, সেৱা আদি কৰালে সকলো মিছা হল । বন্ধু বান্ধৱে দেউতাক আৰু এগৰাকী বিয়া কৰাবলৈ পৰামৰ্শ দিছিল, কিন্তু ককাইদেৱাকসকলৰ দশালৈ চাই তেওঁ তেনে হিত উপদেশ নললে । অন্তত তেওঁ সন্তানৰ আশা এৰি দি নিশ্চিন্ত হৈছিল । এনেতে ঈশ্বৰৰ ইচ্ছাত এই অভাগিনীৰ জন্ম হয় । দেউতাৰ আনন্দৰ পাৰ নোহোৱা হল । পণ্ডিতে পুথি-পাঁজি চাই মোৰ নাম ভানুমতী ৰাখিলে ।

কথমপি মোৰ তিনি বছৰ হওঁতেই ঈশ্বৰে মোক মাউৰী কৰিলে । মাকৰ চেনেহৰ—যি পৱিত্ৰ স্নেহৰ তুলনা নাই—সোৱাদ মই ভালকৈ নুবুজিলোঁ । কিন্তু কেতিয়াবা সুৰঁৰি চালে মোৰ স্বৰ্গীয়া আইতাৰ মুখ-খনিলৈ মনত পৰে । আৰু সেই চালুকীয়া বয়সত আইতাৰ আঁচলত ধৰি ডেও দি ফুৰা, কেতিয়াবা কোনোবাই ধৰ বুলিলে লৰ মাৰি আইতাৰ গাত গৰা মাৰি ধৰা, আইতাৰ মুৰ মেলাই দিয়া আৰু কেতিয়াবা ওকণী চাওঁতে আমনি পাই কান্দি বলিয়া হোৱা এইবোৰ কথা এতিয়া ৰিণিকি ৰিণিকি মনত পৰে । আইতা ধুকাবৰপৰা মই দেউতাৰ মনত আলাসৰ লাৰু যেন হলোঁ । তেওঁ সততে মোক ওচৰৰপৰা নেৰা হল । ময়ো দেউতাক এক্ষন্তেক নেদেখিলে আন্ধাৰ দেখোঁ ।

এই দৰেই মোৰ জীৱনৰ চালুকীয়া কাল পাৰ হল । তাৰ পাছত মই যিমানেই বুজন হৈ আহিলোঁ সিমানেই দেউতাৰ লগ ধৰা অভ্যাস পাতল হৈ আহিল । এই নিয়মে লাহে লাহে মোৰ বয়স চৈধ্য বছৰত সোমালহি । তেতিয়াৰপৰা আল-পৈচান ধৰাত বাজে দেউতাৰ ওচৰ চাপিবলৈ মোৰ কাৰণ নোহোৱা হল । আৰু লাহে লাহে পিচলৈ অকলৈ থাকিহে



ভাল লগা হল । কিন্তু অকলৈ থাকোঁ বুলি চিন্তাই মোৰ লগ নেৰে । ধৰিবলৈ গলে, পাচলৈ চিন্তা মোৰ লগৰীয়া সখী যেন হৈ উঠিল । কেতিয়াবা এই চিন্তাতে ভোল গৈ আপোন-পাহৰা হওঁ । এনে কি, পাচলৈ মোৰ ভাব-গতি দেখি দেউতা চিন্তাযুত হবলৈ ধৰিলে ।

লাহে লাহে চিন্তা মোৰ লগৰ লগৰী, মৰমৰ সখী আৰু সুখৰ কাৰণ হৈ উঠিল । দেউতা বজাৰ চবালৈ ওলাই গলেই মই আগফালৰ ফুলনীত, নাইবা পাচফালৰ পুখুৰী-পাৰত বহি চিন্তাৰ লগৰী হওঁ । তেতিয়া জগৎ-সংসাৰ নিতান মৰা যেন পাওঁ । গছৰ পাত এখিলা সৰি পৰিলেও সাৰ পাওঁ । এই অৱস্থাতে এদিন দুপৰীয়া । জেঠৰ বাৰ থৰৰ তৃতীয় খৰ । বদে খাওঁ খাওঁ মূৰ্তি ধৰিছে । আকাশত মৰল দিছে । গছৰ পাত লেৰেলি পাতত দিয়া টেঙেচীৰ দৰে হৈছে । বাহিৰত ধানলুভীয়া কাউৰী আৰু বোৱাৰীত বাজে দেউ-মনিচ কাকো দেখিবলৈ নাই । সকলোৱে ভিতৰত বহি শাঁত হৈছে । কিন্তু বোৱাৰী-বেটীৰ শান্তি নাই, ধান হাতত দিওঁতে হাইবাণ । ঘামে জুকলি বৈছে । কপালৰ ঘাম বৈ আহি চকু ঢাকি পেলাইছে । তথাপি এফেৰি জিৰাবৰ সাধ্য নাই । ছাঁত বহি অলপ শাঁত হবলৈ গলেই ইফালে ধান খৰি যায়,—নাচনী শাহু-আই নাচি আহিব ! নিৰুপায় ! মনৰ থং মনতে মাৰ গৈছে । মনে মনে একোবাৰ বাঢ়নিৰে খুচি কণা মেঘৰ ইওটো চকু ফুটাবলৈকে বাঢ়নি তুলিছে । একোবাৰ আকৌ বেটীৰ থং বাঢ়নিতে সাৰিছে । এনে ক্ষণত, এনে উৎপতীয়া ক্ষণত এজন ডেকা আমাৰ পুখুৰী-পাৰলৈকে পোনাই আহিছে । মই মুৰ দাঙ্গি হঠাৎ তেওঁকে দেখি চক খাই উঠিলোঁ । কিয় চক খালো কব নোৱাৰো, কিন্তু পিচ মূহুৰ্ত্ততে তেওঁক চিনি পালোঁ । তেওঁ আমাৰ চুবুৰীয়া । ডেকাজন ৰদত পকি পকা-থেকেৰাটিৰ দৰে হৈ আহিছে । দেখাতে বুজা যায় যে, তেওঁ কিবা

আপদত পৰি উধাতু খাই ফুৰিছে। মুখখানি বেজাৰত আমোলাই আছে। কিন্তু মোৰ ওচৰ চাপিলত সেই চিন ক্রমেকলৈ মুখৰপৰা আঁতৰ হল। আৰু তেওঁ লাহেকৈ হাঁহি এটি মাৰি মোক মাত লগালে,—“ভানু, তুমি ইয়াত অকলৈ বহি আছা?” মই হৰিষ মনেৰে উত্তৰ দিলোঁ,—“এবা, ঘামত তৰণি নেপাই ইয়াতে বহি জুৰ লৈছোঁহি। তুমি নো ইমান বদত অকলে কলৈ গৈছিলা?” তেওঁ জিকাৰি উঠি কলে—“অ, মই যাওঁ! মই বহুত পলম কৰি আছোঁ। মই ৰব নোৱাৰোঁ। দেউতাৰ সন্নিপাত জ্বৰত তত্ নাই। কি হয়গৈ ঈশ্বৰে হে জানে। মই বেজবৰুৱাৰ তালৈ গৈছিলোঁ। তেওঁ ৰাজবাটেদি গৈছেগৈ। মই এই পোনেই পোনাই আহিছোঁ। ভানু! থাকিবা এতিয়া দেই!” এই কেইআষাৰ কথা কৈ তেওঁ বেগাবেগিকৈ ঘৰৰ ফালে খোজ ললে। আমাৰ ভঁৰালঘৰৰ আঁৰ নোহোৱালৈকে মই তেওঁক চাই চাই চাই চাইয়ে ৰলোঁ। তেওঁৰো মোলৈ তিনিবাৰ উলটি চাই গৈছেগৈ।

——:::৪:::——

# সাহিত্যৰ সাধাৰণ লক্ষণ।

৺সত্যনাথ বৰা।

মানুহে নিজৰ বুদ্ধিৰে আজিলৈকে যি যি কাম কৰিছে, তাৰ ভিতৰত সাহিত্যকে ঘাই বুলিব পাৰি। সাহিত্যৰ গুণ সংসাৰ জিনি আছে। ইয়াৰ নিচিনা মনমোহনীয়া বস্তু জগতত আৰু বিচাৰি পাবলৈ বৰ টান। সাহিত্যৰ গুণত বিষাদত বুৰবোৱা মানুহৰো মনোবিকাৰ উপশম হয়, ৰুগীয়াৰ ৰোগ সকাহ পৰে, কাঠ-বুকুৱা মানুহৰ মনত দয়াৰস জন্মে, খং খিয়াল ইত্যাদি যি মানুহৰ ৰিপুবিলাক আছে, সিহঁতো লাহে লাহে কমি যায়, কিন্তু এই সাহিত্য-সুখ সকলোৱে ভোগ কৰিবলৈ নাপায়। আগেয়ে কিছু জ্ঞান আৰ্জি নললে সাহিত্যৰ ৰস পোৱা বৰ টান। সেই দেখিহে মূৰ্খ আৰু অসভ্য জাতিবোৰে সাহিত্যৰ মোল নাপায়, আন কি সাহিত্য বুলিবলৈ বস্তু এটাই সিহঁতৰ নাই। জ্ঞান সাহিত্য সুখৰ মূল! জ্ঞানৰ ৰশ্মিয়ে মন পোহৰ নকৰিলে সাহিত্যৰ অসীম ৰূপৰ অলপো দেখিবলৈ নাপায়। এই জ্ঞান কেৱল লিখা পঢ়া শিকিলেই হয়, এনে বুলি ভবা অনুচিত। অনেক মানুহ আছে, তেওঁ কৈ দিব পাৰে, তেওঁ সাহিত্যৰ ৰস বুজিবলৈ টান পায়। এই কথাটো প্ৰথমতে আচৰিত যেন লাগিব পাৰে, কিন্তু অলপ গমি চালে দেখা যায়, যে যি জ্ঞানৰ বলত সাহিত্যৰ ৰস বুজিব পাৰি সি লিখা-পঢ়া শিকিলেই হোৱা বস্তু নহয়। তাৰ নিমিত্তে বেলেগ পুৰুষাৰ্থ কৰিব লাগে, তেহে সেই জ্ঞান লাভ কৰিব পাৰি। নীতি-বিজ্ঞান, মনোবিজ্ঞান, বীজগণিত ইত্যাদি শাস্ত্ৰত বৰ পাৰ্গতালি লাভ কৰিলেও সাহিত্যৰ এক৹ নাজানিব পাৰে। কিয়নো, মনো-বিজ্ঞান শিকোঁতে সাহিত্য শিকা নহয়।

এই জ্ঞান যে দুৰ্লভ এনে নহয়। আন কথা শিকিবলৈ যিমান দুখ কৰিব লাগে, সাহিত্য বোধ কৰোঁ তাতকৈ অলপ শ্ৰমতে শিকিব পৰা যায়। যেতিয়া মানুহে লিখা-পঢ়া আৰম্ভ কৰে, তেতিয়াৰ পৰা সাহিত্যৰ ফাললৈকো চকু দিব লাগে, সদাই তাত মন দিলেহে পিচে উপকাৰ পোৱা যায়। যদি সৰুৰে পৰা সাহিত্যৰ লগত একো সম্বন্ধ নাৰাখা, তেন্তে ডাঙৰ হলে তাৰ ৰস কেনেকৈ বুজিবা? একেই সাহিত্য এটা জটিল বিষয়, তাতে যদি আৰম্ভৰে পৰা তাক হেলা কৰা যায়, তেনেহলে পিচে তাৰ সোৱাদ পোৱা বৰ অসম্ভৱ। কিন্তু নিচেই সৰুতে সাহিত্য শিকিবলৈ ধৰাও উচিত নহয়, কিয়নো তেতিয়া বহুত কথাৰ অৰ্থকে বুজি নাপায় আৰু অৰ্থ বুজি পালেও কথাৰ ভিতৰ সোমাই তাৰ সাৰ বিচাৰি উলিয়াব নোৱাৰে। যেতিয়া বুদ্ধি পুৰঠ হয়, জটিল কথাৰ আঁত বিচাৰি উলিয়াব পাৰে, আৰু নীৰস বিষয়তো লাগি থাকিবলৈ বেজাৰ নলগা হয়, তেতিয়াহে সাহিত্যৰ ফাললৈ মন দিয়া যুগুত। সাহিত্যত এবাৰ মন বহিলে আৰু শঙ্কা নাই। তাৰ সোৱাদ এবাৰ পালে পাহৰিব নোৱাৰি। সেই দেখিহে এজন কবিয়ে ঈশ্বৰত খাটিছিল, যে তেওঁক যেন এই পৃথিবীত আকৌ জনম দিয়ে, আকৌ যেন তেওঁ সাহিত্য-সুধা পান কৰিবলৈ পায়।

সাহিত্যৰ সোৱাদ আন বিলাক মিঠা বস্তুৰ দৰে নহয়। আন আন বস্তুৰ সোৱাদ জিভাৰে পাওঁ, আন বস্তুৰ ৰূপ চকুৰে দেখোঁ। কিন্তু সাহিত্যৰ সোৱাদ মুখৰ জিভাৰে নাপায়; তাক মনেৰে চাকিব লাগে, তেহে তাৰ ৰূপ বা সোৱাদৰ গম পোৱা যায়। সেই দেখি জিভা নোহোৱা মানুহেও সাহিত্যৰ ৰকম বুজিব পাৰে। কণাইও তাৰ ৰূপ দেখি ভোল যায়। সাহিত্য সম্ভোগৰ নিমিত্তে বহুত ধন-বিত্তো খৰচ কৰিব নালাগে, বা দেশ এৰি বিদেশলৈকো যাব নালাগে। ঘৰতে বহি সেই



পৱিত্ৰ সুখ ভোগ কৰিব পাৰি। আন সুখৰ অন্তত কেতিয়াবা দুখ মিলে, কিন্তু সাহিত্যৰ পৰা যি আনন্দ পোৱা যায়, তাত বিষাদৰ অলপো মিহলি নাই। সাহিত্য কেৱল সুখৰ ভঁৰাল। নন্দন কাননত যেনেকৈ দেৱতা সকলে অমৃত পান কৰি সকলো দুখ পাহৰে সেই দৰে জ্ঞানী মানুহে সাহিত্য পঢ়ি বা সমালোচনা কৰি সংসাৰৰ চিন্তা পাহৰে আৰু পৰম হৰিষে কাল নিয়ায়। জ্ঞানী লোকৰ পক্ষে সাহিত্য জিৰণি লোৱা ঠাই। আনবিলাক মানুহৰ যেতিয়া গৃহকৰ্ম্ম কৰি ভাগৰ লাগে, তেতিয়া তেওঁলোকে গীত বাজনা-বা আন কোনো ক্ষণস্থায়ী সুখৰ আশ্ৰয় লয়। কিন্তু জ্ঞানী লোকৰ ভাগৰ লাগিলে সাহিত্য ৰূপ বিলাস বনত সোমাই তাৰ নানাবিধ শোভা চাই চাই ভাগৰ পাহৰে। এই পৱিত্ৰ সুখ লভিবলৈ সকলোৰে যত্ন কৰা উচিত। কোন বাটে গলে এই সুখ লাভ কৰিব পাৰি তাক আমি ক্ৰমে দেখুৱাম। সম্প্ৰতি সাহিত্য কি বস্তু, কিহক নো সাহিত্য বোলে, তাৰ লক্ষণ কেনে, কোনে কি বস্তুৰে সাজিলে, কেতিয়া হল, আগেয়ে কেনে আছিল, এতিয়া কেনে হৈছে, আন কিহৰ লগত সাহিত্যৰ বিশেষ সম্বন্ধ আছে, জয় জয়তে এই কেটা কথা ভালকৈ বিচাৰি চাব লাগিব। তেহে আমি সাহিত্যৰ ওচৰ চাপিব পাৰিম।

সংসাৰৰ সকলো প্ৰাণীতকৈ যে মানুহে ইমান বেছি উন্নতি কৰিছে, তাৰ কাৰণ এই, সিহঁতে নিজৰ মনৰ ভাব আনক ভাঙ্গি কব পাৰে। এটা মানুহে নিজ বুদ্ধিৰে যি শিকে তাক তাৰ লগৰীয়াবিলাকক বুজাই কব পাৰে। এই ক্ষমতা নথকা হেঁতেন মানুহে কেতিয়াও ইমান খিনি উন্নতি কৰিব নোৱাৰে। যেয়ে যি শিকে, সি তাৰ লগতে লোপ হল হেঁতেন। এতিয়া সেই ক্ষমতাৰ গুণত আমি আনে শিকা বা উলিওৱা কথাৰ পৰা উপকাৰ পাওহঁক। যি উপায়ৰ দ্বাৰাই এজনৰ মনৰ ভাব

আন এজনক প্ৰকাশকৈ কব পৰা যায় সেই উপায়ৰ নাম ভাষা । ভাষা কেনেকৈ হল, তাক কোনে সাজিলে এইবোৰ কথা আমাক এতিয়া নালাগে । সম্প্ৰতি ইয়াকে জানি থলেই হব, যে আমি ভাষাৰ গুণতহে অন্য জীৱ-জন্তুতকৈ বেছি উন্নতি লাভ কৰিব পাৰিছো । এই ভাষাৰ দ্বাৰাই আমাৰ মনৰ ভাব ব্যক্ত কৰোঁ । এই ভাষাৰেই হে আমি পৃথিবীত সবাতকৈ শ্ৰেষ্ঠ । কিন্তু অকল ভাষাই আমাৰ ইমান উপকাৰ সাধিব নোৱাৰিলে হেঁতেন । যেতিয়া মানুহে লিখিব নেজানিছিল, যেতিয়া কাপৰ ব্যৱহাৰ পৃথিবীত নাছিল, সেই সময়ত ভাষাৰো বৰ আদৰ নাছিল । ভাষা যে ইমান গুণৱতী হল, ই কেৱল লিখাৰ বলতহে । মানুহে বুদ্ধিৰে উলিওৱা কথা লিখি থবলৈ এইটো উপায় নথকা হেঁতেন, ভাষাৰ পৰা আমি ইমান উপকাৰ কেতিয়াও নাপাওঁ ।

মানুহে যেতিয়াৰ পৰা কথা লিখিবলৈ ধৰিলে, সেই দিনৰ পৰা সাহিত্যৰ সৃষ্টি হল বুলি ধৰিব পাৰি । ভাষা লিখিলেই সাহিত্য নাম পায় । ভাষা আৰু সাহিত্যৰ ভিতৰত ইমান মিল, যে সময়ে সময়ে কোনটো কি বাছি উলিয়াবলৈকে টান হৈ পৰে । কিন্তু এই কথাৰ পৰা এনে ভাবি লোৱা উচিত নহয়, যে ভাষা আৰু সাহিত্য একে । সিহঁত আকাৰে প্ৰকাৰে একে ৰকম হলেও, দুইও বেলেগ বেলেগ বস্তু । সিহঁতৰ গুণ বেলেগ, লক্ষণ বেলেগ, আৰু নামো স্বকীয় । কিছুমান কথাত যদিও দুইৰো বৰ মিল দেখা যায়, কিছুমান কথাত আকৌ ইমান অমিল, যে সিহঁতৰ ভিতৰত একো সম্বন্ধই নাই বুলিব পাৰি । প্ৰথমতে চোৱা, ভাষা কেৱল এটা নাম মাথোন । ভাব প্ৰকাশ কৰিবলৈ মানুহে মুখেৰে নানা প্ৰকাৰ শব্দ কৰে । তাৰ একোটা শব্দৰ নাম আখৰ । আখৰৰ এটা বা কেইবাটাও গোটখাই এটা বস্তুৰ নাম হয় । এই নামবোৰ যেতিয়া মানুহে মনৰ ভাব প্ৰকাশ কৰিবলৈ উচ্চাৰণ কৰে তেতিয়া তাকে ভাষা বোলে ।



কিন্তু সাহিত্য কাপ-কাকতেৰে গঢ়া বস্তু । মানুহে লিখিবলৈ শিকাৰ আগেয়েও ভাষা আছিল, আৰু এতিয়াও আছে । কিন্তু সাহিত্য আগেয়ে নাছিল । ভাষাৰ আদখিনি ঈশ্বৰে আৰু আদখিনি মানুহে কৰা, কিন্তু সাহিত্য হলে সৰ্ব্বাংশে মানুহৰ হাতে গঢ়া বস্তু । সাহিত্য আৰু ভাষাৰ ভিতৰত যে কেৱল এই খিনিহে অমিল এনে বুলি ভবা উচিত নহয় । ৰাতি আৰু দিনৰ যেনে প্ৰভেদ, সিহঁতৰ ভিতৰতো প্ৰায় সিমানেই প্ৰভেদ । ভিন কেৱল একে ঠাইত মাথোন দেখা যায় । আগত কৈ অহা হৈছে যে নানা বিধ শব্দ গোট খুৱাই একেঠাই কৰি এটা ভাব প্ৰকাশ কৰাৰ নাম ভাষা । এতেকে ভাষা শব্দ মূলক, অৰ্থাৎ শব্দ নহলে ভাষাৰ সৃষ্টি হব নোৱাৰে । যদি কাহানিবা মানুহে শব্দ এটাইবোৰ পাহৰি যায়, তেন্তে সেই দিনাই ভাষাৰো মৃৰ মৰিব । সাহিত্যও প্ৰায় তেনেকুৱা । কিছুমান শব্দ লগ কৰি এটা কথা লিখিলেই সাহিত্য হয় । এতেকে সাহিত্যকো ভাষাৰ নিচিনা শব্দৰ সমষ্টি বা পুঞ্জ বুলিব পাৰি । এই ঠাইতে ইহঁত দুয়োৰো বৰ মিল দেখা যায় । ইয়াত বাজে এহেলৈ য'তে ধৰা ত'তে সিহঁত বেলেগ । ইহঁত দুইৰো ভিতৰত কত কত মিল আৰু কত অমিল ভালকৈ বুজি নললে সাহিত্য শিকাত বহুত বিঘ্নি জন্মিব পাৰে । কিয়নো, আমি আদিতে কৈছো যে কেতবিলাক মানুহে ভাষা শিকে হয়, তেও সাহিত্যৰ ৰস নাপায় । ভাষা ওপৰতে থকা বস্তু, চকু ফুৰালেই তাক দেখা যায় । যেয়ে আখৰ চিনে আৰু শব্দৰ অৰ্থ জানে সেয়ে ভাষা দেখা পায়, আৰু শিকিব পাৰে ; কিন্তু সাহিত্য তেনেকুৱা নহয় । তাক ভাষাৰ মাজৰ পৰা চালি-জাৰি উলিয়ালেহে পোৱা যায় । সি ভাষাৰ তলত ঢাক খাই থাকে, বিচাৰি উলিয়ালেহে ওলায় । ভাষা এটা বস্তু, সাহিত্য তাৰ ৰূপ, ভাষা শৰীৰ, সাহিত্য আত্মা, বা ভাষা পদাৰ্থ, সাহিত্য তাৰ গুণ । নাইবা, এই

দৰেও ধৰিব পৰা যায়, যে ভাষা এটা ফুল, সাহিত্য গোন্ধ, ভাষা মাটিকঁঠাল, সাহিত্য তাৰ সোৱাদ।

এই দৰে ভাষাৰ মাজৰ পৰা সাহিত্য বিচাৰি উলিওৱাকে সাহিত্য শিক্ষা বোলে। এই শিক্ষা অৱশ্যে অতি টান কাম, অলপ শ্ৰম কৰি সাধিব নোৱাৰি। গুৰিৰ পৰা লাহে লাহে অভ্যাস নকৰিলে একে দিনে যে সাহিত্যৰ ৰস বুজা হব পাৰি এনে কথা কেতিয়াও মনত ঠাই নিদিবা। এই কাম কৰিবলৈ যে কৰবাত কিছুমান নিয়ম আছে এনে নহয়। নিয়ম থকাহেঁতেন ই ইমান টান হবই নোৱাৰে। যি যি কামৰ নিয়ম বন্ধা আছে, অৰ্থাৎ নিয়ম অনুসৰি চলিলেই যি কাম সিদ্ধ হয়, তাক টান কাম বুলিব নোৱাৰি। কিয়নো, নিয়ম হাজাৰ টান হলেও, মানুহে পুৰুষাৰ্থ কৰি তাক বুজিব পাৰে, আৰু সেই দৰে চলিব পাৰে। যিবোৰ কামৰ একো নিয়ম নাই সেই বোৰেহে আচলতে টান। এই দেখি সাহিত্য শিক্ষা সুৰলা কৰিবলৈ একো উপায় দিব নোৱাৰি। যি তাক শিকিব খোজে তেওঁ কিছুমান দিন মন দি ধৰিলেই আপোনা আপুনি বহুত উপায় ওলাই পৰিব। ইয়াত শিকোঁতাক সহায় কৰিবৰ নিমিত্তে আমি স্থূল স্থূল দুই চাইটা কথা উনুকিয়াম। এই আৰ্হি অনুসৰি কাম কৰিলে যে কিছু উপকাৰ হব, তাত আমাৰ এক ধনিষ্ঠাও সন্দেহ নাই।

পৃথিবীত যত বস্তু আছে তাৰ সকলোৰে দুই পিঠি। কথাবো ভাব ঠিক এনেকুৱা। এটা লিখা প্ৰবন্ধৰ দুটা পিঠি, তাৰে এপিঠিৰ নাম কথা বা শুধ ভাষা আৰু আনটো পিঠিৰ নাম সাহিত্য। যেতিয়া আমি প্ৰবন্ধত কোৱা কথাকেটালৈ মাথোন মন কৰোঁ, অৰ্থাৎ লিখকে যি ভাব প্ৰকাশ কৰে তাত মাথোন মন দিওঁ, তেতিয়া আমাৰ চকু কেৱল ভাষাতহে থাকে। কিন্তু যদি তাক এৰি তাত বাজেও, লিখকৰ লিখাৰ



ধৰণলৈ চাওঁ অৰ্থাৎ লিখকে কেনেকৈ মনৰ ভাব প্ৰকাশ কৰিছে, তেওঁ কি কি শব্দ ব্যৱহাৰ কৰিছে, কি উপমাৰে বুজাইছে, আৰু কেনে ভাৱত লিখিছে, এইবোৰ কথালৈ মন দিয়া যায়, তেন্তে সেই প্ৰবন্ধৰ তেতিয়া সাহিত্য বিচৰা হয়। মুঠতে কব লাগিলে লিখকে যি কয় তালৈ মন কৰিলে ভাষা আৰু যেনেকৈ কৈছে তালৈ মন কৰিলে সাহিত্য বিচাৰ কৰা হয়। যি মানুহে প্ৰবন্ধত কোৱা কথা অৰ্থাৎ বাতৰিটো মাথোন বিচাৰে তেওঁ সেই প্ৰবন্ধত সাহিত্য নেদেখে। সাহিত্য বিচৰা মানুহে প্ৰবন্ধত থকা উপমাৰ মিল, শব্দৰ পাতনি, ভাবৰ গাঁথনি আৰু লিখাৰ প্ৰণালীলৈ মন কৰে। এটি উদাহৰণ দিওঁ চোৱা। "ঈশ্বৰ দয়াৰ সাগৰ" এই বাক্য। এতিয়া আমি যদি বাক্যটো পঢ়ি ইয়াকে বুজি থওঁ যে 'ঈশ্বৰ বৰ দয়ালু' তেনেহলে আমি তাৰ ভাষাতহে মন দিলোঁ। কিন্তু যদি এই দৰে ভবা যায়, যে এই ঠাইত ঈশ্বৰ নিদি পৰমেশ্বৰ লিখা হেঁতেন শুনিবলৈ ভাল হল হেঁতেন, বা ঈশ্বৰ শব্দটোৱে এই ঠাইত সুন্দৰ ৰূপে খাই পৰিছে আন শব্দ দিলে বেয়া হব, তেনেহলে আমি তেতিয়া বাক্যটোৰ ভাষা বিচৰা নাই, আমাৰ মন তাৰ সাহিত্য-তহে আছে। আৰু এই দৰেও ভাবি চাব পাৰি, যে ঈশ্বৰক দয়াৰ সাগৰ নুবুলি দয়াতৰঙ্গিণী বা দয়াকূপ বোলা ভাল আছিল' বা দয়াকূপ বুলিলে নিমিলে, কিয়নো ঈশ্বৰ সৰ্ব্বব্যাপী, এতেকে দয়ানদী বোলা যাওক, বা এই শব্দটো শুনিবলৈ কৰ্কশ, এতেকে দয়াৰতৰঙ্গিণী বোলা ভাল; এনেকুৱা বোৰ কথালৈ মন কৰিলে সাহিত্য বিচাৰ কৰা হয়।

এতিয়া সুন্দৰ ৰূপে বুজিব পাৰি, যে সাহিত্য কেৱল ভাষাৰ অলঙ্কাৰ মাথোন। এই অলঙ্কাৰবোৰ গুচাই যদি ভাষাক একেবাৰে নাঙট কৰা যায়, তেন্তে তাৰ এই ৰূপ নাথাকে। কিন্তু ভাষাক একে বাৰে নিৰলঙ্কাৰ কৰা অতি দুষ্কৰ। তাক বেয়া সাজ পিন্ধাই দেখিবলৈ কুৎ-

লিং কৰিব পাৰি, কিন্তু সমূলি নাওট কৰিবলৈ টান। কিয়নো শব্দই ভাষাৰ অলঙ্কাৰ, আৰু আগত কোৱা হৈছে, যে শব্দই ভাষাৰ মূল। যদি শব্দ এটাইলবিলাক কাঢ়ি নিয়া যায়, তেন্তে ভাষাই নাথাকে। ভাষাক ধুনী কৰিবলৈ মানুহে নানাবিধ অলঙ্কাৰ পিন্ধায়। কেৱল ভাষাই মানুহৰ মন টানিব নোৱাৰে। বেয়াকৈ লিখা পুথি পঢ়িবলৈ কাৰো মন নাযায়। তেনেকুৱা পুথি এবাৰ পঢ়ি চালেই দুনাই মেলিবলৈ বেয়া লাগে। কিন্তু ভাল বছা শব্দ, সুন্দৰ উপমা, বা নতুন মনোহৰ ভাবেৰে সজাই পুথি লিখিলে তাক সকলোৱে আদৰ কৰে। তাক এবাৰ পঢ়িলে আকৌ পঢ়িবলৈ মন যায়। কালিদাসে শকুন্তলা লিখিবৰ আজি কত যুগ হল, তেও সেই শকুন্তলা পঢ়ি মানুহে আজিলৈকে ৰস পায়, আজিও সকলোৱে তাক আদৰ কৰি ৰাখে, হেঁপাহ কৰি পঢ়ে। ইয়াৰ কাৰণ এই যে শকুন্তলা বত্রিশ অলঙ্কাৰে বিভূষিতা। তাক পঢ়িলেই মানুহৰ মন মোহে। যি সাহিত্যৰ ৰস বুজা মানুহে এবাৰ শকুন্তলা পঢ়ি চাইছে, সি কেতিয়াও তাক পাহৰিব নোৱাৰে।

যদিও অলঙ্কাৰে সাহিত্যৰ ইমান উপকাৰ কৰে, তাৰ পৰা যে কিছু অপকাৰ হোৱা নাই এনে নহয়। অলঙ্কাৰ লগাওঁতে দুই চাইটা নলগা শব্দ বা উপকৰা ভাব ব্যৱহাৰ কৰিব লগাত পৰে। যি কথা আচলতে নাই তাকো কেতিয়াবা আছে বুলি কব লাগে। পাচে, যি মানুহে পঢ়ে তেওঁ অলঙ্কাৰৰ কথাখিনিকে সঁচা বুলি ধৰি থয়। সাহিত্যৰ ভিতৰত যদি কিবা ঘুণ আছে, সি শব্দৰ আৰু ভাবৰ বহুলতাইহে। বহুলতাই অনেক মানুহৰ ভ্ৰম জন্মায়। এই নিমিত্তেহে বোধ কৰোঁ মূলতে মিছা কথাতো মানুহৰ অটল বিশ্বাস দেখা যায়। মানুহে এই কথাটো ভাবি নাচায় যে কোনো এটা বস্তুৰ বৰ্ণনা কৰিব লাগিলে, আৰু সেই বৰ্ণনা যদি ধুনীয়া কৰিব খোজা যায়, তেনেহলে মাজে মাজে দুই এটা



বিশেষণ ব্যৱহাৰ কৰিব লগা হয়। সেই বিশেষণবোৰৰ তাৰ নানা প্ৰকাৰ হব পাৰে। বিবেচনা কৰা, তুমি এজোপা গছ বৰ্ণাবা, সেই গছৰ ডালবোৰ বৰ দীঘল। পিচে বৰ্ণনাত তুমি লিখিব লাগিব যে তাৰ ডালবোৰ সুদীৰ্ঘ বা অতিশয় দীঘল আছিল। বৰ দীঘল বুজাবলৈ যি দুটা বিশেষণ ইয়াত ব্যৱহাৰ কৰা হল, তাক দেখোঁতে সিমান জটিল বা ব্যৰ্থযুক্ত যেন নেদেখা হয়, কিন্তু অৰ্থ ভাঙিবৰ সময় তাৰ কেইবা-টাও অৰ্থ ওলায়। সুদীৰ্ঘ বুলিলে কেৱল নিয়মিত ৰূপ দীঘলহে বুজায় যে এনে নহয়, অস্বাভাবিক দীঘল বুজাব পাৰে। সচৰাচৰ গছৰ ডাল যিমান দীঘল হয়, সিমান দীঘল হলেও সুদীৰ্ঘ বুলিব পাৰি, আৰু অদ্ভুত দীঘল হলেও সুদীৰ্ঘ বুলিব পাৰি। এই দুটা অৰ্থৰ কোনোটো সঁচা বুলি লব লাগিব তাক ঠাৱৰকৈ কোৱা টান। কিন্তু সেই বুলি মানুহে বৰ্ণনাৰ আচল ভাবটো ধৰিব নোৱাৰেনে? অৱশ্যে পাৰে। সুদীৰ্ঘ বা অতিশয় দীঘল বুলিলে এনে বুজা যুগুত যে সচৰাচৰ গছৰ ডাল যিমান দীঘল হয় এই জোপা গছৰ ডালো সিমানেই দীঘল আছিল। কোনো এটা কথা লিখিব লাগিলে কিছু বঢ়াই নেলেখিলে নহয়, নাইবা বৰ্ণনাৰ ৰস নাইকিয়া হৈ পৰে। সেই গছ জোপাৰ ডালকেটা বৰ্ণাওঁতে যদি সুদীৰ্ঘ নুবুলি এশ বা ডেৰ শ হাত বুলি আচল জোখটো দিয়া যায় তেনেহলে প্ৰবন্ধৰ ভাষা সুললিত নহব পাৰে, বা আন কোনো প্ৰকাৰে বেয়া হব পাৰে। এই কথাটো মানুহে গমি নাচায়। বৰ্ণনাত যি পায় তাকে বিশ্বাস কৰে। ৰামায়ণত কয় যে হনুমন্তে হেনো নোমে নোমে একোখান পৰ্ব্বত বান্ধি লৈ জপিয়াইছিল, এই কথাটো কেৱল ভাবৰ বহুলতা মাথোন। ইয়াৰ দ্বাৰাই কবিয়ে দেখাইছে, যে হনুমন্ত বৰ বলবান আছিল, তেওঁ বৃহৎ পৰ্ব্বতকো তৃণ যেন দেখিছিল। আচলতে যে হনুমন্তে দহ হাজাৰ পৰ্ব্বত গাত বান্ধি লৈ জাপ মাৰিছিল এনে

কথা নহয়। রামায়ণ আৰু মহাভাৰতত এনেকুৱা শব্দ আৰু ভাৱৰ আধিক্য অনেক পোৱা যায়। আন আন পুথিতো আছে হয়, কিন্তু পৰিমাণ ইমান নহয়। এই দুই পুথিত কথাবোৰ ইমান বঢ়াই লেখিছে যে তাৰ পৰা আচল সাৰ কথাখিনি বাছি উলিওৱা বৰ টান হৈ পৰিছে। পৃথিবীত আন যিবিলাক জাতি আছে তেওঁলোকৰ সাহিত্যতো এই দোষ বা দোষযুক্ত অলঙ্কাৰ আছে; কিন্তু হিন্দু, গ্ৰীক আৰু মুছলমানৰ সাহিত্যত বৰ বেচি পৰিমাণে দেখা যায়। আন জাতিৰ লিখকে যদি একক চাৰি কৰে, হিন্দু আৰু মুছলমানে তাক চাৰি হাজাৰ নকৰে মানে নেৰে। এই দোষ অৱশ্য একেবাৰে গুচাব নোৱাৰি, কিয়নো ই সাহিত্যৰ এবিধ অলঙ্কাৰ। কিন্তু বহুতকৈ এনেকুৱা অলঙ্কাৰ লগালে ভাষা শুৱনী নহৈ কদাকাৰহে হয়।

ভাষাক অলঙ্কাৰ পিন্ধাবলৈ খোজোতে কেতিয়াবা মিছা কথাও কব লগা হয়, অৰ্থাৎ যি বস্তুটো বা গুণটো নাই তাকো আছে বুলি কব লগাত পৰে। এই দোষটো প্ৰায় আখৰ মিলাওঁতে বা শুনিবলৈ সুললিত কৰোঁতেহে হয়। এটা আখৰৰ নিচিনা আন এটা শব্দ লগাওঁতে লিখকে দুই চাইটা মিছা কথা লিখে। বিবেচনা কৰা, এটা মানুহক তুমি উত্ৰাৱল বুলি বৰ্ণিছা, কিন্তু উত্ৰাৱল শব্দটোৰ দৰে আৰু দুই চাইটা শব্দ আছে; যেনে উগ্ৰ, উদ্ধত, বা উটনুৱা। পিচে লিখকে যেতিয়া উত্ৰাৱল শব্দটো লিখে তেতিয়া ভাষা সুশ্ৰাব্য কৰিবৰ মনেৰে উগ্ৰ বা উটনুৱা কথাও লিখি পেলায়। লিখকে জানিব পাৰে, যে উত্ৰাৱল মানুহ জন উগ্ৰ বা উটনুৱা নাছিল, তেওঁ দুয়োটা শব্দ একে লগে লিখিলে শুনিবলৈ ভাল হয় দেখি তেওঁ অৰ্থলৈ বৰ কাণ নকৰে। এনেকুৱা কথা সকলো প্ৰবন্ধতে পোৱা যায়। ইও সাহিত্যৰ এবিধ অলঙ্কাৰ, এতেকে এই দোষ গুচাবৰ একো উপায় নাই।



অলংকৈ গমি চালে দেখা যায়, যে কথা লিখি উলিয়ালে তাৰ গঢ় আগৰ দৰে নাথাকে। মানুহৰ মুখৰ পৰা গৈ কাপৰ মুখত পৰিলেই মূৰ্ত্তি বেলেগ হয়। কদাকাৰ বস্তু শুৱনী হৈ পৰে, মিছাকো সঁচা যেন লাগে। ইয়াৰ কাৰণ এক প্ৰকাৰে আগেয়েই কোৱা হৈছে। বাঢ়ৈ আৰু খনিকৰে যেনেকৈ সাধাৰণ কাঠ বা মাটি এডোখৰকে সুন্দৰকৈ চাঁচি কাটি তাৰ ওপৰত ধুনীয়া ৰহণ লগাই চিক্‌চিকিয়া কৰি পেলায়, সেই দৰে লিখকেও এটা অতি সামান্য বস্তুকে সুন্দৰ শব্দ আৰু উপমা যোজনা দি সজাই এনে শুৱনী কৰিব পাৰে যে, তাক আগৰ সেই সামান্য বস্তুটো বুলি চিনিবই নোৱাৰি। এই দেখিহে কিতাপত পঢ়া ঠাইবোৰ বা মানুহবিলাকক চাবৰ বৰ মন যায়। যি এবাৰ কাদম্বৰী বা শকুন্তলা পৰিছে, তাৰ মনত সদাই এনে ইচ্ছা যে পুনৰায় সেই দিন উলটি আহক, পুনৰপি যেন অৰণ্যৰ মাজত সেই দৰে মুনিৰ আশ্ৰম দেখিবলৈ পাব! মহাভাৰতত নৈমিষাৰণ্যৰ কথা পঢ়ি এনে বোধ হয় যে সেই হাবি স্বৰ্গৰ নিচিনা সুখময় মহা পৱিত্ৰ ঠাই। কিন্তু যদি সেই ঠাইবোৰ চাবলৈ যোৱা যায়, তেন্তে দেখিবা যে কিতাপত পঢ়ি যেনে লাগিছিল, আচলতে তেনেকুৱা নহয় আমি থকা ঠাইবোৰ যেনেকুৱা সিও প্ৰায় তেনেকুৱা, অলপহে যদি প্ৰভেদ ওলায়। এই এটাইবোৰ কবিৰ কাপৰ গুণ।

সাহিত্যৰ সাধাৰণ লক্ষণ কেনেকুৱা তাক কৈ এতালোঁ। বোধকৰোঁ এতিয়া ওপৰৰ আলোচনা পঢ়িলে সাহিত্য কাক বোলে অনায়াসে কব পৰা যায়। কিন্তু এতিয়াও এটা কথা বাকী। সাহিত্য হবৰ দিন ধৰি আজিলৈকে একেদৰে আছেনে, বেলেগ হৈছে তাৰ কথা মুঠে কোৱা নাই। আজি কালি যদি সাহিত্য কিছু বেলেগ হৈছে, তেনেহলে আদিতে কেনেকুৱা আছিল আৰু এতিয়ানো তাৰ ৰূপ কেনে হৈছে;

এইকেটা কথাৰ মীমাংসা হলেই সাহিত্যৰ সাধাৰণ অৱস্থা ওৰ পৰে।

সকলো বস্তুৰে যে পৰিৱৰ্ত্তন আছে এই কথা সকলোৱে জানে। পৃথিৱীৰ ভিতৰত এনে একো বস্তু নাই যি আদিৰে পৰা আজিলৈকে একে দৰে আছে। সাহিত্যৰো সেই দৰে সময়ৰ লগে লগে রূঢ় লৰিবই লাগিছে। আদিতে যেনেকুৱা আছিল এতিয়া তেনে নহয়, ইয়াৰ প্ৰকাৰ আজি কালি বেলেগ হৈছে। আগৰ লিখকবিলাকে নামৰ আগত বিশেষণ গোটাচেৰেক সৰহকৈ দিব পাৰিলেই পণ্ডিতালি কৰা হয় যেন জ্ঞান কৰিছিল। পুৰণি ফলিবোৰত আৰু শিলত লেখা কথা পঢ়িলে শাৰী শাৰী কেৱল বিশেষণকে পোৱা যায়। তাৰপৰা আচল সাৰ থিনি বিচাৰি লোৱাই টান। কৰ্ত্তা কৰ্ম্ম কৰৱাত পৰি থাকে, পঢ়োঁতাই পুৰুষাৰ্থ কৰিহে সিইঁতক বিচাৰি পায়। একোটা প্ৰবন্ধত কথা এধানমান, কিন্তু তাকে বিশেষণ লগাই লগাই বৃহৎ কৰে। এই দোষ আধুনিক লিখকৰ নাই। আজি কালি এঠাইত দুটা বা তিনিটাতকৈ বেছি বিশেষণ ব্যৱহাৰ নকৰে। এতিয়াৰ সাহিত্যত কিন্তু উপমাৰ হ্ৰাস দেখা যায়। আগৰ লিখকবিলাকে যেনে সুন্দৰ সুন্দৰ উপমা দি কথা বুজাব পাৰিছিল, এতিয়া তেনেকুৱা উপমা অতি কম। আগেয়ে কবিসকলে আচল কথা ভাঙ্গি নকৈছিল, কেৱল উপমাৰেই ভাব প্ৰকাশ কৰিছিল। এতিয়াৰ মানুহে উপমা এৰি কথাত ধৰিছে কথাৰেই সকলো বিষয় বুজাই দিয়ে। আমাৰ বিবেচনা মতে আগৰ লিখকবিলাকৰ আৰু এটা দোষ আছিল। তেওঁলোকে চলিত ভাষাৰে কথা লিখিবলৈ ঘিণাইছিল। মানুহে সদাই যিবোৰ শব্দেৰে কথা-বাৰ্ত্তা কয়, সেইবোৰ শব্দ সিবিলাকে ব্যৱহাৰ কৰিবলৈ কিছু বেয়া পাইছিল যেন বোধ হয়। ইয়াৰ ফল হৈছিল এই যে সাধাৰণ মানুহে অৰ্থাৎ অলপ লিখা পঢ়া জনা মানুহে পণ্ডিতে লিখা কথা বুজিব নোৱাৰিছিল। এই দোষে আজি কালি কেৱল সংস্কৃত জনা



পণ্ডিতবিলাকক চুইছে। তেওঁলোকে চুটি সৰু শব্দেৰে কথা লিখিবলৈ বেয়া পায়। লাহে লাহে এইবোৰ দোষ উঠি যাব ধৰিছে, আৰু কিছুমান দিনৰ মূৰত বোধকৰোঁ মুঠে নাইকিয়া হব। এতিয়াৰ লিখকৰ বাক্য-বোৰ চুটি চুটি, আগৰ নিচিনা আজি কালি কথা যোৱাই বাক্য দীঘল নকৰে। ইয়াতে আৰু এটা কথা কোৱা উচিত, যে দেশভেদে আৰু জাতিভেদে সাহিত্যৰো লক্ষণৰ অলপ ব্যতিক্ৰম দেখিবলৈ পোৱা যায়।

——::৪::——

# মনুষ্য জীৱনৰ লক্ষ্য।

৺সত্যনাথ বৰা।

সংসাৰ খন কেৱল এটা জীৱৰ সোঁত। এই সোঁত অনাদি কালৰ পৰা বৈ আছে, আৰু অনন্ত কাললৈ বৈ থাকিব। ইয়াত জীৱবিলাকে জাকে জাকে চামে চামে আহি আছে গৈ আছে, পশু পক্ষী, গছ, লতা সকলো এচাম মৰিছে, এচাম ওলাইছে। নদীৰ পানী যেনেকৈ লেথাৰি ধৰি আহি আছে, গৈ আছে, আৰু সেই দেখি পানীৰ এটা সোঁত পৰিছে, সেই দৰে জীৱবিলাকো লেথাৰি ধৰি মাজত শূন্য নোহোৱাকৈ আহি আছে, গৈ আছে, আৰু সেই দেখি জীৱৰ এটা সোঁত পৰিছে। এই সোঁতটোক সাধাৰণ কথাত মানুহে সংসাৰ বোলে। জীৱৰ জাতি অনুসৰি সংসাৰ সোঁতক ভাগ ভাগ কৰিব পাৰি। পশু, পক্ষী, পোক, পৰুৱা আদি অমাত প্ৰাণীবিলাক এচাম মৰি এচাম ওলাইছে, এই দৰে চামে চামে আহি গৈ থকাত সিহঁতৰ এটা অখণ্ড সোঁত পৰিছে, সেই সোঁতটোক পশু জাতিৰ স্মৃতি বা পশু স্মৃতি বুলিব পাৰি। সেই দৰে গছ, লতা, তৃণ আদি গজন জীৱবিলাকো মাজত শূন্য নপৰাকৈ এচাম মৰি এচাম আহিছে, আৰু এইদৰে আহি গৈ থকাত সিহঁতৰো এটা অখণ্ড সোঁত পৰিছে, এই সোঁতটোক গজন স্মৃতি, বা উদ্ভিদ স্মৃতি বুলিব পাৰি। এই দুই স্মৃতিৰ বাজে সংসাৰত আৰু এক স্মৃতি আছে। পশু-পক্ষী, গছ-গছনিৰ নিচিনা মানুহো সংসাৰত লালী পাতি চামে চামে আহি আছে গৈ আছে, আৰু এইদৰে আহি গৈ থকাৰ নিমিত্তে সিহঁতৰো এটা অখণ্ড সোঁত পৰিছে, এই সোঁতটোক মনুষ্য স্মৃতি বুলিব পাৰি। সংসাৰ সোঁত এই তিনটা



ভিন ভিন স্মৃতিৰ সমষ্টি মাথোন। সংসাৰ সোঁতক তিন ভাগ নকৰি মুঠতে দুভাগ কৰিবও পৰা যায়। পৃথিবীত মুঠতে দুই শ্ৰেণীৰ জীৱ আছে, এক শ্ৰেণীৰ জীৱবিলাক লৰি চৰি ফুৰিব পাৰে যেনে, মনুষ্য, পশু, পক্ষী, পোক, পৰুৱা ইত্যাদি, সি শ্ৰেণীৰ বিলাকে নোৱাৰে যেনে গছ, লতা, তৃণ ইত্যাদি। লৰি চৰি ফুৰিব পৰা জীৱবিলাকক সাধাৰণ কথাত ভ্ৰমণ জীৱ, আৰু নোৱাৰা বিলাকক গজন জীৱ বোলে। এতেকে সংসাৰ সোঁতটোক মুঠতে দুটা স্মৃতিত ভগাব পৰা যায়, এটা ভ্ৰমণ স্মৃতি আৰু এটা গজন স্মৃতি, এই দুই স্মৃতি গোটখাই বিশ্বাট সংসাৰ সোঁত হৈছে।

ভ্ৰমণ স্মৃতি আৰু গজন স্মৃতি চিৰকাল বৈ আছে, কিন্তু কিয় বৈ আছে তাক কোনেও এই পৰিমিত ছিদাংকৈ কব পৰা নাই, আৰু সেই কথা আমাৰ আলোচনাৰ বিষয়ো নহয়। নানা জীৱৰ নানা স্মৃতি আদিৰ পৰা আজিলৈকে চলি আছে, আৰু আগলৈকো চলি থাকিব, তাক কোনেও বাধিব নোৱাৰে। বনৰ পশু; আকাশৰ পক্ষী, বা পানীৰ মাছ একোৱে নোপজো বুলি নুপজি, বা নমৰোঁ বুলি নমৰি থাকিব পৰা নাই। সকলোকে নিয়তিৰ দণ্ডিত জনম লৈ, নিয়তিৰ ডৰিয়লিত আয়ুস ভুগি অন্তত অনিচ্ছাতো সংসাৰ এৰি যাব লাগিছে। মানুহো এই অখণ্ডনীয় নিয়তিৰ অধীন, তাৰ দণ্ডিত সিহঁতেও সংসাৰত জনম ধৰি, নানা সুখ দুখ ভোগ কৰি অৱশেষত প্ৰাণ এৰিছে, নহওঁ বুলি নহৈ, বা নাযাওঁ বুলি নগৈ থাকিব পৰা নাই। এতেকে দেখা যাব যে অলপ হওক, সৰহ হওক, কিছুমান দিন সংসাৰত বাস কৰাটো মানুহৰ পক্ষে অখণ্ডনীয় বাসনা। এতিয়া আলোচনাৰ কথা এই যে সংসাৰত থকা কাল খিনি মানুহে কি কৰি কটোৱা উচিত।

গজন জীৱ সম্বন্ধে জগতৰ গৰাকীয়ে এটা নিয়ম বান্ধি দিছে, সেই নিয়ম অনুসৰি সিহঁতে সংসাৰত জীৱন কটায়। ভ্ৰমণ জীৱৰ ভিতৰতো পশু জাতি সম্বন্ধে নিয়ম বন্ধা আছে, পশুবোৰেও সেই নিয়ম অনুসৰি আহাৰ কৰে, সেই নিয়ম অনুসৰি টোপনি যায়, আৰু সন্তান উৎপাদন কৰি জীৱন কটায়। কিন্তু মনুষ্য সম্বন্ধে কোনো বন্ধা নিয়ম নাই। মনুষ্য জীৱন গজন বা পশু জীৱনৰ নিচিনা নহয়, সিহঁত বহুত বিষয়ত স্বাধীন। সিহঁতে নিজ বুদ্ধিৰে ভাল, বেয়া, যুগুত, অযুগুত, সুচল, আচল বিবেচনা কৰি চলিব পাৰে। জগত স্ৰজোতা জনে মানুহক সকলো প্ৰাণীতকৈ শ্ৰেষ্ঠ কৰি স্ৰজন কৰিছে, মানুহক তেওঁ জ্ঞান দিছে, আন প্ৰাণীক দিয়া নাই। জ্ঞান মানুহৰ সুকীয়া বিভূতি, ই পশু জীৱনত দুৰ্লভ। দৰাচল পক্ষত চাবলৈ গলে জ্ঞানৰ নিমিত্তেহে মানুহে মানুহ নাম পাইছে, আন সকলো বিষয়তে পশু আৰু মানুহ একে। পশু-বোৰেও খায়, শোৱে, আৰু সন্তান জন্মাই সংসাৰৰ পশু সুঁতি অটুট ৰাখে, মানুহেও সেই দৰে খায়, শোৱে, আৰু সন্তান জন্মাই সংসাৰৰ মনুষ্য সুঁতি অটুট ৰাখে। এতেকে দেখা যায় যে জ্ঞান যেন আপুৰুগীয়া বিভূতিৰ গৰাকী যে মানুহ, সিহঁতে কেৱল আহাৰ কৰি, নিদ্ৰা গৈ, আৰু সন্তান উৎপাদন কৰি সংসাৰত জীৱন কটোৱা উচিত নহয়, সেই দৰে জীৱন কটালে মানুহ আৰু পশুৰ ভিতৰত কোনো ভেদাভেদ নাথাকে। মানুহে জ্ঞানৰ কৰ্ম্ম কৰিলেহে মানুহ নামৰ গৰাকী হব পাৰে।

জ্ঞানৰ কৰ্ম্ম কি? এই প্ৰশ্নৰ উত্তৰ ঠাৱৰাবলৈ আনি নতুনকৈ আন্দোলন আলোচনা কৰিব নালাগে। ইয়াৰ উত্তৰ আগৰ পৰা থিৰাং হৈ আছে। মানুহ উৎপত্তি হবৰ আজি অনেক যুগ হল, ইয়াৰ ভিতৰত অনেক জ্ঞানী আৰু বুদ্ধিমন্ত মানুহ উপজি, সংসাৰত বাস কৰি, মৰি গৈছে। সেই জ্ঞানীবিলাকে সংসাৰৰ সম্বন্ধে বহুত আলোচনা কৰি এটা স্থিৰ



সিদ্ধান্ত কৰি থৈছে। পাচত যিবিলাক জ্ঞানীৰ জন্ম হৈছিল, তেওঁলোকেও সেই সিদ্ধান্ত যুক্তি-সঙ্গত দেখি, সেই দৰে চলি জীৱন কটাইছিল। আমিও সেই সিদ্ধান্ত মতে চলিলেই সংসাৰত সুখে সুকলমে জীৱন কটাব পাৰিম, ইয়াৰ কোনো সন্দেহ নাই।

দুয়ো শ্ৰেণীৰ পণ্ডিতৰ মত ৰিজোৱা, আৰু কোনটো সু-নিৰ্ণয় কৰা?

আগৰ জ্ঞানীবিলাকৰ ভিতৰত দুই শ্ৰেণীৰ মানুহ আছিল। এই দুই শ্ৰেণীৰ মানুহে দুই ৰকম সিদ্ধান্ত কৰি গৈছে। কিন্তু সিদ্ধান্ত দুৰকম হলেও, সিহঁতৰ মূল একেটা মাথোন। দুয়ো শ্ৰেণীৰ পণ্ডিতে কয় যে মানুহে সংসাৰত থকা দিন কেইটা সদায় উধাৱলৈ চেষ্টা কৰি কটোৱা উচিত, পশু জাতিৰ নিচিনা কেৱল খাই শুই কটোৱা উচিত নহয়। এই খিনিলৈকে দুয়ো শ্ৰেণীৰ পণ্ডিতৰ মিল। কিন্তু কোন বিষয়ত উধাৱলৈ চেষ্টা কৰা উচিত এই কথাত তেওঁলোকৰ মিল নাই, এই সম্বন্ধে ভিন ভিন পণ্ডিতে ভিন ভিন মত দিছে। এক শ্ৰেণীৰ পণ্ডিতে কয় যে সংসাৰ খন কেৱল ভুৱা, তাৰ বিভূতি বৈভৱ কেৱল ফাঁকি, সংসাৰৰ প্ৰাণীবিলাক পানীৰ বুৰবুৰণিৰ নিচিনা খন্তেকীয়া, এই আছে, এই নাই। এতেকে খন্তেকীয়া জীৱনত মিছা বিভূতি বৈভৱৰ নিমিত্তে হাবাথুৰি খাই ফুৰাৰ কোনো কাৰণ নাই, কেৱল পৰকালৰ অনন্ত জীৱনৰ উন্নতিৰ নিমেত্তে দেহেকেহে চেষ্টা কৰি জীৱন কটোৱা উচিত। এই মত সাৰোগত কৰি, বহুত মানুহে সংসাৰৰ সুখ-সম্পদ এৰি দি কোনোৱে বৈৰাগী হৈ দিহিঙ্গে দিপাঙ্গে ফুৰিছে, কোনোৱে সন্ন্যাসী হৈ জটা বাকলি পিন্ধি কেৱল ঈশ্বৰ চিন্তাত দিন কটাইছে। দ্বিতীয় শ্ৰেণীৰ পণ্ডিতবিলাকে এই মত যোল কলায় সমৰ্থন নকৰে। তেওঁ-লোকে কয় যে সংসাৰ বা সংসাৰৰ সুখ-সম্পদ ভুৱা নহয়, তাত সাৰুৱা বস্তু আছে। সংসাৰত থকা কাল খিনি সুখেৰে কটাবলৈ ঈশ্বৰে

দয়া কৰি মানুহক সুখৰ আয়োজন কৰি দিছে, তাক পৰিহাৰ কৰি সন্যাসী বা বৈৰাগী হলে আদৰক নেওচন দিয়া হয়, আৰু ঈশ্বৰৰ ইচ্ছা অৱজ্ঞা কৰা হয়। সংসাৰত যেতিয়া থাকিবই লাগিব, সুখ কৰি থকাই ভাল। এতেকে ঈশ্বৰে দিয়া জ্ঞান বুদ্ধি চালনা কৰি, সংসাৰৰ বিভূতি বৈভৱ গোটাই লৈ, নিজৰ আৰু আনৰ সুখ-সম্পদ বঢ়াবলৈ, আৰু সৰ্ব্বসাধাৰণ জগতবাসীক বৰ্ত্তমান অৱস্থাৰ পৰা উচ্চ অৱস্থাত তুলিবলৈ চেষ্টা কৰি জীৱন কটোৱা উচিত। সংসাৰত এই সিদ্ধান্ত মতে চলা মানুহৰ সংখ্যা সৰহ, আৰু আজি পৰিমিত জগতৰ যি উন্নতি হৈছে সিও এইবিলাক মানুহৰ পুৰুষাৰ্থতহে হৈছে। এতেকে আমিও এই সিদ্ধান্ত মতেই চলা উচিত।

ওপৰত কোৱা কথাৰপৰা জনা যায় যে সংসাৰত উন্নতি কৰাই মানুহৰ জীৱনৰ সঙ্কল্প বা লক্ষ্য হোৱা উচিত। কিন্তু কিছুমান মানুহে বিবেচনা কৰে যে নিজৰ অন্নজল যুগুত কৰাই উন্নতিৰ ওৰ, আৰু জ্ঞান বুদ্ধিৰ শেষ কৰ্ম্ম। সেই দেখি সিহঁতে যেতিয়ালৈকে অভাৱৰ চেঙ্গা পায়, তেতিয়ালৈকে উন্নতিৰ চেষ্টা কৰে, অভাৱ আঁতৰিলৈই চেষ্টা এৰি দিয়ে। অন্নজলৰ সঙ্গতি লাগি উঠাৰ পাছত সিহঁতৰ জীৱন পশু-জীৱনৰ নিচিনা কেৱল শয়ন ভোজনৰ আবৰ্ত্তন মাথোন। এই শ্ৰেণীৰ মানুহৰ পটন্তৰলৈ চাই চলিবলৈ হোৱা হেঁতেন, আমি বৰ্ত্তমান সভ্যতাৰ এই বিনন্দীয়া পোহৰ কেতিয়াও নেদেখিলোঁ হেঁতেন। যথাৰ্থ পক্ষত মনুষ্য জাতিৰ উন্নতিৰ কোনো নিৰ্দ্ধাৰ্য্য সীমা নাই। আদিৰপৰা আজি-লৈকে মানুহে উন্নতিৰ পথ ধৰি চলি আছে, তেও তাৰ ওৰ পোৱা নাই, আৰু আগলৈ যে কেতিয়াবা পাব তাৰো আগন্তুক দেখা নাযায়। আগৰ দিনৰ লগত এতিয়াৰ দিন ৰিজাই চালে আকাশ পাতাল প্ৰভেদ দেখা যায়। আগৰ দিনত মানুহে যিমান খিনি বিদ্যাৰে পণ্ডিত



বোলাইছিল, বা যিমান খিনি ধনেৰে ধনী বোলাইছিল এতিয়াৰ দিনত সেই বিদ্যাৰে পণ্ডিত বা সেই ধনেৰে ধনী বোলাব নোৱাৰে। এতিয়াৰ পণ্ডিতে আগৰ পণ্ডিতক এশ বছৰ শিকাব পাৰে। ইয়াৰ পৰা দেখা যায় যে আগৰ দিনৰ মানুহতকৈ আজিকালিৰ মানুহে বহুত গুণে বেচি উন্নতি কৰিছে। এই উন্নতিৰ সোঁতে সাংশেৰত মনুষ্য জাতিক নি কত তুলি দিয়ে, কোনে কব পাৰে? এতেকে অন্নজলতে যত্ন চেষ্টা শেষ নকৰি সকলোৱে জীৱনৰ অন্তলৈকে উন্নতিৰ অনন্ত পথত চলি থকা উচিত। যদি কোনো কাৰণে উন্নতিৰ ওখ আসন লাভ কৰাত বিঘাত মিলে, তেও তাত লাগি থকা বাবে সংসাৰৰ অনুষ্টুপীয়া সুখ সম্পদৰ নাটনি নহয়। নীতি বচন আছে যে লাগি থাকিলে মাগি নাখায়।

---

# মানৱ মহত্ত্ব।

মনুষ্য মৰণশীল। কিন্তু কেজনমানে মৰণক জয় কৰি অমৰত্ব লাভ কৰিছে। মৃত্যুৰ সংহাৰিণী শক্তিয়ে তেওঁলোকক পৃথিবীৰ পৰা নির্ম্মূল কৰিব পৰা নাই। তেওঁলোক অদ্যাপি মনুষ্য-সমাজৰ ধৰণি-শিলা, আৰু আন্ধাৰ জগতৰ ধ্রুৱতৰা স্বৰূপে বিদ্যমান আছে। তেওঁলোকৰ শৰীৰ পতন হৈছে সঁচা, কিন্তু নাম, যুগমীয়া কীর্ত্তিৰ যহত যুগ-যুগান্তলৈকে পৰি থাকিব। তেওঁলোকৰ জ্ঞানৰ তেজোময় ৰশ্মিয়ে অলেখ আন্ধাৰ হৃদয় ফৰকাল কৰিছে, অনেক অন্ধলাক চকু দান দিছে। তেওঁলোকৰ মহিমাই, তেওঁলোকৰ ক্ষমতাই জগতবাসীৰ হৃদয় অধিকাৰ কৰিছে, তেওঁলোকৰ মুখৰ বচন জগতবাসীৰ মুখৰ বচন হৈছে, তেওঁলোকৰ মনৰ চিন্তা জগতবাসীৰ মনৰ চিন্তা হৈছে। মানুহে এই সংসাৰ সাগৰৰ চাকনৈয়াত পৰি উৱাদিহ হেৰুৱালে, সেই মহাপুৰুষ কেইজনে হাতত বন্তি লৈ সিহঁতক গন্তব্য ঠাইলৈ বাট দেখুৱাই নিয়ে। এই কেইজন লোক জগতত মহৎ লোক বুলি প্রখ্যাত। এওঁলোক মানৱ মহত্ত্বৰ উচ্চতম আৰ্হি। এই আৰ্হিৰ মহত্ত্ব অতিশয় দুর্ল্লভ, সকলোৱে ইয়াৰ গৰাকী হব নোৱাৰে। ই যেনে জগতৰ ভিতৰত উচ্চতম পদ, ইয়াক লাভ কৰাও তেনে গুৰুতৰ কাম। উৎকট যত্ন, উৎকট প্রয়াস প্রয়োগ কৰিহে দুই চাৰি জনে এনেকুৱা মহত্ত্ব আয়ত্ত্ব কৰে। এই নিমিত্তে মহৎলোকৰ সংখ্যা পৃথিবীত ইমান কম! আদিৰ পৰা আজিলৈকে লেথ কৰিলে মহৎ লোকৰ সংখ্যাই এযোৰ আঙ্গুলি পাৰ নহয়। ধন বা বিদ্যাৰে মহত্ত্ব কিনিব নোৱাৰি। পৃথিবীত অর্ব্বুদ ধনৰ অধিকাৰী বহুত আছে, কিন্তু তেওঁলোকৰ এজনো জগতত মহৎ বুলি খ্যাত হব পৰা নাই। সেই দৰে বিদ্যাৱন্তৰ সংখ্যাও



পৃথিবীত অলপ নহয়, কিন্তু তেওঁলোকেও বিদ্যাৰ বলত মহত্ত্ব পদ লাভ কৰিবলৈ সক্ষম হোৱা নাই। নামজলা মহাপুৰুষ কেইজনৰ জীৱনীলৈ চকু কৰিলেও দেখা যায় যে, তেওঁলোকে ধন বা বিদ্যা বা ক্ষমতা আদি আহিলাৰ উপযোগত মহত্ত্ব পদ লাভ কৰা নাছিল। কাৰণ তেওঁলোকৰ এজনো উজ্জ্বল পণ্ডিত বা প্রৱল ধনী নাছিল। মহত্ত্ব এটা আপুৰুগীয়া বিভূতি, ই অতিশয় দুর্গম ঠাইত স্থাপিত হৈছে। মহামূল্য ৰত্নবোৰ ভয়ঙ্কৰ সমুদ্ৰৰ গৰ্ভতহে নিহিত আছে। ধনশ্রেষ্ঠ মণি কালান্তক ফণীন্দ্ৰৰ ফেণাতহে স্থাপিত হৈছে। সেই মণি বা ধন লাভ কৰিবলৈ কঠোৰ যত্ন, কঠোৰ তপস্যাৰ প্রয়োজন হয়।

মহৎ লোকবিলাকৰ জীৱন বৃত্তান্তলৈ মন কৰিলে এই উপলব্ধি হয় যে, তেওঁলোকৰ হৃদয় আৰ্চিৰ নিচিনা নির্ম্মল আছিল। কাম, ক্রোধ, লোভ, মোহ আদি কুবৃত্তিৰ কলঙ্কই তাত ঠাই নাপাইছিল। জ্ঞান-গঙ্গাৰ পবিত্র জলেৰে কুবৃত্তিৰ মলি পথালি তেওঁলোকে আপোন আপোন হৃদমন্দিৰ সদায় নিকা কৰি ৰাখিছিল, আৰু দয়া, সত্যবাদিতা, ন্যায়পৰতা আদি সদ্‌গুণ পোষণ, কৰ্ষণ কৰি মনোৰাজ্যত সিহঁতৰ একাধিপত্য স্থাপন কৰিছিল। সদগুণৰ পৰাক্রমত, সদগুণৰ শাসনত সংসাৰ-সুলভ প্রলোভনৰাশিয়ে তেওঁলোকক টলাব নোৱাৰিছিল। মুঠ কৰি কব লাগিলে, তেওঁলোকে অশেষ প্রয়াসেৰে পৃথিবীত স্বৰ্গৰাজ্য বিস্তাৰ কৰি নিজে তাত দেৱতা স্বৰূপে বাস কৰিছিল।

সত্যবাদিতা মহৎ লোকবিলাকৰ সংসাৰ বিচৰণৰ পথ। এই পথ অৱলম্বন কৰি তেওঁলোকে মহত্ত্বৰ মন্দিৰত উপনীত হয়। মহৎ লোকে সত্যৰ বাজে আন কথা নাজানে, সত্যৰ বাজে তেওঁলোকৰ একোলৈ ধাউতি নাই। সত্য ৰক্ষাৰ নিমিত্তে মহৎ লোকে অশেষ ক্লেশ ভুঞ্জিবলৈ সাজু হয়। তেওঁলোকৰ মনত সংসাৰৰ বৈভৱ তুচ্ছ, আপোন

পৰিয়াল তুচ্ছ, আপোন জীৱন তুচ্ছ, কেৱল সত্যই যাই, সত্যই প্ৰধান। সত্যই তেওঁলোকৰ ধ্যান, সত্যই তেওঁলোকৰ জ্ঞান। সত্য ৰক্ষাৰ নিমিত্তে অগ্নি শিখাত দেহ বিসৰ্জ্জন দিয়া দৃষ্টান্তৰ অভাৱ নাই। সত্য ৰক্ষাৰ নিমিত্তে পুত্ৰ কন্যা আদি প্ৰিয় জনক অক্লেশে পৰিহাৰ কৰি অৰণ্য-বাসী হোৱা দৃষ্টান্তৰ অভাৱ নাই। সত্য ৰক্ষাৰ নিমিত্তে ৰাজসিংহাসনৰ আশাত জলাঞ্জলি দি দেশান্তৰী হোৱা দৃষ্টান্তৰো অভাৱ নাই। এনে-কুৱা কঠোৰ যত্নেৰে সত্যৰ পথ অনুসৰণ কাৰহে অৱশেষত মহৎলোকে মহত্ব লাভ কৰে।

ন্যায়ৰ জ্ঞান মহত্বৰ এটা উপকৰণ। সত্য যেনে মহত্বৰ পথ, ন্যায়-জ্ঞান তেনে হাতৰ লাখুটি। ইয়াৰ সহায় নহলে সত্যৰ পথত কেও আগুৱাব নোৱাৰে। সত্যৰ পথ সৰল বা মসৃণ নহয়, তাত হুল জোং, পাক চক্ৰ অনেক আছে। ন্যায়ৰ জ্ঞানেৰে সেই বাধাবিলাক বাছি যাব পৰা যায়। ন্যায় অন্যায়ৰ বোধ নাথাকিলে কেৱল সত্যবাদী হলেই মহত্ব লাভ কৰিব নোৱাৰি। যি লোক ন্যায় জ্ঞানত বঞ্চিত, সি উচিত অনুচিত বুজিবলৈকো অক্ষম। কাৰ্য্যৰ, কালাকালৰ, আৰু ব্যৱহাৰৰ পাত্ৰাপাত্ৰৰ জ্ঞান মহত্ব-লিপ্সুৰ পক্ষে অতিশয় প্ৰয়োজনীয়। কোন সময়ত কোন কাম কৰা উচিত, কাৰ লগত কেনে ব্যৱহাৰ কৰা উচিত, ইয়াক যি মানুহে স্থিৰ কৰিব নোৱাৰে, সি আনৰ হিত কৰিবলৈ গৈও অহিত কৰাৰ আটক নাই, আনক তুষ্ট কৰিবলৈ গৈও কষ্ট কৰাৰ আটক নাই। ন্যায় অন্যায়ৰ নিশ্চিন্ত নিঃসন্দেহ অবগতি নাথাকিলে অন্যায় কৰ্ম্মকো ন্যায় বুজি কৰিব পাৰে। এইদৰে চলিলে তাক কেও মহৎ বুলি মান্য নকৰে বৰং অধম বুলি বিণায়। উচিত অনুচিত বোধ নথকাৰ বাবে অনেকে সৰল ভাৱে চলিও লাঞ্ছনা ভুঞ্জিবলৈ পায় ন্যায় অন্যায়ৰ সম্পূৰ্ণ বোধ লাভ কৰা নিচেই উজু নহয়। যুক্তিৰ জাল মেলি গৰ্হিত কথাকো ভাল প্ৰমাণ কৰিব পৰা যায়



আৰু যথাৰ্থ ভাল কথাকো গৰ্হিত বুলি প্ৰমাণ কৰিব পৰা যায় শঠ আৰু বিপৰ্য্যয় যুক্তিৰ বলত সঁচা মিছা হয়, আৰু মিছাও সঁচা হয়। সচৰাচৰ দেখা যায় যে, এটা কথাকে এক শ্ৰেণীৰ মানুহে উচিত বুলি ধৰালাগে, আৰু আন এক শ্ৰেণীৰ মানুহে অনুচিত বুলি পৰিহাৰ কৰে। বাল্য-বিবাহ, স্ত্ৰী-শিক্ষা ইত্যাদি বিষয়ত দুই পক্ষৰ দুই মত দেখা যায়, আৰু প্ৰত্যেক মতৰ সপক্ষে অসংখ্য যুক্তি আছে। এজন মাজৰ মানুহৰ পক্ষে এই দুই মতৰ কোনটো যথাৰ্থ ন্যায়সঙ্গত তাক বাছি তোলা দুষ্কৰ হয়। অন্যান্য সাধাৰণ নিত্যনৈমিত্তিক কাৰ্য্যতো এনেকুৱা বিমোৰ বিভোল কৰা সমস্যা বহুত উপস্থিত হয়। তেতিয়া তাৰ ভিতৰৰপৰা যথাৰ্থ কথা বাছি লবলৈ সমৰ্থ নহলে জগতত মহৎ বোলাব নোৱাৰি। পূৰ্ব্বে কোৱা হৈছে যে মহৎ লোকৰ মুখৰ বচন জগতবাসীৰ মুখৰ বচন হয়। এনে স্থলত মহৎ লোকৰ মত যথাৰ্থ, অকাট্য আৰু অপৰিবৰ্ত্তনীয় নহলে জগতবাসীৰ গুৰুতৰ অনিষ্ট হয়।

মহত্বৰ তৃতীয় উপকৰণ দয়া, আৰু দয়াৰ কৰ্ম্ম পৰোপকাৰ। কিন্তু সকলো বিধৰ পৰোপকাৰ মহত্বৰ চিনাকি নহয়। জীৱনৰ ভিতৰত আনৰ উপকাৰ নকৰা লোক পৃথিবীত নাই। যি অধমতো অধম সিও এদিন এটা পৰোপকাৰ কৰিছে। কিন্তু আটাইবিলাক লোকে জন সমাজত মহৎ খ্যাতি লাভ কৰা নাই। আৰু পৃথিবীত যিবিলাক ধনশালী মানুহ আছে, তেওঁলোকেও অনেক সময়ত অনেক প্ৰকাৰে পৰৰ উপকাৰ কৰিছে। কোনোৱে ভুকীয়াৰ ভোক নিবাৰণৰ নিমিত্তে অন্নদান কৰিছে, কোনোৱে দৰিদ্ৰৰ দাৰিদ্ৰ্য হৰণৰ নিমিত্তে চিৰকলীয়া বৃত্তি দান কৰিছে, কোনোৱে মূৰ্খৰ মূৰ্খতা নাশনৰ নিমিত্তে পঢ়াশালি পাতিছে, আৰু কোনোৱে বা ৰুগীয়াৰ জীয়াতু কমাবলৈ চিকিৎসালয় স্থাপন কৰিছে; কিন্তু ইমান কৰিও তেওঁ-লোক জগতত মহৎ বুলি খ্যাত হব পৰা নাই, মহৎ বুলি মানব মণ্ডলীৰ

পূজা অৰ্চ্চনা পোৱা নাই । আচল মহৎ লোকৰ দয়া অন্য ৰকম, আচল মহৎ লোকৰ পৰোপকাৰ অন্য ৰকম । মহৎ লোকে পৰোপকাৰ ব্ৰতস্বৰূপে অনুষ্ঠান কৰে । পৰোপকাৰ তেওঁলোকৰ জীৱনৰ উদ্দেশ্য । কেৱল পৰৰ উপকাৰ সাধনৰ নিমিত্তে তেওঁলোকে জীৱন ধৰে । নিজৰ সুখ-দুখ, ইষ্ট-অনিষ্ট, সুচল-অসুচল তেওঁলোকৰ বিবেচনাৰ বস্তু নহয় । নিজৰ প্ৰাণ অনাহাৰত গলেও তেওঁলোকে আনৰ প্ৰাণ ৰক্ষাত তৎপৰ, নিজে দাৰিদ্ৰ্যৰ নিকাৰ ইতিকিং কৰি আনৰ দাৰিদ্ৰ্য হৰণত ব্যস্ত । মহৎ লোকৰ মন ডাঙৰ, হৃদয় ডাঙৰ । তাত ক্ষুদ্ৰ মানবী ইচ্ছা-বাঞ্ছাই স্থান নাপায়, নিন্দা বা প্ৰশংসাই তাক টলাব বা বিকৃত কৰিব নোৱাৰে । আৰু, মানুহৰ ইচ্ছা-বাঞ্ছা নানা দিশে যায় । কিন্তু মহৎ লোকৰ ইচ্ছা-বাঞ্ছাৰ দিশ এটা, দ্বিতীয় নাই । তেওঁলোকৰ ইচ্ছা, বাঞ্ছা, কামনা, অভিপ্ৰায় সকলো কেৱল পৰোপকাৰৰ মুখে বয় । পৰোপকাৰ তেওঁলোকৰ জীৱনৰ ওভতনি, পৰোপকাৰ তেওঁলোকৰ কাৰ্য্যৰ কেন্দ্ৰ, পৰোপকাৰ তেওঁলোকৰ আনন্দ আৰু শান্তি, পৰোপকাৰ তেওঁলোকৰ জীৱনৰ ৰাগী । মহৎ লোকৰ পক্ষে সমস্ত জগতবাসী ঘৰৰ পৰিয়াল, সমস্ত জগতবাসী দয়াৰ পাত্ৰ । তেওঁলোকৰ আগত দুষ্ট-সন্তৰ ভেদাভেদ নাই । তেওঁলোকে দুষ্টক দুৰ্ব্বল বুলি পুতৌ কৰে, আৰু সন্তক গুণৱন্ত বুলি মৰম কৰে । তেওঁলোকৰ দয়া জগত ব্যাপী । তাৰ ভিতৰত মনুষ্য, পশু, পক্ষী, কীট, পতঙ্গ আদি সকলো প্ৰাণী পৰে । মহৎ লোকৰ দয়া উৎকট, অৰ্থাৎ সাধাৰণ মানুহে যি স্থলত ক্ৰোধ কৰে, সেই স্থলত মহৎ লোকে দয়া কৰে । প্ৰহাৰ বা অপমান কৰিলে সকলোৱে ক্ৰোধ হয়, কিন্তু মহৎ লোকৰ দয়াহে জন্মে । সাধাৰণে বৈৰীৰ প্ৰতি বৈৰিতাচৰণ কৰে, কিন্তু মহৎ লোকে বৈৰীৰ দোষ মৰ্ষণ কৰি তাক বিপদত সহায় কৰে । এখন গালত মাৰিলে যে সিখন গাল পাতি দিব লাগে, ইও এজন মহৎ লোকৰ উপদেশ ।

# বুৰঞ্জী পাঠ ।

৺হেমচন্দ্ৰ গোস্বামী ।

বুৰঞ্জী সাহিত্য ।

"বুৰঞ্জী" এইটো এটা আহোম ভাষাৰ শব্দ । আহোম ভাষাত 'বু' মানে মূৰ্খ, 'ৰণ্' মানে শিক্ষা আৰু 'জী' মানে ভঁড়াল; 'বুৰঞ্জী' মানে 'মূৰ্খৰ শিক্ষাৰ ভঁড়াল । ত্ৰয়োদশ শতাব্দীত আহোম-বিলাক এই দেশলৈ আহোঁতেই বুৰঞ্জী লিখা দস্তুৰো অসম দেশলৈ আহে । আহোমবিলাক বিশাল তিব্বতীয় বৰ্ম্মান জাতিৰে এটা ঠেঙুলী । চীন আৰু জাপানী জাতিও তাৰে পৰাই ওলাইছে । আহোমৰ দৰে, চীন আৰু জাপানী জাতিৰ ভিতৰতো বুৰঞ্জী লিখি ৰখা দস্তুৰ অতি পুৰণি । এই দেশলৈ আহোমবিলাক অহা দিনৰেপৰা ৰজা-ঘৰীয়া কথাবিলাক লিখি ৰখা দস্তুৰ প্ৰচলিত হয় । আহোম ৰজাবিলাকৰ আদি পুৰুষৰ উৎপত্তিকাল প্ৰায় ৫৬৯ খৃঃ অঃ । সেই কালৰেপৰা তেওঁ-বিলাকৰ ভিতৰত বুৰঞ্জীৰ প্ৰচলন আছে । আহোম ৰজাসকল পোন-প্ৰথমতে এই দেশলৈ আহোঁতে বুৰঞ্জীবিলাক আহোম ভাষাতে লিখা হৈছিল কিন্তু পাচত যেতিয়া তেওঁবিলাকে অসমীয়া ভাষাকে মাতৃ ভাষা বুলি গ্ৰহণ কৰিলে, তেতিয়াৰেপৰা অসমীয়া ভাষাত বুৰঞ্জী লিখা হবলৈ ধৰিলে; কিন্তু দেওধাই বাইলুঙবিলাকৰ ভিতৰত আহোম ভাষাত বুৰঞ্জী লিখা ৰীতিয়েই চলি থাকিল । সেই দেখি শেষ আহোম ৰজাসকলৰ দিনৰ কোনো কোনো বুৰঞ্জীও আহোম ভাষাত দেখিবলৈ পোৱা যায় । সি যিকি নহওক অসমীয়া ভাষাৰ বুৰঞ্জী সাহিত্য যে আহোম ৰজাসকলৰ দান সেই বিষয়ে কোনো সন্দেহ নাই । তেজপুৰত বহা অসম সাহিত্য

সম্মিলনৰ সভাপতিৰূপে এই বিষয়ে এই লেখকে যি কৈছিল তাক ইয়াত উল্লেখ কৰিব পৰা যায়। তেওঁ কৈছিল, "আমাৰ বুৰঞ্জী সাহিত্যও এটা তুলনা নাইকিয়া সম্পত্তি। ভাৰতবৰ্ষৰ কোনো দেশীয় ভাষাই আমাৰ দেশৰ বুৰঞ্জীৰ নিচনা সাহিত্যৰ গৌৰব কৰিব নোৱাৰে। এই দেশত আহোম ৰাজ্যৰ প্ৰতিষ্ঠা তেৰ শতিকাত হয়। তেতিয়াৰেপৰা এই দেশত ধাৰাবাহিকৰূপে ঐতিহাসিক ঘটনাবিলাক লিখি ৰখা দস্তুৰ আৰম্ভ হয়।

আহোম ৰজাবিলাকে অসমীয়া ভাষা গ্ৰহণ কৰাৰ দিনৰে পৰা অসমীয়া সাহিত্যৰ অনেক উপকাৰ সাধন কৰিছিল কিন্তু তাৰ ভিতৰত বুৰঞ্জী সাহিত্যই তেওঁবিলাকৰ প্ৰধান দান।"

আহোম ৰজাবিলাকৰ পূৰ্ব্বে এই দেশ হিন্দু ৰজাৰ তলতীয়া আছিল। হিন্দু ৰজাবিলাকৰ ভিতৰত এই ভাবে বুৰঞ্জী লিখা দস্তুৰ নাছিল। সেই বুলিয়েই আগৰ দিনত হিন্দুবিলাকৰ ভিতৰত ইতিহাসৰ শিক্ষা নাছিল বুলি ভাবিলে ডাঙৰ ভুল কৰা হব।

ইতিহাস শিক্ষা।

তেওঁবিলাকৰ ভিতৰত 'ইতিহাস',—শিক্ষাৰ এটা প্ৰধান অঙ্গ আছিল আৰু তাক পঞ্চম বেদ বুলি ধৰা হৈছিল যেনে,—

"ঋগ্‌যজুঃ সামাথৰ্ব্বাখ্যা বেদাশ্চত্বাৰ উদ্ধৃতাঃ।
ইতিহাসপুৰাণঞ্চ পঞ্চমোবেদ উচ্যতে॥"

ভাগৱত ১।৪।২০

কিন্তু ইতিহাস বা বুৰঞ্জী বুলিলে আমি আজিকালি যি বুজোঁ তেওঁবিলাকে সেই দৰে নুবুজিছিল। তেওঁবিলাকে ইতিহাস বৰ ডাঙৰ অৰ্থত প্ৰয়োগ কৰিছিল। ধৰ্ম্ম, অৰ্থ, কাম, মোক্ষ, এই চাৰিবিধ পুৰুষাৰ্থৰ বিষয়ে উপদেশ দিবৰ নিমিত্তে যিবোৰ পুৰণি কলীয়া কথা ব্যৱহাৰ কৰিছিল, সেইবোৰক হে ইতিহাস বুলি গণ্য কৰিছিল। মহাভাৰতে কয়,—



"ধৰ্ম্মাৰ্থকামমোক্ষানামুপদেশ সমন্বিতম্।
পূৰ্ব্ববৃত্তকথাযুক্তমিতিহাস প্ৰচক্ষতে॥"

ইতিহাস শব্দৰ ধাতুগত অৰ্থয়ো তাকেহে ইঙ্গিত কৰে। ইতিহ+আপ+ঘঞ্—ইতিহ, মানে পৰম্পৰাগত উপদেশ; ইতিহ, ইয়াত আছে সেই গুণে ইতিহাস। আগৰ দিনত আৰ্য্যবিলাকে সংসাৰৰ যেই সেই ঘটনাকে ইতিহাসত ঠাই নিদি, যিবোৰ ঘটনাক আশ্ৰয় কৰি মানুহক ধৰ্ম্ম, অৰ্থ, কাম আৰু মোক্ষ বিষয়ে শিক্ষা দিব পাৰিছিল সেইবোৰকহে ইতিহাস বুলি ধৰিছিল। অদৃষ্টবাদী ভাৰতীয় আৰ্য্যবিলাকে সংসাৰ চক্ৰৰ সকলো ঘটনাতে পুৰুষকাৰৰ বাহিৰেও দৈৱৰ হাত ফট্‌ফটীয়াকৈ দেখিবলৈ পাইছিল। তেওঁবিলাকে এখন যুদ্ধৰ জয় পৰাজয়ত, যেনেকৈ সেনাপতিৰ সৈন্য চালনাৰ কৌশল, অস্ত্ৰ-শস্ত্ৰ, বল আৰু সেনাবিলাকৰ শৌৰ্য্যবীৰ্য্যৰ আৱশ্যকতা বুজিছিল, তেনেকৈ শেষ ফলৰ নিমিত্তে সদাই দৈৱৰ ওপৰত নিৰ্ভৰ কৰিছিল। তেনেস্থলত তেওঁবিলাকে কিছুমান যুজ বাগৰৰ বিবৰণ আৰু ৰজা কিছুমানৰ নাম লিখি ৰখা, জাতীয় গৌৰৱৰ কথা বুলি নভবাটো একো আচৰিত কথা নহয়। এইবোৰ কাৰণৰ নিমিত্তে প্ৰাচীন ভাৰতত আজি কালি আমি ইতিহাস বা বুৰঞ্জী বুলিলে যি বুজো, তাৰ প্ৰচলন নাছিল।

আগৰ দিনত অসমীয়া মানুহৰ ভিতৰত বুৰঞ্জী চৰ্চ্চা কৰা এটা শিক্ষাৰ প্ৰধান অঙ্গ আছিল। দেশৰ বুৰঞ্জী ভালকৈ নজনাটো ভাল মানুহৰ পক্ষে এটা বৰ ডাঙৰ লাজৰ কথা আছিল। প্ৰায় ভদ্ৰলোকৰ ঘৰে ঘৰে বুৰঞ্জী পুথি আছিল। তেওঁবিলাকে বুৰঞ্জী সাহিত্য ইমান ভাল পাইছিল যে নিজৰ দেশৰ বুৰঞ্জী লিখি বা পঢ়িয়েই ক্ষান্ত নাছিল, ওচৰ চুবুৰীয়া বঙ্গদেশৰ বুৰঞ্জীও লিখিছিল আৰু পঢ়িছিল। লেখকে অসমীয়া ভাষাত লিখা বৰ্দ্ধমানৰ

অসমীয়া মানুহৰ বুৰঞ্জী চৰ্চ্চা।

বুৰঞ্জী এখন পাই, তাক প্ৰকাশ কৰিবৰ অভিপ্ৰায়েৰে যত্নেৰে সংগ্ৰহো কৰিছিল কিন্তু বৰ বেজাৰৰ কথা পুথিখন তেওঁৰ হাতৰপৰা ওলাই গৈ সি আৰু ঘূৰি নাহিল। গৌৰীপুৰৰ ৰজা বাহাদুৰ শ্ৰীপ্ৰভাতচন্দ্ৰ বৰুৱাই যেতিয়া তেখেতৰ ৰাজ্যলৈ উত্তৰ বঙ্গসাহিত্য সম্মিলনক আহ্বান কৰে, তেতিয়া ৰজা বাহাদুৰে লেখকলৈ কেইখন মান অসমীয়া পুথি প্ৰদৰ্শনৰ নিমিত্তে পঠাবলৈ অনুৰোধ কৰে। লেখকে এই পুথিখনকে ৰজা বাহাদুৰলৈ পঠাইছিল। লেখকে ভাবিছিল যে বঙ্গালী সাহিত্যিকসকলে, অসমীয়া ভাষাত তেওঁবিলাকৰ দেশৰ বুৰঞ্জী দেখি বৰ আনন্দ পাব। কিন্তু কবলৈ লাজ লাগে আৰু বেজাৰ লাগে যে এই মূল্যবান পুথিখনত কোনোবা বঙ্গালী সাহিত্যিকৰ হাত পৰিল। ৰজা বাহাদুৰে লেখকক বৰ দুখেৰে জানিবলৈ দিলে যে পুথিখন প্ৰদৰ্শনীৰপৰা কোনোবাই হাত কৰিলে। অসমীয়া সাহিত্যৰ এখন মূল্যবান পুথি এই দৰে লোপ হল।

ইংৰাজী ভাষালৈ History শব্দটো গ্ৰীক ভাষাৰ *Histor* শব্দৰপৰা আহিছে; *histor* মানে 'জনা'। ইউৰোপত আগৰ দিনত ইতিহাস মানে, ঈশ্বৰৰ পৰা সাক্ষাৎ সম্বন্ধে পোৱা জ্ঞানত বাজে সকলো বিধৰ শিক্ষালব্ধ জ্ঞানকে বুজাইছিল। তাৰ পাচত লেখকে যিবোৰ ঘটনা নিজ চকুৰে দেখি বা নিজে জানি লিখি ৰাখিছিল তেনেবোৰ ঘটনাকহে ইতিহাস বোলা হৈছিল।

ইতিহাসৰ ক্ৰম বিকাশ।

তাৰ পাচত আৰু এটোপ আগবাঢ়ি নিজে দেখি বা জানি লিখাত বাজেও আন বিশ্বাস যোগ্য মানুহে কোৱা বা লিখা কথাকো ইতিহাস বুলি গণ্য কৰা হৈছিল। আজি কালিৰ বিচাৰ মতে, কি ধৰ্ম্ম, কি সমাজ, কি সাহিত্য, কি অৰ্থনীতি, কি ৰাজনীতি সকলো কথাই ইতি-হাসৰ ভিতৰত পৰে। অতীজতে ইতিহাসৰ বিষয় আছিল ৰজা-বিলাকৰ বংশাৱলী। তাৰ পাচত ডাঙ্গৰ ডাঙ্গৰ যুদ্ধবিলাকৰ কথাও তাত



লিখা হবলৈ ধৰিলে। তাৰ পাচত সন্ধিপত্ৰ, চই পেচ কচ আদি দিয়াৰ কথাও যোগ কৰা হল, আৰু তাৰ পাচত ওচৰ চুবুৰীয়া জাতিবিলাকৰ লগত ৰাজনৈতিক সম্বন্ধৰ কথাও তাত ঠাই দিয়া হল। কিন্তু এইবোৰ ইতিহাসত ৰাজঘৰীয়া শাসন প্ৰণালীৰ কথা থাকিলেও, প্ৰজাবৰ্গৰ উন্নতি-অৱনতিৰ, বা সমাজৰ কোনো ভিতৰুৱা কথাৰ একো উল্লেখ নাছিল; তাৰ উদাহৰণ, খৃঃ পূঃ ১৮ শতিকাত লিখা বাইবেলৰ পূৰ্ব্বখণ্ডত থকা ৰজাঘৰীয়া কথাবিলাক আৰু চমুৱেলৰ বিবৰণ আৰু খৃষ্টীয় ৩ শতিকাত মেনিথো আদিয়ে লিখা বিবৰণ আৰু চীন আৰু জাপান দেশৰ পুৰণি বিবৰণবিলাক।

বুৰঞ্জীয়ে এই অৱস্থা পোৱাৰ পাচত ধাৰাবাহিকৰূপে ঘটনাবিলাক লিখি ৰখা দস্তুৰ প্ৰচলন হয়। ইউৰোপত গ্ৰীকবিলাকে ইয়াৰ প্ৰথম উদাহৰণ দেখুৱায়। গ্ৰীকবিলাকৰ ভিতৰত প্ৰথমতে এই কাজ হিৰোদতচ আৰু থুচিদাইদিচে কৰে। হিৰোদতচ পৃথিবীত আজিলৈকে ইতিহাসৰ জন্মদাতা বুলি খ্যাত হৈ আছে। ৰোম দেশত গ্ৰীচৰ অনুকৰণ কৰি লুচিয়ান আদিয়ে ইতিহাস লিখিবলৈ আৰম্ভ কৰে।

ইউৰোপেই বৈজ্ঞানিক প্ৰণালীৰে ইতিহাস লিখাৰ পথ প্ৰদৰ্শক হলেও, ১৫ শতিকালৈ ইউৰোপৰ সকলো জাতিৰ ভিতৰতে বুৰঞ্জী সাহিত্য নিচেই নিঃকিন অৱস্থাৰ আছিল। তাত সত্যৰ প্ৰতি কোনো লক্ষ্য নাছিল; মাত্ৰ ক্ষমতাশালী মানুহৰ অযথা গুণানুবাদ আছিল। বৈজ্ঞানিক আৰু সমালোচনা মূলক অনুসন্ধানৰ তাত কোনো শুংসূত্ৰই নাছিল। কিন্তু লাহে লাহে সি ভালৰ ফালে ঢাল লবলৈ ধৰিলে। ইউৰোপীয় সভ্যতাৰ যিটোক ৰিনেইচেঞ্চৰ (Renaissance) যুগ বোলে, সেই যুগত ইউৰোপত ইতিহাস সাহিত্যৰ অশেষ উন্নতি সাধিত হল। মধ্যযুগত (mediaeval period) যিবোৰ জাল বুৰঞ্জীৰ সৃষ্টি হৈছিল, সেইবোৰ এই যুগতে

লাহে লাহে ধৰা পৰিবলৈ ধৰিলে আৰু সেইবোৰৰ ওপৰত মানুহৰ শ্ৰদ্ধা কমি আহিবলৈ ধৰিলে। ঐতিহাসিক সত্যতাৰ ওপৰত মানুহৰ আদৰ বাঢ়িবলৈ ধৰিলে আৰু তাৰ ফলত আচল ইতিহাসৰ সৃষ্টিৰ পথ পৰিষ্কাৰ হৈ আহিল।

অৱশ্যে সেই সময়তে জাৰ্ম্মান দেশত ধৰ্ম্মৰ দুটা বেলেগ সম্প্ৰদায়ৰ ভিতৰত তুমুল বিবাদ লাগি উঠিছিল। এনেকুৱা দলা-দলিৰ ফলত সচৰাচৰ যেনে হৈ থাকে জাৰ্ম্মেনিতো সেয়ে হল অৰ্থাৎ ভেদৰ কোবত দুইদলে সত্যক দূৰতে আঁতৰাই থৈ ককালত টঙ্গালী বান্ধি লাগিছিল। তাৰ ফলত দুয়োদলৰ ভিতৰত সত্যৰ নানাৰূপে অপলাপ হবলৈ ধৰিলে আৰু ইতিহাসৰ ফালে কণ কঠীয়া মৰিব লগা হল। এই বিসম্বাদৰ ফলত দুয়ো দলৰ ভিতৰত সঁচাই মিছাই অনেক কিতাপ লিখা হল আৰু সেইবোৰ লিখাক ৰাপেৰে পঢ়া অনেক মানুহো ওলাল। এই বিবাদৰ বেয়া ফল যিহকে নহওক কিন্তু সাহিত্যানুৰাগী এক শ্ৰেণীৰ মানুহ সৃষ্ট হল। এইটো এটা কম লাভৰ কথা নহল। জগতত যিমান ডাঙৰ বাদ বিসম্বাদ বা গ্লানিয়েই নহওক, তাৰ পৰা যে কিছুমান ডাঙৰ উপকাৰো নহব তেনে নহয়। এনে বিসম্বাদৰ বা যুদ্ধৰ ফলত দুয়ো দলৰ ভিতৰত মনুষ্যত্ব গজি উঠে। দুই দলৰ ভিতৰত শক্তিৰ উন্মেষ হৈ দুয়োকো সবল কৰে। লাহে লাহে জিদ বা অহঙ্কাৰ আঁতৰি গলে নিজ নিজৰ ভুল বুজিব পৰা হয় আৰু তেতিয়া অসাৰ যুক্তি আৰু আবৰ্জ্জনা আঁতৰি যায় আৰু দুয়োদল সজ উদ্দেশ্যেৰে অনুপ্ৰাণিত হৈ জাতিটোকে পুষ্ট আৰু বলিষ্ঠ কৰি তোলে। অন্ততঃ জাৰ্ম্মেনিত ঠিক এনে হৈছিল।

ইউৰোপৰ কোনো দেশত বুৰঞ্জী সাহিত্য এই দৰে উন্নতিৰ ফালে আগ বাঢ়িলেও, ইংলণ্ডত হেনোভৰ ফৈদৰ ৰজাৰ অধীনত বুৰঞ্জীয়ে অলপো গা কৰিব নোৱাৰিছিল। ১৯ শতিকাৰ আৰম্ভৰ লগে লগে জাৰ্ম্মান



দেশৰ পাণ্ডিত্যৰ প্ৰভাৱত ইংলণ্ডীয় ইতিহাসত এটা পৰিবৰ্ত্তন আহি পৰিল। জাৰ্ম্মান ঐতিহাসিক ৰেঙ্কে যি পথ নিৰ্দ্দেশ কৰিলে, সেই পথকে আশ্ৰয় কৰি এক শ্ৰেণীৰ ওখ খাপৰ ঐতিহাসিক উদ্ভৱ হল; জাৰ্ম্মান পণ্ডিত লিওপোল্দ ভন ৰেঙ্কে তেওঁৰ History of Roman and German races বোল কিতাপৰ এঠাইত কৈছে যে আজি-কালি ইতিহাস লেখকে প্ৰায় সমসাময়িক লেখকৰ কথাৰ ওপৰত অনেক আস্থা স্থাপন কৰে। তেওঁৰ মতেৰে সেইটো ঠিক নহয়। তেওঁ কয় যে বিশেষকৈ চাব লগীয়া কথা হৈছে যে সেই মানুহ জনে যি কথা লিখিছে তেওঁ তাক জানিবৰ কি সুবিধা পাইছিল আৰু মানুহজন কিমান বিশ্বাস যোগ্য। তেওঁ নিজৰ জ্ঞানৰ পৰা লিখিছেনে, কাৰবাৰ মুখৰপৰা শুনা কথাৰ ওপৰত নিৰ্ভৰ কৰি লিখিছে। অৰ্থাৎ আইন আদালতত যেনেকৈ এটা সাক্ষীক যিহৰ পৰা বিশ্বাস বা অবিশ্বাস কৰে, যি কাগজ-পত্ৰক সাক্ষী বুলি গণ্য কৰা হয়, বুৰঞ্জী লিখোতেও তেনেকৈ পৰীক্ষা কৰিহে তাক গ্ৰহণ কৰিব লাগে। এই প্ৰণালীৰে ঐতিহাসিক অনুসন্ধান আৰম্ভ কৰাৰ ফলত অনুসন্ধান সম্বন্ধে অনেক সুবিধা আহি পৰিল। ইউৰোপৰ প্ৰধান প্ৰধান দেশবিলাকৰ যত যত পুৰণি বস্তুৰ ভড়াল আছিল অনুসন্ধানকাৰী মানুহৰ পক্ষে সেইবিলাকৰ দুৱাৰ মুকলি কৰি দিয়া হল। সেই কাগজ-পত্ৰবোৰ পঢ়ি তাৰপৰা নানা বিষয়ে টোকা উদ্ধাৰ কৰা হল। বেছি লাগতিয়াল কথাবোৰ ছাপা কৰি প্ৰকাশ কৰা হল। পুৰণি ফলিবিলাক আবিষ্কাৰ কৰা হল, পঢ়া হল, সৰ্ব্বসাধাৰণৰ ওচৰত প্ৰকাশ কৰা হল। ইয়াৰ পৰা প্ৰধান প্ৰধান দেশবিলাকত এক শ্ৰেণীৰ পণ্ডিত ইতিহাসবিদৰ উদ্ভৱ হল। জাৰ্ম্মান দেশত পেৰ্টজ, ওৱেইট্জ, মোমচেন, কৰটিয়ছ আদি ইতিহাসবিদ, ইংলণ্ডত ষ্টবস, ফ্ৰিমেন, গাৰ্ডিনৰ নিচিনা পণ্ডিতৰ আবিৰ্ভাব হল আৰু ফ্ৰান্সত মোনদ, লেভিচ আৰু লুবেয়াৰৰ

নিচিনা ইতিহাসবিদৰ আবিৰ্ভাব হল। তেওঁবিলাকে যি পথে চালনা কৰিলে, এতিয়াও সেই পথেই ইতিহাস চালিত হৈ আহিছে। তেওঁবিলাকে ইতিহাস সম্বন্ধে মানুহৰ ধাৰণা একেবাৰেই পৰিবৰ্ত্তন কৰি দিলে। তেওঁবিলাকে কয় যে ইতিহাসৰ আচল শিক্ষা হৈছে অতীতৰ জ্ঞান লাভ কৰি ভবিষ্যত উন্নতিৰ বাটত আগবঢ়া। তেওঁবিলাকে ইতিহাসক কি ভাবেৰে গ্ৰহণ কৰিছিল তাক ভল্‌টায়ৰৰ এটা কথাই অতি সুন্দৰকৈ প্ৰকাশ কৰিছে। তেওঁ কয় "Every present event is born of the past and is father of the future. The eternal chain can neither be broken nor entangled." তেতিয়াৰপৰাই বৈজ্ঞানিক প্ৰণালীৰে ইতিহাস লিখিত হবলৈ ধৰিলে। ঐতিহাসিক অনুসন্ধান কৰিবলৈ যাওঁতে আগেয়ে মনত এটা মত ঠিক কৰি লৈ, তাক যিবোৰ কথাই সমৰ্থন কৰে তাক বিচৰা ঐতিহাসিক অনুসন্ধান নহয়। অথচ বহুত ঐতিহাসিকে ঠিক ইয়াকে কৰে। ঐতিহাসিক অনুসন্ধানত জাতীয় বা দেশীয় সঙ্কীৰ্ণতা পৰিত্যাগ কৰিব লাগিব; কোনো সাম্প্ৰদায়িক বা ৰাজনৈতিক বাধা-বাধকতাৰ লগত সম্পৰ্ক ৰাগিব নেলাগিব। এটা কথাক সঁচা বুলি গ্ৰহণ কৰাৰ আগেয়ে সেই সম্বন্ধে যিমান দূৰ নিখুত প্ৰমাণ পোৱা যায় তাৰে পৰীক্ষা কৰি লব লাগিব। এইদৰে সংগ্ৰহ কৰা কথাবিলাকক পুঙ্খানুপুঙ্খৰূপে ফঁহিয়াই চাই তাৰ পৰা এটা সিদ্ধান্তত উপনীত হোৱাই বুৰঞ্জীৰ কাম। এনেকৈ সংগ্ৰহ কৰা তথ্যবিলাকৰ পৰা যি স্বাভাৱিক সিদ্ধান্ত হব আৰু তেনে সিদ্ধান্তৰ পৰা লাভেই হব নে লোকচানেই হব ঐতিহাসিকে তাৰ নিমিত্তে ভাবিবৰ কোনো প্ৰয়োজন নাই। ঐতিহাসিকৰ কাৰ্য্য হৈছে সত্যৰ প্ৰতিষ্ঠা কৰা; তেওঁৰ কৰ্ত্তব্য হৈছে লাভ-অলাভ, জয়-পৰাজয় কালৈকো কটাক্ষ নকৰি সত্যৰ উদ্‌ঘাটন কৰা। এজন জ্ঞানীলোকে কৈছে যে বুৰঞ্জীৰ গতি এটা



সৰল ৰেখাৰ নিচিনা আৰু বিচক্ষণ বুৰঞ্জী লেখক কেতিয়াও তেওঁৰ লিখাৰ ওপৰত বিবিঙ্গি নোলায়। ঘটনাৰ যথাযথ বিবৰণ দি যোৱাই বুৰঞ্জী লিখকৰ আচল কাম। তাত তেওঁৰ মতামত দিবৰ কোনো সকাম নাই। বুৰঞ্জীৰ অধিষ্ঠাত্ৰী দেবী, কালিদাসৰ শকুন্তলাৰ দৰে, সাজপাৰ নোহোৱাকৈয়ে পৰম ৰূপহী। এনেকুৱা আহিঁ আগত ৰাখি বুৰঞ্জী লিখা দস্তুৰ ইউৰোপতে ১৯ শতিকাৰ পৰাহে আৰম্ভ হৈছে।

অসমৰ বুৰঞ্জী সাহিত্য।

কিন্তু আচৰিত মানিব লগীয়া কথা যে অসমৰ নিচিনা এখন দেশতো ১৩ শতিকাৰ পৰাই ধাৰাবাহিকৰূপে বুৰঞ্জী লিখা দস্তুৰ চলি আহিছে আৰু প্ৰায় তেতিয়াৰ পৰাই বৈজ্ঞানিক ভাবে বুৰঞ্জী লিখা প্ৰথাও চলি আহিছে। বুৰঞ্জীৰ কথাবিলাক যেনে নিভাজ সত্য হব লাগে, তাৰ ভাষাও নিচেই সৰল আৰু আঁত নলগা হব লাগে আৰু তাৰ বৰ্ণনাৰ যেন দুটা অৰ্থ কৰিব নোৱাৰে, এনে ভাবে লিখা হব লাগে; ইতিহাসৰ বৰ্ণনা বিলাক যিমান দূৰ সম্ভৱ সংক্ষেপ হব লাগে অথচ তাতেই সম্পূৰ্ণ ভাবে ভাবটো ফুটি উঠিব লাগে। তাত সত্যক গোপন কৰিবৰ নিমিত্তে কোনো চেষ্টা থাকিব নেলাগে। অসমীয়া বুৰঞ্জী লিখোঁতে এই কথাবোৰ যে ভালকৈ প্ৰতিপালন কৰিছিল, তাক পুৰণি বুৰঞ্জী কিতাপ ভালকৈ পঢ়িলেই বুজিব পাৰি। ইয়াৰ লিখাত কতো বাহুল্য কথা নাই। কতো অতিৰঞ্জনৰ চেষ্টা নাই। ভাষা যেনে সৰল, তেনে আঁত নলগা। কোনো সঁচা কথাকে গোপন কৰিবৰ চেষ্টা নাই। ৰজাঘৰৰ অনেক চেকা লগা কথাও পুৰণি বুৰঞ্জীতে খোলাখুলি ভাবে লিখা থাকে। এই বুৰঞ্জী বিলাকৰ সত্যতাৰ বিষয়ে মিষ্টাৰ গেইটে, তেওঁৰ The History of Assam কিতাপৰ এঠাইত লিখিছে:—

"The history of these *Burunjis* is proved not only by the way in which they support each other but also by the comparison which is afforded by the Mahammedan writers, whenever they are available for comparison. Their chronology is further supported by the dates on various records."

অৰ্থাৎ পূৰণি বুৰঞ্জী বিলাকত লিখা কথাবোৰ যে সচাঁ তাৰ প্ৰমাণ হৈছে; বেলেগ বুৰঞ্জীত লিখা কথা বোৰৰ ভিতৰত মিল আছে, আৰু সেই কথাবোৰ মুছলমান ঐতিহাসিক বিলাকে লিখি থৈ যোৱা কথাৰ লগতো মিলে আৰু বুৰঞ্জীত দিয়া শক আৰু তাৰিখো শিলৰ ফলি, তামৰ ফলি আৰু মোহৰ বিলাকত থকা শক আৰু তাৰিখেৰে মিল পোৱা যায়। এনে হবৰেই কথা। কিয়নো যি মানুহে এই বুৰঞ্জীবোৰ লিখিছিল তেওঁবিলাক ঘটনাবোৰৰ সমসাময়িক মানুহ আছিল। তাত বাজেও তেওঁবিলাক ৰজাঘৰীয়া সকলো ভিতৰুৱাল কথাৰ সম্ভেদ পোৱা মানুহ আছিল। অনেক ঠাইত ৰজাই ভাত খাওঁতে মন্ত্ৰীসকলৰ লগত যি কথা-বাৰ্ত্তা পাতিছিল আৰু ৰাজ দৰবাৰত যিবোৰ মন্ত্ৰণা আদি হৈছিল সেইবোৰো বুৰঞ্জীত লিখা হৈছিল। ওচৰ চুবুৰীয়া ৰজা বিলাকে লিখা চিঠিবোৰো বুৰঞ্জীত মাজে মাজে দিয়া আছে। তাৰপৰাই ভালকৈ বুজিব পাৰি যে এইবোৰ সমসাময়িক লিখা আৰু ৰজাঘৰৰ ভিতৰুৱাল কথাৰ সম্ভেদ পোৱা মানুহে লিখা। ৰজাঘৰীয়া ঐতিহাসিক চিঠি বোৰত এনে অনেক চিঠি দিয়া হৈছে। এই চিঠিবোৰ অসমৰ বুৰঞ্জী লেখকৰ নিমিত্তে বৰ মূল্যবান সম্পত্তি। ভাৰতবৰ্ষৰ কোনো জাতিয় অসমীয়াৰ দৰে বুৰঞ্জী সাহিত্যৰ গৌৰৱ কৰিব নোৱাৰে।

---

# কামৰূপ সাম্ৰাজ্য।

## ৰায় বাহাদুৰ শ্ৰীযুত কনক লাল বৰুৱা।

খ্ৰীঃ সপ্তম শতিকাৰ আদি ভাগৰ পৰা অষ্টম শতিকাৰ মাজ ভাগলৈকে কামৰূপৰ ৰজাবিলাকৰ বিস্তীৰ্ণ সাম্ৰাজ্য আছিল। শ্ৰীহৰ্ষ বৰ্মাৰ দিনত এই সাম্ৰাজ্যৰ পূব সীমা সদিয়া, পশ্চিম সীমা অযোধ্যা, উত্তৰ সীমা হিমালয় পৰ্ব্বত আৰু দক্ষিণ সীমা মাদ্ৰাজ প্ৰেচিডেন্সীৰ গঞ্জাম পৰ্য্যন্ত জুৰি আছিল। দুখৰ বিষয়, বুৰঞ্জীৰ তথ্য বিচৰা অসমীয়া লেখক সকলেও এই বিস্তীৰ্ণ সাম্ৰাজ্যৰ ধাৰণা কৰিবলৈ টান পায়। কাৰণ সঙ্কীৰ্ণ ভাবটি মনৰ পৰা নুগুচে। অথচ এই বৃহৎ সাম্ৰাজ্যৰ ঐতিহাসিক প্ৰমাণ বিস্তৰ আছে আৰু এই প্ৰমাণ বঙালী, মাদ্ৰাজী প্ৰভৃতি আন ভাৰতবৰ্ষীয় পুৰাতত্ত্ববিদ্ সকলে গ্ৰহণ কৰিছে। দেখা যায় এই প্ৰমাণ গ্ৰহণ কৰিবলৈ অনিচ্ছুক কেৱল আমাৰ সঙ্কীৰ্ণমনা দুই এজন অসমীয়া হে। কি দুখৰ কথা! আমাৰ কোনো কোনো লেখকে "বৃহত্তৰ অসম" "বৰ অসম" আদি শব্দৰ সৃষ্টি কৰিছে, কিন্তু "প্ৰাগজোতিব" বা "কামৰূপ" নাম লিখিবলৈ হাত ধৰে। মহাভাৰত, ৰামায়ণ আৰু পুৰাণ আদিত কিন্তু কামৰূপ বা প্ৰাগজ্যোতিষৰহে নাম পোৱা যায়। অসম নাম অতি অৰ্ব্বাচীন।

কামৰূপৰ পুৰণি কীৰ্ত্তি আৰু গৌৰৱ ঘোষণা কৰিছে ঘাইকৈ আন প্ৰদেশৰ লোকে। কামৰূপৰ প্ৰাচীনতম তামৰ ফলিৰ উদ্ধাৰ হৈছে এজন ছিলঠীয়া ভদ্ৰলোকৰ যত্ন আৰু অৰ্থ খৰচৰ দ্বাৰা। অষ্টম শতিকাৰ শেষ ভাগৰ প্ৰসিদ্ধ পণ্ডিত কুমাৰিল ভট্ট যে কামৰূপী, নৱম শতিকাৰ আদি-

ভাগৰ প্ৰসিদ্ধ বৌদ্ধ আচাৰ্য্য অভিনৱ গুপ্ত যে কামৰূপী তাক আনেহে চকুত ঘোকোটা মাৰি আমাক দেখুৱাই দিছে। সেই দৰে দশম শতিকাৰ তিব্বতীয় বৌদ্ধ আচাৰ্য্য মীন নাথ (মীনাই) যে কামৰূপৰ কৈৱৰ্ত্ত জাতীয় এই সম্বাদো য়ুৰোপীয়ান এজনৰপৰাহে আমি প্ৰথমে পাইছোঁ। এছিয়াটিক ছোছাইটিৰ জৰ্ণেলত এজন বঙালী লেখকে অলপতে দেখুৱাইছে যে মুদ্ৰাৰাক্ষস নাটকৰ গ্ৰন্থকাৰ বিশাখ দত্ত কামৰূপৰ ব্ৰাহ্মণ। তেওঁ অনুমান ভাস্কৰ বৰ্ম্মাৰ দিনত নাইবা তেওঁৰ পুত্ৰৰ দিনত এই পুথি লিখিছিল। সেই সময়ত কামৰূপত দত্ত উপাধিধাৰী কিছুমান নাগৰ ব্ৰাহ্মণ আছিল। ভাস্কৰ বৰ্ম্মাৰ তামৰ ফলিত অন্ততঃ দুজন দত্ত উপাধিধাৰী ব্ৰাহ্মণৰ নাম আছে। ৺ ৰাখাল দাস বানাৰ্জ্জীয়ে তেওঁৰ History of Orissa নামে গ্ৰন্থত দেখুৱাইছে যে দশম শতিকাত কামৰূপৰ শৃঙ্গটক গ্ৰামৰ বিষ্ণুসোমাচাৰ্য্য নামে পণ্ডিত এজনে উৰিষ্যাৰ গঙ্গ ৰজাৰপৰা মাটি-বৃত্তি পাইছিল। ৰায়বাহাদুৰ আনন্দচন্দ্ৰ আগৰৱালাৰ মতে তেজপুৰৰ ভাটিৰ শিঙৰীয়েই শৃঙ্গটক গাওঁ। Giuseppe Tucci নামে ইটালীয় পণ্ডিত এজনে দেখুৱাইছে যে তিব্বতীয় গ্ৰন্থ Grub To'b অনুসাৰে তিব্বতত বৌদ্ধধৰ্ম্ম প্ৰচাৰ কৰা বহুলা নামে এজন পণ্ডিত কামৰূপৰ শূদ্ৰ। বহুলাৰ গুৰু নাগাৰ্জ্জুন এজন প্ৰসিদ্ধ কবিৰাজ আছিল। আঁৰৱ ঐতিহাসিক (Alberuni) আলবেৰুণীয়ে তেওঁৰ নাম উল্লেখ কৰি গৈছে। তেওঁ দশম শতিকাৰ লোক। এওঁৰ নামৰ নাগাৰ্জ্জুনৰ বড়ি এতিয়াও অসমত চলি আছে। মহামহোপাধ্যায় ৺ হৰপ্ৰসাদ শাস্ত্ৰীয়ে নেপাল দৰবাৰ লাইব্ৰেৰীৰ পৰা নাগাৰ্জ্জুনে লেখা যোগশতক নামে পুথি এখন আনিছে। এই যোগশতকত এশ প্ৰকাৰ বড়িৰ বিষয় লেখা আছে। যোগ অৰ্থে Prescription বা mixture। এওঁ যে এজন কামৰূপী বৈদ্য আৰু বৌদ্ধ আচাৰ্য্য আছিল তাৰ কোনো



সংশয় নাই। আলবেৰুণীয়েও এওঁক এজন ডাঙৰ বৈদ্য আৰু alchemist বুলি কৈছে। নৱম শতিকাৰ আদি ভাগত শঙ্কৰাচাৰ্য্য কামৰূপ দেশলৈ আহি কামৰূপী বৌদ্ধ দাৰ্শনিক অভিনৱ গুপ্তক বাদত পৰাস্ত কৰিছিল। চীন পৰ্য্যটক য়ুৱানচাঙৰ জীৱনীৰূপৰা জনা যায় যে তেওঁ নালান্দাত থকা সময়ত কামৰূপৰ হীনযান মতাবলম্বী ব্ৰাহ্মণ এজনে নালান্দালৈ গৈ মহাযান সম্প্ৰদায়ৰ আচাৰ্য্য বিলাকেৰে সৈতে বাদ কৰিছিল। প্ৰাচীন কামৰূপৰ গৌৰৱস্থল এই পণ্ডিতবিলাকে কামৰূপৰ বাহিৰে আন দেশতো কৃতিত্ব লাভ কৰিছিল। ই দেশবাসীৰ বৰ গৌৰৱৰ কথা।

——::৪::——

# সংসাৰত সুখ নে দুখ ?

ৰায় বাহাদুৰ শ্ৰীযুত কনকলাল বৰুৱা ।

সংসাৰ সুখৰ নে দুখৰ ঠাই এই প্ৰশ্ন সম্পৰ্কে মানুহৰ মাজত বৰ মতভেদ আছে। এদলে কয় সংসাৰ সুখৰ আকৰ, যতে থাকা যি অৱস্থাতে আছা শেষত সুখ পাবাই পাবা, কালৰ গতিত তোমাৰ সুখ হবই হব। আন দলে সংসাৰত সদাই এন্ধাৰ মাথোন দেখে। তেওঁলোকে কয় সংসাৰত প্ৰত্যেক খোজতে দুখ আৰু বিপদ। সুখ আশা কৰি তুমি যি কাজকে কৰা শেষ ফল তাৰ বিষময় হবই হব। কেতিয়াবা যি অলপ সুখৰ আভাস দেখা যায় সি তপত বালিত এটোপা পানীৰ নিচিনা।

পৃথিবীৰ দাৰ্শনিকবিলাকক এই দুই দলৰ মাজতে ভগাই দিব পাৰি। প্ৰথম বিধ পণ্ডিতে কয় মানুহৰ জীৱনত দুখতকৈ সুখৰ ভাগ বেছি, নহলে মানুহে জীয়াই থাকিবলৈ বিচাৰিব কিয়? মানুহ জীয়াই থকাই, জীৱনত সুখৰ ভাগ বেছি থকাৰ প্ৰমাণ। সংসাৰত এফালে যিমান দুখ, বিপদ, ভয়, নৈৰাশ্য প্ৰভৃতিৰ সমাবেশ আন ফালে সেই দৰে সৰহকৈ মৰম, দয়া, প্ৰীতি, সহানুভূতি আৰু বিশুদ্ধ প্ৰণয় বৰ্ত্তমান। এই কাৰণেহে মানুহে মৰিব নোখোজে, মৰিবৰ সময়তো সিহঁতে হেপাহ চকুৰে ইহজীৱনৰ ফালে উভতি চায় "cast a longing lingering look behind." এই দলৰ যি বিলাক অভিব্যক্তি বাদৰ ফলীয়া তেওঁলোকৰ মতে সুখেই অভিব্যক্তিৰ মূল। জীৱন দুখপূৰ্ণ হোৱা হলে কেতিয়াবাই পৃথিবী প্ৰাণীহীন হলহেতেন। সুখ আছে বুলিয়েই সংসাৰত জীৱন আছে। সুখ নোহোৱা হলে জীৱন-



ৰক্ষাৰ সলনি জীৱনলোপ মানুহৰ যাই উদ্দেশ্য হৈ উঠিলহেতেন। এই শ্ৰেণীৰ দাৰ্শনিক বিলাকৰ মতে সুখ কি? নে, যি জীৱনৰক্ষাৰ উপযোগী। বেন্থাম আৰু মিলে কৈছে যে সুখ অৰ্জ্জা আৰু দুখ গুচোৱাই জীৱনৰ মূল উদ্দেশ্য। অভিব্যক্তিবাদী স্পেন্সাৰে কয়, যি সুখদায়ক সেয়েই জীৱনবৰ্দ্ধনকাৰী, যি জীৱনবৰ্দ্ধনকাৰী সেয়েই সুখদায়ক। যদি সুখেই অভিব্যক্তিৰ যাই কথা তেনেহলে দেখা গল সংসাৰত সুখৰ ভাগ বেছি নহলে মানুহৰ ক্ৰমিক অভিব্যক্তি হব কৰ পৰা? সুখৰ ভাগ অধিক থকাৰ বাবেই পৃথিবীত জীৱনৰ বৃদ্ধি আৰু উন্নতি কৰিবৰ উপযোগী নানা উপায় যেনে, সমাজবৰ্দ্ধন, ধৰ্ম্মজ্ঞানৰ চৰ্চ্চা, জাতীয় প্ৰেম প্ৰভৃতি দেখিবলৈ পাওঁ। জীৱন দুখময় হোৱা হলে, জীৱন ধ্বংস কৰাৰ নিমিত্তে নানা উপায় উলিওৱা হলহেতেন। সমাজবন্ধনৰ পৰিবৰ্ত্তে মানুহৰ মাজত পৰস্পৰ কন্দল, গৃহবিবাদ আৰু যুদ্ধ-বিগ্ৰহ হলহেতেন, ধৰ্ম্মশিক্ষাৰ সলনি সংসাৰত অধৰ্ম্মৰ ৰাজ্য হলহেতেন; মৰম, দয়া, সৰলতা, প্ৰেম, বন্ধুতা, প্ৰভৃতি এটাইবিলাক পৃথিবীৰ পৰা আঁতৰিলহেতেন। কিন্তু তেনে হোৱাৰ আগন্তক নাই কিয়নো জীৱনত সুখৰ ভাগ সৰহ আৰু সেই দেখি জীৱন বঢ়োৱা আৰু উন্নত কৰা মানুহৰ যাই কাম।

দ্বিতীয় বিধ পণ্ডিতে কয় যে সুখবাদীবিলাকে সংসাৰৰ বৰ্ত্তমান স্বৰূপ অৱস্থালৈ মন কৰি নেচায়। মানুহৰ ভাগ্যত সুখতকৈ দুখৰ অংশ বেচি এই কথা প্ৰমাণ কৰিবলৈ তেওঁলোকে দেখুৱায় যে যিফালেই চোৱা দেখিবা, যে সংসাৰত যাক সুখ বোলে তাতকৈ তাৰ বিপৰীতটিক সৰহ পৰিমাণে মানুহে পায়। যদি বোলা ধনত সুখ, চোৱা পৃথিবীত ধনীতকৈ দুখীয়াৰ সংখ্যা বেচি; যদি কোৱা ধৰ্ম্মই সুখৰ বাটলৈ নিয়ে, চোৱা, সংসাৰত ধাৰ্ম্মিক মানুহতকৈ পাপীৰ সংখ্যা সৰহ। যদি জ্ঞানৰ

পোহৰে মানুহক সুখী কৰে, চোৱাঁ, পৃথিৱীত জ্ঞানৰ পোহৰতকৈ অজ্ঞানতাৰ এন্ধাৰৰ ভাগ বেচি। কিন্তু অকল সেয়েই নহয়। দুখ-বাদীবোৰে আৰু এটা বাই যুক্তিৰে তেওঁলোকৰ মত সমৰ্থন কৰে। তেওঁলোকে কয় যে মানুহৰ জীৱনত ইচ্ছাই সকলো কাৰ্য্যৰ মূল। ইচ্ছাশূন্য জীৱন হব নোৱাৰে। ইচ্ছা বা কামনাই সদায় আমাক সেই ইচ্ছা বা কামনা পূৰাবৰ উপযোগী কাৰ্য্যলৈ হেঁচুকিব লাগিছে। এটি ইচ্ছা পূৰ্ণোৱা হলে আন এটিয়ে তাৰ ঠাই লয়হি। মানুহ যি অৱস্থাতেই থাকক সি সদায় ইচ্ছাৰ দাস। পঁজা ঘৰৰ তলত থকা দুখীয়াই নিজৰ অৱস্থালৈ মন কৰি হুমুনিয়া পেলাই সুখী হবলৈ বাঞ্ছা কৰে। ইফালে ৰাজ-সিংহাসনত বহি ৰজাই অস্থিৰ মনেৰে নিজৰ অপাৰ চিন্তাৰ বিষয়ে ভাবি, চিন্তাশূন্য দুখীয়া মানুহৰ জীৱনকো নিজৰ জীৱনতকৈ বেছি সুখী বুলি বিবেচনা কৰিছে। এপিনে লৰাই সকতে লোকৰ তত্বাৱধানত থাকি ভাল নেপাই সোনকালে তাৰ অভিভাবকবিলাকৰ নিচিনা বয়সীয়াল আৰু স্বাধীন হবলৈ ইচ্ছা কৰে; আনফালে সেই অভিভাবকবিলাকে সংসাৰৰ ভাবনাৰ হেঁচা সহিব নোৱাৰি বেজাৰ মনেৰে সৰু কালৰ চিন্তাহীন, সৰল জীৱনৰ কথা ভাবি আকৌ সেই অৱস্থা পাবলৈ বাঞ্ছা কৰে। সংসাৰত মানুহৰ গতিয়েই এনেকুৱা। ইচ্ছাই সদায় মানুহক চলাব লাগিছে। ইচ্ছাই কি বুজায়? নে, যি ইচ্ছা কৰে তাৰ কিবা অভাব আছে। সেই অভাব পূৰাবলৈ তাৰ ইচ্ছাই উপযুক্ত বস্তুটি বিচাৰে; সেই বস্তু নেপালে মনৰ শান্তি নোহোৱা হয়। মনৰ শান্তি নহলে সুখ হব নোৱাৰে; তেনেহলে দেখা গল সদায় এটি ইচ্ছাৰ দাস হৈ থাকিলে সুখ হব নোৱাৰে। ইফালে গুৰিতে কৈ অহা হৈছে যে মানুহৰ জীৱন ইচ্ছাশূন্য কেতিয়াও হব নোৱাৰে, এতেকে এইটো স্থিৰ হল যে মানুহৰ জীৱনত সুখ নাই বা তাৰ ভাগ নিচেই কম।



হিন্দুৰ নুন তত্ব আৰু বৌদ্ধৰ নিৰ্ব্বাণ দুয়ো এই দুখবাদৰ ওপৰতে নিৰ্ভৰ কৰে। বৌদ্ধ ধৰ্ম্মৰ বাই উদ্দেশ্য—নিৰ্ব্বাণ, অৰ্থাৎ আত্মাৰ সংসাৰত পৰ্য্যটন কৰাৰ শেষ। নিৰ্ব্বাণ পালেই অৰ্থাৎ পৃথিৱীত পুনৰ্জ্জন্মৰ অন্ত পৰিলেই মোক্ষপদ হয়। বৌদ্ধ ধৰ্ম্মমতে সংসাৰত জীৱন নিৰ্ব্বাহ কৰাৰ সকাম নাই; কিয়? নে সংসাৰত সুখ নাই। আধুনিক হিন্দু দুখবাদী। বৈদিক কালৰ হিন্দুবিলাকো যে তেনে আছিল তাৰ প্ৰমাণ নাই। পুৰণি আৰ্য্য হিন্দুৰ মন লৰাৰ নিচিনা সৰল আৰু ৰঙীয়াল আছিল। সংসাৰত জীৱন দুখময়, এনে চিন্তাৰ ভাৰে কেতিয়াও তেওঁ-লোকৰ মনক ঢাকিব নোৱাৰিছিল। শিশুৰ অকপটতাৰে আৰ্য্য ঋষিয়ে গৰু দিয়াঁ, ধান দিয়াঁ পানী দিয়াঁ বুলি ঈশ্বৰক স্তুতি কৰিছিল। সময়ৰ গতিত সৰলতা আৰু আনন্দৰ সলনি বেজাৰৰ অন্ধকাৰে হিন্দুৰ মন আগুৰি পেলালে। আধুনিক ইংৰাজবিলাক হলে হিন্দুবিলাকৰ নিচিনা বিমৰ্ষ নহয়। বিষাদ কুঁৱলীয়ে সিহঁতৰ মনক ঢাকিব পৰা নাই, সিহঁতৰ মন আনন্দ পূৰ্ণ। হিন্দুধৰ্ম্ম ই মানুহক দুখবাদী কৰে, খ্ৰীষ্টধৰ্ম্মই মানুহক সুখবাদী কৰে। ইউৰোপীয়বিলাক সুখবাদী সেই বাবেই বোধকৰোঁ সিহঁতে জড়শক্তিৰ বিষয়ে বেচি আলোচনা কৰে। হিন্দুৱে সংসাৰত আচল সুখ নাই বুলি ভাবি পাৰ্থিব বস্তু আৰু জড়শক্তিক ঘিণায়। ইউৰোপীয় পণ্ডিত বেচি বৈজ্ঞানিক, হিন্দু পণ্ডিত বেচি দাৰ্শনিক।

মুঠ কথা, একশ্ৰেণী মানুহে সংসাৰ দুখৰে বা সুখৰে ভৰা সদায় এই বিষয় লৈ আলোচনা কৰিবলৈ ভাল পায়। সংসাৰত দুখ যেনেকৈ আছে সুখও সেই দৰে আছে। মানুহে ইচ্ছা কৰিলে দুখৰ বোজাটি বহুত পৰিমাণে লঘু কৰিব পাৰে। সুখ অৰ্জ্জাই আমাৰ জীৱনৰ মূল উদ্দেশ্য হব নেলাগে। "Life is a cluster of wants" জীৱন অভাৱৰ সমষ্টি, এই দৰে নেভাবি জীৱন কৰ্ত্তব্যৰ সমষ্টি বুলি বিবেচনা

কৰিব লাগে। কৰ্ত্তব্য সাধিব পাৰিলেই আমাৰ সুখ। অন্তৰত হিতাহিত বিবেচক যিটি শক্তি আছে সেই শক্তিৰ সহায়েৰে আমি সদায় আমাৰ কৰ্ত্তব্যবিলাক বিচাৰি পাওঁ। কৰ্ত্তব্য বুলি জানিলেই তাক সম্পাদন কৰিব লাগে, ফলাফল বিবেচনা কৰা অযুগুত। কৰ্ত্তব্য সাধোতে সময়ে সময়ে তোমাৰ দৈহিক দুঃখ হব পাৰে, কিন্তু তাক সধাৰ বাবে তুমি বিমল শান্তি লাভ কৰিবা। সেই শান্তিয়েই তোমাৰ সুখৰ নিজৰা হৈ পৰিব।

---

# সঙ্গীত।

চন্দ্ৰধৰ বৰুৱা।

সঙ্গীত, আৰু তাৰ আদৰ।

গীত, বাদ্য আৰু নৃত্যৰ সমাবেশকে সঙ্গীত বোলে। এই সঙ্গীত, সকলো দেশতে, সকলো সমাজতে, সকলো কালতে অতিশয় আদৰৰ বস্তু। সঙ্গীতে ভাবুকৰ ভাবৰ সোঁত বোৱায়, প্ৰেমিকৰ প্ৰেম মধুৰতৰ কৰে, দুৰ্ব্বলৰ হৃদয়ত বল জন্মায়, শোকৰ উচ্ছাস পাতল কৰে, আনন্দৰ বেগ প্ৰবল কৰে, আৰু সকলো দুখ, বেজাৰ, ভাগৰ, অশান্তি পাহৰাই দি মানুহৰ মন বিমল স্বৰ্গীয় অমিয়াৰে পৰিপূৰ্ণ কৰে। সেই বাবেই, কি উপাসনাত, কি যুদ্ধত, কি শোকত, কি আনন্দত, সকলো সভ্য সমাজতে সঙ্গীতৰ কোনোটো নহয় কোনোটো অঙ্গৰ প্ৰচলন আছে। ক্ষুদ্ৰ সংকীৰ্ণতা অতিক্ৰম কৰি বিশ্বকৰ্ত্তাৰ অসীমতা উপলব্ধি কৰিবৰ নিমিত্তে, ঈশ্বৰৰ উপাসনাত সঙ্গীত, স্বজাতিৰ আৰু স্বদেশৰ মঙ্গলৰ অৰ্থে, নিজ প্ৰাণ অতি তুচ্ছ বুলি বিসৰ্জ্জন দিবৰ কাৰণে মন উদ্‌গাবলৈ, যুদ্ধত সঙ্গীত; সংসাৰৰ অসাৰতা মনত পেলাই দি, শোক আৰু দুখৰ ভাৰ পাতলাই দিবৰ নিমিত্তে, শ্মশান যাত্ৰাত সঙ্গীত; বিয়া সবাহ আদি উৎসবত আনন্দ বঢ়াবলৈ সঙ্গীত; সকলো মাঙ্গলিক কাৰ্য্যতে মঙ্গলৰ চিন স্বৰূপে অতি আৱশ্যকীয় অঙ্গ সঙ্গীত। সূক্ষ্ম বিদ্যাৰ ভিতৰত সঙ্গীতেই অতিশয় সূক্ষ্ম। এই সঙ্গীত যি ভাল নেপায়, এই সঙ্গীতে যাৰ মন কোমলাব নোৱাৰে, তাৰ হৃদয় মৰুভূমি, মন শিলতকৈও টান আৰু নীৰস পদাৰ্থৰে নিৰ্ম্মিত। সংসাৰত এনে বিধ মানুহ বৰ বিৰল। মহাকবি চেক্সপিয়েৰে এনে বিধ মানুহে

নৰহত্যা কৰিব পাৰে বুলি কৈ গৈছে। মানুহৰতো কথাই নাই, আন কি বনৰ পশু আৰু অতিশয় ক্ৰূৰ স্বভাৱৰ সাপো সঙ্গীতৰ প্ৰভাৱত বশ হয়।

কি সভ্য, কি অসভ্য, সকলো জাতিৰ মানুহৰে সঙ্গীতলৈ স্বাভাবিক আকৰ্ষণ আছে। প্ৰভেদৰ ভিতৰত কেৱল এয়ে, যে সভ্য জাতিৰ মানুহৰ ৰুচি সূক্ষ্ম দেখি, তেওঁলোকে সূক্ষ্ম সঙ্গীত বিচাৰে আৰু অসভ্য জাতিৰ মানুহৰ ৰুচি স্থূল বাবে, তেওঁলোকে স্থূল সঙ্গীততে পৰিতৃপ্তি লাভ কৰিব পাৰে। সভ্য জাতিৰ সূক্ষ্ম ৰুচিৰ উপলব্ধিৰ কাৰণে, চেতাৰ, বেণু প্ৰভৃতি সূক্ষ্ম যন্ত্ৰ, তাৰ উপযোগী মিহি মিহি সুঁৰৰ মধুৰ গীত, আৰু বিবিধ প্ৰকাৰৰ লাৱণ্যপূৰ্ণ নৃত্যৰ প্ৰয়োজন হয়। স্থূল ৰুচিৰ অসভ্য নগাহঁত, ফোপোলা কাঠ এডালৰ ওপৰত টঙ্গনিয়াই, বিকট চিৎকাৰ কৰি, ভালুকৰ দৰে জাপ ধৰিয়েই সঙ্গীতৰ সুখ অনুভৱ কৰে।

সা, ঋ, গা, মা, পা, ধা, নি, এই সাতোটাই মূল সুৰ। নানা পশু পক্ষীৰ মাত অনুকৰণ কৰি এই সাতোটা সুৰ স্থিৰ কৰা হৈছে বুলি হিন্দু শাস্ত্ৰকাৰসকলে উল্লেখ কৰিছে। সকলো সভ্য জাতিৰ

**সুৰ আৰু সপ্তক।**

গীত আৰু বাদ্য এই সাতোটা মূল সুৰৰ পৰাই সৃষ্টি হৈছে। এই সাতোটা মূল সুৰকে একেলগে এটা সপ্তক বা গ্ৰাম বোলে। এই সাতোটা সুৰৰ, সাৰ পৰা নি লৈ; ইটোতকৈ সিটো ক্ৰমশঃ চৰা বা তীব্ৰ হৈ আহিছে। সাতকৈ ঋ, ঋতকৈ গা, গাতকৈ মা, মাতকৈ পা, পাতকৈ ধা, ধাতকৈ নি ক্ৰমশঃ চৰা। এই নিৰ পাচতে, তাতকৈ চৰা আৰু এটা সা পোৱা যায়; আৰু তাৰে পৰা আগৰটো সপ্তকতকৈ চৰা আৰু এটা নতুন সপ্তক আৰম্ভ হয়। এই সপ্তকৰ পাচত, ইয়াতকৈ চৰা আৰু এটা, তাৰ পাচত, তাতোকৈ চৰা আৰু এটা, এইদৰেই ক্ৰমশঃ চৰা একোটা



সপ্তক ওলাই গৈ থাকে। সিফালেও, সেই দৰেই সাৰ আগতে আৰু এটা খাদ বা গম্ভীৰ সপ্তক পোৱা যায়, তাৰ আগত তাতকৈ খাদ আৰু এটা, তাৰ আগত, তাতোকৈ খাদ এটা, এইদৰে ক্ৰমশঃ খাদ সপ্তক চলি গৈছে। এই অনুক্ৰমেই প্ৰত্যেকটো সপ্তকৰ আগে পাচে, অনন্ত কোটি সপ্তক আছে। কিমান আছে, তাক মানুহৰ ক্ষুদ্ৰ মনে ধাৰণা কৰা সম্পূৰ্ণ অসম্ভৱ। সুৰ ক'ত আৰম্ভ হৈ ক'ত শেষ হৈছে তাৰ কোনেও একো নিৰ্ণয় কৰিব নোৱাৰে। সেই বাবেই হিন্দু শাস্ত্ৰকাৰ সকলে, সুৰৰ একো আদি অন্ত নেপাই, সুৰক ব্ৰহ্ম বুলি আখ্যা দি গৈছে। এই অনন্ত সপ্তকবিলাকৰ কেৱল কেইটা মানহে মানুহে কাণেৰে অনুভৱ কৰিব পাৰে। তাৰ ভিতৰতে ইটোৰ পাচত সিটোকৈ মুঠেই তিনটা সপ্তক ভাৰতীয় সঙ্গীতত ব্যৱহাৰ হয়। অৰ্থাৎ কোনো ভাৰতীয় সুৰৰ গীতৰ কাৰণে তিনটাতকৈ সৰহ সপ্তকৰ প্ৰয়োজন নহয়। সেই তিনটা সপ্তকৰে গভীৰ বা খাদটোক উদাৰা, মজলীয়াটোক মুদাৰা, আৰু তীব্ৰ বা চৰাটোক তাৰা সপ্তক বোলে। ইউৰোপীয় সঙ্গীত ভাৰতীয় সঙ্গীততকৈ কোনো কোনোৰ মতে, সূক্ষ্ম আৰু উন্নত, সেই দেখি, কোনো কোনো ইউৰোপীয় সঙ্গীতৰ কাৰণে, পাঁচটালৈকে সপ্তকৰ প্ৰয়োজন হয়।

ভাৰতবৰ্ষত অতি প্ৰাচীন কালৰেপৰা সঙ্গীতৰ চৰ্চ্চা চলি আহিছে। দেৱতাত্মা নগাধিৰাজ বিৰাট হিমালয়ৰ বিপুল সৌন্দৰ্য্যই, নীল পয়োধিৰ

**আৰ্য্য সভ্যতাৰ সঙ্গীতৰ স্থান।**

বিচিত্ৰ তৰঙ্গমালা পৰিশোভিত অসীম অনন্ত জলৰাশিয়ে, মহাদ্যুতি ভাৰতীয় ভাস্কৰ দেৱৰ প্ৰথম আৰু অত্যুজ্জ্বল জ্যোতিয়ে সুবিমল ভাৰতীয় গগনৰ, অসংখ্য তাৰকাৰাজি বেষ্টিত পূৰ্ণ সুধাকৰৰ সুধাময়, শান্তিপূৰ্ণ আৰু কমনীয় কিৰণমালাই, গঙ্গা, যমুনা, লৌহিত্য আৰু সিন্ধুৰ কৰুণাময় স্ৰোত প্ৰবাহে, ফলপুষ্প আৰু শ্যাম পল্লৱ সুশোভিত বিবিধ গছ-গছনিয়ে, পৃথিবীৰ অন্য ঠাইত

দুষ্প্ৰাপ্য, একাদিক্ৰমে পৰিবৰ্ত্তনশীল ছয় ঋতুৱে প্ৰাচীন আৰ্য্যসকলৰ মন কবিতা ৰসেৰে পৰিপূৰ্ণ কৰি, সঙ্গীতৰ অভূতপূৰ্ব্ব সৌন্দৰ্য্যলৈ অতিশয় আকৰ্ষণ কৰিছিল। সামবেদ গোটেই খনেই কেৱল গীত। আৰ্য্য ঋষি-সকলে অতি আদৰ আৰু যত্নেৰে সামগান কৰিছিল। আৰ্য্য-সঙ্গীতৰ অধিষ্ঠাত্ৰী দেৱতা বিষ্ণুপত্নী বীণাপাণি সৰস্বতী; দেৱদেৱ মহাদেৱ ইয়াৰ অধ্যাপক; আৰু ব্ৰহ্মাৰ পুত্ৰ দেৱৰ্ষি নাৰদ এজন প্ৰধান সেৱক। দেৱৰাজ ইন্দ্ৰৰ অমৰাৱতীতো নৃত্য গীত আৰু বাদ্যৰ বিপুল চৰ্চ্চা। মহাদেৱৰ মধুৰ গীতত স্বয়ং বিষ্ণুও দ্ৰৱীভূত হৈছিল। এই দেশৰে মহিমাময় তপোবনত কৱিগুৰু মহৰ্ষি বাল্মীকিৰ মুখত, "মা নিষাদ প্ৰতিষ্ঠাত্বং" এই ঈশ্বৰপ্ৰেৰিত জগতৰ আদি কবিতা মৃদু গম্ভীৰ সুৰেৰে নিনাদিত হৈছিল। ইয়াৰেপৰা বুজিব পাৰি যে হিন্দু সভ্যতাত সঙ্গীতে অতি উচ্চস্থান অধিকাৰ কৰিছিল। ইয়াৰেপৰা বোধ কৰোঁ ইয়াকো অনুমান কৰিব পাৰি, যে এই পুণ্যভূমি ভাৰতবৰ্ষই সঙ্গীতৰ জন্মস্থান; কাৰণ যি কালত পৃথিবীৰ অন্যান্য অংশ অসভ্যতাৰ ঘুৰ্ঘোৰ এন্ধাৰত ঢাক খাইছিল, সেই কালতে ভাৰতবৰ্ষৰ গিৰি-গুহা, বন-উপবন, কানন-প্ৰান্তৰ আৰ্য্য ঋষিসকলৰ সাম গানেৰে প্ৰতিধ্বনিত হৈছিল। আৰ্য্য-সকলে অকল গান কৰিয়েই ক্ষান্ত নাছিল। তেওঁলোকে সম্পূৰ্ণ বৈজ্ঞানিক প্ৰণালীৰে সঙ্গীতৰ চৰ্চ্চা কৰিছিল। তেওঁলোকে ৰাগ ৰাগিণী তাল প্ৰভৃতিৰ উদ্ভাৱনা কৰি, কোন ৰাগ ৰাগিণী কোন সময়ৰ নিমিত্তে উপযোগী তাক নিৰ্ণয় কৰি, আন কি ৰাগ ৰাগিণীবিলাকৰ উপযুক্ত মূৰ্ত্তি আৰু সাজ পাৰৰো বৰ্ণনা কৰি, অসাধাৰণ কবিত্ব প্ৰকাশ কৰি গৈছে। পৰবৰ্ত্তী আৰ্য্য সন্তানসকলে, তেওঁলোকৰ পূৰ্ব্ব পুৰুষসকলে কৰি থৈ যোৱা সঙ্গীতৰ বৈজ্ঞানিক তত্ত্ববিলাকত আজিলৈকে আৰু এক কণিকাও যোগ কৰিব পৰা নাই।



মছলমান ধৰ্ম্মৰ মত সঙ্গীতৰ বিৰোধী বুলি শুনা যায়। তথাপি, মছলমান ৰাজত্বৰ দিনতো, ভাৰতবৰ্ষত সঙ্গীতৰ অতিশয় আদৰ আছিল।

মছলমান যুগত ভাৰতীয় সঙ্গীত

মছলমান বাদচাহ নৱাব, আমীৰ আৰু উমৰাওসকলৰ সঙ্গীতত বিশেষ অনুৰাগ আছিল; আৰু সেই কালৰে পৰা আজিলৈকে ভাৰতবৰ্ষত যতবিলাক বিখ্যাত সঙ্গীতজ্ঞ ওলাইছে, তাৰ ভিতৰৰ ভালেখিনি মছলমান। এই মছলমানৰ ৰাজত্বৰ দিনতে, হিন্দু সঙ্গীতৰ, বিশেষকৈ নৃত্যৰ, অনেক উন্নতি হ'ল। আজি ভাৰতবৰ্ষৰ মছলমানসকলৰ সঙ্গীতৰ প্ৰতি অনুৰাগ হিন্দুসকলত্‌কৈ কোনো মতেই কম নহয়।

মছলমানসকল, বিজাতীয় আৰু বিধৰ্ম্মী হলেও, ভাৰতবৰ্ষত আলহী স্বৰূপে থকা নাছিল। তেওঁলোকে ভাৰতবৰ্ষকে নিজৰ দেশ কৰি লৈছিল। হিন্দু সভ্যতাৰ ভাল ভাল সম্পত্তিবিলাক তেওঁলোকে নিজ সভ্যতাৰ অন্তৰ্ভুক্ত কৰিবলৈ চেষ্টা কৰিছিল। উদাৰমনা মছলমান সম্ৰাটসকলে, হিন্দু মছলমান দুইকো মিলাই, সমস্ত ভাৰতবৰ্ষত এটা বিৰাট ভাৰতীয় জাতি সৃষ্টি কৰিবলৈ যত্ন কৰিছিল; আৰু প্ৰাতঃস্মৰণীয় মহাত্মা আকবৰ-চাই, সেই উদ্দেশ্যেৰে, এটা নতুন ধৰ্ম্মৰো পৰিকল্পনা কৰিছিল। ভাৰত-বৰ্ষত আজিলৈকে সেই মছলমান ৰাজত্ব থকা হলে, হিন্দু সঙ্গীতক আজি আমি বহুত উন্নত দেখিলোঁহেঁতেন তেতিয়া হলে, আজি হিন্দু সঙ্গীত বৰ্ত্তমান ইউৰোপীয় সঙ্গীতত্‌কৈ বহু গুণে উন্নত হ'লহেঁতেন বুলিলেও একো অত্যুক্তি কৰা নহয়।

পৰাধীন জাতিয়ে শিল্প, কলা, সাহিত্য, বাণিজ্য, কোনো বিষয়েই উধাবলৈ চল নেপায়। সেই বাবে হিন্দু সঙ্গীতৰো বৰ্ত্তমান যি অনুপাতে উন্নতি হব লাগিছিল, সেই অনুপাতে হব পৰা নাই।

ইংৰাজ যুগত ভাৰতীয় সঙ্গীত।

ইংৰাজ জাতিয়ে যে আমাৰ সঙ্গীতৰ উন্নতিত কিয়া

বাধা বিঘিনি কৰিছে, মই এনে কথা কবলৈ যোৱা নাই। কিন্তু তেওঁলোকে বিশেষ কিবা সাহায্য কৰাও মনত নপৰে। তেওঁলোকৰ ৰাজত্বৰ প্ৰায় দুশ বছৰ হব লগা হ'ল ; এই সুদীৰ্ঘ কালৰ ভিতৰত ভাৰতবৰ্ষত ভাৰতীয় সঙ্গীতৰ কাৰণে গৱৰ্ণমেণ্টে এটা সঙ্গীতৰ কলেজ বা স্কুলো খোলা নাই ; বিদেশতে সঙ্গীত শিকি আহিবলৈকো আজিলৈকে এটা বৃত্তি দিয়া নাই। কোনোবাই কোনো প্ৰকাৰে নিজ খৰচেৰে বিদেশলৈ গৈ কিবা শিকিলেও, ঘুৰি আহি নিজ দেশত ভাত মোকোলাবৰ আজিলৈকে কোনো উপায় নাই। স্বৰ্গীয় ৰাধিকাৰাম ঢেকীয়াল ফুকন ডাঙৰীয়াই ইটালী দেশত সঙ্গীত শিকি, উচ্চ উপাধি লৈ ঘুৰি আহি, ৰেনাৰচত ৰাজা ৰামপাল সিঙ্গৰ চেনিৰ কাৰখানাত কাম কৰি জীবিকা নিৰ্ব্বাহ কৰিব লগা হৈছিল। এনে অৱস্থাত মছলমান ৰাজত্বৰ শেহৰেপৰা আজিলৈকে, ভাৰতবাসীসকলে যদি তেওঁলোকৰ সঙ্গীতৰ কোনো প্ৰকাৰে কিবা উন্নতি কৰিব পাৰিছে, তেনেহলে সি তেওঁলোকৰ বিশেষ কৃতিত্বৰ পৰিচয়।

আমি অসমীয়া, বঙ্গালী, হিন্দুস্থানী বা পঞ্জাবী সঙ্গীত, বোলো হয়, কিন্তু ভাৰতবৰ্ষৰ ইমূৰৰপৰা সিমূৰলৈ সকলো প্ৰদেশত প্ৰচলিত হোৱা, সঙ্গীত, একমাত্ৰ হিন্দু বা ভাৰতীয় সঙ্গীত। অসমৰ পৰা পঞ্জাবলৈ, হিমালয়ৰ পৰা কুমাৰিকালৈ, সেই চেতাৰ, বেহেলা, এচৰাজ, বীণা, খঞ্জৰী, ডুগী, ডাইনা, ঢোলোক, খোল, তাল সেই ছয় ৰাগ ছয়ত্ৰিশ ৰাগিণী, সেই তাল মান লয়, সেই উদাৰা, মুদাৰা তাৰা, সেই অস্থায়ী অন্তৰা সঞ্চাৰী। জয়দেৱৰ "চন্দন চৰ্চ্চিত নীল কলেৱৰ পীতবসন বনমালী" আৰু বঙ্কিমৰ "বন্দেমাতৰম্" যেনে হিন্দু গীত, অসমৰ শঙ্কৰ দেৱৰ বৰগীতৰপৰা, বিহুৱা কোচে বহাগৰ বিহুৰ চৰিত গোৱা :—

*হিন্দু সঙ্গীত।*



"দেউতা ওলাল বৰ চৰাৰ মুখলৈ ভুলীয়াই পাতিলে দোলা।
কাণত জিলিকিল নৰা জাংফাই গাত গোমচেঙ্গৰ চোলা"—

গীতটিও তেনে হিন্দু গীত। সাম বেদৰ পৰা বিহুনামলৈকে, ভাৰত-বৰ্ষৰ সকলো প্ৰদেশৰ সকলো ভাষাৰ সকলো গীতেই হিন্দু গীত ; এই গীতৰ লগত বজোৱা চেতাৰৰ পৰা ঢোল আৰু টকালৈকে সকলো বাদ্যই হিন্দু বাদ্য ; আৰু থিয়েটাৰৰ নাচনৰ পৰা হুচৰি গোৱাৰ নাচনলৈকে সকলো নাচনেই হিন্দু নৃত্য। কোনোবা প্ৰদেশত কোনোবা সঙ্গীতজ্ঞ লোকে যদি কোনোবাটো ৰাগিণীৰ কিবা অলপ অচৰপ নৱচৰো কৰিছে তাৰপৰা হিন্দু সঙ্গীতৰ সম্পদ বৃদ্ধিহে হৈছে, বিশেষত্ব নষ্ট হোৱা নাই। যেনেকৈ আমাৰ মাতৃ ভাষাত অনুৰূপ নথকা কিবা শব্দ, আন ভাষাৰ পৰা ধাৰ কৰি আনি সুমালে, আমাৰ মাতৃ ভাষা দুখীয়া নহৈ চহকীহে হয়, সেই দৰেই কোনো বিদেশী ৰাগ-ৰাগিণীৰ কোনোবাটো, বা তাৰ কোনো অংশ হিন্দু ৰাগ-ৰাগিণীৰ লগত জনা মানুহে খাজ খুৱাই বহুৱাই দিছে যদি, তাৰ পৰাও হিন্দু সঙ্গীত দুখীয়া হৈছে বুলি ভয় কৰিব নেলাগে বৰং পুষ্ঠ হৈছে বুলি ৰংহে কৰিব লাগে। এনে কাৰ্য্য ভাৰতবৰ্ষৰ যেই প্ৰদেশতে কৰক, অকল সেই প্ৰদেশৰ সঙ্গীতৰে নহয়, এই সমস্ত ভাৰতব্যাপী হিন্দু সঙ্গীতৰ উন্নতি কৰা হয়। বঙ্গ দেশৰ সঙ্গীতত ৰাজ-কৃষ্ণ, অমৃতলাল, গিৰীশ ঘোষ, ৰবীন্দ্ৰনাথ আৰু দ্বিজেন্দ্ৰলালে যি ৰহণ সানিলে, সেই ৰহণে, অকল বঙ্গদেশৰ নহয়, সমস্ত ভাৰতবৰ্ষৰ সঙ্গীতকে ৰূপহ আৰু পৰিপুষ্টি কৰিছে ; কাৰণ বঙ্গদেশত প্ৰচলিত সঙ্গীতো ভাৰত-বৰ্ষৰ আন আন প্ৰদেশত প্ৰচলিত সঙ্গীতৰ দৰেই হিন্দু সঙ্গীত ; ইয়াৰ উন্নতি কৰিলেও, হিন্দু সঙ্গীতৰে উন্নতি কৰা হয়।

কিন্তু, সকলো প্ৰদেশত প্ৰচলিত সঙ্গীত একমাত্ৰ হিন্দু সঙ্গীত হলেও প্ৰত্যেক প্ৰদেশৰ সঙ্গীতৰে একোটা নিজ নিজ বিশেষত্ব আছে। যেনেকৈ

হিন্দু সঙ্গীতৰ প্ৰাদেশিক বিশেষত্ব।

একে হিন্দু জাতিৰ মানুহ হলেও, বেলেগ বেলেগ প্ৰদেশৰ অধিবাসী-সকলৰ চাল-চলন, আচাৰ-ব্যৱহাৰ, ক্ৰিয়া-কাণ্ডত কিছু কিছু প্ৰভেদ আছে, যেনেকৈ এক মছলমান হলেও পঞ্জাবৰ আৰু অসমৰ মছলমানৰ সাজ-পাৰ, খোৱা-লোৱা একে নহয়, সেইদৰেই একে হিন্দু সঙ্গীত হলেও, ভাৰতবৰ্ষৰ বিভিন্ন বিভিন্ন প্ৰদেশত প্ৰচলিত সঙ্গীতত, সেই সেই প্ৰদেশৰ অধিবাসীসকলৰ ৰুচিৰ তাৰতম্য মতে আৰু সঙ্গীতজ্ঞসকলৰ সঙ্গীত শাস্ত্ৰত অধিকাৰৰ প্ৰভেদ অনুসৰি, অলপ অচৰপ বিভিন্নতা নেথাকি নোৱাৰে। বঙ্গদেশৰ থিয়েটাৰৰ সঙ্গীতজ্ঞসকলে, কেবাটাও ৰাগ বা ৰাগিণী মিহলি কৰি, শ্ৰুতিমধুৰ হবলৈ যি মিশ্ৰ ৰাগৰাগিণীৰ সৃষ্টি কৰিছে, ৰবীন্দ্ৰনাথ ঠাকুৰে, কোনো ঠাইত এটি টান, কোনো ঠাইত এটি কঁপনি সুমাই দি, ৰাগ-ৰাগিণীবিলাকক যি মাধুৰ্য্য বঢ়াইছে দ্বিজেন্দ্ৰলাল ৰায়ে, নিজ দেশৰ সঙ্গীতত ইউৰোপীয় সঙ্গীতৰ যি ছাট্ দি গৈছে, সি বঙ্গসঙ্গীতৰ বিশেষত্ব। তাৰপৰা সমস্ত হিন্দু সঙ্গীত চহকী হৈছে যদিও সি যাইকৈ বঙ্গসঙ্গীতৰ বিশেষ সম্পত্তি। তেনেকৈ খাৰু আৰু খৰিচা, লোটা আৰু শৰাই, থনীয়া কাপোৰ আৰু ৰিহা-মেখেলা, চাকলী আৰু চিপাটি মণি সম্পূৰ্ণৰূপে ভাৰতীয় বস্তু হলেও, যাইকৈ অসমীয়া মানুহৰ হে নিজা সম্পত্তি। সেই দেখি প্ৰত্যেক প্ৰদেশৰ কৰ্ত্তব্য হৈছে, সেই প্ৰদেশত প্ৰচলিত সঙ্গীতৰ উন্নতি সাধন কৰা। তাকে কৰিলেই প্ৰত্যেক প্ৰদেশৰ সঙ্গীত নিজে নিজে আৰু বেলেগে বেলেগে উন্নত হৈ, হিন্দু সঙ্গীতৰ নথৈ শ্ৰীবৃদ্ধি কৰি তাক এটা বিপুল আৰু সৰ্ব্বাঙ্গসুন্দৰ সঙ্গীতত পৰিণত কৰি, আৰু ভাৰতীয় সঙ্গীত বুলি সমস্ত জগতত পৰিচয় দি, এই বিশাল ভাৰত ভূমিৰ মুখোজ্জল কৰিব।

অতি প্ৰাচীন কালত, এই অসম দেশৰ সঙ্গীত কিমান উন্নত আছিল, তাক বিচাৰ কৰা প্ৰত্নতত্ত্ববিদ সকলৰ কাম। ঢোল, মৃদং, পেপা,



অসমৰ অতি প্ৰাচীন সঙ্গীত।

বীণ, টোকাৰী, দোতাৰা, চেৰেঙা, কালি, বিহুনাচ, দেওধনী নাচ, বিহুনাম, বিয়ানাম, বৰাগীনাম, আইনাম এইবিলাক যে অতি প্ৰাচীন তাৰ কোনো সন্দেহ নাই। কিন্তু বাণ, নৰকাসুৰ, ভগদত্ত, ভীষ্মক আৰু তেওঁবিলাকৰ পৰবৰ্ত্তী সুসভ্য ৰজাসকলৰ দেশত ইয়াতকৈ উন্নত বাদ্যযন্ত্ৰ, নৃত্য আৰু গীত নাছিল বুলি অনুমান কৰাটো অতিশয় দুঃসাহসৰ কাম হব। উষাৰ সখীয়েক চিত্ৰ-লেখাৰ চিত্ৰ বিদ্যাত নিপুণতাৰ কথা কোনে শুনা নাই? যি দেশত চিত্ৰকলাৰ ইমান চৰ্চ্চা আছিল, সেই দেশত সঙ্গীত নিশ্চয় উন্নত আছিল।

———::8::———

# অসমীয়াৰ বিহু।

ৰজনীকান্ত বৰদলৈ।

বিহু আমাৰ অসমীয়াৰ জাতীয় উৎসৱ—বাপতি-সাহন। বিহু বুলি-লেই সকলো অসমীয়াৰ মনত যেনেকুৱা আনন্দ হয় আৰু ডেকা-গাভৰু-বিলাকৰ মন উত্ৰাৱল হয়, তেনেকুৱা আনন্দ আৰু উলাহ আন কোনো উৎসৱতেই নহয়। দুৰ্গোৎসৱ আজি অলপ দিনৰ পৰাহে আমাৰ নগৰে নগৰে সোমাইছে। গাৱঁে ভূয়ে এতিয়াও ভালকৈ সোমোৱা নাই। ইয়াৰ কাৰণ দুৰ্গোৎসৱ অসমীয়াৰ আগৰে পৰা চলি অহা উৎসৱ নহয়; কিন্তু বিহুৰ উৎসৱ হলে অসমীয়াৰ নিজা সম্পত্তি—ই অসমীয়াৰ হাড়ে মগজুৱে লগা বস্তু।

আমাৰ অসমীয়াৰ বিহু তিনটা। এটা কাতি মাহৰ পহিলা তাৰিখত। ইয়াক কাতি বিহু বোলে। এই বিহুত কেৱল মাত্ৰ তুলসী ৰুই আকাশ বন্তি লগায়। ইয়াত খোৱা লোৱা বা আমোদ প্ৰমোদ বিশেষ একো নাই। এই বিহুক এই কাৰণেই আমি "কঙালী বিহু" বোলো।

মাঘৰ পহিলা তাৰিখৰ পৰা সাত দিনলৈকে মাঘ বিহু। পুহমাহৰ ভিতৰতে অসমীয়া মানুহে পথাৰৰ শালি ধান দাই মাৰি শেষ কৰে; আৰু খেতিৰ-উৎপন এই মহালক্ষ্মী গালেৰে চিৰা-পিঠা, সান্দহ ইত্যাদি ভোগ্য বস্তু বিহুৰ ছয় সাত দিন মান আগৰে পৰা মাইকী মানুহে তৈয়াৰ কৰি ৰাখে। ডেকা লৰাবিলাকে প্ৰায় গোটেইটো মাহে হাবিৰ পৰা বাঁহ আনি পথাৰত বা নৈৰ বালিত ঘৰ কেইটা মান সাজে। সেই ঘৰ চায় ধান খেৰেৰে বা ধানৰ নৰাৰে অথবা বিৰিণা হাবিৰে।



বেৰ দিয়ে বিৰিণাৰে বা নৰাৰে, অথবা কল-চোচনিৰে। এই ঘৰৰ কাষতে কাঠ-কুঠ গোটাই আনি ডেকাসকলে ডাঙৰ সৰু কিছুমান মেজি সাজি ৰাখে। পুহৰ শেহ দিনটোক উৰুকা বোলে। ডেকা লৰাবিলাকে ৰাতিপুৱাৰে পৰা ঘৰে ঘৰে চাউল মাহ পয়ছা তোলে। ভাটিবেলা হলে সেই গোটোৱা পয়ছাৰে বজাৰৰ পৰা ডাঙৰ মাছ আৰু পাচলি কিনি আনি সেই পথাৰৰ ঘৰৰ ভিতৰত ৰন্ধা-বঢ়া কৰি সকলোবিলাকে লগ-ভাত খায় আৰু ওৰে নিশাটো ঢোল, খোল, টকা, পেপা বজাই, সেই ঘৰৰ ভিতৰতে মাজে মাজে গিৰিহঁতবিলাকৰ ঘৰৰ পৰা চুৰ কৰি নিয়া কাঠেৰে জুই পুৱাই কটায়। কেৱে নোশোৱে। জুই পুৱাবলৈ খৰি হলে চুৰ কৰিহে নিয়ে। এই চুৰ কৰাটোত কোনো গিৰিহঁতে লৰা বা ডেকাহঁতক বিশেষ ক্ষতি নহলে একো গালি শপনি নাপাৰে; কাৰণ ইও এটা আমোদৰহে কথা। প্ৰথম কুকুৰাই ডাক দিয়া মাত্ৰেই ডেকাবিলাকৰ সকলোটিয়েই হয় তাতে নহয় ঘৰলৈ গৈ স্নান কৰি আহে আৰু যেয়ে পাৰে সেয়ে অগ্নিসেৱা কৰিবলৈ অলপ অলপ ঘৰৰ পৰা ঘিঁউ লৈ আহে। যি গাৱঁত বামুণ থাকে সেই গাৱঁৰ সবাতকৈ বয়ো-জ্যেষ্ঠ ডেকাজনে আগেয়ে মন্ত্ৰ মাতি ঘৰবিলাকত জুই লগাই দিয়ে। জুই জলি উঠিলেই যেয়ে পাৰে সেয়ে এই মন্ত্ৰটো মাতি জুইলৈ ঘিঁউ দলিয়াই দিয়ে। যি গাৱঁত বামুণ নেথাকে তত ডেকাহঁতে জানিলে মন্ত্ৰটো মাতে নাজানিলে "হে অগ্নিদেৱতা! ঘিউ লৰা।" এই বুলি-য়েই কলপাতৰ খোলাত ঘিউ দলিয়াই দিয়ে। মন্ত্ৰটো এই:—

"অগ্নিং প্ৰজ্বলিতং বন্দে চাতুৰ্ব্বণ্যহুতাশনং।
সুবৰ্ণবৰ্ণং অমলং জ্যোতিৰূপায়তে নমঃ॥"

ঘৰত আৰু মেজিত জুই লাগি উঠিলেই ডেকাবিলাকে বিহুৰ ঢোল, তাল, পেপা বজাই চিঞৰিব ধৰে। এই প্ৰথম মাঘৰ দিনা গোটেই

অসম জুৰি মেজিঘৰ বা হোমঘৰ পোৰে । টকা আৰু ঢোলৰ শব্দৰ লগত বাহঁৰ হিলৈবিলাক ফুটিব ধৰে । দৰাচলতে মাঘৰ বিহুৰ পুৱাৰ এই ঢোল টকাৰ শব্দ, মেজিবিলাকৰ পৰা ধুম্ ধুম্ বাহঁৰ হিলৈৰ শব্দ শুনিলে এটা কি যে আনন্দ অনুভব হয় কব নোৱাৰি । ইফালে প্ৰত্যেক গৃহস্থৰ ঘৰতো বুঢ়াসকলে গা পা ধুই লৰাইঁতৰ মেজিঘৰ ওচৰত হলে মেজিকে পুৱায় গৈ ; তাৰ পিছত আহি গোসাঁই ঘৰত বা নামঘৰত সেৱা পূজা কৰে বা নামগুণ লয় । এইদৰে মেজি পোৰা হলে, সেৱা পূজা কৰা আৰু নামগুণ লোৱা হলে তলতীয়া সকলে শ্ৰেষ্ঠসকলক দণ্ডবৎ কৰি সেৱা কৰে । তাৰ পিছতহে সকলোৱে চিৰা পিঠা সান্দহ ইত্যাদিৰে জা-জলপান খায় । এই দিনৰ ভিতৰত কেৱে ভাত নাখায় । ভাটীবেলীয়া হলে উজনী অসমত ডেকা গাভৰুবিলাকে অলপ-অচৰপ বিহু পাতে । নামনি অসমত হলে গাঁৱঁলীয়া ডেকাবিলাকে ঢোপ, হাউ-গুডুনুগুডু, গছকপতি, মাটিকপতি ইত্যাদি খেল খেলে । বুঢ়াবিলাকৰ কেৱে কেৱে হয় লৰাইঁতৰ ধেমালিকে চায়গৈ নহয় জানিলে চাৰিজন মানে লগলাগি দহ পচিশকে খেলে । জনাই পাশা দৰাও খেলে । এই যে মেজি পোৰা আৰু অগ্নিসেৱা কৰা জাতীয় উৎসৱ ই দৰাচলতে বৈদিক কালৰ হিন্দুসকলে অগ্নিত নিত্য হৱন কৰা প্ৰথাৰে অৱশিষ্ট । এনেকৈ এখান প্ৰদেশ জুৰি এই দিনটোত মেজি পোৰা অগ্নিত হৱন কৰা প্ৰথা আন প্ৰদেশত আছেনে নাই আমি কব নোৱাৰোঁ ; কিন্তু আমাৰ অসমত এই প্ৰথা বাঢ়ৌতিকাল চলি আহিছে । এই বিহুত সাত দিনলৈকে সকলোৱে নিজ নিজ ইষ্ট কুটুম্বক মাতি বুলি আনিও জলপান খুৱায় । এই বিলাক কাৰণতে আমি মাঘৰ বিহুক "ভোগালি" বুলি কওঁ ।

মাঘ ফাগুন এই দুমাহ গৈ চত মাহ পৰিলেই আমাৰ গাঁৱঁলীয়া ডেকা-গাভৰুসকলৰ প্ৰায় তত নোহোৱাৰ দৰে হয় । শীত গৈ বসন্ত



হয় । গছ-লতাই নতুন পাত মেলে । নানা বৰণৰ আৰু গোন্ধৰ ফুল-বিলাক ফুলিব ধৰে । বিশেষকৈ কেতেকী ফুল ফুলি ঠায়ে ঠায়ে গোন্ধে আমোলমোল কৰি তোলে । পৃথিবীয়ে যেন নতুন বছৰত সোমাবলৈ নতুন সাজপাৰ পিন্ধিবলৈহে যো-জা লগায় । এই মনোমোহা দৃশ্যবিলাকত ডেকা গাভৰু নিমগ্ন হৈ চত-মাহৰ আৰম্ভৰে পৰা উজনী অসমত নিশা বিহু পাতি ফুৰে । আজিকালি ভাটী অসমত বিহুৰ নৃত্য-গীত নাই বুলিলেই হয় ; কিন্তু নগাওঁ আৰু সিপাৰে তেজপুৰকে আৰম্ভ কৰি (যদিও আগতকৈ পাতলিল আৰু কালত কিজানি পাতলি পাতলি নোহোৱা হবও পাৰে) এতিয়াও ঠায়ে ঠায়ে নিশা বিহু আছে । কি গাঁৱৰ, কি নগৰৰ, সকলো মাইকী মানুহেই এই গোটেই চত মাহটোত দিনত ধমাধম্ কাপোৰ বয় । বহাগৰ পহিলা তাৰিখৰ পৰা বিহুৰ উৎসৱ আৰম্ভ হৈ ৭ বহাগৰ গধূলিত শেহ পৰেগৈ ।

বহাগৰ পহিলা দিনত ৰাতিপুৱা শুই উঠিয়েই সকলোবিলাক মানুহে মূৰত মাহ-বটা বয়, গাত হালধি ঘঁহে । ঘৰৰ সমস্ত গৰুকে সেই দৰে মূৰত মাহ-হালধি দিয়ে আৰু জাত হাতত দীঘলতি, মাখিলতি, কুটা লাও-বেঙেনা লৈ গৰখীয়াইঁতে গৰুবিলাকক নি নৈ বা বিল বা পুখুৰীত গা ধুৱাই আনে ! গা ধুৱাই উলটি আনিবৰ সময়ত গৰুবিলাকক সেই দীঘলতি আৰু মাখিলতিৰে কোবায় আৰু লাও বেঙেনাবিলাক গালৈ দলিয়াই দি দি গায় ঃ— দীঘ্লতি দীঘল পাত, মাখি মাৰোঁ জাত জাত । মাৰ সৰু, বাপেৰ সৰু, তই হবি বৰ গৰু । লাও খা, বেঙেনা খা, বছৰে বছৰে বাঢ়ি যা ।" ইয়াৰ পিছত গৰুবিলাকক চৰিবলৈ এৰি দিয়ে । সকলো মানুহেই গা পা ধুই উঠি তলতীয়াজনে শ্ৰেষ্ঠজনক সেৱা কৰে । বয়সীয়ালসকলে পূজা সেৱা নাম প্ৰসঙ্গ কৰে । তাৰ পিছত মাতৃ, ভনী, স্ত্রী, কন্যা ইত্যাদি সকলে জনে জনে যাৰ সাধ্য গামোছা

চেলেঙ, বা বৰকাপোৰ গিৰিহঁতক, লৰা-ছোৱালীক, আন কি ইষ্ট কুটুম্বকো দিয়ে। তাৰ পিছত সকলোৱে জা-জলপান খাই অলপ জিৰোৱা হলেই ওপৰ অসমত ডেকা গাভৰুৱে পথাৰত বিহু গায়গৈ। নামনি অসমত ঢোপ, হাউ-গুদু-নুগুদু ইত্যাদি খেলে! ঘৰত থকাসকলে কঁড়ি খেলে। ভাটীবেলীয়া দৈবজ্ঞ ব্ৰাহ্মণসকলে ঘৰে ঘৰে নতুন পঞ্জিকা শুনায়। ব্ৰাহ্মণসকলে নাহৰ গছৰ পাতত এই মন্ত্ৰটো লেখি ঘৰে ঘৰে দিয়ে :—

"দেব দেব মহাদেৱ! নীলগ্ৰীব, জটাধৰ।
বাত বৃষ্টি হৰো দেব মহাদেব নমস্ততে।"

এই নাহৰৰ পাত ঘৰৰ চালত খুহি ৰাখে। গধূলি হলে গৰুবিলাকক আগবেপৰা যতনাই থোৱা নতুন পঘাৰে বান্ধে। গোহালিৰ আগত তুঁহ, কপাহগুটি, দীঘলতি, মাখিলতি ইত্যাদিৰে এটা ধোৱাঁৰ জাগনি দিয়ে। সেই জাগনি নতুন বিছনিৰে বিচে। জাগনি বিছিলেহে হেনো নতুন বিছনি শুদ্ধ হয়। শুদ্ধ হলেহে সেই বিছনিৰ বা মাহুহে লয়। দ্বিতীয় বিহুৰ দিনা গধূলি হুচৰি গোৱা দলবিলাকে ঘৰে ঘৰে হুচৰি গাই ফুৰে। ডেকা গাভৰুৱে এই সাতো দিনে পথাৰত, নইৰ বালিত, ঝোপৰ আৰত, বিহু গাই নাচি বাগি ফুৰে। সাতবিহুৰ দিনা ওপৰ অসমত বিহুৰ নাচ, গীত হৈ গধূলি বিহু ভাঙ্গে।

আমি যিবিলাক বিবৰণ দিলোঁ এইবিলাক আজি কালিৰ দিনৰহে। কিন্তু এশ বছৰৰ আগেয়ে বিহুৰ উৎসৱ আৰু নৃত্য গীত গোটেই অসম জুৰি আছিল। এই বিহুৰ নৃত্য গীততেই ডেকা গাভৰুৰ প্ৰণয় উদ্ভব হৈছিল, আৰু এই প্ৰণয়তেই যি ডেকাই যি জনী গাভৰুক ভাল পায় সেই জনীক নি নিজৰ জীৱনৰ লগৰী কৰিছিল। এই নৃত্য গীত আৰু প্ৰণয়ত পাশবিকতাৰ ভাৱ হলে নাছিল বুলি আমি ডাঠি কব পাৰোঁ। সেই সময়ত বিহুৰ নৃত্য গীতত একো অশ্লীলতা নাছিল। গীত গাব আৰু নাচিব জনাটো এটা গুণৰ ভিতৰতহে গণ্য হৈছিল। বিবাহ ডেকা গাভৰুৰ মনোমিলনৰ পিছতহে সম্পন্ন হৈছিল। এইবিলাক কাৰণতেই, আৰু স্বাধীনতা সুখত সুখী থকাৰ কাৰণেও সেই সময়ৰ মানুহ সুস্থ, বলিষ্ঠ আৰু দীৰ্ঘজীবী আছিল। কিন্তু আজি কালি বিহুত হেনো অশ্লীলতা সোমাল। ভাটীৰ ফালে যি বিহুৰ নৃত্য গীত নোহোৱা হলেই, উজনী অসমতো কমিল। আন কি স্বভাৱৰ অচলা মিৰিহঁতেও হেনো বিহুৰ নৃত্য গীত বেয়া ভাবি এৰিবলৈ কাৰবাৰ লগাইছে। এইবিলাক শুভ নে অশুভ লক্ষণ আমি কব নোৱাৰোঁ। কিন্তু আমাৰ মনেৰে হলে অশ্লীল গীত গুচাই তাৰ ঠাইত সাধাৰণ, স্বাভাৱিক গীত দি বিহুৰ নৃত্য গীত ৰক্ষা কৰাহে শ্ৰেয়ঃ, তেহে অসমীয়াৰ অসমীয়াত্ব ৰক্ষা পৰি ৰব।

---

# ৰংপুৰত বহাগৰ সাত-বিহুৰ উৎসৱ ।

ৰজনীকান্ত বৰদলৈ ।

চ'তৰ মাহ গল । নিশা-বিহু গল । বহাগৰ বিহু পৰিল । সেই দিনা আমি আগেয়ে বৰ্ণোৱা অনুষ্ঠানবিলাক অসমীয়াৰ ঘৰে ঘৰে হল । আজি বহাগৰ সাত-বিহু । আজি ৰংপুৰৰ ৰং-পথাৰত লোকে লোকাৰণ্য । ভাল মানুহ, চহা, হোজা, নগৰীয়া, গাৱঁলীয়া, লৰা, তিৰোতা, ডেকা, গাভৰু, মিৰি, মিৰিয়নী ইত্যাদি প্ৰায় প্ৰজায়ে আজি ৰংপুৰৰ পথাৰত । অতিকমেও একলাখৰ কিজানি কম নহব । আজি মহা উৎসৱ—যি উৎসৱলৈ ডাঙৰীয়া ডাঙৰীয়ানী, ৰাজমাও ইত্যাদি সকলোৰে সৈতে ৰজা নিজে আহিছে । সাধাৰণ প্ৰজাবৰ্গ যেয়ে যতে পাইছে ঠিয়ই আছে । মজলীয়া বিধৰ সকলে কেৰে চালিৰ তলত, কেৰে গছৰ তলত ঠাই লৈছে ।

দুপৰীয়া খাই-বই উঠি বুঢ়াগোঁহাই, বৰপাত্ৰগোঁহাই, বৰগোঁহাই, বৰবৰুৱা এইসকলে সৈতে ৰজা হাতীৰ ওপৰত উঠি ৰংঘৰৰ কাষ পালে । ৰাইজে "জয় স্বৰ্গদেৱৰ জয়" বুলি জয়ধ্বনি কৰিলে । ৰজাই হাতীৰ পিঠিৰ ওপৰৰেপৰা ৰংঘৰটোৰ ওপৰ মহলাটোত উঠি নিজৰ আসনত বহিলগৈ । বৰগোঁহাই, বুঢ়াগোঁহাই, বৰপাত্ৰগোঁহাই, বৰবৰুৱা এইসকলে জখলাৰ আন আন পিনেদি ৰংঘৰৰ ওপৰলৈ উঠি যথাযোগ্য আসনত বহিলগৈ । আনফালে সমুখত পাতল চিক অৰা ৰংঘৰৰ বাৰান্দাত ৰাজমাও, বুঢ়াগোঁহায়নী ইত্যাদি ডাঙৰীয়ানীসকলে জীয়াৰী-বোৱাৰী লগত লৈ বহিছিল । অৱশেষে ডাঙৰীয়ানী সকলোটী হাতীৰ পিঠিৰপৰা ৰংঘৰৰ দুই মহলাটোত



উঠিছিল । অৱশেষে পাঠক পাঠিকাসকলক জনাও যে ৰংপুৰৰ ৰংঘৰটো দুমহলীয়া । ওপৰত উঠিবলৈ কোনো খটখটি বা জখলা আজি কালি নাই । এই ৰংঘৰ এতিয়াও অৰণ্যৰ মাজত পৰি আছে ।

ৰংঘৰত সকলোটিৰে যথাযোগ্য আসনত বহা হলত ৰজাই বুঢ়াগোঁহাইক কলে :—"ডাঙৰীয়া ! মোৰ সখি সংৰাম তলত আছে । তাক মোৰ ওচৰলৈ আনিব খোজো । সি লগত নেথাকিলে মোক ৰং-ধেমালি কোনে বুজাব ।" বুঢ়াগোঁহায়ে আঠুজুৰি জনালে :—"স্বৰ্গদেৱ ঈশ্বৰ ! তাক আমাৰ মাজলৈ অনাটো ভাল নহব । তাক ইয়ালৈ আনিলে এটাই কেউজন ডাঙৰীয়ায়ে বেয়া পাব । সি হাজাৰ হওক চাওডাঙৰহে লৰা । সি ডাঙৰীয়াসকলৰ সমানে বহিলে ডাঙৰীয়াসকলে বৰ অপমান পাব ।"

ৰজা—( ই কিজন ডাঙৰীয়ালৈ চাই ) বাৰু, আপোনাসকলে কি কয় ?

তিনিউজনাই—এৰা ! স্বৰ্গদেৱ ঈশ্বৰে তাক ইয়ালৈ অনাটো ভাল নেদেখো । সি যদি এজন ক্ষুদ্ৰ বিষয়াও হলহেঁতেন তেনেহলেও যহ্‌-তহ্‌ । কিন্তু সি কুকুৰাচোৰা চাওডাঙৰ লৰা । তাক আনি আমাৰ মাজত বহুৱালে আমাৰ আৰু ইজ্জত নৰব ।

ৰজা—বাৰু ডাঙৰীয়াসকল ! সি যদি বিষয়া হলহেঁতেন তেন্তে কিবা আপত্তি হলহেঁতেন নে ?

বৰবৰুৱা—স্বৰ্গদেৱ ঈশ্বৰ ! সি যদি বিষয়া হলহেঁতেন তেনেহলেও সি আমাৰ সমানে নবহাকৈ ইয়ালৈ আহিব পাৰিলেহেঁতেন আৰু স্বৰ্গদেৱৰ কাষতে আঠু লৈ থাকিব পাৰিলেহেঁতেন ।

ৰজা—বাৰু, সি যদি বিষয়া হলে আপোনালোকৰ তাক ইয়ালৈ অনাত আপত্তি গুচে আৰু যদি আপোনাসকলে মোক ৰজা বুলি মানে আৰু "ৰজাই ভাল পায় যাক, দোলা ঘোৰাও নালাগে তাক" এই বচনটো মানে তেনেহলে মই এতিয়াই আদেশ কৰিলোঁ "আজিৰপৰা

মোৰ সখি সংৰাম চাবিঙ্গীয়া ফুকন হল।" ৰজাৰ মুখৰপৰা যি মুহূৰ্ত্তেই বাক্যবাৰ ওলাল, সেই মুহূৰ্ত্তেই ঢোলৰীয়া কাকতীয়ে বিহুৰ ঢুলীয়া এযোৰাক মাতি আনি কলে :—"ঢোল পিটি শুনাই দে "ভূত কুকুৰাচোৰাৰ পুতেক সংৰামক স্বৰ্গদেৱে যোগ্য বিবেচনা কৰি চাবিঙ্গীয়া ফুকন বাব দিলে।" ঢোল পিটাইঁতে ঢোল পিটি দিলে। ঢোলৰ শব্দৰ লগে লগে বুঢ়াগোঁহাইৰ মুখখন কলা পৰিল। ৰজাই হাঁহি হাঁহি কলে:—"বুঢ়াগোঁহাই ডাঙ্গৰীয়া! এতিয়া সখিক আহিব দিয়ক।" কি কৰিব অনিচ্ছা সত্বেও কেউজনা ডাঙ্গৰীয়াই সন্মত জনালে। ৰজাই সংৰাম চাবিঙ্গীয়া ফুকনক বংঘৰৰ ওপৰলৈ অনাই নিজৰ কাষতে বহিবলৈ কলে। সংৰামে হাঁহি মুখেৰে বুঢ়াগোঁহাইৰ ফালে চাই ৰজাক সেৱা কৰি ৰজাৰ সোঁহাতে ৰজালৈ মুখ কৰি আঠু লৈ বহিল। বুঢ়াগোঁহাই ডাঙ্গৰীয়াই এবাৰ মাথোন সংৰামৰ মূৰৰপৰা ভৰিলৈকে চালে। মুখত বিষাদ, চকুত একপ্ৰকাৰ হলাহল বিষ দৃষ্টি। কিন্তু বিষাদ কৰিয়েই বা কি কৰিব? ৰজাৰ মৰমত, আদেশত, কুকুৰাচোৱা চাওডাঙ্গৰ লৰা চাবিঙ্গীয়া ফুকন হল। পাঠক! স্মৰণ কৰক ৰঙ্গিলীৰ চতৰ নিশা-বিহুত কৰা ভবিষ্যদ্বাণী ফলিয়ালে।

সংৰামক ওচৰ চপাই লৈ ৰজাই সুধিলে:—সখি আজিনো কি কি তামাছা হব। কোনটো আগ হব, কোনটো পিছ হব?

সংৰাম—স্বৰ্গদেৱ ঈশ্বৰ, প্ৰথমতে গাভৰুইঁতৰ বিহু হওক। তাৰ পিছত ডেকাইঁতৰ বিহু। তাৰ পিছত মিৰিৰ বিহু। তাৰ পিছত মহযুঁজ—মানযুঁজ—শেন মেলি বং চোৱা, শেহত হাতীৰ আৰু ঘোঁৰাৰ দৌড়।

ৰজা—বাৰু, এইদৰেই হওক। সখি, গাভৰুইঁতক আহিবলৈ কোৱা।

ৰজাৰ এই কথাত আজ্ঞা লবলৈ তৎপৰ হৈ থকা বিষয়াজনক সংৰামে ওপৰৰপৰা কলে:—"স্বৰ্গদেৱ ঈশ্বৰৰ আজ্ঞা গাভৰুইঁতৰ বিহু হব লাগে।" এই আদেশ পোৱা মাত্ৰেই অতি সুন্দৰকৈ বিহামেখেলা আৰু



কাপোৰ পিন্ধা, তেলকুৰ ঘঁহা, মূৰত পৰিপাটিকৈ সেওঁতা ফলা, আৰু খোপাত গোলাপ কেতেকী ইত্যাদি ফুলে শোভা কৰা ষোল্লজনী গাভৰুৱে ৰঙ্গিলীক আগত লৈ আহি আঠু ললে। ৰজাত সেৱা জনাই উঠি নিৰ্দ্দিষ্ট নিয়ম মতে ৰঙ্গিলীয়ে অতি মিঠা মাতেৰে, সুললিত সুৰেৰে, কোকিল কণ্ঠেৰে গালে :—

স্বৰ্গদেউ ওলালে বাটচৰাৰ মূৰলৈ
হুলিয়াই পাতিলে দোলা,
(দেউতাৰ) কাণতে জিলিঙিন মকৰে কুণ্ডলে
গাতে গোমেচেঙৰ চোলা।

ৰঙ্গিলীয়ে লগাই দিয়া এই গীত গাভৰুসকলে গালে। ইয়াৰ পিছত গগনাৰ চেৱে চেৱে এই গীততে ৰঙ্গিলীয়ে সাইলাখ এজনী পখিলাৰ দৰে নাচিলে। ইয়াৰ পিছতে কেতেকীয়ে গালে :—

চতে যাই যাই বহাগে পালেহি
ফুলিলে ভেবেলি লতা,
কইনো থাকে মানে ওৰকে নপৰে
আমাৰ স্বৰ্গদেৱৰ কথা।

গাভৰু কেইজনীমানে নাচিলে। ইয়াৰ পিছত এটাই কেউজনী গাভৰুৱে নচাৰ পিচত গাভৰুসকলৰ বিহু থামিল। ৰজাই সংৰামে সৈতে পৰামৰ্শ কৰি থিৰ কৰিলে যে ৰঙ্গিনীৰ গীত আৰু নাচোন এটাইতকৈ সুৱলা, সুৱদি আৰু এইবাবে ৰঙ্গিলীক বিশেষ বঁটা দিব লাগে। ৰজাই গাভৰুসকলক তেওঁ বহা পোনে পোনে তললৈ মতাই আনিলে আৰু সতাই ফুকনৰ হতুৱাই কোৱালে:—"হেৰ ৰঙ্গিলী! স্বৰ্গদেৱ ঈশ্বৰে তোৰ নৃত্যগীত সকলোবিলাকতকৈ ভাল পাইছে, সেইবাবে তোক বিশেষকৈ বঁটা দিব। কি বঁটা লাগে ক।"

ৰঙ্গিলী—(আঁঠু লৈ) স্বৰ্গদেৱ ঈশ্বৰ! আজিৰ সমস্ত ৰং-ধেমালি হৈ গলে যেতিয়া বটা বিলাব তেতিয়াহে বেটাঁয়ে জনাম।

ৰজা—বাৰু সেইদৰেই হব।

ৰজাৰ এই কথাৰ পিছত আমাৰ বঙ্গিলী গাভৰু আন গাভৰু জাকে সৈতে তেওঁলোকলৈ বেলেগে সাজি থোৱা চালিৰ তলত বহিলগৈ আৰু আন ৰং-ধেমালি চাব ধৰিলে।

ইয়াৰ পিছত এটা ঢোল, এজোৰ তাল, এটা পেপা, দুটা টকা লৈ ছটি ধুনীয়া ডেকা আহি আঁঠু লৈ সেৱা জনালে। প্ৰত্যেকটি ডেকায়ে নিজ নিজ বাজনাত ওস্তাজ। এজনো এলা-মেলা বিধৰ নহয়। সংবাদৰ মাৰফতে ৰজাৰ আদেশ পাই এই ডেকাদলেও বিহুৰ ঢোল-খোল বজাই গল। ইয়াৰ পিছত মিৰিহঁতৰ বিহু নাচ হল। মতাই মাইকীয়ে লগ লাগি লাগি নাচিলে। বৃত্ত এটা কৰি ঢোলৰ চেৱে চেৱে মিৰি গাভৰু-সকলে হাতত ধৰা ধৰি কৰি অপূৰ্ব্ব নৃত্য কৰিলে। ৰজাই মিৰিহঁতৰ নাচনকো শলাগিলে।

ইয়াৰ পিছত গায়ন-বায়নে আহি ৰজাৰ আগত খোল-মৃদঙ্গ বজালে। খোল-মৃদঙ্গ বজোৱা হলতে মহযুঁজৰ আয়োজন হল। প্ৰথমতে পথাৰৰ বাইজক ৰজাঘৰীয়া চাওডাঙ্গসকলে দুফালে দুশাৰী কৰি হেঙ্গাৰৰ বাহিৰে থলে যাতে মহযুঁজত কোনো প্ৰজা মৰা নপৰে। দুয়ো ফালে আগৰে-পৰা প্ৰায় দীঘলে এশ নল, পথালিয়ে কুৰি নল এনেকুৱা ঠাই এডোখৰৰ দুয়ো দীঘে ডাঙ্গৰ ডাঙ্গৰ খুটা পোতা। সেই খুটাত বাঁহ বান্ধা। এই দুশাৰী খুটাৰ সিপাৰে ৰাইজ। খুটা দুশাৰীৰ মাজত এটি জন প্ৰাণীও চাওডাঙ্গসকলে থাকিব নিদিলে। মানুহ-দুনুহক ছিজিল লগাই থোৱা হলত দুটা ম'হৰ গৰাকী দুজনে আহি সমুখত আঁঠু ললে। ৰজাই সংৰাম ফুকনৰ মাৰফতে ম'হ আনিবলৈ আদেশ দিলে। মানুহ দুটা তেতিয়া দুয়ো দুমুৱে গৈ পূবৰ ফালৰপৰা মস্ত গলধন ধৰা এটা ম'হ, আৰু পছিম ফালৰপৰাও ঠিক তেনেকুৱা বলী আন এটা ম'হ আনি ঠিয় কৰিলে। তাৰ পিছত ঢোল এটাত কোব মৰা মাত্ৰকে দুয়ো ম'হৰ নাকীজৰি এৰি দি মানুহ দুজন একাষৰীয়া হল। দুয়োটা মহে দুয়োলৈকে চাই প্ৰথমে সোঁ ভৰিৰে মাটি আজুৰি আৰু শিঙেৰে মাটি খানি শিং গুজি লৈ দুয়ো দুফালৰপৰা বিশ্বাশবদে লৰি গৈ শিঙক শিঙে খুন্দা মাৰিলে। এই খুন্দাতে হিলৈ মৰাৰ দৰে শবদ হল। শিঙে শিঙে খুন্দা লাগি জুইৰ ফিৰিঙ্গতি উৰিব ধৰিলে। দুয়ো মহে ভয়ঙ্কৰ ঠেলা-ঠেলি খুন্দিয়া-খুন্দি কৰি যুঁজ কৰিব ধৰিলে। কাকো কেৱে হঠাতে হোঁহকাবও নোৱাৰে বগৰাবও নোৱাৰে। দুয়োটা মহৰে তয়াময়া যুঁজ হল। ঠাইডোখৰ ধূলিময় হল। তথাপি দুয়ো ম'হৰ বিশ্ৰাম নাই। শিঙে শিঙে ঠেলা-ঠেলি। শিঙেৰে ইটোৱে সিটোৰ গাত, সিটোৱে ইটোৰ গাত খুচিবলৈ চেলু বিচাৰিব ধৰিলে। শেহত পছিমৰ ফালৰটো জিকিব ধৰিলে। ৰজাত চাওডাঙ্গে জনালে ম'হ দুটাৰ যুঁজ ভাঙ্গি দিয়াবনে! ৰজাই কোৱালে :—"এটা ম'হৰ হানি-বিঘিনি নহয় মানে যুঁজ চলক।" ৰজাৰ আদেশত যুঁজ এৰুৱাই দিয়া নহল। পছিমৰ মহটোৱে পূবৰটোক ভাগি-লত খেদি খেদি খুচি থকাসৰকা কৰি প্ৰাণ ললে; কিন্তু নিজেও কাল-লৈকে ঘূণীয়া হল। মহযুঁজ ভাঙ্গিল। মৰা ম'হটোক চাওডাঙ্গহঁতে ভাৰ কৰি উলিয়াই নিলে। জীয়াই থকাটোক গৰাকীয়ে ধৰি নাকী লগাই ঘৰলৈ পঠাই দিলে। জিকাৰু আৰু হৰা ম'হৰ গিৰিহঁত দুয়োৰো নাম ৰজাই কাকতীৰ হতুৱাই টোকাই থোৱালে।

ইয়াৰ পিছতে আকৌ গায়ন-বায়নৰ বাজনা হল। তাৰ পিছত তিনি যোৰা মালৰ যুঁজ হল। এযোৰা আহোম মাল। এযোৰা কলিতা মাল। এযোৰা চুটিয়া মাল। জিকাৰু আৰু ঘটা মালৰ নামো টুকি

টুকি থলে। ইয়াৰ পিছত আকৌ গায়ন-বায়ন হল। তাৰ পাছত শেন মেলি ৰংচোৱা আমোদ আৰম্ভ হল। নৰহৰিকে প্ৰমুখ্য কৰি সাতোটা সাতোটা শেনচোৱাই হাতে হাতে একোটি শেন লৈ ৰজাৰ আগলৈ আহি ৰজাত আঠু ললে। ৰজাই প্ৰত্যেক জন শেনচোৱাত সোধালে :—"ইবাৰ তোৰ শেনে কনোৱা মাৰি ৰং দেখুৱাব পাৰিব নে" ৰজাৰ এই প্ৰশ্নত প্ৰত্যেকজনে উত্তৰ দিলে :—"স্বৰ্গদেৱ ঈশ্বৰ! ইবাৰ শেনৰ একজাত।" শেনচোৱাহঁত উঠি ঠিয় হলত আন সাতজন মানুহে হাতে হাতে একোটা কনোৱা চৰাই লৈ আহি ৰজাৰ আগত আঠু ললে। তাৰ পিছত ৰজাক সেৱা কৰি উঠি গৈ খেল আৰম্ভ কৰিলে। পোনেই এজন মানুহে তাৰ কনোৱা চৰাইটো ডোল কাটি উৰাই দিলে। প্ৰসিদ্ধ শেন-চোৱা নৰহৰিয়ে নিজৰ শেনজনীক "আই ঔ শেন! তই মোক লাজ নিদিবি। কনোৱা মাৰিবি। আই ঔ! তোক ইমান দিনে খুৱাই-ধুৱাই ডাঙৰ কৰিছোঁ। আই ঔ! যা।" এই বুলি তুতি কৰি মূৰে-গাই হাত বুলাই এৰি দিলে। শেনে কনোৱাক পিছে পিছে খেদি গল। সকলো মানুহে উলাহেৰে চাব ধৰিলে। শেনক যোৱা দেখি কনোৱাজনীয়েও বগিয়াবগি কৰি উৰিব ধৰিলে। শেনেও কিছুবেলি খেদা-কোবা কৰিলে কিন্তু কি ভাগ্যৰ ফেৰ! যি নৰহৰিৰ শেন চিৰপ্ৰসিদ্ধ, সেইজনী শেনেই কিছুবেলিৰ পিছত কনোৱাজনী খেদিবলৈ এৰি আন ফালে উৰি গুচি গল। কনোৱাজনীয়েও আন মুখে উৰি ৰাইজৰ চকুৰপৰা আঁতৰ হল। ৰাইজে হাঁয় হাঁয় কৰিব ধৰিলে। নৰহৰি শেনচোৱাৰ মুখত পানী নোহোৱা হল। ৰাঙচালী ৰঙিলীৰ চকুৰে ছুধাৰি লো বলে।

ইয়াৰ পিছতে আন এজনে আন এটা কনোৱা উৰুৱালে। আন এজন শেনচোৱাই আন এটা শেন মেলিলে। এইটো শেনে কনোৱাটোক খেদি খেদি নি ধৰিলে। আকাশত শেন আৰু কনোৱাৰ নানা বাগি-বুগা, ঘূৰণ-ফিৰণ হব ধৰিলে। কনোৱাই নিজৰ জীউ ৰক্ষা কৰিবলৈ যৎপৰোনাস্তি চেষ্টা লগালে। শেনে কনোৱাটোক খোট মাৰি ধৰিবলৈ বা ভৰিৰ নখেৰে বুকু বা মূৰটো চিৰি পেলাবলৈ চেষ্টা লগালে। চাই থাকোঁতে থাকোঁতে শেনটোৱে ঘপ কৰে কনোৱাটোক ধৰি ভৰিৰ নখেৰে বুকুখন ওপৰতে ফালি পেলালে। বেচেৰা কনোৱাই প্ৰাণ এৰি ধুপ কৰি ৰাইজৰ মাজতে পৰিলহি। যুদ্ধ-জয়ী শিকাৰী শেনজনীও কনোৱাৰে লগে লগে আকাশৰপৰা তললৈ নামি আহি লাহেকৈ গিৰিহঁতৰ কান্ধতে পৰি চাঁচা-কৈ মাতিব ধৰিলে। গিৰিহঁতে শেনজনীক কান্ধৰপৰা নমাই বুকুত সাবটমাৰি ধৰি কলে :— "ভালে থাক, কুশলে থাক মোৰ আই। তোক ৰজাই বঁটা দিব।" এই দৰে আন আন শেনচোৱাসকলৰ শেনেও ৰাইজক, ৰজাক, ৰং লগাই লগাই কনোৱা মাৰিলে।

ইয়াৰ পিছত আকৌ গায়ন-বায়নৰ বাজনা হল। তাৰ পিছত ঘোৰাবৰুৱাই আহি ৰজাৰ আগত আঠু ললে। ৰজাই ঘোৰা-দৌৰ কৰাবলৈ আৰু তাৰ পাছত ঘোৰাৰ কদম চাল দেখুৱাবলৈ আদেশ কৰিলে। পাঁচোটা অতি বিতোপন ঘোৰাৰ ওপৰত চোৱাৰ উঠি ঘোৰা দৌৰালে। এই চোৱাৰসকলৰ ভিতৰত এজন আহোম, এজন চুটিয়া, দুজন কলিতা, আৰু এজন মণিপুৰীয়াও আছিল। দৌৰত আহোম চোৱাৰেই এটাইতকৈ আগ হল। মণিপুৰী চোৱাৰজন দ্বিতীয় হল। ইয়াৰ পিছত আন তিনজন চোৱাৰে তিনটা মণিপুৰীয়া ঘোৰা আনি এহাতে এবাটি ভৰা পানী, আন হাতে ঘোৰাৰ লাগাম ধৰি ঘোৰাক কদম চালত মেলালে। এই তিনিজনৰ ভিতৰতো এজন মণিপুৰীয়া, এজন আহোম আৰু আন জন চুটিয়া। কোনোজন চোৱাৰৰ বাটিৰপৰা এটোপা পানী নপৰিল। এইবাৰ মণিপুৰীয়া চোৱাৰজনে সকলোতকৈ আগবাঢ়ি প্ৰথম হল।

ইয়াৰ পিছত হাতীৰ দৌড়, হাতীৰ চাল, অৰ্থাৎ খোজ-কাটল শিক্ষা দেখুউৱা হল।

ৰজাই ঘোৰাবৰুৱা, হাতীবৰুৱা উভয়কে শলাগিলে। এই হাতী দৌড়ৰ পাছতে বিহুৰ উৎসৱ ভাগিল। প্ৰায় গধূলি হল। গায়নে-বায়নে শেষ বাজনা বজালে। ৰজাই খেল কৰা গোটেইবিলাক মানুহক আগলৈ অনালে।

ৰজাই ৰঙ্গিলী আৰু কেতেকীক এতোলা এতোলা সোণ, ভড়ালী বৰুৱাৰ হতুৱাই বঁটা দিয়ালে। এনেতে ৰঙ্গিলীয়ে আঠু লৈ জনালে "স্বৰ্গদেৱে বেটীক বিশেষ বঁটা দিব খুজিছিল।"

ৰজা—অ' হয়। ক ৰঙ্গিলী, তোক কি লাগে।

ৰঙ্গিলী—(চকু চল্‌চলীয়া কৰি) স্বৰ্গদেৱ ঈশ্বৰ! বেটীক কাটক বা মাৰক, এইবাৰ বেটীৰ আশা আছিল যে আমাৰ পিতাই নৰহৰিয়েই আগৰ দৰে জিকিব আৰু স্বৰ্গদেৱৰপৰা এইবাৰ এখান বিষয় পাব। কিন্তু স্বৰ্গদেৱ ঈশ্বৰ! আমাৰ কপাল মন্দ। পিতাইৰ শেনে এইবাৰ পিতাইক লাজত আৰু পূৰ্ব্বাপৰ নিয়মমতে ৰাজদণ্ডত পেলালে। এই-বাৰৰ নিমিত্তে বেটীক দিব খোজা বটা স্বৰূপে পিতাইৰ দোষ স্বৰ্গদেৱে যেন ক্ষমা কৰে। এই বছৰ পিতাইৰ গা ভাল নাছিল। গণক বাপুহঁতেও কৈছিল পিতাইক হেনো কেতুৱে পাইছে। সেইদেখিহে শেনটোৱে এইবেলি এনেকুৱা কৰি পিতাইৰ হেতু হেৰুৱালে। বেটীক এই বঁটা লাগে—পিতাইৰ যেন দণ্ডটো এই বেলিলৈ মাফ হয়।

ৰঙ্গিলীৰ এই কথা শুনি ৰজাই মিচিকৃকৈ হাঁহি সৎবামৰ মাৰফতে ৰঙ্গিলীক কোৱালে—"ৰঙ্গিলী! আমাৰ পুৰ্ব্বাপৰ ৰীতি অনুসাৰে বাপেৰে আজি দহোটা চমটাৰ কোৰ পালেহেঁতেন; কিন্তু তোক যেতিয়াই বঁটা দিওঁ বুলিছিলোঁ তেতিয়াই বাৰু তোৰ বাপেৰৰ দোষ ক্ষমা কৰিলোঁ। বাপেৰক তই ঘৰলৈ লৈ যা। এইবাৰ মই তাৰ মুখ নাচাওঁ। তাক



কৈ দিবি এই বছৰ যেন সি শেন ভালকৈ শিকায়। অহা বিহুত সি বং দেখুৱাব পাৰিলে তাক মই শেনচোৱাসকলৰ ভিতৰত বৰা বিষয়টো দিম। তোকো মই অহা বছৰলৈ আৰু বিশেষ বটা দিম। আশা কৰোঁ তোৰ নৃত্য-গীত অহা বছৰলৈ আৰু ভাল হব।" ৰজাৰ এই বাক্য ৰঙ্গিলীয়ে শুনি ৰজাত আঠু লৈ সেৱা কৰি উঠিল। এটাই-বিলাকেই ৰঙ্গিলীৰ পিতৃ-ভক্তিক শলাগিলে। ৰঙ্গিলীয়ে বাপেকক হাতত ধৰি ঘৰলৈ লৈ গল। ইয়াৰ পিছত প্ৰত্যেক খেলবে জিকাৰবিলাকক কাকো এতোলা, কাকো আধাতোলা সোণ দিলে। কাকো কাকো নতুনকৈ মাটি-বাৰী বৃত্তি-বিধানো দিলে। খেলত ঘটাবিলাকক বাইজৰ আগতে কাকো দহোটা কাকো পাঁচোটা চমটাৰ কোৰ মৰোৱালে। এইদৰে বহাগৰ সাতবিহুৰ তামাছা ৰংপুৰত সাং হল।

---

# ব্যৱসায়।

ৰাধানাথ ফুকন।

সকলো দেশৰে সভ্যতাৰ আৰু উন্নতি বৃদ্ধিৰ মূলতে বাণিজ্য আৰু ব্যৱসায়। আত্ম-ৰক্ষাৰ প্ৰবৃত্তি স্বভাৱতে সদাই প্ৰবল। তোমাৰ ধন হলে ৰাখি থাবৰ উপায় তুমি নিজেই উলিয়াবা। যদি তুমি উপযুক্ত হোৱা, কোনো উপায়ে তোমাৰ ধন তুমি ৰাখি থাই সংসাৰত সুখেৰে থাকিবা, কিন্তু যদি তুমি নিজেই অযোগ্য, তেন্তে তোমাৰ ধন গৈ স্বাভাৱিক নিয়ম অনুসৰি উপযুক্ত মানুহৰ হাত পাবগৈ, তোমাৰ পতন হব! ইফালে আকৌ আৱশ্যক হলেহে তুমি নিজক যোগ্য কৰিবলৈ চেষ্টা কৰিবা, ইও এটা প্ৰকৃতিৰ নিয়ম; কাজেই প্ৰথমতে তোমাৰ সম্বল হলেহে পাচে যোগ্যতাৰ প্ৰমাণ ওলাব। বাণিজ্যত সেই দৰেই সকলো জাতিৰ (ভাৰতবৰ্ষৰ বাহিৰে) সভ্যতাৰ সম্বল। প্ৰত্যেকে প্ৰথমে নিজৰ বাণিজ্য, ধন, শিল্প, ইত্যাদি ৰক্ষা কৰিবৰ কাৰণেই মানসিক উন্নতি কৰিবলৈ আৰু পৰাক্ৰমী হবলৈ বাধ্য হয়; চেষ্টা কৰি অন্যান্য সভ্য জাতিৰপৰাও শিকে, তেওঁবিলাকৰ মানসিক পৰিশ্ৰমৰ ফল নিজৰ দেশত ৰোপণ কৰেহি। এইদৰে যি জাতিয়ে কৰিব পাৰে সেই জাতি ক্ৰমশঃ উঠি যায়; যি নোৱাৰে তাৰ অধঃপতন হয়। জাতীয় উন্নতিৰ লগে লগে ব্যৱসায় বাণিজ্য লাহে লাহে বাঢ়ি যায়।

আমাৰ এসময়ত ব্যৱসায়-বাণিজ্য আছিল। যদি আছিল তেন্তে স্বভাৱৰ নিয়মমতে নেবাঢ়িল কিয়? বৰ্ত্তমান সভ্যতাৰ লগত আমি উজাব নোৱাৰিলোঁ। এতিয়াও আমি অকল ব্যৱসায় অৱলম্বন কৰি উঠিব



নোৱাৰোঁ। ব্যৱসায়ৰ গুটি পচালে জাতীয় উন্নতিৰ গছ গজে সচা, কিন্তু আমাৰ মাটি বৰ কটুৰ; সাৰ-জাবৰ-পানী বহুত দূৰৈৰ পৰা কঢ়িয়াই আনি দিবলৈ নৌ পাওঁতেই গুটি পচি যাব। আগেয়ে সাৰ-জাবৰ-পানী গোটাই লোৱা তেহে কৃতকাৰ্য্য হবা। সহজ কথাৰে কবলৈ গলে, আমাৰ বাণিজ্য বৃদ্ধি কৰিবলৈ আৰু বিশেষকৈ খাওঁ খাওঁ বুলি মুখ মেলি থকা ইউৰোপীয় বাণিজ্য-ৰাক্ষসীৰ হাতৰ পৰা তাক ৰক্ষা কৰিবলৈ আমাৰ যেনে মানসিক বৃত্তি আৰু কৌশল আৰু সামাজিক অৱস্থা লাগিব, তেনে বৃত্তি, কৌশল আমাৰ নাই, বা আমাৰ সমাজৰ তেনে অৱস্থা হবলৈ আমাৰ সভ্যতাই নিদিয়ে।

পাশ্চাত্য সভ্যতাৰ এনে স্বভাৱ যে আন ৰকমে সভ্য বা অসভ্য কোনো জাতি লগ পালে, হয় তাক নিজৰ লগলৈ সামৰি আনিব, বা নহলে, প্ৰকৃতিৰ আদেশ অনুসৰি তাক গিলি থব। এইদৰে বহুত অসভ্য জাতি বিলাতী সভ্যতাৰ লগ পাই লুপ্ত হল, বা লাহে লাহে হব লাগিছে। কিন্তু যি আকৌ পাশ্চাত্য সভ্যতা গ্ৰহণ কৰিছে তাৰ সেইদৰে উন্নতি হৈছে। আজিকালি জাপান দেশে এই কথা প্ৰমাণ কৰি সোণৰ আখৰেৰে লিখি জগতক দেখুৱাইছে। আমাৰ চকুৰ আগত জাপানে যিদৰে উন্নতি কৰিলে দেখি আচৰিত হব লাগে। ৫০ বছৰৰ আগেয়ে যি দেশ অসভ্য জাপান বুলি খ্যাত আছিল, যি দেশে কাপোৰ পিন্ধি সভ্য জগতৰ আগত ওলাই মাত মাতিব নোৱাৰিছিল, আজি সেই দেশ সভ্যতা, বাণিজ্য, ব্যৱসায়ৰ আদৰ্শ; তাত আজি আন দেশৰ মানুহে শিক্ষা কৰিছে। আজিকালি জাপান সুসভ্য ইউৰোপীয় ৰাজ্যবোৰৰ সমকক্ষ ৰাজ্য।

জাপান যেনেকৈ ডাঙৰ হল সেইয়ে ডাঙৰ হোৱাৰ নিয়ম। এতিয়া আমি চাব লাগে যে আমি নিজে সেইদৰে উন্নত হব পৰা সম্ভৱ নে?

জাপানে যি দৰে কাম কৰিলে আমি কৰিব পাৰিম নে? যদি নোৱাৰোঁ কি কি কাৰণত ভাৰতবৰ্ষই জাপানৰ দৰে উধাব নোৱাৰোঁ । এই প্ৰশ্নৰ উত্তৰত মুঠতে ইয়াকে কব পাৰি যে ভাৰতবৰ্ষৰ সভ্যতা আৰু ভাৰতবৰ্ষৰ সমাজৰ ৰক্ষণশীল স্বভাৱেই আমাৰ উন্নতিৰ বাটৰ বিঘিনি । পাশ্চাত্য সভ্যতা আৰু ভাৰতবৰ্ষৰ সভ্যতাৰ পাৰ্থক্যএই যে পাশ্চাত্য সভ্যতা পাৰ্থিব উন্নতিমূলক, আৰু আমাৰ সভ্যতা পৰমাৰ্থিক উন্নতিমূলক । গুৰিৰেপৰা আমি আমাৰ সভ্যতাৰ ভাৰত ডাঙৰ হৈছোঁ, আমাৰ স্বভাৱ ৰক্ষণশীল, আমাৰ সভ্যতা পুৰণি । পৰমাৰ্থিক নহলে আন কোনো ৰকমৰ উন্নতিক আমাৰ সভ্যতাই ঠাই নিদিয়ে—আমাৰ স্বভাৱে সহিব নোৱাৰে ।

—:•::•:—



# আত্ম-সংযম ।

বেণুধৰ ৰাজখোৱা ।

আত্মসংযম সাহসৰ এটি ৰূপান্তৰ মাথোন । ইয়াক স্বভাৱৰ এটি প্ৰধান-অঙ্গ বুলিলেও বুলিব পাৰি । এই কথা লৈয়েই মহাকবি শ্যেক্সপিয়াৰে কৈছে, "আগ পিচ গুণি যি কাৰ্য্য কৰে, তেওঁকেই মানুহ বোলে ।" এই গুণটিৰ দ্বাৰাই মানুহ আৰু পশুৰ বিভিন্নতা জনা যায় । এই গুণ নেথাকিলে কতো যথাৰ্থ মনুষ্যত্ব থাকিব নোৱাৰে ।

আত্মসংযম সকলো ধৰ্ম্মৰ মূল স্বৰূপ । কোনো কাৰ্য্যলৈ ঢাল খাব খোজা মনৰ গতিক যদি ভেটা মোকোলাই দিয়া যায় তেন্তে সেই দিনাৰে পৰা মানুহে ভাল বেয়া কামৰ স্বাধীনতা লাভ কৰিবলৈ অসমৰ্থ হব । তেনে মানুহ জীৱনৰ সোতত উটি যায় আৰু তেতিয়াই মনৰ একেবাৰে গোলাম হৈ পৰে ।

ন্যায় অন্যায় বছা বিবেকৰ অধীন হৈ মানুহে পশু গুচি মানুহ হব খুজিলে মনৰ বেগক বাধা দিব পাৰিব লাগে । ইয়াক কেৱল আত্ম-সংযমগুণে শাৰীৰিক আৰু মানসিক জীৱনক বেলেগ কৰি দিয়ে আৰু ইয়েই মানুহৰ স্বভাৱ গঠনৰ প্ৰধান উপায় ।

"যি বলীয়ে ৰাজ্য দখল কৰে, তেওঁ প্ৰশংসনীয় নহয়, কিন্তু যি নিজৰ মনক দমন কৰিব পাৰে, তেওঁৱেই হে প্ৰশংসাৰ যোগ্য ।" এই বিধৰ বলী মানুহে শিক্ষাৰ বলত নিজৰ ভাব আৰু কাৰ্য্যক সদায় দমন কৰিব পাৰে । যিবিলাক ইচ্ছাই সমাজক তললৈ নিয়ে আৰু যাক নদমালে পাপৰ সংখ্যা বাঢ়ি সমাজ কলুষিত হয়, তাক মানুহে পুৰুষাৰ্থ কৰি এৰিব লাগে । আত্মশিক্ষা, আত্মসন্মান, আত্মসংযমেই হে মানুহক

মনুষ্যত্ব শিকায় । সদাই এই বিলাক গুণলৈ চকু ৰাখি কাম কৰিলে অন্তঃকৰণ আৰু মন বিশুদ্ধ হয়, আৰু স্বভাৱ পৰিমিতাচাৰৰ ওপৰত লাহে লাহে থিৰ হয় ।

স্বভাৱৰ আচল ধৰণি অভ্যাস আৰু মনটোক ভাল পিনে যাবলৈ দিলে মন দয়াশীল ৰজা হয়, আৰু বেয়া পিনে যাবলৈ দিলে অত্যাচাৰী ৰজা হৈ পৰে । ইচ্ছা কৰিলেই আমি সুচৰিত্রৰ উপৰীয়া ৰজা আৰু প্ৰলোভনৰ তলতীয়া গোলাম হব পাৰোঁ । মনেই আমাক ভাল বাটলৈ নিবও পাৰে, বেয়া বাটৰ খালত পেলাবও পাৰে । সাৱধানেৰে শিক্ষা কৰিলেই অভ্যাস গঠিত হয় । বিবেকৰ অধীন হবলৈ শিক্ষা কৰিলে কিমান ভাল কাম কৰিব পাৰি, তাক শুনি আচৰিত হব লাগে । সকলো কথাৰে মূল শিক্ষা, ইয়াৰ বলত মানুহে যে কেনে সাহসী, ধৈৰ্য্যশীল আৰু পৰোপকাৰৰ নিমিত্তে নিজ প্ৰাণ পৰ্য্যন্ত দিবলৈও কুণ্ঠিত নোহোৱা হয়, এনেকুৱা উদাহৰণ বহুত আছে । যুদ্ধৰ সময়ত, কিম্বা সাগৰত যাওঁতে কোনো কোনো মহাবিপদৰ সময়ত তেনেকুৱা শিক্ষিত মানুহে যথাৰ্থ সাহস আৰু বীৰত্বৰ শলাগ লব লগীয়া উদাহৰণ দেখুৱায় ।

নৈতিক শিক্ষা স্বভাৱ গঠনৰ নিমিত্তে কম পৰাক্ৰমী নহয় । ই নহলে জীৱন সুচাৰুৰূপে অতিবাহিত কৰিবলৈ আৰু একো উপায় নাই । আত্ম-সম্মান, বিবেকিতা, আৰু কৰ্ত্তব্যপালন এই কেইটি গুণ ইয়াৰ ওপৰতে নিৰ্ভৰ কৰে । আত্মাবলম্বী, আত্ম-দমনকাৰী মানুহ শিক্ষাৰ অধীনত থাকে । শিক্ষা যিমান সুচাৰুৰূপে সম্পন্ন হয়, তেওঁৰ নৈতিক স্বভাৱো সিমান ভাল হয় । নিজৰ আকাঙ্ক্ষাক শিক্ষা দিব লাগে । আৰু এই পৃথিবীৰ লোভক সৰ্ব্বোত্তম শক্তিৰ তলতীয়া কৰিব লাগে । বিবেকক বিবেকৰ কথা শুনা কৰিব লাগে । নহলে সেইবিলাক মনোগতিৰ বশবৰ্ত্তী হৈ পৰিব ।



হাৰবাৰ্ট স্পেনচাৰে কৈছে, "আত্মসংযম কৰিব পৰা মানুহেই হে সু-আহিঁ মানুহ । মনৰ বা প্ৰবল ইচ্ছাৰ বলত লৰচৰ নোহোৱা আত্ম-শাসনকাৰী মানুহে নিজক তুলাচনিৰে জুখিব পাৰে ।"

নৈতিক শিক্ষাৰ প্ৰথম আৰু আচল ঠাই হৈছে নিজৰ ঘৰ, তাৰ পাচত পঢ়াশালি, শেহত এই জগত । কামেই জীৱনৰ প্ৰধান বিদ্যালয় । আৰু মানুহে যিহকে কৰক নকৰক অভ্যাসৰে সৈতে কামৰ সম্বন্ধ আছেই আছে ।

আদিতে নিজৰ ঘৰত শিক্ষা নহলে ভাল শিক্ষাৰ আশা কোনো মতে কৰিব নোৱাৰি । যিবিলাক অভিভাৱকে লৰাক অশিক্ষিত ভাৱেৰে ডাঙৰ হবলৈ দিয়ে তেওঁবিলাকৰ প্ৰতি ধিকাৰ ! ৰতে শিক্ষা অতি ভাল হয়, আৰু যতে শিকিলেও শিকাৰ গুণ ধৰে, সেয়েই শিক্ষাৰ উত্তম ঠাই বা ঘৰ । নৈতিক শিক্ষাই প্ৰকৃতিৰ নিয়মৰ অনুবৰ্ত্তী হৈ কাৰ্য্য কৰে । এই শিক্ষাৰ দ্বাৰাই যিবিলাক মানুহে জীৱনক কু-অভ্যাসৰ তলতীয়া নকৰাকৈ কাম কৰিব পাৰে, তেওঁৰ পৰাইহে নিজৰ সমাজৰ আৰু দেশৰ উপকাৰ সাধন হয় ।

গৃহস্থালী শিক্ষাৰ গুৰুত্ব বিষয়ে চিম্মেল পেন্নিংক্স চাহাবৰ ঘৈণীয়েকৰ "জীৱন চৰিতত" এটি প্ৰকৃত ঘটনা সুন্দৰৰূপে তলত লিখাৰ দৰে বৰ্ণিত আছে ;—"কোনো এজনা ভদ্ৰলোকৰ তিৰোতাই গিৰিয়েকৰে সৈতে ইংলণ্ড, আৰু আন মহা প্ৰদেশৰ বহুত পগলা ফাটেক চাই ইয়াকে জানিব পাৰিলে যে, যিবিলাকে সৰুতে শিক্ষা নেপাইছিল আৰু মনৰ প্ৰবল গতিত কোনো বন্ধুৰ বাধা নেপাইছিল, প্ৰায় তেনেকুৱা মানুহ হে ফাটেকত আছিল । কিন্তু, যিবিলাক সৰহীয়া পৰিয়াল থকা ঘৰৰ মানুহ আৰু যিবিলাকক সৰুৰেপৰা সুশিক্ষিত কৰা হৈছিল, তেনেকুৱা মানুহ অতি কম পৰিমাণে হে পগলা হোৱা দেখা গৈছিল ।" যদিও নৈতিক স্বভাৱ বহুত পৰিমাণে গৃহস্থালী শিক্ষা আৰু বাল্য-শিক্ষাৰ ওপৰতে নিৰ্ভৰ

কৰে, আত্মসংযমৰ সহায়েৰে প্ৰত্যেক মানুহে ইচ্ছানুসাৰে মনুষ্যত্ব লাভ কৰিব পাৰে । এজন পাৰদৰ্শী পণ্ডিতে কৈছে যে, “লেটীন” ‘গ্ৰীক’ ভাষা যেনেকৈ শিকিব পাৰি অভ্যাস আৰু শিক্ষাকো সেই দৰেই পাৰি ।

বিদ্যোত্তম জনচন চাহাবে, যদিও সকলে পৰা নিজে সদাই আনন্দ জিমনকৈ থাকে, তথাপি কৈ গৈছে যে, “মানুহৰ মন বেয়া লগা ভাল লগা তেওঁৰ নিজৰ ইচ্ছাৰ ওপৰতে বহুত পৰিমাণে নিৰ্ভৰ কৰে ।” আমি নিজক ধৈৰ্য্যশীল আৰু সন্তোষী হবলৈ শিকাব পাৰোঁ আৰু অসুখী হবলৈও শিকাব পাৰোঁ । আমি যত্ন কৰি মহা বিপদৰ বাটত টান ভেটা মাৰিবও পাৰোঁ, আৰু বাট মোকোলাই দি সকলুবা বিপদকো আনি গিলিধৰা কৰিব পাৰোঁ । এতিয়া জানিব পাৰিছোঁ যে, আমি নিজক ভাললৈও ঢাল খুৱাব পাৰোঁ, আৰু বেয়ালৈও কটিয়া কৰিব পাৰোঁ । সকলোকে আনন্দ মনেৰে চোৱা আৰু জীৱনক আশান্বিত কৰা অভ্যাসকো আন আন অভ্যাসৰ দৰে আমি চিৰকলীয়া কৰিব পাৰোঁ । “কোনো ঘটনাৰ ভাল ফাললৈহে চোৱা অভ্যাসটি বছৰি লাখ টকাতকৈও মূল্যবান” জ্ঞানী জনচন চাহাবে কোৱা এই কথাটিক আমি নহয় বুলিব নোৱাৰোঁ ।

প্ৰকৃত আত্মশিক্ষা আৰু আত্মদমন এই গুণ দুইটিয়েই ধাৰ্ম্মিক মানুহৰ জীৱনৰ প্ৰধান অঙ্গ; মানুহ ধীৰ আৰু চাৰিও পিনে চকু ফুকৰা হব লাগে । বেয়াক উকলিয়াই ভালক গিলিব লাগে । জীৱনৰ সজ বাটত আগ বাঢ়ি যাব লাগে । বিবেকৰ বশীভূত হব লাগে, বিপদক হেঁচা দিব লাগে আৰু আপদত সাহ আৰু ধৈৰ্য্যেৰে থিয় হৈ থাকিব লাগে । আধ্যাত্মিক বলেৰে পাৰ্থিব পাপ-সমূহক যুদ্ধত জিনিব লাগে । হৃদয়ত ধৰ্ম্মগছ জুপিক তললৈ শিপা মেলিবলৈ দিব লাগে; আৰু কৰ্ত্তব্য কাৰ্য্যত ভাগৰ লগা হব নেলাগে । এইবিলাক উপদেশ মতে চলিব পাৰিলে, নিজৰ জীৱনত পৃথিবীকেই স্বৰ্গ বুলি ভাবিবা ।

# ৰোমান জাতি ।

বিষ্ণুচৰণ বৰা ।

ৰোমান জাতিয়ে পৃথিবীৰ, বিশেষকৈ ইউৰোপৰ সভ্যতাৰ নিমিত্তে ইমান অধিক মাত্ৰায় সহায় কৰিছিল যে গ্ৰীক জাতিৰ লগে লগেই ৰোমান জাতিৰ আৰু তেওঁলোকৰ শক্তিশালী সাম্ৰাজ্যৰ প্ৰতিষ্ঠাৰ বুৰঞ্জী আমি নিতান্তই জানিবলগীয়া বিষয় । খৃঃ পূঃ ৭৫৩ চনত ৰোম ৰাজ্যৰ প্ৰতিষ্ঠা হয় । প্ৰায় ২৫০ বছৰ ধৰি ৰোম ৰাজ্য নৃপতিবৃন্দৰ দ্বাৰা শাসিত হৈ আছিল । অনুমান, খৃঃ পূঃ ৫০০ চনৰপৰাই প্ৰজা-তন্ত্ৰ শাসন-পদ্ধতি প্ৰচলিত হৈছিল । এই পদ্ধতি খৃঃ পূঃ ২৭ চন পৰ্য্যন্ত চলি আছিল । এই শাসন-পদ্ধতি মতে ৬০০ জন প্ৰাজ্ঞ আৰু প্ৰবীণ সভ্যৰে গঠিত এখন পৰিষদৰ দ্বাৰা ৰাজ্য শাসিত হৈছিল । এই পৰিষদৰ নাম আছিল ছিনেট্ বা কাউন্সিল অব্ এল্ডাৰ্চ্ছ । এই পৰিষদে কনছাল্ নাম ৰাখি দুজন প্ৰধান বিচাৰপতিক কিছুমান শাসন ক্ষমতা দিছিল আৰু বিপদৰ সময়ত ডিক্টেটৰ নামে এজন অতিৰিক্ত প্ৰধান বিচাৰপতিক কিছুমান বিশেষ ক্ষমতা দিছিল । ৰাজ্যত পেট্ৰিছিয়ান্স আৰু প্লেবিয়ান্স নামে দুই শ্ৰেণীৰ লোক আছিল । সম্ভ্ৰান্ত ধনী আদিমবাসীবিলাকেই পেট্ৰিছিয়ান্স আৰু নিম্ন শ্ৰেণী জাত আৰু বিদেশী লোকবিলাকেই প্লেবিয়ান্স । এই নতুন শাসন-পদ্ধতিৰ লগে লগে এই দুই শ্ৰেণীৰ ভিতৰত ঘোৰতৰ ঘৰুৱা-যুদ্ধ চলিছিল । পেট্ৰিছিয়ান্সবিলাকে প্লেবিয়ান্সবিলাকক ছিনেটৰ সভ্য হবলৈ আৰু ডাঙৰ চাকৰিত সোমাবলৈ নিদিছিল । পেট্ৰিছিয়ান্সবিলাকে খাজনা নিদিয়াকৈয়ে মাটিৰ ভোগ-দখল কৰিছিল; কিন্তু প্লেবিয়ান্সবিলাকে খাজনা ভৰিহে জমি পাইছিল । পেট্ৰিছিয়ান্সবিলাকে অকলে

শত্ৰুৰ আক্ৰমণৰ পৰা দেশ ৰক্ষা কৰিবলৈ অপাৰগ হৈ দুই শতাব্দীৰ যুদ্ধ কন্দলৰ পিছত প্লেবিয়ান্সবিলাকক শাসন ক্ষমতাৰ সমান অধিকাৰ দিবলৈ বাধ্য হৈছিল।

যি ৫২৬ বছৰ প্ৰজা-তন্ত্ৰ শাসন-পদ্ধতি চলি আছিল, সেই সময়ৰ ভিতৰত ৰোমানবিলাকে বীৰত্বৰ বিশেষ পৰিচয় দিছিল আৰু ভূমধ্য সাগৰৰ উপকূলত বিশাল ৰাজ্যৰ প্ৰতিষ্ঠা কৰিছিল। প্ৰথমতে বহুত যুদ্ধ-বিগ্ৰহৰ পিছত ইটালি উপদ্বীপ অধীনস্থ কৰিছিল। ছিছিলি দ্বীপৰ বিপৰীত ফালে আফ্ৰিকাৰ উপকূলত এটা অন্তৰীপ আছে। এই ঠাইতেই ৰোমৰ প্ৰধান শত্ৰু বিখ্যাত কাৰ্থেজ নগৰ অৱস্থিত। ই এখন সামুদ্ৰিক বাণিজ্য-সংক্ৰান্ত অতি চহকী আৰু ক্ষমতাশালী নগৰ। এই নগৰ লবলৈ ৰোমানবিলাকে দৃঢ়-প্ৰতিজ্ঞ হৈছিল। ৰোমান জাতিৰ বিৰুদ্ধে কাৰ্থেজৰ যুদ্ধ প্ৰকৃততে এটা প্ৰবল জাতিৰ বিৰুদ্ধে এজন মাত্ৰ অসাধাৰণ ক্ষমতাৰ শ্ৰেষ্ঠতম অধিনায়কৰ যুদ্ধ হৈ পৰিছিল আৰু এইজনেই কাৰ্থেজৰ জগদ্বিখ্যাত বীৰ হানিবল। কাৰ্থেজবাসীৰপৰা প্ৰত্যাশিত সহায় নোপোৱা-কৈয়ে নানা অদ্ভুত কৌশলেৰে এওঁ ৰোমানবিলাকৰ বিৰুদ্ধে যুদ্ধ কৰিছিল। এই দুয়ো পক্ষৰ ভিতৰত হোৱা যুদ্ধবিলাক 'পিউনিক' যুদ্ধ নামে সুবিদিত আৰু খৃঃ পূঃ ২৬৪ চনৰপৰা খৃঃ পূঃ ১৪৬ চনৰ মাজ ভাগত এই যুদ্ধ-বিলাক চলিছিল। দীৰ্ঘ যুদ্ধৰ শেহত ৰোমানবিলাকে কাৰ্থেজ দখল কৰিছিল। এই যুদ্ধৰ ফল বিপৰীত হোৱা হলে ৰোমান জাতিৰ অদৃষ্টও অন্য ৰকম হলহেঁতেন। এই যুদ্ধৰ ফলস্বৰূপে ৰোমানবিলাকে ছিছিলি, কৰ্চিকা, স্পেইন আৰু উত্তৰ আফ্ৰিকাৰ ওপৰত শাসন বিস্তাৰ কৰিছিল। ইয়াৰ পিছত তেওঁবিলাকে খৃঃ পূঃ ১৪৬ চনত গ্ৰীছ অধিকাৰ কৰি কৰায়ত্ব কৰিছিল। তাৰ পিছত গ্ৰীছৰ অতি নিকটবৰ্ত্তী এছিয়ামাইনৰত ৰোমে খৃঃ পূঃ ১১৩ চনত উপৰাজ্য স্থাপন কৰিছিল। এই এটাই-



বিলাক ঠাই খৃঃ পূঃ ২৬৬ চনৰপৰা খৃঃ পূঃ ১৩৩ চনৰ ভিতৰত অধিকাৰ কৰিছিল। গ্ৰীকবিলাকৰ দৰেই ৰোমানবিলাকৰ সামৰিক শিক্ষা অতি চমৎকাৰ আছিল। ৰোমান সৈন্যদল যিৰূপ কঠোৰভাৱে নিয়ন্ত্ৰিত হৈছিল বোধ হয় জগতত কেতিয়াও কোনো সৈন্যদল তিমানদূৰ হোৱা নাছিল। কৰ্ত্তব্য এওঁবিলাকৰ নীতি-বাক্য আছিল আৰু ইয়াক ঈশ্বৰৰ বাণী বুলি মানি লৈছিল। ৰাজহুৱা উপকাৰৰ নিমিত্তে আত্ম-বিসৰ্জন আৰু উপৰিস্থ কৰ্ম্মচাৰীৰ প্ৰতি বাধ্যতা আৰু নৈতিক বল এওঁবিলাকৰ প্ৰধান গুণ আছিল।

এই বিশাল ৰাজ্য-বিস্তাৰৰ ফলত ৰোমৰ ক্ষতি-বৃদ্ধি উভয়ে সংঘটিত হৈছিল। প্ৰাচীন ৰোমীয় জীৱন-ধাৰা উৎক্ষিপ্ত হৈ গৈছিল যদিও ৰোমৰ শাৰীৰিক শক্তিয়ে গ্ৰীছ ৰাজ্য অধিকাৰ কৰিলে। কিন্তু গ্ৰীছে মানসিক শক্তিৰে ৰোম জয় কৰিলে। গ্ৰীছৰ সাহিত্য, দৰ্শন, শাস্ত্ৰ আৰু শিল্প-কলা ৰোমান যুৱকৰ শিক্ষাৰ বিষয় হৈ পৰিল। গ্ৰীছৰ শিক্ষিত লোকসকলে ৰোমৰ স্কুলবিলাক দখল কৰি বহিল। নাম আৰু শাসন-পদ্ধতিত এওঁবিলাক যদিও ৰোমান হৈয়ে থাকিল, ভাব আৰু সভ্যতাত গ্ৰীক হৈ পৰিল।

ৰোমৰ এই কালৰ বুৰঞ্জী কৌতূহলময় আৰু ঘটনাপূৰ্ণ। সেই সময়ত ৰাজনীতি অতি প্ৰবল হৈ পৰিছিল। তেওঁবিলাকৰ ভিতৰত 'জোৰ যাৰ মুলুক তাৰ' নীতিয়ে ঠাই লৈছিল। অদ্বিতীয় শাসনকৰ্ত্তা, বলৱন্ত সেনাপতি আৰু প্ৰাজ্ঞ ৰাজনীতিজ্ঞসকলে পূৰ্ব্বোক্ত পৰিষদ উপেক্ষা কৰি নিজ নিজ আধিপত্যৰ দ্বাৰা প্ৰজা শাসন কৰিবলৈ ধৰিলে! এওঁলোকৰ ভিতৰত পম্পে সৰ্ব্ব-প্ৰথম আছিল। এওঁ খৃঃ পূঃ ১০৬ চনত জন্ম গ্ৰহণ কৰিছিল। এওঁ কনছাল বা প্ৰধান বিচাৰপতি নিযুক্ত হোৱাৰ পিছত ভূমধ্য সাগৰত জলদস্যুবিলাকক ধ্বংস কৰি বৰ জনপ্ৰিয় হৈ

পৰিছিল। তাৰ উপৰিও খৃঃ পূঃ ৬১ চনত এওঁ ফিনিছিয়া, পেলেষ্টাইন, আৰু জেৰুজালেম অধিকাৰ কৰিছিল। এওঁ 'পম্পে ডি গ্ৰেট' নামে অভিহিত হৈছিল। এই সময়তেই আৰু তিনিজন সুপ্ৰসিদ্ধ লোক জনপ্ৰিয় হৈ উঠিছিল—ছিছিৰো, ক্ৰেছাছ আৰু জুলিয়াছ ছিজাৰ। ছিছিৰো খৃঃ পূঃ ১০৬ চনত জন্ম গ্ৰহণ কৰিছিল। বক্তা হিচাবে ছিছিৰো শ্ৰেষ্ঠতম বাগ্মী আছিল। ৰাজনীতিজ্ঞ হিচাবে তেওঁ চঞ্চল মনৰ হলেও একনিষ্ঠ দেশ-প্ৰেমিক আছিল। বিদ্বান ব্যক্তি হিছাবে তেওঁ অত্যুচ্চ সাহিত্যিক আছিল। ব্যক্তি হিছাবে তেওঁ আত্মশ্লাঘা হলেও সাধু আৰু অমায়িক পুৰুষ আছিল। তেওঁ ছিনেটৰ অৰ্থাৎ উচ্চ শ্ৰেণীৰ পৃষ্ঠপোষক আছিল। ক্ৰেছাছ সেই কালত ৰোম নগৰত অদ্বিতীয় ধনী আছিল। ছিনেটৰ আধা সভ্য তেওঁৰ ধৰুৱা আছিল আৰু ধনৰ বলত তেওঁ ৰাজনৈতিক ক্ষেত্ৰত অতি ক্ষমতাপন্ন লোক হৈ পৰিছিল। খৃঃ পূঃ ৭০ চনত তেওঁ প্ৰধান বিচাৰপতি নিযুক্ত হোৱাত আনন্দ উৎসৱ পাতি দহ হাজাৰ টেবিলত ৰোমৰ সমস্ত প্ৰজাক এটা বৃহৎ ভোজ দিছিল আৰু প্ৰত্যেক পৰিয়ালক তিনি মাহলৈ জোৰাকৈ লাগতিয়াল খোৱা বস্তু দিছিল। জুলিয়াছ ছিজাৰৰ নাম লবলৈ গলে আমি এনে এজন মানুহৰ নাম লওঁ যিজনক সকলোৱে একবাক্যে পৃথিবীৰ বুৰঞ্জীত সৰ্ব্ব প্ৰথম ঠাই দিছে। এওঁ খৃঃ পূঃ ১০০ চনত জন্ম গ্ৰহণ কৰিছিল। তেওঁ আছিল স্বভাৱতে মৰমিয়াল, বুদ্ধিমান, অসীম দয়ালু, সিংহতুল্য সাহসী, মহিলাসকলৰ চেনেহৰ ৰাজপুৰুষ, গুৰুভাবযুক্ত মনোৰম বক্তা, ওজস্বী, গ্ৰন্থকাৰ আৰু অসাধাৰণ স্মৃতি-শক্তি সম্পন্ন অধিনায়ক। যিবিলাক সজ গুণৰ ছটা তিনিটাৰ অধিকাৰী হলেই কোনো লোক জন সাধাৰণৰ ভিতৰত প্ৰসিদ্ধ হব পাৰে, তেনেকুৱা বহুত সজ গুণ আৰু পাৰদৰ্শিতাৰ সম্মিলনৰ এক আচৰিত চিত্ৰ তেওঁৰ জীৱনত পোৱা যায়।



অতি সম্ভ্ৰান্ত বংশত জন্ম গ্ৰহণ কৰিও তেওঁ নিম্ন শ্ৰেণী প্ৰজাৰ সমৰ্থনকাৰী আছিল।

পূৰ্ব্বোক্ত সৰ্ব্বপ্ৰধান চাৰিজন লোকৰ ভিতৰত ৰাজনীতিজ্ঞ জুলিয়াছ ছিজাৰ, সৈনাপতি পম্পে আৰু কুবেৰ ক্ৰেছাছ, এই তিনিজনেই ৰোমৰ সমস্ত ক্ষমতা ভাগ কৰি লৈ খৃঃ পূঃ ৬০ চনত ট্ৰায়ামভিৰেট বা ত্ৰয়ঃশাসনৰ প্ৰধান বিচাৰপতি নিযুক্ত হৈছিল। ছিছিৰোৱে ছিনেটৰ ক্ষমতা অটুট ৰাখিব পাৰিব বুলি এওঁলোকৰ লগত যোগ নিদি আতৰ হৈ আছিল। এইটো স্পষ্ট বুজা গৈছিল যে ত্ৰয়ঃশাসনৰ বিচাৰপতিকেজনৰ ভিতৰত যেই সেই এজনে সৰ্ব্বোচ্চ ক্ষমতা পালে ৰাজ্যত শীঘ্ৰে বিশৃঙ্খলা ঘটাব। ক্ৰেছাছে পাম্পে আৰু ছিজাৰৰ দৰে সমানে সামৰিক খ্যাতি লাভ কৰিবলৈ গৈ পাৰ্থিয়া ৰাজ্য আক্ৰমণ কৰি খৃঃ পূঃ ৫৩ চনত শত্ৰুৰ হাতত প্ৰাণ এৰিলে। এই সময়তেই ছিজাৰে স্পেইন দেশ অধিকাৰ কৰি সুনাম অৰ্জ্জন কৰিছিল আৰু আল্পছ পৰ্ব্বত শ্ৰেণী অতিক্ৰম কৰি প্ৰাচীন ফৰাচীবিলাকৰে সৈতে খৃঃ পূঃ ৫৮ চনৰপৰা খৃঃ পূঃ ৫১ চনলৈকে যুদ্ধ কৰিছিল আৰু জাৰ্ম্মাণবিলাকক তাৰপৰা বাহিৰ কৰি দিছিল। এই ঘটনাৰ পৰা হোৱা সুখ্যাতিৰ দ্বাৰা তেওঁ আগতকৈও বেছি জনপ্ৰিয় হৈ উঠিছিল। এই সময়তে খৃঃ পূঃ ৫৫ চনত ছিজাৰে বৃটেন দ্বীপ অধিকাৰ কৰিছিল আৰু সেই সুদূৰ বৃটেইনৰ সৈতে ৰোমৰ সম্বন্ধ স্থাপন কৰিবলৈ আৰম্ভ কৰিছিল। তেওঁ এজন সুনিপুণ পণ্ডিত আছিল আৰু তেওঁৰ প্ৰণীত "কমেণ্টেৰিছ" নামক কিতাপত ফৰাচী দেশ আৰু বৃটেন দ্বীপত হোৱা যুদ্ধৰ বৃত্তান্ত লেটিন ভাষাত লিপিবদ্ধ কৰি গৈছে।

খৃঃ পূঃ ৪৯ চনত ছিজাৰে যুদ্ধ-বিগ্ৰহ শেষ কৰি প্ৰজা-তন্ত্ৰ শাসন পৰিষদৰ ভৃত্য হিছাবে ৰোমলৈ নাহি জয়ী সৈন্যবাহিনীৰ অধিকাৰী আৰু

প্ৰাচীন সেনাপতিৰূপে ৰোমলৈ উলটিছিল। ছিজাৰৰ সুখ্যাতি পম্পে সহিব নোৱাৰিলে। পম্পেৰ পৰামৰ্শ মতে ছিনেটে ছিজাৰক এজন সাধাৰণ প্ৰজাৰ দৰে ৰাজ্যত প্ৰৱেশ কৰিবলৈ আদেশ দিলে; কিন্তু ছিজাৰে এই প্ৰস্তাৱত মান্তি নহল। ইটালি আৰু কিছেৰ পাইনৰ সীমাত ৰিউবিকন নামে এখন সৰু নৈ আছে। সসৈন্যে এই নৈ পাৰ হোৱা লোক ছিনেটৰ ৰাজদ্ৰোহী বুলি পৰিগণিত হৈছিল। ছিনেটৰ অপমানজনক আদেশ পাই তেওঁ সসৈন্যে ৰিউবিকন পাৰ হৈ আহিল। এই কাৰণেই কোনো মানুহে কোনো কাম কৰিবলৈ দৃঢ়-প্ৰতিজ্ঞ হলে তাক প্ৰকাশ কৰিবলৈ "ৰিউবিকন অতিক্ৰম কৰা" এই বাক্য ইংৰাজীত প্ৰয়োগ কৰা হয়। ছিজাৰে ৰিউবিকন পাৰ হোৱা মাত্ৰেই পম্পে গ্ৰীছলৈ পলায়ন কৰিলে আৰু খৃঃ পূঃ ৪৮ চনত কাৰ্ছেলিয়াৰ যুদ্ধত পম্পেক পৰাজয় কৰি নিজৰ ক্ষমতাৰ অত্যুচ্চ টিঙত উঠিল। তেওঁ ৰোম আৰু ইটালিত শৃঙ্খলা স্থাপন কৰিলে আৰু মিছৰ, আফ্ৰিকা আৰু স্পেইন দেশৰ ৰাজবিদ্ৰোহীবিলাকক দমন কৰি সসৈন্যে জয়ী হৈ আহিল। খৃঃ পূঃ ৪৫ চনত তেওঁ জীৱনব্যাপি ইম্পাৰেটৰ ( Imperator ) অৰ্থাৎ একমাত্ৰ শাসনকৰ্ত্তা উপাধি পালে। তেতিয়াৰ পৰা মুদ্ৰাবিলাকত তেওঁৰ প্ৰতিমূৰ্ত্তি অঙ্কিত হৈছিল। প্ৰায় দুই হাজাৰ বছৰৰ পৰবৰ্ত্তী সুবিখ্যাত নেপোলিয়ন বোনাপাৰ্টিৰ স্থায় ছিজাৰ এই কালৰ একমাত্ৰ প্ৰধান শাসক হৈছিল। তেওঁ ৰজা হব, এই আশঙ্কা কৰি ব্ৰূটাছ আৰু কেছিয়াছৰ দ্বাৰা পৰিচালিত প্ৰজা-তন্ত্ৰ শাসনৰ পৃষ্ঠপোষক দলে ৰোমৰ 'ছিনেট হল'ৰ ভিতৰত খৃঃ পূঃ ৪৪ চনত বুৰঞ্জীৰ সৰ্ব্বশ্ৰেষ্ঠ পুৰুষ জুলিয়াছ ছিজাৰক অতৰ্কিতে নিষ্ঠুৰভাৱে হত্যা কৰিলে। ইংৰাজ নাট্যকাৰ উইলিয়ম ছেক্সপিয়াৰে তেওঁৰ "জুলিয়াছ ছিজাৰ" নামক বিখ্যাত নাটকত এই নৃশংস হত্যাকাণ্ডৰ আখ্যান উৎকৃষ্টৰূপে বৰ্ণনা কৰিছে।



ছিজাৰৰ মৃত্যু হোৱাত এণ্টনি, লেপিদাছ আৰু ছিজাৰৰ ভতিজাক অক্টেভিয়াছে—এই তিনিজন ত্ৰয়ঃশাসনৰ প্ৰধান বিচাৰপতি নিযুক্ত হৈছিল। মনুষ্যত্ব আৰু উত্তমৰ অভাৱত লেপিদাছ বাকী দুজনৰ হাতৰ পুতলা আছিল। এণ্টনি আৰু অক্টেভিয়াছৰ প্ৰথম কাৰ্য্য আছিল শত্ৰুক নিপাত কৰা আৰু সেই অভিপ্ৰায়ে ব্ৰূটাছ আৰু কেছিয়াছক বধ কৰিবলৈ দলে দলে হত্যাকাৰী নিযুক্ত কৰিছিল। নৃশংস হত্যাকাৰীবিলাকে ছিনেটৰ বহুত সভ্যকে আদি কৰি হাজাৰ হাজাৰ প্ৰজাক বধ কৰি তেওঁবিলাকৰ সম্পত্তি লুণ্ঠন কৰিছিল। এই অত্যাচাৰীবিলাকে ৰোমৰ শ্ৰেষ্ঠতম বক্তা আৰু সাহিত্যিক ছিছেৰোক বধ কৰিবলৈকো ইতস্ততঃ নকৰিছিল। অৱশেষত এণ্টনি আৰু অক্টেভিয়াছে ফিলিপি নামে ঠাইত দুবাৰ যুদ্ধ কৰি ব্ৰূটাছ আৰু কেছিয়াছক পৰাজয় কৰিছিল। ব্ৰূটাছ আৰু কেছিয়াছ উভয়ে হতাশ হৈ খৃঃ পূঃ ৪২ সনত আত্মহত্যা কৰিছিল। এওঁলোক দুয়োৰো মৃত্যুৰ লগে লগে ৰোমৰ মৰণোন্মুখ প্ৰজা-তন্ত্ৰ শাসন সজীৱ কৰাৰ চেষ্টাৰ সম্পূৰ্ণৰূপে অন্ত পৰিল।

ইয়াৰ পিছত পূৰ্ব্বোক্ত তিনিজন প্ৰধান বিচাৰপতিয়ে ৰোম ৰাজ্য ভাগ কৰি লৈছিল। ক্ষমতাৰ বাবে এই তিনিজনৰ ভিতৰত যিবিলাক বিবাদ আৰু সংঘৰ্ষ হৈছিল তাৰ ফলত ৰোম ৰাজ্য বিশৃঙ্খল হৈ পৰিল। এণ্টনি আৰু অক্টেভিয়াছে এক যোগ হৈ লেপিদাসক প্ৰভাৱশূন্য কৰি সাধাৰণ ব্যক্তিৰ শাৰীলৈ আনি থলে। এণ্টনি আৰু অক্টেভিয়াছৰ ভিতৰত বহুদিনৰ পৰা উমাই থকা সংঘৰ্ষৰ তুহ-জুইত ইজিপ্তৰ ৰূপৱতী ৰাণী ক্লিওপেট্ৰাই বা দিলে। এণ্টনিয়ে অক্টেভিয়াছৰ ভনীয়েকক বিয়া কৰাই ক্লিওপেট্ৰাৰ প্ৰণয়ত পৰি তেওঁক পৰিত্যাগ কৰিলে আৰু ক্লিওপেট্ৰাক বিয়া কৰাই প্ৰাচ্য জগতৰ স্বেচ্ছাচাৰী শাসন-কৰ্ত্তাৰ উপযোগী জাকজমকেৰে আলেকজেন্দ্ৰিয়া নগৰত বসতি কৰিলে। খৃঃ পূঃ ৩২ চনত

ছিনেটে ক্লিওপেট্ৰাৰ বিৰুদ্ধে যুদ্ধ ঘোষণা কৰিলে আৰু এক্টিয়ামৰ জল-যুদ্ধত অক্টেভিয়াছ আৰু এন্টনি, ক্লিওপেট্ৰাক পৰাজয় কৰি ইজিপ্ত দেশ ৰোম ৰাজ্যৰ অন্তৰ্ভুক্ত কৰিলে। তেতিয়াৰপৰাই ভূমধ্য সাগৰত ৰোমৰ একচেটীয়া আধিপত্য প্ৰতিষ্ঠিত হৈছিল। দুৰ্ভগীয়া এন্টনি আৰু ক্লিওপেট্ৰা উভয়ে নিৰ্দ্দয় অক্টেভিয়াছৰ হাতত বন্দী হোৱাৰ আশঙ্কা কৰি আত্মহত্যা কৰিলে। এই যুদ্ধৰ ফলত প্ৰজা-তন্ত্ৰ শাসনৰ পুনৰুদ্ধাৰৰ আশা নুমাই গল। স্বেচ্ছাচাৰী সেনাপতিৰ দ্বাৰা ক্ৰমান্বয়ে বহুকাল প্ৰপীড়িত প্ৰজাবিলাকে, বিশেষকৈ ধনী আৰু শিক্ষিত শ্ৰেণীয়ে ৰাজ্যত শান্তি স্থাপনৰ ইচ্ছুক হৈ ৰাজতন্ত্ৰকে আগ্ৰহেৰে গ্ৰহণ কৰিছিল। ছেক্সপিয়াৰে "এন্টনি আৰু ক্লিওপেট্ৰা" নামৰ নাটকত ছিজাৰৰ উত্তৰাধিকাৰী অক্টেভিয়াছৰ লগত এন্টনিৰ বিগ্ৰহৰ উপাখ্যান সুন্দৰকৈ বৰ্ণনা কৰিছে।

জুলিয়াছ ছিজ্জাৰে এটা ৰাজ-পদৰ প্ৰতিষ্ঠা কৰি গৈছিল। তেওঁৰ উত্তৰাধিকাৰী প্ৰথম সম্ৰাট অক্টেভিয়াছকে আগষ্টাৰ উপাধি প্ৰদান কৰা হৈছিল। খৃষ্টীয় চনৰ আৰম্ভৰ পিছতো টাইবেৰিয়াছ, নিৰো প্ৰভৃতি সম্ৰাটসকল পাৰ্থিব শক্তি আৰু সমৃদ্ধিৰ আদৰ্শস্বৰূপে পৰিগণিত হৈছিল। প্ৰাচীন ইউৰোপৰ পূৰ্ব্বোক্ত কেইটাই হৈছে সুপ্ৰসিদ্ধ ঘটনা। ৰোমৰ সৰ্ব্বোত্তম সাহিত্যত এই কেইটা বিষয় উজ্জ্বল আখৰেৰে বৰ্ণিত হৈছে আৰু সেই কাৰণেই পূৰ্ব্বোক্ত ঘটনাবিলাক ইউৰোপৰ জাতিবিলাকৰ স্মৃতিপটত চিৰজাগৰিত হৈ আছে। খৃষ্টীয় চন আৰম্ভ হোৱাৰ পিছতো ৰোম প্ৰতীচ্য জগতৰ কেন্দ্ৰস্থান হিছাবে পৰিগণিত হৈ আহিছে।

এই সময়তে প্ৰতীচ্য জগতত এটা নৱ-ভাবৰ উদ্দীপনা আহি পৰিল। এই উদ্দীপনা যীশুখৃষ্ট আৰু তেওঁৰ শিষ্যবৰ্গৰ জ্ঞানগৰ্ভ উপদেশসমূহত নিহিত আছিল। এওঁবিলাকৰ পেলেষ্টাইনৰ কাৰ্য্যাৱলী ইংৰাজী বাইবেল গ্ৰন্থত অতি



সৰল আৰু সুন্দৰ ভাষাত লিখা আছে। এই নতুন উপদেশ চাৰিওফালে প্ৰচাৰিত হৈ অতি প্ৰৱল হৈ পৰিছিল। ইং ৩২৪ চনত সম্ৰাট কনষ্টেন্টাইনৰ দ্বাৰা খৃষ্টীয় ধৰ্ম্ম ৰোম সাম্ৰাজ্যৰ ধৰ্ম্ম বুলি গৃহীত হৈছিল। ইং ৩২৮ চনত তেওঁ ৰাজধানী ৰোমৰপৰা বাইজান্টিয়াম্ নগৰলৈ উঠাই নিলে আৰু এই তাৰিখৰ পৰাই এই ঠাই কন্ষ্টান্টিন'পল অৰ্থাৎ কনষ্টেন্টাইনৰ নগৰ নামে অভিহিত হৈছিল। ইং ৩৯৫ চনত থিয়ডছিয়াছে ৰোম ৰাজ্য তেওঁৰ দুইজন পুত্ৰক ভাগ কৰি দিছিল। ইং ১৪৫৩ চনত অটোমেন তুৰ্কৰ দ্বাৰা কন্ষ্টান্টিন'পল অৱৰুদ্ধ আৰু অৱশেহত কৰায়ত্ব হৈছিল। এই ঘটনাই প্ৰতীচ্য বুৰঞ্জীত এক নৱ যুগৰ সূচনা কৰিছিল। তেতিয়াৰপৰাই প্ৰতীচ্য জগতত জ্ঞানান্বেষণৰ এটা ঢৌ বহি গল। গ্ৰীক আৰু ৰোমান সাহিত্য পুনৰাই সকলোৱে অনুশীলন কৰিবলৈ ধৰিলে। ইতিপূৰ্ব্বে গ্ৰীছ দেশীয় জ্ঞান-বিজ্ঞান মুছলমান বিলাকেহে সজীৱ কৰি ৰাখিছিল আৰু তেওঁলোকেই গ্ৰীক চিকিৎসা-শাস্ত্ৰৰ অনুশীলন কৰিছিল। আৱিষ্কাৰ কাৰ্য্য, বিজ্ঞান আৰু সাহিত্য প্ৰভৃতিৰ উন্নতি সাধনৰ পক্ষে এইটো সবাতকৈ শ্ৰেষ্ঠ যুগ বুলি পৰিগণিত আৰু ইয়াৰ সমকক্ষ যুগ ইতি পূৰ্ব্বে কেতিয়াও অহা নাছিল।

এই প্ৰসিদ্ধ ৰোমান জাতিৰপৰা আমি কি কি বস্তু পাইছো? আমি এওঁবিলাকৰ ওচৰত ইমান অধিক পৰিমাণে ঋণী যে এই প্ৰশ্নৰ উত্তৰ দিয়া দুৰূহ বুলি মনত ধৰে। প্ৰথমতঃ ৰোমানবিলাক আইন আৰু শৃঙ্খলাপ্ৰিয়। বৰ্ত্তমান আইন গ্ৰন্থসমূহৰ আদৰ্শ হৈছে ৰোমানবিলাকৰ বিখ্যাত আইন-প্ৰথা। তেওঁলোকে যে আমাক কেৱল আইনৰ ধাৰা আৰু নিয়মাৱলী দিছে তেনে নহয়। আমি আইনৰ ভাষাও তেওঁবিলাকৰপৰাই আনিছো। লেটিন ভাষা আইন ব্যৱসায়ৰ পক্ষে বৰ আৱশ্যকীয়, কাৰণ লেটিন জানিলে ইংৰাজী ভাষা আৰু আইন ভালমতে

জানিবলৈ অতি উজু হয়। ৰোমানবিলাক নির্ম্মাণাদি কার্য্যত বিশেষ দক্ষ আছিল। তেওঁলোকৰ নির্ম্মিত ৰাজপথ আৰু সেতুবিলাক এতিয়াও সমস্ত ইউৰোপত আছে আৰু তেওঁলোকৰ নির্ম্মিত ৰাজকীয় ভৱনাদি অত্যন্ত জাকজমকেৰে প্রস্তুত কৰা হৈছিল।

ৰোমৰ প্রধান কবি ভাৰজিলে খৃঃ পূঃ ৭০ চনত জন্ম গ্রহণ কৰিছিল। তেওঁৰ বীৰ-ৰসাশ্রিত 'এনিড্' নামৰ কাব্যত তেওঁ ৰোম ৰাজ্যৰ প্রতিষ্ঠাৰ উপাখ্যান বর্ণনা কৰি গৈছে। এওঁৰ প্রণীত শ্রেষ্ঠ কাব্যবিলাক এতিয়াও ইউৰোপৰ স্কুলবিলাকত প্রচলিত হৈ আছে। কবি হৰেছে খৃঃ পূঃ ৬৫ চনত জন্ম গ্রহণ কৰিছিল। এওঁ সুনিপুণ ছন্দত ৰসিকতাপূর্ণ কবিতা লিখিছিল। এওঁ আগষ্টাছৰ সমসাময়িক আছিল আৰু ৰোম ৰাজ্যৰ চিত্তাকর্ষক যুগৰ ৰোমীয় জীৱনৰ বৃত্তান্ত পৰিষ্কাৰভাৱে লিখি থৈ গৈছে। ৰোমৰ লেটিন ভাষা এসময়ত সমস্ত ইউৰোপত সুবিদিত আছিল। প্রতীচ্যৰ অন্যান্য ভাষাৰ ওপৰত এই ভাষাই প্রাধান্য বিস্তাৰ কৰিছিল। পিছলৈ ই কথিত ভাষা হৈ থাকিব নোৱাৰিলে আৰু তেতিয়াৰ পৰাই ই প্রত্যেক ইউৰোপীয় জাতিৰ শিক্ষিত লোকৰ ভাষাত পৰিণত হল।

যি প্রাচীন ৰোম নগৰত জুলিয়াছ ছিজাৰে খৃঃ পূঃ ৪৯ চনত বিজয়ৰ উলাহত প্রৱেশ কৰিছিল, বর্ত্তমান ৰোম নগৰ তাতকৈ কম উন্নত নহয়। কনষ্টাণ্টাইনৰ পিছৰ পৰাই ৰোম নগৰ সমস্ত ইউৰোপৰ ধর্ম্ম-কেন্দ্র বুলি পৰিগণিত হৈ আহিছে। এই নগৰতেই ৰোমান কেথ'লিক সম্প্রদায়ৰ প্রধান অধ্যক্ষ পোপে এতিয়াও বাস কৰি আছে। বর্ত্তমান নগৰ কলা আৰু জ্ঞানৰ সমৃদ্ধ কেন্দ্র স্থান। ইয়াত বহুত প্রাচীন গীর্জ্জা আৰু গৃহাদিৰ অৱশেষ আছে। ইয়াত থকা পোপবিলাকৰ ভাটিকান নামক প্রাসাদত বহুত অমূল্য অঙ্কন আৰু ভাস্কর্য্য সম্পদ আছে। ৰোমত ত্রিশ



হাজাৰ মূল্যবান পাণ্ডুলিপি থকা এটা বৃহৎ পুস্তকালয় আছে। এই নগৰক জননী বুলি বর্ণনা কৰা হৈছে। কাৰণ, অনুমান ৩০০০ বছৰ ব্যাপি ইয়াৰ ৰঞ্জীত প্রতীচ্য সভ্যতাৰ যিখিনি সর্ব্বোৎকৃষ্ট বুলি পৰিগণিত তাৰ সূচনা দেখিবলৈ পোৱা যায়।

——::৪::——

# শকুন্তলাৰ পতি-গৃহলৈ যাত্ৰা।

সোণাৰাম চৌধুৰী।

যাত্ৰাৰ সময় হল। মহৰ্ষি কণ্বই গৌতমীৰ হতুৱাই শাৰ্ঙ্গৰৱ আৰু শাৰদ্বত নামে দুজন শিষ্যক মতালে। তেওঁলোকৰ লগতে শকুন্তলাক পঠাবৰ আয়োজন কৰা হল। প্ৰিয়ম্বদা আৰু অনসূয়া দুই সখীয়েক তেতিয়া ফুলনিত আছিল। তেওঁলোক শকুন্তলাৰ কাষলৈ লৰি আহিল। শকুন্তলা তেতিয়া গা-মূৰ ধুই উঠিছিল। তপস্বীৰ তিৰোতাবিলাক আহি শকুন্তলাৰ হাতত ধান, তামোল আদি মাঙ্গলিক বস্তু দি উৰুলি দিলেহি। কোনো জনীয়ে 'আই, তুমি গিৰিয়েৰাৰ আদৰৰ পাটৰাণী হোৱা—কোনোৱে বীৰ পুত্ৰৰ মাক হোৱা, কোনোৱে বা স্বামীৰ সুৱাগী হৈ অতুল ধনৰ অধিকাৰিণী হোৱা—কোনোৱে বা দীৰ্ঘজীৱিনী হোৱা' আদি কথাৰে আশীৰ্ব্বাদ দিলে। সখীয়েকহঁতে শকুন্তলাৰ কাষতে বহি, নানা দৰে আদৰি, যতনেৰে তুলি অনা ফুল আৰু মিহিকৈ পিহা চন্দন অনুলেপন আদি পিন্ধাবলৈ ধৰিলে। শকুন্তলাই 'আজিৰপৰা সখীহঁতৰ মৰম হাতৰ এনে সজোৱা-পৰোৱা পোৱা মোৰ পক্ষে দুৰ্ল্লভ হব' বুলি চকুৰ পানী টুকিবলৈ ধৰিলে। সখীয়েকহঁতে শকুন্তলাৰ চকুৰ পানী কাপোৰৰ আঁচোলেৰে মছি দি 'শুভ যাত্ৰাৰ সময়ত কন্দা উচিত নহয়' বুলি প্ৰবোধ দিলে। সাজ-পাৰ কৰি উঠি প্ৰিয়ম্বদাই অনসূয়াক কলে, 'আমাৰ প্ৰিয়সখীৰ ৰূপ এনে চিকোণ যে আমি বাচি বাচি তুলি আনি পিন্ধোৱা সুন্দৰ ফুল-বোৰো সেই ৰূপৰ কাষত মলিয়ন দেখা গৈছে।' এনেতে দুজন মুনি-লৰাই ঋষিৰ পৰা কেইপদমান অলঙ্কাৰ আৰু এযোৰ পাটকাপোৰ শকুন্তলাক



পিন্ধাবলৈ আনি দিলে। সখীয়েকহঁতে সেই কাপোৰ যোৰ পিন্ধালে আৰু অলঙ্কাৰ কিপদ য'ত যেনেদৰে খাটে, তেনেদৰে পিন্ধাই দিলে। পিন্ধাই উঠি, তেওঁলোকে শকুন্তলাক কলে,—'সখী, আমি অলঙ্কাৰৰ ব্যৱহাৰ নেজানো, মূৰ্ত্তিত যেনেদৰে দেখিছোঁ, তেনেদৰেই তোমাক সজালোঁ।' শকুন্তলাই তেওঁলোকৰ এই নৈপুণ্য নশলাগি থাকিব নোৱাৰিলে।

সিদিনা ঋষিৰ মনো শোকাকুল হৈ উঠিছিল। তেখেতে মনত ভাবিব ধৰিলে,—'আজি শকুন্তলা যাব বুলিয়ে শোকতে হিয়াখন পুৰিছে—আত্মাটোৱে যেন কান্দিছে—মোৰ মুখৰ মাত হৰিল—চকুৰে চাৰিওদিশ ধুৱঁলি কুৱঁলি দেখাত পৰিছোঁ। আমি বনবাসী, আমাৰে যদি এনে মন কাতৰ আৰু উদাউল হয়, তেনেহলে গৃহস্থবিলাকে চাগে, তেওঁলোকৰ ছোৱালী উলিয়াই দিয়া পৰত মনত কিমান দুখ পায় আৰু কিমান কাতৰ হয়?' এনেকৈ ঋষিয়ে ভাবি-গুণি থকাতে গৌতমীয়ে শকুন্তলাক ঋষিৰ আগলৈ আনি তেখেতৰ চৰণত সেৱা কৰিবলৈ দিলে। শকুন্তলাই লাজকুৰীয়া ভাও ধৰি লাহেকৈ তেখেতৰ চৰণত সেৱা কৰিলে। ঋষিয়ে মনৰ শোক তন্তাই আশীৰ্ব্বাদ দিলে,— 'আইটি, শৰ্ম্মিষ্ঠাই যেনেকৈ যযাতি ৰজাৰ সুৱাগী সহধৰ্ম্মিণী হৈছিল, তুমিও যেন তেনে হোৱা, শৰ্ম্মিষ্ঠাই যেনেকৈ পুৰুৰ দৰে ৰাজচক্ৰবৰ্ত্তী পুত্ৰ লভিছিল তুমিও তেনে পুত্ৰলাভ কৰা।' গৌতমীয়ে তেতিয়া কৈ উঠিল, 'দেউ, ই আশীৰ্ব্বাদ নহয়, বৰ হে।' তাৰ পাচে ঋষিয়ে তেখেতে সমাপি অহা হোমৰ পবিত্ৰ অগ্নিক প্ৰদক্ষিণ কৰি আহিবলৈ শকুন্তলাক যাব দিলে। গৌতমীয়ে শকুন্তলাক নি হোমৰ জুই প্ৰদক্ষিণ কৰাই আনিলে। সকলোৱে শুভযাত্ৰা কৰি ওলাল। ঋষিয়ে বৈদিক মন্ত্ৰেৰে বিদায় আশীৰ্ব্বাদ কৰি লগতে শকুন্তলাৰ মৰমতে তেওঁক আগবঢ়াই থবলৈ আহিল। সখীয়েকহঁতো শকুন্তলাৰ লগে লগে গল। তেতিয়া ঋষিয়ে আশ্ৰমৰ গছলতা বিলাকক সম্বোধন কৰি কলে,

“হে তৰুলতাবিলাক, যি তোমালোকৰ গুৰিত পানী নিদিয়াকৈ একোকে মুখত নিদিয়ে, যি অলঙ্কাৰ-প্ৰিয় হৈও চেনেহতে তোমালোকৰ পাত এটিকে ছিঙ্গি নিপিন্ধে,—তোমালোকৰ ফুল-ফল ধৰিবৰ সময়ত যাৰ আনন্দৰ সীমা নেথাকে,—তোমালোকৰ লগৰী সেই শকুন্তলা আজি স্বামীৰ ঘৰলৈ যায়,—তোমালোক সকলোৱে তাক অনুমোদন কৰা ।” আশ্ৰম নীৰৱ, বোধ হল যেন, সকলোৱে মৌন হৈ সন্মতি দান কৰিলে ।

গৌতমীয়ে শকুন্তলাক সকলো বনদেৱতাৰ উদ্দেশ্যে সেৱা কৰিবলৈ দিলে । শকুন্তলাই সেৱা কৰিলে তাৰ পাচে প্ৰিয়ম্বদাক সাবট মাৰি ধৰি, চকুৰ পানীৰে চকু ছল্‌হলীয়া কৰি কলে,—‘সখি, তেখেত, আৰ্য্য-পুত্ৰক দেখিবলৈ যদিও মোৰ মনটো উধাতুৰ, তথাপি, আশ্ৰম এৰি যাবলৈ মোৰ ভৰি দুখনে এখোজো আগলৈ যাব নোখোজে ।’ প্ৰিয়ম্বদাই শকুন্তলাৰ কথা শুনি কবলৈ ধৰিলে,—‘প্ৰিয়সখি, তুমি যেনেকৈ তপোবন এৰিবলৈ দুখ পাইছা, তপোবনেও তেনেকৈ তোমাৰ বিৰহ ভাবি কাতৰ হৈছে । আজি ধৰি আশ্ৰম শূন্য এন্ধাৰ, সৌন্দৰ্য্যহীন । চোৱাঁ, হৰিণ-বিলাকৰ মুখৰ পৰা ঘাঁহ সৰি পৰিছে । ম’ৰাই চালি ধৰি নাচিবলৈ এৰিছে,—লতাবোৰৰ পাতবোৰ সৰি পৰিছে,—বোধ হৈছে যেন, সিহঁতেও তোমাৰ শোকতে চকুৰ পানী টুকিছে ।

এনেকৈ আশ্ৰমৰ সীমা পাৰ নৌ হওঁতেই, কথা পাতি পলম কৰা দেখি, ঋষিয়ে শকুন্তলাক কলে,—“আইটি, বলা, বেলি হল, বাটত বনদেৱতাহে দুখ পাবা ।” শকুন্তলাই শুনি ঋষিক কলে,—‘পিতাদেউ, মই বনজোৎস্নাক * মাত নিদিয়াকৈ যাব নোৱাৰোঁ ; তেওঁ মোৰ ভনীটীৰ দৰে, ক্ষন্তেক ৰ’ব ।” এই বুলি কৈ শকুন্তলাই বনজোৎস্নাৰ কাষলৈ গৈ কলে—‘বনজোৎস্নে, তুমি মোক তোমাৰ শাখা-বাহুৰে আঁকোৱালি

* নৱমল্লিকা বা নোৱামালি ফুলৰ গছ । শকুন্তলাই তাক বনজোৎস্না নাম দিছিল ।



ধৰা, মই আজি-দিন ধৰি তোমাৰ পৰা দূৰণি বটীয়া হলোঁ ।’ তাৰ পাচে শকুন্তলাই সখীয়েকহঁতলৈ চাই কলে,— “সখীহঁত, আজিৰ পৰা বনজোৎস্নাক তোমালোকৰ হাতত গতালোঁ ।” দুয়ো সখীয়েকে শুনি আমাক নো কাক গতালা ?’ বুলি কান্দিবলৈ ধৰিলে । তেতিয়া ঋষিয়ে কলে,—‘আইটীহঁত, তহঁতে এইখন কি পাতিলি ? তহঁতে কত শকুন্তলাক সান্তনা দি থিৰেৰে ৰাখি , তাকে নকৰি তহঁতেই কন্দা-কটা খন লগালি ।’ ঋষিৰ কথাত, আকৌ সকলোটীয়ে লাহে লাহে খোজ পাতিব ধৰিলে । ওচৰতে এজনী ভৰ-গাভিনী হৰিণী শুই আছিল । তাইলৈ চকু পৰাত শকুন্তলাই ঋষিক কলে,—“পিতাদেউ এই পহু জনী জগিলে সেই সুবাতৰি মোলৈ যেন পঠাবলৈ নেপাহৰে ।” “আইটি, মই কেতিয়াও নেপাহৰোঁ ।” বুলি ঋষিয়ে উত্তৰ দিলে ।

কেই খোজমান মাথোঁ আগ বাঢ়িছে, এনেতে পাচ ফালৰ পৰা কাপোৰত ধৰি কোনোবাই টনা যেন গম পাই শকুন্তলাই উলটি চালে । তেতিয়া ঋষিয়ে কৈ উঠিল ‘আইটি, সেইটো তোমাৰ হৰিণা পোৱালী, মাক মৰাত তুমিয়ে যাক লালিপালি ডাঙৰ-দীঘল কৰিলা, যাৰ আহাৰৰ কাৰণে তুমিয়ে শ্যামাক ধান মুঠিয়ে মুঠিয়ে খুৱাইছিলা, যাৰ মুখত কুশৰ গজালিয়ে বিন্ধি ঘা কৰাত তুমিয়ে ইঙ্গুদী তেল ঘঁহি দি ভাল কৰিছিলা,—সেয়ে তোমাৰ কাপোৰত ধৰি টানিছেহি । দেহিঐ ! পহু-পোৱালী এটিবো আইটিলৈ কিমান মৰম ।’” শকুন্তলাই তাৰ গাত তেওঁৰ কোমল হাত বুলাই কলে,—“বাছা, মই মাত নিদি এৰি যাবলৈ ওলোৱা দেখি, তই মোৰ পাচ ধৰিছহি । তই এতিয়া উলটি যা, তোক আজিৰ পৰা পিতাই আপডাল্ কৰি ৰাখিব ” শকুন্তলাই এই কথা কৈয়ে ক্ষান্ত নহল, তেওঁ পহু-পোৱালীটি বুকুত সাবটি ধৰি আকৌ কলে,—“মাৰ মৰাত ময়ে প্ৰতিপাল কৰিছিলোঁ দেখি, তাৰে মৰম সুতাৰবলৈ আহিছ ?” এই বুলি

কৈয়ে, ক্ষন্তেকমান পাচতে, উচুপি উচুপি কান্দিবলৈ ধৰিলে। ঋষিয়ে দেখি কবলৈ ধৰিলে,—'বাছা, তুমি এতিয়া সেইবোৰ মায়া-মোহ এৰা, ধৈৰ্য্য ধৰা আৰু থিৰেৰে খোজ কাঢ়ি বলা; চকুৰ পানীৰে বাট নেদেখা হোৱাত খলা-বমা বাটত খোজ ঠিকেহে পৰা নাই,—ঢলকনি খাই গৈছা; ক'ৰবাত পৰিবা।"

এনেকৈ নানা কাৰণত আগবঢ়াত পলম হোৱা দেখি শাৰ্ঙ্গৰৱে ঋষিক কলে—"দেউ, আপুনি আৰু বেছি দূৰ আগবাঢ়ি অহাৰ সকাম নাই; সম্বন্ধীয়া জনৰ লগত কেৱল পানীৰ কাষ পৰ্য্যন্তহে আহিব লাগে। এইয়া সৰোবৰৰ কাষ, ইয়াতে আপুনি যি কব লাগে কৈ উলটি যাওক।" কণ্বই শুনি কলে,—"তেনেহলে আহা, এই ঔ-ডুমুৰু গছ জোপাৰ তলতে ছাঁত সকলোৱে অলপ পৰ থিয় হওঁহঁক।" ঋষিৰ কথাত সকলোটিয়ে তাত থিৰ হলগৈ। ঋষিয়ে ৰজালৈ, কি কথা কৈ পঠাব ভাবিলে আৰু অলপ পাচতে তেখেতে শাৰ্ঙ্গৰৱক কলে,—"বোপা, তুমি শকুন্তলাক ৰজাৰ আগলৈ নি মোৰ এই কথা কেষাৰ কবা।" শাৰ্ঙ্গৰৱে "আদেশ কৰোক" বুলি অপেক্ষি ৰল। ঋষিয়ে কলে,—"বোপা, ৰজাক কবা, আমি বন-বাসী, তপস্যাতে কাল কটাওঁ; তোমাৰ মহৎ কুলত জন্ম। আমাৰ এই শকুন্তলাই তাইৰ বন্ধু-বান্ধৱৰ অগোচৰত স্ব-ইচ্ছাৰে তোমাত অনুৰাগিণী হৈছে; তুমি এই সকলো কথাকে বিবেচনা কৰি তাইক তোমাৰ আন আন মহিষীৰ দৰে চেনেহ চকুৰে চাবা—এয়ে আমাৰ অনুৰোধ; ইয়াৰ বেছি সৌভাগ্য যি হয় তাক কন্যাৰ বন্ধু-বান্ধৱে কোৱা অযুগুত।" শাৰ্ঙ্গৰৱে 'ভাল' বুলি ঋষিৰ কথা কেষাৰ সাবোগতকৈ ললে।

ইয়াৰ পাচত ঋষিয়ে শকুন্তলাক কলে,—"আইটি, তোমাকো কেইটিমান উপদেশ দি পঠাওঁ, শুনা। আমি বনবাসী হলেও গৃহস্থী মানুহৰ কথা তেনেই নজনা নহওঁ। তুমি স্বামীৰ ঘৰ পাই পোনতে গুৰুজনক



সেৱা কৰিবা গৈ; লগৰ সপত্নীবিলাকৰ লগত সখীয়াৰ দৰে ব্যৱহাৰ কৰিবা, লগুৱা লিগিৰা বিলাকক নৰম চকুৰে চাবা; স্বামীয়ে টান কথা কলেও খঙেৰে বিৰোধ নাচৰিবা; ভাল অৱস্থা পাই গৰ্ব্বিতা নহবা। ন-বোৱাৰীবিলাকে এনে আচৰণ কৰিহে গৃহিণী-পদ পায়; ইয়াৰ বিপৰীত আচৰিলে ঘৰৰ আহুকাল স্বৰূপ হয়।" ইয়াকে কৈ—"এতিয়া গৌতমীয়ে কি হয় কওক" বুলি থমকি ৰল। গৌতমীয়ে উত্তৰ কৰিলে,—"দেউ, বোৱাৰী ছোৱালীৰ পক্ষে এয়ে বহুত, ইয়াতকৈ আৰু বেছি কি শিকাব লাগিছে?" এনে বুলি কৈ গৌতমীয়ে শকুন্তলাক কলে,—"আইটি, তুমি পিতাৰাৰ এই কথা কেষাৰ ভালকৈ মনত ৰাখিবা।" শকুন্তলায়ো "ভাল" বুলি শলাগি ৰল।

ঋষিয়ে শকুন্তলাক মাত দি আকৌ কলে,—"আইটি, এতিয়া সখীয়েৰাইতক মাত লগাই যোৱা।" শকুন্তলাই শুনি কলে,—"পিতা, সখীহঁত এতিয়া ইয়াৰপৰাই উলটি যাব নে কি?" এই প্ৰশ্নত ঋষিয়ে কলে, —"এৰা আই, সিইতো উপযুক্ত ঠাইলৈ দিবলগীয়া ছোৱালী; সিহঁতকো আনক গতাব লাগিব; ৰাজধানীলৈ যোৱা উচিত নহয়; তোমাৰ লগত গৌতমী যাব।"

তেতিয়া শকুন্তলাই ঋষিক সাবটি ধৰি বিনাই এই দৰে কান্দিবলৈ ধৰিলে,—"এনে দয়ালু পিতৃ ক'ত পাম? মই তেওঁৰ বুকৰ পৰা এৰা দি আন ঠাইত কেনেকৈ থাকিম গৈ?" ঋষিয়ে নানা প্ৰবোধ দি শকুন্তলাৰ মূৰত আশীৰ্ব্বাদ বৰষিলে। শকুন্তলাই কান্দি কাটি আকুল হৈ ঋষিৰ চৰণত পৰি সেৱা কৰিলে। ঋষিয়ে তুলি ধৰাত সখীয়েকহঁতক সাবটি ধৰিলেগৈ আৰু সখীয়েকহঁতেকো তেওঁক একেলগে জপটীয়াই সাবটি ধৰিবলৈ কলে। সখীয়েকহঁতেও তেনে আচৰি মৰমৰ আলিঙ্গন জনাই অলেথবাৰ চুমা খাই, নানা প্ৰবোধ দি, ৰজাই দি যোৱা আঙ্গঠিটো ভালকৈ লৈ যাবলৈ শকুন্তলাক

কলে । শকুন্তলাই আশ্ৰমৰ ফাললৈ ঘনে ঘনে চাই, হুমুনিয়াহ কাঢ়ি ঋষিক সুধিলে,—"পিতা, আকৌ মই কেতিয়া আমাৰ এই আশ্ৰম দেখা পাম ? কেতিয়া আহিব পাৰিম ?" ঋষিয়ে নানা বুজনি দি কলে,—"আইটি, সম্ভৱত তোমাৰ শৰীৰে সৈতে ইয়ালৈ আহিব পাৰিবা ; বৰ ভবা গুণাকৈ নেথাকিবা ।" গৌতমীয়ে "আপুনি আৰু কথা এৰক" বুলি ঋষিক কলে আৰু শকুন্তলাক মাতি কলে,—"আই, বেলি হল, পিতাৰাক যাবলৈ দে ; তেখেতৰ তপস্যাৰ হানি হৈছে ।" শকুন্তলাই এই কথাত অলপ ধৈৰ্য্য ধৰিলে । ঋষিয়ে কলে,—"আই, তুমি ঘৰৰ দুৱাৰ মুখত বিৰোৰ গছ-লতা, ফুল, শস্য কই থৈ আহিছা সেইবোৰেই মোক সদায় তোমালৈ সোঁৰৰাই সোঁৰৰাই দিব,—মই তোমাক কেতিয়াও পাহৰিব নোৱাৰিম । তথাপি মন বান্ধি তোমাক বিদায় দিলোঁ, যোৱা, ভালে কুশলে সেইখিনি পোৱাগৈ । ঈশ্বৰে বাটত মঙ্গল কৰক ।"

—:::১:::—

# মোগল যুগৰ বিদুষী মুছলমান ৰমণী

মৌলবী মহম্মদ মুহিবুল্লা

মধ্য যুগত ভাৰতত যি কেইগৰাকী বিদুষী ৰমণীয়ে জন্ম গ্ৰহণ কৰিছিল, তেওঁলোকৰ ভিতৰত জেইব-উন-নিছা বেগম অগ্ৰগণ্য । মোগল যুগৰ ইতিহাসত আৰু সাহিত্যিকসকলৰ গ্ৰন্থত তেওঁৰ শিক্ষা, দীক্ষা, ন্যায়নিষ্ঠা আৰু নিৰ্ম্মল চৰিত্ৰৰ বহুতো প্ৰশংসা পোৱা যায় । জেইব-উন-নিছা প্ৰবল প্ৰতাপী মোগল বাদচাহ আওৰংজেবৰ প্ৰথমা কন্যা । তেওঁৰ মাক দেলৰছ-বানু-বেগম পাৰস্যৰ এজন অতি উচ্চ আৰু সম্ভ্ৰান্ত বংশৰ জীয়াৰী । জেইব-উন-নিছা বেগম দৌলতাবাদ দুৰ্গত ১৬৩৮ খৃষ্টাব্দৰ ২৫ ফেব্ৰুৱাৰিত জন্ম গ্ৰহণ কৰে ।

জগদ্ব্যাপী পবিত্ৰ ইছলাম ধৰ্ম্মৰ প্ৰবৰ্ত্তক মহাপুৰুষ হজৰত মহম্মদে স্ত্ৰী, পুৰুষ সকলোৰে এল্‌ম অৰ্থাৎ বিদ্যা অৰ্জ্জন কৰা ফৰজ অৰ্থাৎ অৱশ্য কৰ্ত্তব্য বুলি আদেশ দি গৈছে । বিদ্যা-শিক্ষাৰ নিমিত্তে চীন দেশলৈকো অৰ্থাৎ দেশ-দেশান্তৰলৈ যাবলৈকো কৈ গৈছে । আৰু কৈছে বোলে যি বিদ্যা নিশিকে সি খোদাকে চিনি নাপায় । এই এল্‌ম বা বিদ্যা দুই ভাগে বিভক্ত—সাংসাৰিক আৰু আধ্যাত্মিক । ইছলাম ধৰ্ম্মশাস্ত্ৰজ্ঞসকলে খোদা-তত্ত্ব সম্বন্ধীয় জ্ঞানকে আচল জ্ঞান বুলি ধৰে । জেইব-উন-নিছাৰ পিতাক সম্ৰাট আওৰংজেব কেৱল যে এজন ৰণ-কুশল সাহসী বীৰ পুৰুষ আছিল এনে নহয়, তেখেত এজন বিদ্বান আৰু ধৰ্ম্মশাস্ত্ৰতো পণ্ডিত আছিল । আৰু তেওঁৰ ধৰ্ম্ম শাস্ত্ৰৰ প্ৰতি অতিশয় সম্মান আৰু ভক্তি আছিল । তেওঁ এখন বিশাল সাম্ৰাজ্যৰ অধিপতি হৈয়ো বাহাড়ম্বৰ শূন্য ফকিৰী

ধৰণৰ মানুহ আছিল। সেইদেখি তেখেতৰ প্ৰথমা কন্যা জেইব-উন-নিছাৰ জীৱন পৱিত্ৰভাৱে গঠন কৰিবৰ উদ্দেশ্যে এই খোদা-তত্ত্ব জ্ঞানকে মুখ্য কৰি শিক্ষা দিয়াইছিল।

জেইব-উন-নিছাৰ চাৰি বছৰ বয়সতে আবজদ খানি অৰ্থাৎ কিতাপ মেলি দিছিল আৰু হাফজা মৰিয়ম নামে এগৰাকী উচ্চ বংশৰ সৎস্বভাবা শাস্ত্ৰপৰায়ণা শিক্ষয়িত্ৰী নিযুক্ত কৰি দিছিল। যি সকলৰ পৱিত্ৰ কোৰাণ মুখস্থ আছে সেই সকলক হাফেজ বুলি কয়। জেইব-উন-নিছাৰ শিক্ষয়িত্ৰীৰ কোৰাণ ছৰিফ মুখস্থ আছিল, আৰু সেই বাবেই তেওঁক হাফেজা মৰিয়ম বুলি কৈছিল। জেইব-উন-নিছা চোকা বুদ্ধিৰ আৰু স্মৰণ শক্তি থকা ছোৱালী আছিল। অতি অলপ দিনৰ ভিতৰতে কোৰাণ ছৰিফ পঢ়িবলৈ যি শিকিলেই এই হাফেজা শিক্ষয়িত্ৰীৰ মধুৰ শিক্ষা অলপ দিনৰ ভিতৰতে মুখস্থও কৰি পেলালে। আৰবী ভাষাৰ কোৰাণ ছৰিফ মুখস্থ কৰা সহজ কথা নহয়, আৰু শীঘ্ৰে কৰিবও নোৱাৰি। সেই দেখি বিদ্যোৎসাহী পিতা আওৰংজেবে জেইব উন-নিছাৰ স্মৃতি শক্তিত মুগ্ধ হৈ ত্ৰিশ হাজাৰ সোণৰ মোহৰ বঁটা দি আৰু উৎসাহিত কৰিলে। তাৰ পিছত জেইব-উন-নিছা যিমানে ডাঙৰ হৈ আহিল সিমানেই পঢ়া-শুনাত মন বাঢ়ি আহিল। আৰু অৱশেষত আৰবী আৰু পাৰ্ছী ভাষাত ব্যুৎপত্তি লাভ কৰিলে। বয়সৰ লগে লগে খোদা-তত্ত্ব জ্ঞানত মন দিবলৈ ধৰিলে। ইয়াৰ ফলত তেওঁৰ দুনিয়াৰ ধন দৌলতৰ ওপৰত, বাদশাহী জাক্ জমকতাৰ ওপৰত আৰু বিলাসিতাৰ ওপৰত বিতৃষ্ণা জন্মিল। কোৰাণ ছৰিফৰ নিৰ্দ্ধাৰিত বিধি অনুযায়ী নামাজ, ৰোজা ইত্যাদি আৰু আল্লাহ তালাৰ চিন্তাত মনো নিবেশ কৰিবলৈ ধৰিলে। আউলীয়া অৰ্থাৎ সিদ্ধ পুৰুষসকলৰ চৰিত্ৰ আলোচনাত আনন্দ লভিবলৈ ধৰিলে। প্ৰসিদ্ধ আউলীয়া ফৰিদুদ্দিন আত্তাৰ আৰু মহৰ্ষি মৌলানা ৰুমীৰ পথ ধৰি সাধনা আৰম্ভ



কৰিবলৈ ধৰিলে আৰু অৱশেষত সাংসাৰিক বিষয়ত অনাসক্ত হৈ বিবাহ কৰিবৰ নিমিত্তে অনিচ্ছা প্ৰকাশ কৰিলে আৰু চিৰ কুমাৰী হৈয়ে জীৱন অতিবাহিত কৰিলে। কিন্তু সেই বুলি মানব প্ৰকৃতিৰ শ্ৰেষ্ঠ গুণবোৰ পৰিত্যাগ কৰি একেবাৰে বনবাসিনী কিম্বা গৃহত্যাগিনী হোৱা নাছিল। পৱিত্ৰ ইছলাম ধৰ্ম্মই দুনিয়া ত্যাগ কৰি ফকিৰ হৈ বনত বাস কৰি খোদা প্ৰাপ্তিতকৈ সাংসাৰিক জীৱনৰ মাজেদি বদ গুণক বিনাশ কৰি সজ গুণৰ বিকাশ কৰি খোদাক চিনাকেহে শ্ৰেষ্ঠ বুলি কয়। জেইব-উন-নিছাৰ ডাঙৰৰ প্ৰতি ভক্তি-শ্ৰদ্ধা, সৰুৰ প্ৰতি মৰম চেনেহ, দুখীয়াৰ প্ৰতি দয়া, মায়া পূৰ্ণমাত্ৰায় আছিল। তেওঁৰ যেতিয়া ১৯ বছৰ বয়স হয় তেওঁৰ তেতিয়া মাক দেলৰছ-বান্নুবেগমে এমহীয়া কেচুৱা লৰা আকবৰক ৰাখি মৃত্যু মুখত পৰে। যদিও তেওঁ চিৰ কুমাৰী আছিল তত্ৰাচ মাতৃজাতিৰ স্বাভাৱিক মৰম-চেনেহৰ কোমল হিয়াখনি তেওঁৰপৰা দূৰ হোৱা নাছিল। তেওঁ এই কেচুৱা ভায়েকৰ লালন পালনৰ ভাৰ নিজে গ্ৰহণ কৰি সেই মৌসনা দয়া মায়াৰে ভৰপূৰ হৃদয় খনক অতি মধুৰ কৰি তুলিছিল, আৰু এই মধুৰ হিয়াখনিৰ উদ্দগণিতে মহাৰাজ যশোৱন্ত সিংহৰ লৰা বুলি গোপ তনয় এটিৰ ভৰণ পোষণো অতি সাদৰেৰে গ্ৰহণ কৰিছিল আৰু বহুত যত্ন আৰু আদৰেৰে প্ৰতিপালন কৰিছিল। দীন, দৰিদ্ৰ, অনাথ, আতুৰ আৰু সহায়হীনৰ নিমিত্তে তেওঁৰ দৰবাৰ সদায় খোলা আছিল। তেওঁৰ বছৰেকীয়া বৃত্তি চাৰি লাখ টকা আছিল। আৰু জায়গীৰ আদিও পাইছিল। এই টকা আৰু জায়গীৰৰ আমদানী সকলো সৎকামৰ নিমিত্তে খৰচ কৰিছিল। তেওঁৰ দানশীলতা যেনে আছিল ক্ষমা গুণো তেনে আছিল। এদিন এজনী বান্দীয়ে তেওঁৰ পিতৃদেৱে দান কৰা এখন বহুমূল্য আয়না মাটিত পেলাই ভাঙিলে আৰু ভয়ত কঁপিবলৈ ধৰিলে আৰু কঁপি কঁপি তেওঁৰ আগত

হাজিৰ হৈ হাতবোৰ কৰি মাফ খুজিলে। জেইব-উন-নিছাই মিছিকীয়া হাঁহি এটি মাৰি কলে "যি বস্তুৰ দ্বাৰা নিজৰ ৰেহ-ৰূপ বঢ়োৱা যায় সেই বস্তু ভাগিল ভালেই হল।" কবিতা লিখা তেওঁৰ এটি দৈনন্দিন কাম আছিল। আৰু যেতিয়া যি ভাব ওপজে সেই ভাব তৎক্ষণাৎ নোটবুকত নোট কৰিছিল। এই নোটবুকবোৰক তেওঁ বহুমূল্য জ্ঞান কৰিছিল। এদিন এজনী বান্দীয়ে হোজ্জৰ পানীত পেলাই এনেকুৱা এখন নোটবুক নষ্ট কৰিছিল। জেইব-উন-নিছাই যদিও এই কথাত বৰ বেজাৰ পাইছিল তত্ৰাচ সেই বান্দীক একো নকৰি ক্ষমা কৰিছিল। জেইব-উন-নিছাৰ কেৱল মানুহৰ প্ৰতি দয়া মৰম আছিল এনে নহয় তেওঁৰ পশুপক্ষীৰ প্ৰতিও বৰ মৰম আছিল। তেওঁ এটি ভাটৌ পুহিছিল। এই ভাটৌটিক তেওঁ অতি যতনেৰে তুলিছিল। ই এদিন হঠাৎ মৰিলত তেওঁ চকুলো টুকিছিল আৰু এই বিষয় দূৰৈত থকা তেওঁৰ ভায়েকলৈ শোক প্ৰকাশ কৰি এখনি চিঠি লিখিছিল।

গদ্য পদ্য ৰচনাত জেইব-উন-নিছা সিদ্ধহস্ত আছিল। তেওঁৰ ৰচনাৰ ভাব অতি মধুৰ আৰু মহান আছিল। সেই কালৰ সাহিত্যিক আৰু কবিসকলে তেওঁক এজন বিখ্যাত কবি আৰু ৰচয়িত্ৰী বুলি অনেক প্ৰশংসা কৰি গৈছে আৰু প্ৰসিদ্ধ ঐতিহাসিক ইলিয়ট ছাহাবে আৰু প্ৰফেছাৰ ছৰকাৰ মহাশয়েও এই কথা সমৰ্থন কৰিছে। জেইব-উন-নিছা জ্ঞান চৰ্চাত, কবিতা ৰচনাত আৰু আলোচনাত সদায় নিমগ্ন আছিল। তেওঁৰ অন্তঃপুৰত কবিতাৰে আলোচনা হৈছিল। সেই দিনত, যি দিনত আজিকালিৰ নিচিনা ৰেল, মটৰ ইত্যাদি নাছিল আৰু যাতায়তৰ বৰ অসুবিধা আছিল। জেইব-উন-নিছাই নানা বিষয়ৰ কিতাপ সংগ্ৰহ কৰি মুন্সি ৰাখি লিখাই অনেক টকা পইছা খৰচ কৰি এটি ডাঙৰ কুতুবখানা অৰ্থাৎ লাইব্ৰেৰি কৰিছিল আৰু সেই কুতুবখানাৰ নিচিনা লাইব্ৰেৰি সেই দিনত আন ক'তো নাছিল।



ইতিপূৰ্ব্বে কোৱা হৈছে যে জেইব-উন-নিছা গদ্য, পদ্য ৰচনাত সিদ্ধহস্ত আছিল আৰু তেওঁৰ ৰচনা আৰু কবিতা অতি মধুৰ ভাবাপন্ন আছিল। তেওঁ বহু কাব্য আৰু গ্ৰন্থ লিখি থৈ গৈছে, মোগল যুগত কোনো কোনো লিখকে নিজৰ নামে প্ৰকাশ নকৰি মখ্‌ফি (গুপ্ত) নাম দি বহুত গদ্য, পদ্যৰ গ্ৰন্থ লিখি থৈ গৈছে। জেইব উন-নিছা ইমান নামজাদা কবি আৰু লিখক আছিল যে তেওঁৰ জীৱিত কালত লিখা এই মখ্‌ফি বুলি আজি কালি বহুতে অনুমান কৰে। "দেওৱান-ই-মখ্‌ফি" নামক এখনি কবিতাৰ পুথিকে জেইব-উন-নিছাৰ লিখা কাব্য বুলি লণ্ডনৰ বৃটিছ মিউজিয়মৰপৰা প্ৰকাশ পাইছে আৰু লেডি ৱেষ্টব্ৰুক আৰু মগনলালে এই "দেওৱান-ই-মখ্‌ফিৰ" প্ৰথম ৫০ টি কবিতাৰ ইংৰাজী "দেওৱান-ই-জেইব-উন-নিছা" নাম দি ১৯১৩ খৃষ্টাব্দত প্ৰকাশ কৰিছিল। কিন্তু তেওঁৰ লিখিত কোনো কাব্য বা গ্ৰন্থ পুস্তকাকাৰে প্ৰকাশ্য ভাৱে ৰাখি থৈ যোৱাৰ কোনো ভাল প্ৰমাণ পোৱা নাযায়। কিন্তু তেওঁ যে ৰচনা আৰু কবিত্বত অতি উচ্চ স্থান অধিকাৰ কৰিছিল তাৰ বহুত প্ৰমাণ পোৱা যায়। তেওঁ অতি উচ্চ ধৰণৰ আৰু গভীৰ ভাবাপন্ন কবি আৰু ৰচয়িত্ৰী আছিল আৰু প্ৰশংসাও পাইছিল। এনেস্থলত তেওঁ নিজৰ নাম গোপন কৰি "মখ্‌ফি" নাম দি কাব্য লিখি থৈ যোৱাৰ কোনো কাৰণ নাছিল। মোট কথা জেইব-উন-নিছাৰ সাংসাৰিক বিষয় বাসনাৰ নিমিত্তে কোনো আকাঙ্ক্ষা নাছিল। সংসাৰত কবি বা ৰচয়িতা বুলি নাম থৈ যোৱাৰো মতলব নাছিল। তেওঁ বিশাল সম্ৰাজ্যৰ প্ৰতাপী অধিপতি আউৰংজেবৰ জ্যেষ্ঠা কন্যা আছিল যেতিয়া তেওঁ ইচ্ছা কৰা হলে কিমান অভাৱনীয় অনুপম ভোগ বিলাসিতাত জীৱন কটাব পাৰিলেহেঁতেন, তাক আমাৰ নিচিনা মানুহে অনুমান কৰাই টান। তত্ৰাচ

এনে জীৱন উপেক্ষা কৰি গোটেই জীৱনটো চিৰকুমাৰী থাকি ধৰ্ম্মৰ সেৱাত, খোদা তত্বত জীৱন পবিত্ৰভাৱে অতিবাহিত কৰিছিল আৰু আৰু ৬৪ বছৰ বয়সত ইহলীলা সম্বৰণ কৰিছিল। কোনো কোনো ইতিহাস লিখকে কয় যে জেইব-উন-নিছাই শেষ অৱস্থাত তেওঁৰ ভায়েক মহম্মদ আকবৰৰ লগত গোট খাই পিতাক সম্রাট আওৰংজেবৰ বিৰুদ্ধে ষড়যন্ত্ৰ কৰিছিল আৰু এই ষড়যন্ত্ৰ ধৰা পৰাত আকবৰ পলায় আৰু জেইব-উন-নিছাৰ চাৰি লাখ টকাৰ বাৎসৰিক বৃত্তি আৰু জায়গীৰ আদি বাজেয়াপ্ত হয় আৰু তেওঁ ছলিমগড় দুৰ্গত নজৰ-বন্দী হৈ থাকি ১৭০২ খৃষ্টাব্দত মৃত্যু হয়। কোনো কোনো ইতিহাস লিখকৰ মতে তেওঁ ২০ বছৰ নজৰবন্দীত আছিল। আৰু কোনো কোনোৰ মতে দুবছৰমানহে আছিল। কিন্তু সঁচাকৈয়ে জেইব-উন-নিছা এই ষড়যন্ত্ৰত লিপ্ত আছিলনে নাই তাক কোনেও প্ৰমাণাদিৰে সৈতে থিৰাংকৈ কব নোৱাৰে। ইতিপূৰ্ব্বেই কোৱা হৈছে যে তেওঁ আকবৰক লালন পালন কৰি ডাঙৰ দীঘল কৰিছিল আৰু তেওঁক নিজৰ পুত্ৰতুল্য জ্ঞান কৰি বৰ মৰম চেনেহ কৰিছিল। এই ষড়যন্ত্ৰ যেতিয়া আওৰংজেব বাদছাহ বৃদ্ধাৱস্থাত নৰিয়াত শয্যাগত আছিল তেতিয়া ঘটিছিল। এই সময়ত তেওঁৰ পুত্ৰসকলৰ ভিতৰত দিল্লীৰ সিংহাসন লৈ এটি তোলপাৰ হয়। এনে অৱস্থাত যদি মাতৃ-তুল্য জেইব-উন-নিছাই আকবৰৰ নিমিত্তে বিশেষ সহানুভূতি দেখুৱাইছিল তেন্তে ই একো আচৰিত কথা হব নোৱাৰে। এই সময়ত তেওঁ আকবৰলৈ দিয়া কেইখনমান চিঠি পোৱা হৈছিল আৰু এই চিঠি কেইখনৰ দ্বাৰাই তেওঁ আকবৰৰ ষড়যন্ত্ৰত যোগ দিছিল বুলি ধৰিছিল। এই চিঠি কেইখনৰ মৰ্ম্ম কেবা ৰকমেও ব্যাখ্যা কৰিব পাৰি। কোনো কোনোৱে কয় এই চিঠি কেইখনৰ মতলব আকবৰক হুচিয়াৰ কৰি দিয়াটোহে আছিল। যেই হক জেইব-উন-নিছা যে ছলিমগড় দুৰ্গত



নজৰবন্দী অবস্থাত মৃত্যু হৈছিল এই কথা সত্য বুলি প্ৰমাণ পোৱা যায়। সেই বুলি তেওঁ যে সঁচা সঁচাকৈয়ে পিতাকৰ বিৰুদ্ধে ষড়যন্ত্ৰ কৰিছিল এই কথা কব নোৱাৰি। কিন্তু যেতিয়া জেইব-উন-নিছাৰ মৃত্যু হল আৰু এই খবৰ তেওঁৰ বৃদ্ধ পিতাকে পালে তেতিয়া তেওঁ বৰকৈ কান্দিছিল আৰু তেওঁৰ কন্যাৰ ৰুহৰ বা আত্মাৰ শান্তিৰ নিমিত্তে বহুত টকা পইছা গৰীব দুখীয়াক দান কৰিছিল। আজিকালিৰ দিনত জেউব-উন-নিছা থকা হলে তেওঁৰ যশ-খোছনাম গোটেই পৃথিৱীত বিয়পি পৰিলেহেতেন আৰু দেৱী স্বৰূপে আৰাধ্যা হ'লহেঁতেন।

---

# আহোমৰ দিনত অসমৰ বেহা-বেপাৰ

হিতেশ্বৰ বৰবৰুৱা।

মীৰজুম্লাই ইং ১৬৬২ চনত আসাম দেশ আক্ৰমণ কৰে; ইয়াৰ প্ৰায় ১৩ বছৰৰ পাছত আহোমৰ চুজিন্‌ফা ৰজাৰ ৰাজত্ব কালত, ফৰাচী ভ্ৰমণকাৰী J. B. Travernier এই দেশত ভ্ৰমণ কৰিবলৈ আহে। তেতিয়াৰ আসাম দেখি তেওঁ এই দৰে কৈছিল যে "The kingdom of Assam is one of the best countries of Asia, for it produces all that is necessary to the life of men without being in need to go for anything to the neighbouring states." প্ৰকৃত পক্ষেও আহোম ৰজাৰ দিনত আমাৰ জন্মভূমি এই আসাম দেশ ৰত্ন প্ৰসবিনী আৰু সোণাৰ সঁফুৰাৰ দৰে আছিল। সামন্তজনে তেতিয়া ইয়াতে বাঞ্ছিত ৰত্ন লাভ কৰিব পাৰিছিল। নিত্য প্ৰয়োজনীয় বস্তুৰ নিমিত্তে কাৰো ওচৰত হাত পাতিব নালাগিছিল। এচিয়া মহাদেশৰ ভিতৰত সঁচাকৈয়ে আসামৰ দৰে দেশ নাছিল। এই দেশত আহোমৰ ৰাজত্ব কালত যিহকে বিচাৰে তাকে পাইছিল। এই দেশৰ ব্ৰহ্মপুত্ৰ, দিকৰং লুইত, সোৱণশিৰি প্ৰভৃতি নৈত সোণ আৰু ৰূপ পাইছিল; বৰ্ত্তমানৰ শিৱসাগৰ জিলাৰ দক্ষিণ ফালে নগাপৰ্ব্বতৰ দাঁতিত জয়পুৰৰ পৰা বছা দৈয়াঙ্গলৈকে অপ্লাবিত লো-পুঙ্গত লো তীখা পাইছিল। এই দেশৰ আবৰ আৰু নগাপৰ্ব্বতত অনেক লোণৰ পুঙ্গ আছিল। বৰহাট আৰু সদিয়াৰ লোণ পুঙ্গৰ প্ৰায় গোটেই আসামৰ মানুহক লোণ যোগাবপৰা ক্ষমতা আছিল। ইয়াৰ বাহিৰেও নামগড়ৰ



লোণপুঙ্গৰ পৰাও অনেক লোণ পোৱা গৈছিল। কিন্তু এই লোণ পুঙ্গ-বিলাক পৰ্ব্বতৰ ওচৰত থকাত সেই পৰ্ব্বতীয়া জাতিবিলাকে অনেক সময়ত উপদ্ৰৱ কৰাত, আমাৰ মানুহে যথেষ্ট পৰিমাণে লোণ উলিয়াব নোৱাৰিছিল। সেই কাৰণে মাজে মাজে বিদেশৰ পৰাও কিছু লোণ অনাবৰ আৱশ্যক হৈছিল। মহাৰাজ কমলেশ্বৰ সিংহৰ ৰাজত্বৰ কালত (ইং ১৮০৯ চনত) কেৱল সদিয়াৰ লোণ-পুঙ্গৰ পৰাই বছৰেকত ছকুৰি হেজাৰ টকাৰ মূল্যৰ লোণ পোৱা গৈছিল বুলি পেম্বাৰটন্ চাহাবে (Mr. Pemberton) কয়। তেওঁ আৰু কয় যে এই পুঙ্গৰ পৰা পোৱা লোণবোৰ বিদেশৰ পৰা অনা লোণতকৈ অনেক গুণে উৎকৃষ্ট আৰু বেছি মূল্যবান আছিল।

এনেকুৱা নিত্যপ্ৰয়োজনীয় বস্তুবিলাক যদিওবা প্ৰায়েই দেশতে পোৱা গৈছিল, সেই বুলিও যে আহোম ৰাজত্ব কালত এই দেশলৈ আন দেশৰপৰা কোনো বস্তু আমদানি কৰা নহৈছিল, এনে কথা অৱশ্যে মই কব খোজা নাই। মহাৰাজা ৰুদ্ৰসিংহৰ ৰাজত্ব কালত, তেখেতে বঙ্গ-দেশৰ নবাব, পঞ্জাবৰ ৰজা আৰু মধ্যভাৰতৰ ৰজাসকলৰ লগত পত্ৰেৰে মিত্ৰতা কৰি, সেইবোৰ দেশলৈ এই দেশৰ হাতী দাঁত, গান্ধকলাই (কস্তুৰি), মেজাঙ্কৰি, মুগাসুতা, মুগাকাপোৰ, এৰিকাপোৰ, মেজাঠি, লা প্ৰভৃতি বস্তু পঠাই, তাৰ সলনি সেইবোৰ দেশৰপৰা, হীৰা, পান্না, ডালিমা, মুক্তা প্ৰভৃতি বস্তু এই দেশলৈ আনিছিল। তেতিয়া ভোট আৰু এই দেশৰ ভিতৰত বিস্তৃতৰূপে আদান প্ৰদান চলিছিল। এই ভোটান-আসাম-বাণিজ্য সুচাৰুৰূপে পৰিচালন কৰিবৰ নিমিত্তে চিমলীয়া বাৰী নামে ঠাইত এজন আহোম ৰজাৰ বিষয়া ৰখা হৈছিল আৰু এই বাণিজ্যত বছৰি এক লাখ টকাৰ আদান-প্ৰদান হৈছিল। ইয়াৰ বাহিৰেও ভুটীয়াবোৰে পশ্চিম ফালৰপৰা বিনা মাছুলে হাজোত সিহঁতৰ বস্তুবোৰ ৰপ্তানী কৰিছিল, আৰু এই দেশৰ বস্তুবোৰ সেই বাণিজ্য-কেন্দ্ৰৰ পৰা ভোট ৰাজ্যলৈ

সৰবৰাহ হৈছিল। দলিছা, মুগাসূতা, মুগা, কাপোৰ, এৰিকাপোৰ, শুকান মাছ, উল, সোণ, কস্তুৰি, লোণ, ঘোৰা, হাতী, লা, মেজাঠি আৰু চীন দেশৰ পছম আদি বস্তুবোৰেৰে ভোট আৰু এই দেশৰ বাণিজ্য হৈছিল। এই বেপাৰীবোৰৰপৰা মাচুল আদায় কৰি চিমলীশাৰীত থকা আহোম ৰজাৰ বিষয়া গৰাকীয়ে ৰজাৰ ভঁৰাললৈ পঠাইছিল।

এই দেশ বৰ প্ৰসিদ্ধ আছিল, সুদূৰ চীনদেশ আৰু জাপান পৰ্য্যন্ত তাৰ ৰপ্তানী হৈছিল। J. B. Travernier চাহাবে কয় :—A large quantity of it is exported to China and Japan to be used in manufacture of cabinets; it is the best lac in the whole of Asia for these purposes. (Travels in India by J. B. Travernier) অৰ্থাৎ "আসামৰ লা চীন আৰু জাপানলৈকো ৰপ্তানী হৈছিল, চীনা আৰু জাপানীবোৰে পেৰা-পেটাৰি সজা কাৰ্য্যত এই লা ব্যৱহাৰ কৰিছিল, আৰু তেনে কাৰ্য্যৰ নিমিত্তে এচিয়াৰ ভিতৰত আসামৰ লা-ই সৰ্ব্বোৎকৃষ্ট আছিল।" কমলেশ্বৰ সিংহৰ ৰাজত্ব কালৰ শেহছোৱাত এবছৰ ৫৫,০০০ টকাৰ এই লা বঙ্গ-দেশলৈও ৰপ্তানী হৈছিল বুলি Sir Frederic James Halliday চাহাবে কয়। মহাৰাজা ৰুদ্ৰসিংহৰ দিনত তিব্বত আৰু চীন দেশৰে সৈতেও এই দেশৰ বেহা-বেপাৰ বৰ ডাঙৰ ভাবেই চলিছিল। কাঁহ, পিতল, তাম প্ৰভৃতি ধাতুবিলাক চীন আৰু তিব্বতৰ পৰা অনা বস্তুৰ সলনিত আমাৰ দেশলৈ অনা হৈছিল। ইয়াৰপৰা কিন্তু এনে ভাবিব নালাগে, যে আহোম ৰজাৰ দিনত অসমীয়া মানুহে কাঁহ, পিতল আনি-বলৈ গৈ চীন আৰু তিব্বত দেশ পৰ্য্যন্ত পাইছিলগৈ। তিব্বতৰ ৰাজধানী লাছা Lassa নগৰৰ পৰা আসামৰ ফালে ডুমাহৰ বাটত চৌনা Chouna নামে এডোখৰ ঠাইত তিব্বতীবিলাকৰ এখন হাট আছিল;



আৰু চৌনাৰপৰা প্ৰায় ৪ মাইলমান দূৰৈত আমাৰ দেশৰ ফাললৈ জীগনচুৰ Geegunshur নামে ঠাইত আহোম ৰজাৰ এখন হাট আছিল। এই হাট দুখন বছৰেকত একে সময়তে ডুমাহলৈ মাথোন বহাৰ নিয়ম আছিল। জাৰকালি চৌনা হাতলৈ চীন আৰু তিব্বত দেশৰ বেপাৰী-বোৰে কাঁহ, পিতল, তাম, কৰ্কশ লবণ প্ৰভৃতি অনেক বেপাৰৰ বস্তু লৈ আহে, আৰু আমাৰ দেশৰ মুদৈ আৰু ৰজাৰ সঁজাতিবোৰেও চাউল, মুগা আৰু এৰি কাপোৰ, হাতীদাঁত, লো, লা, মেজাঠি, কস্তুৰি প্ৰভৃতি বস্তু লৈ জীগনচুৰ হাটত বহেগৈ। ইয়াৰ খবৰ পালেই চৌনাহাটৰপৰা চীনা আৰু তিব্বতী বেপাৰীবিলাক জীগনচুৰ হাটলৈ আহি, কাঁহ, পিতল, আদি বস্তু দি আমাৰ মানুহৰ লগত বেচা-কিনা কৰেহি। Sir Frederic James Halliday K. C. B. চাহাবৰ ৰিপোৰ্ট মতে এই ডুমহীয়া বাণিজ্যত একলাখ টকাতকৈও বেচি টকাৰ আদান-প্ৰদান চলিছিল। ইয়াৰ বাবে আহোম ৰজাই তিব্বতৰ ডালাই লামাক বছৰি এটা সামান্য পেছ্‌কচ্‌ দিব লাগিছিল। গুৱালপাৰাৰ ইপাৰে হাদীৰা বা ফুলবাত আহোম ৰজাৰ চকী আছিল, তাত এখন হাট বহিছিল, তাৰ নাম "বঙালহাট" আছিল। ই আসাম দেশ আৰু বঙ্গদেশৰ বহুদিনীয়া সীমা। আহোম ৰজাৰ আমোলত বঙাল বেপাৰীবোৰে বেপাৰৰ বস্তু লৈ গুৱালপাৰাত থাকিছিল, আৰু তাৰপৰা বঙাল হাটত বেপাৰ কৰিছিলহি। এই দেশৰ বেপাৰীবোৰেও বঙালহাটতে থাকি বেপাৰ কৰিছিল। Sir Frederic James Halliday চাহাবৰ ৰিপোৰ্ট মতে, মহাৰাজা কমলেশ্বৰ সিংহৰ ৰাজত্ব কালৰ শেষ ভাগত (ইং ১৮০৯) বঙ্গদেশৰপৰা এই দেশলৈ ১,৯২,০০০ টকা মূল্যৰ লোণ, ১০,০০০ টকা মূল্যৰ মখমল্‌ কাপোৰ, আৰু ২৬,৩০০ টকা মূল্যৰ মছুৰ মাহ, ৰহৰ মাহ, আৰু ঘিউ প্ৰভৃতি খাদ্য সামগ্ৰী (মুঠতে ২, ২৮,৩০০ টকা মূল্যৰ বস্তুৰ) এই দেশলৈ আমদানী

হৈছিল ; আৰু তাৰ ঠাইত এই দেশৰ পৰা ৫৫,০০ টকা মূল্যৰ লা, ১১,৩৫০ টকাৰ মুগা সূতা, ১৭,৫০০ টকাৰ মুগা কাপোৰ, ৫০০ টকাৰ মেজাঠি, ৩০০ টকাৰ জলকীয়া, ৩৫,০০০ টকাৰ কপাহ, ৬৫০০ টকাৰ হাতীদাঁত, অসমীয়া কাঁহৰ বৰ্ত্তন ১৫০০ টকাৰ, সৰিয়হ ২০,০০০ টকাৰ, এই দেশৰ কোৰ ৬০০ টকাৰ, পুৰণি থেকেৰা ২,০০০ টকাৰ, আৰু ১৮,৭৫০ টকাৰ ডলুৰা সোণ আৰু ৰূপ (মুঠতে ১,৫১,০০০ টকা মূল্যৰ দ্ৰব্য বস্তু) এই দেশৰপৰা বঙ্গদেশলৈ ৰপ্তানী হৈছিল। এই বঙ্গ-আসাম বাণিজ্যৰ কাৰণেই বঙাল-হাটত আহোম ৰজাৰ এগৰাকী বিষয়া আছিল। তেখেতে বেপাৰীবোৰৰপৰা মাছুল আদায় কৰি ৰজাৰ ভঁৰাললৈ পঠাইছিল। আহোম ৰজাৰ দিনত এই ভাবেই আন দেশৰ লগত আসামৰ আদান-প্ৰদান চলিছিল।

---



# আগৰ দিনৰ আৰু বৰ্ত্তমান কালৰ যুদ্ধ।

শৰৎচন্দ্ৰ গোস্বামী।

অতি প্ৰাচীন কালৰপৰা সকলো যুদ্ধতেই মানুহে অস্ত্ৰ-শস্ত্ৰ ব্যৱহাৰ কৰি আহিছে আৰু কিছুমান সেনাপতিয়ে সেই যুদ্ধ চলাই আহিছে। মূলত আজিকালিৰ যুদ্ধতো অস্ত্ৰ ব্যৱহাৰ আৰু সেনাপতিৰ সমৰ-চালনা আছেই ; কিন্তু বৰ্ত্তমান কালৰ অস্ত্ৰ-শস্ত্ৰ আৰু আৰু সেনাপতিৰ ইমান পৰিবৰ্ত্তন হৈছে যে আজিকালিৰ যুদ্ধৰ লগত আগৰ দিনৰ যুদ্ধৰ কোনো তুলনাই নহয়।

মহাভাৰত ৰামায়ণত কোৱা মন্ত্ৰপূত শৰবোৰৰ কথা এৰি দিলে, আমি দেখিবলৈ পাওঁ যে আগৰ দিনৰ মানুহে ধনু-কাঁড়, দা-তৰোৱাল, যাঠি-শূল এইবোৰ অস্ত্ৰেৰে যুদ্ধ কৰিছিল। এইবোৰ অস্ত্ৰৰ বিশেষত্ব আছিল এই, দুই পক্ষই লগালগি হৈ হাতাহাতি কৰি মাৰামাৰি কৰিব লগাত পৰিছিল। ধনু-কাঁড়ৰ যুদ্ধত অলপ আঁতৰে আঁতৰে থাকিও যুঁজ চলিব পাৰিছিল ; কিন্তু আনবোৰ অস্ত্ৰৰ যুদ্ধত তেনে হব নোৱাৰিছিল। পাছত যেতিয়া বন্দুক আৰু হিলৈৰ খাৰৰ আবিষ্কাৰ হল তেতিয়া যুদ্ধ লাহে লাহে বেছি সাংঘাতিক আৰু ক্ৰমাৎ বেছি আঁতৰে আঁতৰে হে আহিব ধৰিলে। তথাপিতো সঙ্গীন আৰু তৰোৱালৰ ব্যৱহাৰ আৰু আৱশ্যক যথেষ্ট পৰিমাণে আছিল।

সেনাপতিসকলৰো কৰ্ত্তব্য অপেক্ষাকৃত সহজ আছিল। সৈন্যদল লৈ সেনাপতিয়ে ভাল ঠাইৰপৰা বিপক্ষক আক্ৰমণ কৰিব পাৰিলেই তেওঁৰ কৰ্ত্তব্য পালা হৈছিল। সেনাপতিয়ে সাধাৰণতে নিজৰ সৈন্যৰ লগত

থাকি যুদ্ধ কৰিছিল; কদাচিৎ হে অলপ দূৰত থাকি যুদ্ধ চলাইছিল। আকৌ আগৰ দিনৰ যুদ্ধ একে সময়ত এখন ঠাইত হে হৈছিল; সেই ঠায়ো আকৌ সৰু। আগৰ দিনত এমাইল ঠাই ব্যাপি যুদ্ধ কৰিব লাগিলেই বহুত ঠাই জুৰি বৰ ভয়ানক যুদ্ধ হৈছিল। তেতিয়াৰ দিনত সৈন্য সংখ্যাও আজিকালিৰ তুলনাত অতি কম আছিল। বৰ্ত্তমান জাৰ্ম্মান যুদ্ধত প্ৰায় দুই কোটি মানুহ যুদ্ধত লিপ্ত আছে; তাৰ উপৰি যিবিলাকে যুদ্ধৰ অস্ত্ৰ, সৈন্যৰ খাদ্য, পোছাক আৰু যুদ্ধৰ অশেষ সজুলি গোটোৱাত লিপ্ত আছে তেওঁবিলাকৰ সংখ্যা ধৰিলে যুদ্ধ কৰা আটাই-বিলাক জাতিয়েই মুনিহ-তিৰোতা ডাঙৰ সৰু নিৰ্ব্বিশেষে যুদ্ধৰ চালনাত হে মন দিয়ে। আগৰ দিনত এনেদৰে একানপতীয়া ভাৱে সকলোৱে যুদ্ধত যোগ দিবৰ আৱশ্যক নহৈছিল; সৈন্য-সেনাপতি যুজ কৰিবলৈ গল, বাকী মানুহে নিজৰ নিজৰ কামত লিপ্ত থাকিল। কেৱল ৰুচ-জাপান আৰু বুওৰ যুদ্ধৰ সময়ত হে জাপানী আৰু বুওৰসকলে গোটাই জাতিটোৱেই যুজ কৰিব লগীয়া হৈছিল; এই দুই জাতিৰ লোক-সংখ্যা কম হোৱাই ইয়াৰ মূল কাৰণ।

আজিকালিৰ যুদ্ধ আগৰ দৰে একে ঠাইতে সীমাবদ্ধ নহয়। বৰ্ত্তমান যুদ্ধতে ফ্ৰান্স, বেলজিয়ম, ৰুচিয়া, চাৰ্ভিয়া, বুলগেৰিয়া, অষ্ট্ৰিয়া, টাৰ্কি, এচিয়া মাইনৰ, মেচোপটেমিয়া, ইজিপ্ত, দক্ষিণ আফ্ৰিকা, চীন এইবোৰ ঠাইত স্থল-যুদ্ধ; আৰু প্ৰশান্ত মহাসাগৰ, ভাৰত মহাসাগৰ, উত্তৰ সাগৰ, আটলাণ্টিক মহাসাগৰ, কৃষ্ণ সাগৰ, ভূমধ্যসাগৰ আদি ঠাইত জল-যুদ্ধ চলিছে। ইয়াৰ উপৰি আকাশত "এয়াৰো প্লেনেৰে," পানীৰ তলত "চাবমেৰিণ" আৰু "টৰ্পেডোৰে"—জলে-স্থলে, আকাশে,-পাতালে, যুদ্ধ চলিছে। এই গোটাই পৃথিবী ব্যাপক আৰু তল-ওপৰ, বাহিৰ-ভিতৰ দশোদিশৰপৰা হোৱা মহা সমৰ কল্পনাৰো অতীত বুলিব পাৰি।



অথচ আজি কালিৰ সেনাপতিসকলে এনে বিৰাট সমৰ চলাব লাগে। তেওঁবিলাকৰ যে কি কঠোৰ কাম তাক সহজতে অনুমান কৰিব পাৰি। গোটাইখন পৃথিবী চাই ফুৰা মানুহৰ পক্ষে অসম্ভব। সেনাপতিসকলে আজিকালি মেপ আগত লৈ ক'ত কি হৈছে, ক'ত কেনে হব লাগে, তাক ঠিক কৰে। টেলিগ্ৰাফেৰে, টেলিফোনেৰে, তাৰহীন টেলিগ্ৰাফেৰে—আকাশৰপৰা চাৰিওফালৰ মানুহৰপৰা নতুন নতুন যুদ্ধৰ খবৰ আহি আছে, আৰু সেই অনুক্ৰমে ক্ষণে ক্ষণে নতুন কৌশল, নতুন উপায় উলিয়াই কি কৰিব কি নকৰিব লাগে ঠিক কৰি দি আছে; দিন নাই, ৰাতি নাই, খোৱা নাই, শোৱা নাই। আৰু এয়েতো অকল কাম নহয়। কোন ঠাইত কোন কলৈ আহিল, কোন কলৈ যাব লাগিল এইবোৰৰ হিচাপ ৰাখা, সৈন্য-সামন্তবিলাকৰ যুদ্ধৰ অস্ত্ৰ-শস্ত্ৰ যোগান দিয়া, ইমান অসংখ্য সৈন্যক খুওৱা, পোছাক দিয়া আৰু কিমান হাজাৰ-বিজাৰ কাম, সকলো কামতে সেনাপতিসকলেই চকু দিব লাগে। তেওঁ-বিলাকৰ কাম এনে দায়িত্বপূৰ্ণ যে কৰবাত অলপ ত্ৰুটি হলেই হয়তো গোটাই জাতিটোৱেই ধ্বংস হব পাৰে। তদুপৰি বেমাৰী সৈন্যক শুশ্ৰূষা কৰা, আহতবিলাকক চিকিৎসা কৰা, মৃতকক সৎকাৰ কৰা আৰু প্ৰত্যে-কক যথেষ্ট আৰু উপযুক্ত পৰিমাণে পথ্য আদি দি ভালকৈ ৰাখা আদি জটিল কামবোৰতো আজিকালিৰ সেনাপতিয়ে চকু দিব লাগে আৰু তাৰ যোগাৰ কৰিব লাগে। আমি কেতিয়াবা একুৰি মানুহক খুৱাব লাগিলে, নিজৰ ঘৰত হলেও, তাৰ কাৰণে কিমান দিনৰপৰা কিমান বস্তু, সাজ-বাচন যোগাৰ কৰিব লগীয়া হয়; তথাপিতো কেতিয়াবা কেতিয়াবা আটাইখিনি কাম সুকলমে হৈ নুঠে। অথচ একেজন সেনা-পতিৰ অধীনত হয়তো ২০ লাখ মানুহ আছে, সিবিলাক আছে কোনো জংঘল বা পথাৰৰ মাজত মাটিত গাত খানি! বস্তু নিব লাগে হয়তো

পৃথিবীৰ ইটো ওৰৰপৰা ! এই কুৰি লাখ মানুহক খুওৱা কিমান ডাঙৰ কথা ! আৰু তো এক সন্ধ্যা খুৱালেই অন্ত নপৰে—ৰোজ ৰোজ, দিন দিন, সপ্তাহ সপ্তাহ, মাহ, মাহ, সেই দৰে এবছৰ এবছৰকৈ আজি চাৰি বছৰ ! এনে জটিল বৰ্ত্তমান যুদ্ধ !

অস্ত্র-শস্ত্রৰ কথালৈ ভাবিলে যে আৰু আচৰিত হব লাগে । আগৰ দিনত বন্দুক আৰু বৰতোপেই আছিল প্ৰধান অস্ত্র ? আজিকালিও নামত বন্দুক আৰু বৰতোপ আছে ; কিন্তু সেইবোৰৰ ইমান পৰিবৰ্ত্তন হল যে এতিয়া সেইবোৰক আগৰ বন্দুক বৰতোপ বুলি চিনিবকে নোৱাৰি । প্ৰথম বন্দুক আবিস্কাৰ হোৱাত বোধকৰোঁ এক জাই মাৰিবলৈ অন্ততঃ পাচ মিনিট সময় লাগিছিল ; আজিকালি মিনিটত কমকৈ পাঁচ শ জাই হিলৈ মাৰিব পাৰে । আগেয়ে বৰ বেছি ৩০ গজ দূৰত বন্দুকেৰে গুলি কৰিব পৰা হৈছিল ; আজিকালি অতি কমেও এমাইল দূৰলৈ বন্দুকৰ গুলি চলে । এনেবোৰ বন্দুকক বোলে মেচিন-গান বা কলৰ বন্দুক ।

বৰতোপৰো এনে পৰিবৰ্ত্তন । আগেয়ে বৰতোপ মাৰোঁতে আমাৰ হিলৈ যিদৰে খাজে, সেইদৰে খাজিব লাগিছিল আৰু তাৰ ভিতৰত লোহাৰ গুলি দি মাৰিব লাগিছিল । আজিকালি বৰতোপ সেইদৰে খাজিব নালাগে ; ছেল বা গোলা আগৰেপৰা তৈয়াৰী থাকে । বৰষুণ পেলোৱাৰ দৰে বৰতোপৰ সহায়েৰে এই ছেল শত্ৰুপক্ষৰ গাত পেলাব পাৰি । আগৰ বৰতোপে আধা মাইল বা এমাইললৈ গুলি চলাব পাৰিছিল ; আজিকালি ১৫।২০ মাইলৰ কথাই নাই, শুনা যায় ২৫।৩০ মাইল দূৰলৈয়ো বৰতোপে ছেল চলায় ।

এই ছেলবোৰৰেই আকৌ কিমান কিমান প্ৰকাৰ ! আগৰ ছেল আছিল কেৱল লোহাৰ গুলি । এতিয়াৰ একোটা ছেলত হৰেক ৰকমৰ



বস্তু থাকে । কোনোবা ছেল ফাটি সৰু সৰু লোহা চিচাৰ খোলা আদি বস্তু অনেক দূৰলৈ চিটিকি যায় ; কোনোটো ছেল ফাটিলে জুই ওলাই সকলোকে পুৰি পেলায় ; কোনোটোৰপৰা বিষ গ্যাচ ওলায়, যেয়ে এই গ্যাচ শুঙে সেয়েই মৰে ; কোনোটোৰপৰা বৰ ঘন ধোঁৱা ওলাই গোটাইখন ঠাই নেদেখা কৰি থয়, তাৰ আৱৰণত থাকি বিপক্ষৰ সৈন্যক আক্ৰমণ কৰিব পাৰি ।

আজিকালি এইবোৰ অস্ত্রৰ সহায়ত ইমান দূৰৰপৰা যুদ্ধ কৰিব পাৰি যে দুয়োপক্ষৰ সৈন্যই দেখাদেখি নোহোৱাকৈয়ে যুদ্ধ কৰাত বিশেষ একো অসুবিধা নহয় । এয়াৰোপ্লেনে বা আকাশী বিমানে কোন পক্ষৰ সৈন্য কিমান আঁতৰত আছে তাৰহীন টেলিগ্ৰাফৰ সহায়েৰে তাক জনায় ; আৰু সেই অনুসাৰে হিচাপ মতে দুয়ো পক্ষে গুলি চলায় ।

এই ছেলবোৰৰ প্ৰতাপত দুৰ্গৰ একো সাৰ্থকতা নোহোৱা হৈছে । আগৰ দিনত দুৰ্গবোৰেই আত্মৰক্ষাৰ প্ৰধান অৱলম্বন আছিল । শত্ৰুৰ বাটৰ সুবিধা ঠাই বুজি আগৰেপৰা শিল লোহা আদিৰ বৰ ডাঠ বেৰ আৰু ছাল কৰি এই দুৰ্গবোৰ সাজা হৈছিল । বিপক্ষৰ সৈন্য খেদি আহিলে নিজৰ সেনাসকলে এই দুৰ্গত আশ্ৰয় লয় । তেতিয়া বাটত এই সৈন্যবোৰ এৰি থৈ বিপক্ষই আগুৱাব নোৱাৰে—তেনে কৰিলে পাছৰ ফালৰপৰা আক্ৰমণৰ ভয় থাকে । সেই দেখি বাটত এনেকুৱা দুৰ্গ থাকিলে তাক অধিকাৰ কৰিহে বিপক্ষ আগুৱাব পাৰে । আগৰ দিনত এইবোৰ অধিকাৰ কৰা বৰ টান আৰু অনেক সময়ত অসম্ভৱ হৈ উঠিছিল ! কিন্তু আজিকালিৰ প্ৰকাণ্ড বৰতোপ আৰু ভয়ঙ্কৰ ছেলৰ আগত এই দুৰ্গবোৰ ধুলিৰ ঘৰৰ দৰে উৰি যাব ধৰিছে ! এতিয়া দুৰ্গক অৱলম্বন কৰি শত্ৰুপক্ষক বাধা দিবৰ উপায় নাই ।

আজিকালি বাধা দিবৰ একমাত্ৰ উপায়—ট্ৰেঞ্চ বা গড়খাএগ্ৰ (খাৰৈ)। প্ৰতিজন সৈন্যৰ লগতে একোখন সৰু কোদাল থাকে। যেতিয়া কোনো ঠাইত কিছুদিন থকাৰ আৱশ্যক যেন বুজে, তেতিয়া সেনাবিলাকে মাটিত দকৈ গাঁত খানি এই গাঁতবোৰৰ ভিতৰত সোমাই থাকে। গাঁতবোৰ ইমান দকৈ আৰু ইমান কৌশলেৰে সাজে যে তাত বৰতোপৰ ছেলেও সহজতে একো কৰিব নোৱাৰে। এই ট্ৰেঞ্চবোৰ সদায় একে ৰকম নহয়। বৰ তাৰাতাৰিকৈ আৰু অলপ দিনৰ কাৰণ খানিবলৈ হলে এই ট্ৰেঞ্চবোৰ সামান্য গড়খাএগ্ৰ মাত্ৰ—পানীয়ে বোকাই সেনাবিলাক ইগ্ৰাত কাটি হৈ থাকে। ওপৰত কাঠৰ ছাল, আৰু যাতে শত্ৰু সৈন্যই চিনিব নোৱাৰে সেই অৰ্থে চাৰিওফালৰ ঠাইৰ দৰে দেখিবলৈ তাৰ ওপৰত হাবি বন জাপি দিয়ে। কিন্তু ট্ৰেঞ্চ খানিবলৈ সময় পালে বা অনেক দিন ট্ৰেঞ্চত থাকিব লগীয়া হলে তাক অতি সুন্দৰ কৰি তৈয়াৰ কৰি লোৱা হয়। খালৰ চাৰিওফালে ডাঠ কাঠৰ তক্তা দিয়ে, বোকা-পানী নহবৰ কাৰণে নলা কাটে, তাৰ ভিতৰতে বেলেগ বেলেগ খোঁটালি কৰি মেজমাছিয়া পাঙ্‌খা বিছনা আদি বিলাসৰ সকলো সামগ্ৰী যোগাৰ কৰি লয়। বিশেষকৈ জাৰ্ম্মান পক্ষৰ এনে কিছুমান ট্ৰেঞ্চ দেখা গৈছে যে সেইবোৰ বৰ ধনী আৰু বিলাসী মানুহৰ ঘৰতকৈ কোনো অংশে নিকৃষ্ট নহয়।

এই ট্ৰেঞ্চবোৰ অধিকাৰ কৰাৰ কোনো উপায় নাই। অনেক সময়ত মাইন আৰু বোমা দি ট্ৰেঞ্চ লবৰ চেষ্টা কৰা হয়; কিন্তু তাৰপৰা সিমান লাভ দেখা নাযায়। ট্ৰেঞ্চ অধিকাৰ কৰিবৰ কাৰণে ইংৰাজসকলে এক ৰকম নতুন যন্ত্ৰ আবিষ্কাৰ কৰিছে—ইয়াৰ নাম টেঙ্ক। ই এখন প্ৰকাণ্ড মটৰ গাড়ী, চাৰিওফালে লোহাৰ বৰ ডাঠ বেৰ থকা। ইয়াক এনে ধৰণে সজোৱা যে ই যলৈ ইচ্ছা তলৈ যাব পাৰে; আগত পৰিলে



ডাঙৰ ডাঙৰ পকীঘৰো ভাঙি মূচৰি পাৰ হৈ যাব পাৰে, ডাঙৰ ডাঙৰ খাল বগাই যাব পাৰে। এই যন্ত্ৰটোৰ ভিতৰত কেইজনমান মানুহ থাকে; আৰু তেওঁবিলাকৰ লগত কেইটামান মেছিন গান থাকে; টেঙ্কে শত্ৰুৰ গোলা গুলিৰ মাজেদিও হেলাৰঙ্গে শত্ৰুপক্ষৰ ট্ৰেঞ্চৰ ওচৰ পায় গৈ আৰু যথোচিত দূৰ পালে তাৰপৰা মেছিনগান চলাই শত্ৰুপক্ষক মাৰি সিইঁতৰ ট্ৰেঞ্চ দখল কৰি লয়।

জলযুদ্ধৰ ফালে চালেও এনে ভীষণ কথা। আগৰ দিনৰ যুদ্ধ জাহাজ আদি আজিকালিৰ দিনৰ তুলনাত সামান্য নাও এথনৰ নিচিনা হে বোধ হয়। আগৰ দিনৰ জাহাজবোৰ কাঠৰ তৈয়াৰী আছিল, আজি-কালিৰবোৰ লোহাৰ; আগৰ জাহাজ পাল তৰি চলাইছিল আজিকালিৰ বোৰ চলে কলত। ই কিন্তু সামান্য পৰিবৰ্ত্তন হে। যুদ্ধৰ জাহাজত অনেক বন্দুক থাকে, এইবোৰ ইমান ডাঙৰ যে কলেৰেহে সিইঁতক ইকাটি সিকাটি বা উঠোৱা নমোৱা কৰিব পাৰি। এই বৰতোপবোৰ গোল, খাজে কলেৰে, মাৰে কলেৰে—আটাইবোৰ কাম হয় কলেৰেই। ইফালে জাহাজ চলোৱা, জাহাজৰ ৰচি বান্ধা, আটাইবিলাক কলত হব লাগে। এই যন্ত্ৰবোৰ ইমান মজবুত অথচ ইমান সূক্ষ্ম হব লাগে যে বিপক্ষৰ গুলিয়ে যেন হঠাৎ ইইঁতৰ অনিষ্ট কৰিব নোৱাৰে, অথচ অতি সহজতে যেনেকৈ ইচ্ছা তেনেকৈ ইইঁতক চলাব পাৰি। জাহাজৰ এইবোৰ কাম শিক্ষাত মানুহৰ প্ৰায় গোটাই জীৱনটোকে লাগে। সেই দেখি যি-সকলে "ৰয়েল নেভি"ত (Royal Navy) বা যুদ্ধৰ জাহাজত কাম কৰিব খোজে, তেওঁলোকে ১৪।১৫ বছৰ বয়সতে এই কামত সোমায়; আৰু গোটাইটো জীৱনৰ দুৰুহ পৰিশ্ৰম আৰু একান্ত অধ্যৱসায়ৰ বলত হে দুই একে এই কামত কৃতিত্ব লাভ কৰিব পাৰে।

যুদ্ধৰ জাহাজ অনেক প্ৰকাৰ আছে ; তাৰ ভিতৰত 'ড্ৰেডনট' আৰু 'ক্ৰুইজাৰ' এই দুই বিধেই ধাই। ড্ৰেডনট বিধ বৰ প্ৰকাণ্ড জাহাজ— এই শব্দটোৰ অৰ্থ ই হৈছে "কাকৈকো ভয় নাই (কুচ্ পৰোৱা নেহি)।" একোখন ড্ৰেডনটত ২০।২৫ টা প্ৰকাণ্ড প্ৰকাণ্ড বৰতোপ থাকে। ইয়াৰ গাটো ডেৰফুট দুই ফুটমান ডাঠ লোহাৰ তৈয়াৰী। মুঠতে ই ভাহি ফুৰা এটা প্ৰকাণ্ড দুৰ্গ। একোখন জাহাজত সৈন্যই, নাবিক, চাকৰে-বাকৰে এহেজাৰতকৈও বেছি মানুহ থাকে। ক্ৰুইজাৰবোৰো ইয়াতকৈ অলপৰহে সৰু।

জাহাজৰ লগত যুদ্ধ অৱশ্যে জাহাজেই কৰে। কিন্তু বিপক্ষৰ যুদ্ধ জাহাজৰ উপৰিও যুদ্ধ-জাহাজৰ আন অনেক শত্ৰু আছে। প্ৰধান শত্ৰু হৈছে "চাবমেৰিণ" বা পানীৰ তলেদি ফুৰা জাহাজ। চাবমেৰিণ বৰ বেছিদিনীয়া নহয়, মুঠতে ৮।১০ বছৰমান আগেয়ে প্ৰথম চাবমেৰিণ তৈয়াৰী হৈছিল। জাৰ্ম্মানহতে বিমান ডাঙৰ আৰু বেগী চাবমেৰিণ তৈয়াৰ কৰিছে, আন জাতিয়ে আজিলৈ পৰা নাই। এই চাবমেৰিণ-বোৰ আজিকালি প্ৰায় ২০০ ফুট পানীৰ তলেদি সুন্দৰ মতে ফুৰি ফুৰিব পাৰে ; অলপতে এখন জাৰ্ম্মানৰপৰা আমেৰিকা পাইছিল গৈ। পানীৰ ওপৰত জাহাজ আদিৰ গতিবিধি লক্ষ্য কৰিব পাৰাকৈ চাবমেৰিণত এটা সঞ্জুক লগোৱা থাকে, তাৰ সহায়ত পানীৰ তলতে থাকি চাবমেৰিণে ওপৰৰ জাহাজ দেখা পায় ; তলে তলে যুদ্ধৰ জাহাজৰ ওচৰ চাপি জাহাজলৈ টৰ্পেডো এৰি দিয়ে।

এই টৰ্পেডো এবিধ ছেল বা বোমা। ইয়াত এনেকৈ কিছুমান যন্ত্ৰ দিয়া থাকে যে কোনো নিৰূপিত দূৰৰপৰা যুদ্ধৰ জাহাজৰ মুৰাকৈ ইয়াক এৰি দিলে ই চিধা জাহাজৰ তলিত আহি লাগে আৰু তলিখন ফুটাই দিয়ে। তেতিয়া ১০।১৫ মিনিটৰ ভিতৰতে, যিখন জাহাজ তৈয়াৰ



কৰোঁতে হয়তো হাজাৰ মানুহৰ বছৰ দিন লাগিছিল আৰু কোটি টকা খৰচ হৈছিল, তেনে প্ৰকাণ্ড জাহাজ সাগৰৰ বুকুত মিলি যায়।

চাবমেৰিণ ধৰিবলৈ আৰু বিপক্ষৰ জাহাজ মাৰিবলৈ মাইন নামে এবিধ যন্ত্ৰ আছে। মাইনো এবিধ ছেল বা বোমা। ইয়াক সাগৰৰ জাহাজ যোৱা বাটত পেলাই থৈ দিয়া হয়। কোনো জাহাজ বা চাব-মেৰিণে ইয়াৰ লগত ঠেকা খালে তৎক্ষণাৎ ই ফাটি যায় আৰু সেই জাহাজ বা চাবমেৰিণকো লগতে সাগৰৰ তললৈ পঠায়। মাইনবোৰ সাগৰত থৈ দিয়াৰ আৰু তাক জলোৱাৰ অনেক যন্ত্ৰ আছে।

পানীত জাহাজৰ শত্ৰু এই তিনি বিধেই প্ৰধান। কিন্তু আকাশত আৰু বামতো ইয়াৰ শত্ৰুৰ অভাৱ নাই। বিপক্ষৰ দেশৰ ওচৰ চাপা মাত্ৰকে সাগৰৰ পাৰত থকা দুৰ্গৰপৰা অলেখ বৰতোপে ইয়াৰ ওপৰত গুলি বৰষিবলৈ ধৰে। কিন্তু ইয়াৰ সাংঘাতিক শত্ৰু আকাশত উৰি ফুৰা আকাশী-যান বা এয়াৰোপ্লেন।

আকাশী-যানৰ বুৰঞ্জী অতি অলপদিনীয়া। কুৰি বছৰৰ আগেয়ে অনেকে আকাশত যে উৰি ফুৰা যন্ত্ৰ ওলাব পাৰে এই কথা শুনিও হাঁহিছিল। আঠ দহ বছৰৰ আগতো আকাশী-যানৰ বিশেষ উন্নতি হোৱা নাছিল। ১৯১০ খৃষ্টাব্দত ফ্ৰাঞ্চৰপৰা ইংলণ্ডলৈ যাবপাৰা (প্ৰায় ১০০ মাইল) কথাটোৱেই বৰ আচৰিত আছিল। আজি কিন্তু দহ বছৰ নৌ হওঁতেই আকাশী-যানো হাজাৰ হাজাৰ মাইল যাব পৰা হল। পানীত জাহাজ বা বামত ৰেল আৰু মটৰ গাড়ী যিদৰে সহজতে চলিব পাৰে আকাশী-যানেও বায়ুৰ মাজত চলাচল কৰাত তাতোকৈ একো বিশেষ টান নাপায়।

আকাশী-যান প্ৰধানকৈ দুবিধ। এবিধ বতাহতকৈ পাতল, অৰ্থাৎ ফানুচ উঠাৰ দৰে ই আপোনা আপুনি আকাশৰ ওপৰলৈ উঠে আৰু

তাত যন্ত্ৰৰ সহায়ত ইচ্ছামতে যিফালে খুচি যাব পাৰে। এই বিধৰ নাম জেপেলিন। জাৰ্ম্মানিৰ কাউণ্ট জেপেলিন নামে এজন মানুহে এই বিধ যন্ত্ৰ তৈয়াৰ কৰে। ই প্ৰকাণ্ড ডাঙৰ—একোখন তিনি চাৰিখন যুদ্ধ জাহাজৰ সমান। ইয়াত কেবাজনো মানুহ আৰু বহুত বোমা আদি লৈ যাব পাৰি। আনবিধ এয়াৰোপ্লেন, ই বতাহতকৈ গধুৰ-যন্ত্ৰ। চৰাই-বোৰে যিদৰে পাখী দুখনৰ সহায়ত ওপৰলৈ উঠে, ইও সেইদৰে যন্ত্ৰৰ সহায়ত বায়ুমণ্ডলৰ ওপৰলৈ উঠে আৰু যিফালে ইচ্ছা গতি কৰিব পাৰে। এয়াৰোপ্লেনে ঘণ্টাত ১০০ মাইলৰপৰা ১৫০ মাইল বাট যাব পাৰে। জেপেলিনৰ বেগ কিছু কম। এয়াৰোপ্লেনত তিনি চাৰিজন মানুহ আৰু অলপ বস্তু হে নিব পাৰি। আকাশী-যানৰপৰা যুদ্ধবিদ্যাৰ অনেক নতুন নতুন পৰিবৰ্ত্তন হৈছে; অৱশ্যে যুদ্ধৰ শেষ হোৱাৰ পাছত আকাশী-যানৰ সহায়ত মানুহে সভ্যতাৰো বিশেষ উন্নতি কৰিব পাৰিব সন্দেহ নাই।

স্থলযুদ্ধত কেনেকৈ আকাশী-যানে বিপক্ষৰ সৈন্যক গতিবিধিৰ খবৰ দিয়ে, তাক ওপৰত কৈ অহা হৈছে। ই সেইদৰে জাহাজবোৰৰো চলাচলৰ খবৰ দি থাকে। তাৰ উপৰিও ইইঁতে অনেক ছেল বা বোমা লৈ আকাশলৈ উঠে আৰু তাৰপৰা সেইবোৰ জাহাজৰ ওপৰত পেলাই দিয়ে—ফলত জাহাজ ছিগি ভাগি চুৰমাৰ হয়।

জাৰ্ম্মানিয়ে মিত্ৰপক্ষৰ কিছুমান ঠাইতো এয়াৰোপ্লেনৰ সহায়েৰে বোমা পেলাইছে; এনেকি লণ্ডনতো কেইবাৰাৰো বোমা পেলাই অনেক ক্ষতি কৰিছে। মিত্ৰপক্ষয়ো জাৰ্ম্মানিৰ কোনো কোনো নগৰ এইদৰে আক্ৰমণ কৰিছে। কিন্তু জাৰ্ম্মানিয়ে সৰু সৰু নিৰীহ নগৰবোৰৰো এইদৰে ধ্বংস কৰিব এৰা নাই। মিত্ৰপক্ষই হলে যি নগৰত যুদ্ধৰ কোনো কাৰবাৰ নাই তেনে নগৰ আজিলৈ আক্ৰমণ কৰা নাই; কাৰণ তেনে কৰাটো সভ্যতাৰ ৰীতি বিৰোধী।



আৰু এক প্ৰকাৰ আকাশী-যান আছে, তাৰ নাম চী প্লেন। এই-বোৰ এনেদৰে প্ৰস্তুত যে আৱশ্যক মতে পানীৰ ওপৰেৰে সৰু সৰু জাহাজৰ দৰে ফুৰিব পাৰে—ই যেনিবা জলচৰ পক্ষী হে।

এইবোৰ পৰিবৰ্ত্তন হৈছে যুদ্ধৰ অস্ত্ৰ-শস্ত্ৰত। কিন্তু যুদ্ধবিদ্যাৰ সমানে আৱশ্যকীয় আৰু এটা অঙ্গ—সৈন্যচালনা—অৰ্থাৎ সুবিধা বুজি আৰু দৰকাৰমতে কত কিমান সৈন্য ৰাখিব লাগে আৰু কিমান সৈন্য কলৈ নিব লাগে তাক অতি সোনকালে আৰু পৰিপাটিকৈ কৰা। জাৰ্ম্মানিয়ে যে অতি সোনকালে বেলজিয়ম আৰু ফ্ৰান্সৰ একখণ্ড আৰু ৰুচিয়াৰ ফালেও কিছুদূৰ অধিকাৰ কৰিব পাৰিলে তাৰ মূলত ক্ষিপ্ৰ সৈন্যচালনা।

এই বিষয়তো ৰেল, মটৰকাৰ আৰু মটৰ-লৰিয়ে আগৰ সকলো কথা পৰিবৰ্ত্তন কৰি দিছে। আগৰ এমাহৰ বাট আজিকালি এদিনতে যাব পাৰে। আগেয়ে সৈন্য অগ্ৰসৰ হোৱাৰ লগে লগে যথেষ্ট খোৱা বোৱা বস্তু লগতে নিব লাগিছিল। এইদৰে নিব নোৱাৰাৰ গুণত নেপোলিয়নৰ মস্কো অভিযানৰ দুৰ্দ্দশা হয়। কিন্তু আজিকালি ৰেল লাইন খোলা ৰাখিব পাৰিলে বা মটৰ গাড়ী যোৱা বাট থাকিলে হাজাৰ মাইল দূৰতো সৈন্যক খাদ্য আৰু পোছাক যোগাবলৈ একো অসুবিধা নহয়। আগেয়ে ১০০ মাইল দূৰৰ ঠাই এখন আক্ৰমণ কৰিব লাগিলে অন্ততঃ এটা সপ্তাহ লাগিছিল; আজিকালি ৩।৪ ঘণ্টাৰ ভিতৰতে তিমান দূৰণি অতিক্ৰম কৰিব পাৰি।

টেলিগ্ৰাফ আৰু তাৰহীন টেলিগ্ৰাফেও যুদ্ধবিদ্যাত অনেক সহায় কৰিছে। অনেক দূৰৰ বাতৰি খন্তেকতে এই টেলিগ্ৰাফৰ গুণত পোৱা যায়; অনেক দূৰত থাকিলেও জাহাজে জাহাজে ওচৰত থকাৰদৰে কথা-বাৰ্ত্তা কব পাৰে; আকাশী-যানৰপৰা যতে ততে বাৰ্ত্তা দিব পাৰে। এইবিলাক সুবিধাৰপৰা গোটাই পৃথিবী ব্যাপী যুদ্ধ হোৱা সত্ত্বেও লণ্ডন

বা বালিন, প্যাৰি বা ভিয়েনাৰপৰা, সেনাপতিসকলে যুদ্ধ চলোৱাত একো আহুকাল পোৱা নাই। আগেয়ে সেনাপতিসকলে একলাখ সৈন্য লৈ এখন ঠাইত বিমান ব্যস্ত থাকিব লাগিছিল, আজিকালিৰ এইবোৰৰ আবিষ্কাৰৰ গুণত বৰ্ত্তমান সেনাপতিসকলে লাখ লাখ সৈন্য আৰু শ শ ঠাইতো যুদ্ধ চলাই অনুপাতত তিমান ব্যস্ত থাকিব লগীয়া হোৱা নাই, হোৱা হলেতো সি মানুহৰ অসাধ্যই হলহেঁতেন।

ইমানখিনি পৰ যুদ্ধৰ মাৰা-কাটাৰ বিষয় হে কোৱা হল। যুদ্ধত আহতৰ পতি-আতি নৰীয়াৰ শুশ্ৰূষাৰ কথা এক আষাৰ নকলে বৰ্ত্তমান যুদ্ধৰ কথা সম্পূৰ্ণ নহয়।

যুদ্ধত আহত আৰু নৰীয়াপৰা মানুহৰ সেৱা-শুশ্ৰূষা সদায় হৈছিল কিন্তু ক্ৰাইমিয়া যুদ্ধৰ সময়ৰ পৰাহে এই বিষয়টো যে যুদ্ধৰ এটা প্ৰধান অঙ্গ তাক মানি লোৱা হৈছে। এই যুদ্ধত ৰুচিয়াৰ বিৰুদ্ধে যুদ্ধ কৰোঁতে ফ্ৰাঞ্চ আৰু ইংলণ্ডৰ অনেক সৈন্যৰ বৰ নৰীয়া আৰু জৰ হয়। তেওঁবিলাকক পতি কৰোঁতা কোনো নোলোৱাত, সেই সময়ত ফ্লোৰেঞ্চ নাইটিঙ্গেল নামেৰে এজনী মহিয়সী ইংৰাজ মহিলাই সৈন্যবিলাকৰ সেৱা-শুশ্ৰূষা কৰিবলৈ ওলায়। তেওঁৰ লগত আন আন অনেক ইংৰাজৰ তিৰোতা ক্ৰাইমিয়ালৈ গৈ আহত সেনাসকলক সেৱা-শুশ্ৰূষা কৰিলে। তেতিয়াৰপৰা 'ৰেড্ ক্ৰচ চোচাইটি' বা ৰঙা ক্ৰচ সমাজ (Red Cross Society) স্থাপিত হল। ক্ৰচটো খৃষ্টানৰ পৱিত্ৰ চিহ্ন। এতিয়া সকলো পক্ষই ৰেড্ ক্ৰচ চিন দেখিলেই বুজে যে সেইটো নৰীয়া পতিকৰোঁতা মানুহৰ চিন। তেনে মানুহৰ ওপৰত আৰু তেওঁবিলাক যোৱা ৰেল জাহাজ বা মটৰগাড়ীৰ ওপৰত কোনোৱে গুলি নচলায়, আক্ৰমণ নকৰে। তেওঁবিলাকেও শত্ৰু-মিত্ৰ, ডাঙৰ সৰু নিৰ্ব্বিশেষে সকলোকে সমানে পতি-আতি কৰি যত্ন কৰে।



অনেক সময়ত যুদ্ধ কৰাতকৈ তেওঁলোকৰ কাম কম টান নহয়। যুদ্ধৰ মাজলৈ গৈ আহত সৈন্যক আনি-মিলি বান্ধি-চিতি দিয়াতো আছেই তাৰ উপৰি টাইএচ, টাইফয়েড, কলেৰা বসন্ত প্ৰভৃতি সাংঘাতিক আৰু সংক্ৰামক বেমাৰৰ চিকিৎসা কৰাত যে প্ৰাণৰ কি সংশয় তাক নকলেও হয়। যুদ্ধৰ সময়ত অত্যন্ত পৰিশ্ৰম, অনিদ্ৰা, অসময়ত খোৱা, মৰা শৱ দুৰ্গন্ধ আৰু চাৰিও ফালৰ গোলমাল গণ্ডগোলৰ ভিতৰত এই সংক্ৰামক বেমাৰবোৰৰ প্ৰকোপো বৰ বেছি হয়।

——:০:৪:০:——

# সিদ্ধাৰ্থৰ সিদ্ধিলাভ।

মহাদেৱ শৰ্ম্মা।

সিদ্ধাৰ্থ এজোপা শকত বটগছৰ তলত কোঢ়া মুঠিয়াকৈ তপস্যা কৰিবলৈ বহিল। এইবাৰ তেওঁৰ শেষ পৰীক্ষা তপস্যাত। আৰু পৰীক্ষা একোটা কি ভীষণ। দেখা, একেইতো হাবিৰ মাজ তাতে তেওঁৰ শিষ্য বি কেজন আছিল গুচি গ'ল। তেওঁ অকলে বহি আছে, এনেতে লগত কিছুমান ভূত পিশাচ লৈ আহিল * "মাৰ"। অকল মাৰক দেখিলেই প্ৰাণ উৰি যায়—যিহে তাৰ কদাকাৰ ৰূপ তাৰ ওপৰত সিহঁতে কৰিলে কি? পোনতে বৰ ধুমুহা বতাহ মাৰিবলৈ ধৰিলে, তাৰ পিছত ধাৰাসাৰে বৰষুণ আনিবলৈ ধৰিলে।—চপৰা চপৰে শিল পেলালে। ধুমুহাৰ কোবত গছ পৰ্ব্বত উভালি পৰিল। দোপাল পিতা শিলবৰষুণে জীৱজন্তু খুন্দি পেলালে। ইয়াৰ পিছত ধূলি,-বালি, ছাই-ভস্মৰ বৰষুণ আনিবলৈ ধৰিলে। অস্ত্ৰ মাৰি গোটেই আকাশখন ঢাকি পেলালে আগতকৈও চাৰি গুণ আন্ধাৰ হ'ল। গোটেইখন আকাশে ইমানবোৰ ভয় দেখুৱাতো সিদ্ধাৰ্থৰ গাৰ নোম নলৰিল। তেওঁ ধ্যানত বহিয়েই থাকিল। একো কৰিব নোৱাৰি মাৰে লগত লৈ অহা ভূত প্ৰেতবিলাকৰে সৈতে সিদ্ধাৰ্থৰ সমুখত থিয় হৈ কলেহি "যা, তই ইয়াৰপৰা ঘৰলৈ গুচি। ইয়াত কৰিছ কি মিছাতে বহি থাকি? নোহোৱা নোপজা কাম কৰিব নালাগে যা। এওঁ, পানীৰ মিঠৈ বান্ধিব তপ কৰি। ৰজাৰাণী সিফালে মৰেহে। যা তই ইয়াৰপৰা!" মাৰৰ কথা শুনি সিদ্ধাৰ্থৰ বৰ খং উঠিল।

* মাৰ হৈছে মানুহৰ মনত কুমতি সুমাই দিয়া এটা কদৰ্য্য প্ৰেত।



তেওঁ কলে "তই কোন অ! কিয় মোক আমনি কৰিছ। গুচ্ ইয়াৰ পৰা সোনকালে। তোৰ উপদেশ বিচাৰিছে কোনে? উপযাচি যি উপদেশ দিয়ে সি ঠগ। মই তোৰ কথা শুনি ইয়াৰপৰা নুঠোঁ। তই এতিয়াই ভালে ভালে ইয়াৰপৰা আঁতৰ হ।"

এনেতে পৃথিৱী ফাটি তেওঁলোকৰ আগতে একুৰা পৰ্ব্বত প্ৰমাণ জুই ওলাল।

ভয় খাই ভূত-প্ৰেত এটাইবোৰ পলাল। মাৰেও দেখিলে সিদ্ধাৰ্থক ভয় খুৱাবলৈ কৰা চেষ্টা মিছা। সি জানি শুনিয়েই লাহে লাহে আঁতৰি গ'ল।

তাৰ পিছত সিদ্ধাৰ্থৰ ওচৰলৈ আহিল * সংশয়। সি কলেহি "তুমি এইখন কি কৰিছা? এই বাৰ বছৰ চেষ্টা কৰিও একো হোৱা নাই যেতিয়া, এইদৰে ধ্যান কৰি কষ্ট ভোগা কি লাভ! বোপা ককাৰ সহজ এৰি তুমি নতুন কাম কৰিছা কিয়? উঠা, উঠা ঘৰলৈ যোৱা।" সিদ্ধাৰ্থই মাত লগালে "মই বুজিছোঁ তই সংশয়, যা সোনকালে মোৰ আগৰপৰা। তোৰ কথাত মই প্ৰতিজ্ঞা নেৰোঁ।"

তাৰ পিছত আৰু অসংখ্য পৰীক্ষা হ'ল। তাৰে ভিতৰত প্ৰধান পৰীক্ষা হ'ল এইটো :—গোপাৰ ভেশ ধৰি এজনী মানুহ সিদ্ধাৰ্থৰ আগলৈ আহি কলে, "আপুনি এইবোৰ কি তপস্যা কৰিছে! হায়! হায়! মানুহৰ বৰণ নাইকিয়া হ'ল! উঠক, ঘৰলৈ আহক। এইবোৰ আমাক কেলেই?" সিদ্ধাৰ্থই ধীৰ ভাবে উত্তৰ কৰিলে "কোন তই ভেশচন্ কৰি মোক ভুলাবলৈ আহিছ? যা আগৰপৰা এতিয়াই নহলে ভাল নহব।"

* সংশয় হৈছে আমাৰ মনত কোনো এটা বিষয়ত হয় নহয় ভাব ওপজোৱা এটা কদাকাৰ মূৰ্ত্তি।

ধন্য সিদ্ধাৰ্থ, তোমাৰ স্থিৰ প্ৰতিজ্ঞা। ইমানবোৰ পৰীক্ষা পাৰ হৈহে সিদ্ধাৰ্থৰ মনত আনন্দৰ ৰেখা পৰিল। পোন প্ৰথমে তেওঁৰ সেই গছৰ তলতে জ্ঞান-চকু মুকলি হ'ল। তেওঁ বিচাৰি যোৱা বস্তু পালে। তেওঁৰ সুখৰ * নিৰ্ব্বাণ হ'ল, দুখৰ নিৰ্ব্বাণ হ'ল, ইন্দ্ৰিয়ৰ নিৰ্ব্বাণ হ'ল। তেওঁ বুদ্ধত্ব পালে ; অৰ্থাৎ যথাৰ্থ জ্ঞানী হ'ল। তেওঁ প্ৰকৃত সুখৰ বাট দেখা পালে। তেওঁ বুজিলে—শৰীৰক কষ্ট দিলে শান্তি নেপায়, কঠোৰ নিয়ম পালন কৰিও লাভ নাই,—অহিংসাই পৰম ধৰ্ম্ম। কাকো হিংসা নকৰাকৈ পবিত্ৰ ভাবে জীৱন কটাব পাৰিলেই মানুহ ইহজনমত সুখী হব পাৰে আৰু পৰজন্মতো শান্তি লভিব পাৰে। বাৰ বছৰ কঠোৰ তপস্যা কৰি তেওঁ ইয়াকে সিদ্ধান্ত কৰিলে।

যি জোপা গছৰ তলত বহি সিদ্ধাৰ্থৰ দিব্য জ্ঞান জন্মিছিল সেই জোপাৰ নাম হ'ল "বোধিদ্ৰুম"। কেইবা যুগো সেই গছজোপা জীয়াই আছিল। দেশৰ অৱস্থাৰ লৰচৰ ধৰ্ম্মৰ অৱস্থাৰ লৰচৰ সি কত কি দেখি গ'ল! তাৰে শিয়াৰৰপৰা হোৱা পুলি এটা নি সিংহল দ্বীপৰ (আগৰ লঙ্কা নগৰী) অনুৰাধা পুৰত ৰোৱা হৈছিল। শুনা যায় সেই গছ জোপা বোলে এতিয়াও জীয়াই আছে।

যি ঠাইত বহি সিদ্ধাৰ্থে জ্ঞান লাভ কৰিছিল, তাৰ নাম তেওঁৰ শিষ্যবিলাকে তেওঁৰ বুদ্ধ নাম অনুসৰি "বুদ্ধ-গয়া" ৰাখিলে। বৌদ্ধবিলাকৰ নিমিত্তে ই এখন প্ৰধান তীৰ্থ স্থান। মহাৰজা অশোকে সেই ঠাইত মন্দিৰ এটা সাজি দিছিল। কেৱা বাৰো সি ভাগিছে বুলিও আকৌ নকৈ সঁজা হৈছে।

যি হওক সিদ্ধাৰ্থৰ প্ৰথম উদ্দেশ্য সিদ্ধ হ'ল। তেওঁ দিব্য জ্ঞান

* নিৰ্ব্বাণ এটা মনৰ অৱস্থা। তেতিয়া আমাৰ একোলৈকে কামনা নেথাকে ; সকলো জুইত পানীৰ দৰে নুমাই যায়।



লাভ কৰিলে। বুদ্ধত্ব পালে কাৰণে তেওঁ এতিয়াৰপৰা বুদ্ধদেৱ নাম ললে (বুদ্ধ শব্দৰ অৰ্থ হৈছে জ্ঞানী)। ইয়াৰ পিছত তেওঁ দ্বিতীয় উদ্দেশ্য সিদ্ধিৰ নিমিত্তে চেষ্টা কৰিবলৈ ধৰিলে। তেওঁৰ দ্বিতীয় উদ্দেশ্য হৈছে—জগতৰ অজ্ঞান মানুহবিলাকক তেওঁ ইমান কষ্ট কৰি লাভ কৰা জ্ঞান দি, ৰোগ, শোক, মৃত্যুৰপৰা মুক্ত কৰা।

জ্ঞান ৰত্ন লাভ কৰি বুদ্ধদেৱ মানুহৰ মাজলৈ আহিল আৰু সেই ৰত্ন সকলোৰে মাজত বিলাবলৈ ধৰিলে। বুদ্ধদেৱে কি বামুণ, কি শূদিৰ, কি মুনিহ, কি তিৰোতা সকলোকে নতুন ধৰ্ম্ম শিক্ষা দিছিল। তেওঁৰ মতেই আছিল যে **ধৰ্ম্মৰ চকুত সকলো মানুহ সমান, স্বাধীন**—যেনেকৈ কি নহওক সজ পথত থাকিলেই হ'ল।

বুদ্ধদেৱে প্ৰথমে মন কৰিলে কাশীলৈ যাবলৈ। বহুত দিন খোজ কাঢ়ি গৈ তেওঁ কাশীৰ ওচৰৰ গঙ্গাৰ ঘাট পাই দেখিলে যে নাৱৰীয়া এজনে নাও এখন মেলি সিপাৰ হবলৈ ধৰিছে। বুদ্ধদেৱে তেওঁক সুধিলে 'অ, নাৱৰীয়া ককাই, মোকো পাৰ কৰি নিবানেহে!" নাৱৰীয়াই উত্তৰ কৰিলে "পইচা নিদিলে পাৰ কৰি দিব নোৱাৰোঁ।"

এনে সময়তে এজাক বগলি চৰাই আকাশেদি উৰি গৈছিল। নাৱৰীয়া জনক তালৈ আঙুলিয়াই বুদ্ধই কলে "দেখিছা নাৱৰীয়া ককাই সৌ বগলি জাকে নৈ পাৰ হৈ যাবলৈ কাকো পইচা দিয়া নাই! সিহঁতে নিজৰ ডোকাৰ ওপৰত ভিৰ দিয়েই পাৰ হৈ গ'ল নহয় ; চোৱা মযো নিজ শক্তিৰ বলত পাৰ হৈ যাব পাৰোনে নোৱাৰোঁ।" বুলি তেওঁ নৈৰ ওপৰৰ আকাশেদি পাৰ হৈ গ'ল। তাৰ পিছত কেখোজমান গৈয়ে কাশী পালে।

কাশীত সাৰনাথ নামে ঠাইত বুদ্ধদেৱে প্ৰথমে ধৰ্ম্ম শিক্ষা দিয়ে। পোনপ্ৰথমে শিষ্য কৰে আগেয়ে লগ এৰি অহা সেই পাঁচজনক, মনত

আছেনে? তাৰ পিছত দুজন এজনকৈ ক্ৰমে তেওঁৰ ওচৰলৈ মানুহ আহি শিষ্য হবলৈ ধৰিলে। তিনি মাহৰ ভিতৰতে তেওঁৰ ষাঠিজন শিষ্য হ'ল।

বুদ্ধদেৱে তেওঁলোকক নানা দেশলৈ ধৰ্ম্ম শিক্ষা দিবলৈ পঠিয়াই দিলে। আৰু সেই শিষ্যসকলেও যথেষ্ট পৰিশ্ৰম কৰি সকলোৱে ঘৰে ঘৰে বুদ্ধদেৱৰ উপদেশ দি ফুৰিছিল। **"অহিংসা পৰমোধৰ্ম্মঃ"**—কোনো জীৱকে হিংসা খিয়াল নকৰিবা,—সকলোকে মৰম চকুৰে চাবা, সদায় সজ পথত থাকি পবিত্ৰ হবা, সঁচা কথা কবা, সত্য উপায়েৰে নিজৰ নিজৰ জীৱিকা উলিয়াবা,—ইত্যাদি বুদ্ধদেৱৰ সহজ আৰু সৰল উপদেশবিলাককে তেওঁলোকে প্ৰচাৰ কৰিছিল।

সাৰনাথৰ যি ঠাইত বহি বুদ্ধদেৱে প্ৰথমে ধৰ্ম্ম প্ৰচাৰ কৰে, তাত মহাৰাজ অশোকে এটা বৰ ডাঙৰ 'দৌল' বান্ধিছিল। সেই 'দৌল' এতিয়াও আছে। সি ওখই ১২৮ ফুট বা প্ৰায় ৮৫ হাত আৰু এফালৰ পৰা আন ফাললৈ বহলে ৯৩ ফুট বা ৬২ হাত। ই এটা চাবলগীয়া বস্তু। পুৰণি কলীয়া চিন আমাৰ বৰ আদৰৰ!

সাৰনাথৰ পৰা বুদ্ধদেৱ ৰাজ-গৃহলৈ আহিল। তেতিয়া ৰাজগৃহত ৰজা আছিল বিম্বিসাৰ। যিদিনা বুদ্ধদেৱ বিম্বিসাৰ ৰজাৰ ওচৰ পায়হি সেই নিশা তেওঁ লৰা পাবলৈ কামনা কৰি কালী পূজা পাতে, তাত লক্ষ-বলি দিবলৈ ছাগলী বান্ধি থৈছিল। সেই কথাৰ গম পাই পৰৰ দুখত কাতৰ বুদ্ধদেৱে বিম্বিসাৰক যিহে কথা শুনাই দিলে তাক আৰু কি কম। বুদ্ধদেৱে, কলে "নৰপতি, তুমি পুত্ৰ কামনা কৰি দেবী পূজা কৰিব খুজিছা কৰা। কিন্তু এই লক্ষ লক্ষ প্ৰাণী বধ কিয়? হায়! হায়! সিহঁতলৈ তোমাৰ অলপো মৰম নাইনে? চোৱাছোন সিহঁতে কেনেকৈ তোমাৰ মুখলৈ মুখ দাঙ্গি চাই আছে। কথা কব পৰাহেতেন তোমাক



কত কাকুতি মিনতি কৰিলেহেতেন আহা! কাটিলে সিহঁতেও মানুহৰ দৰে দুখ নেপাবনে! তুমি নিজে কাঠ চিতীয়া আনৰ পৰা দয়া কেনেকৈ পাবা। তুমি হিংসুক, ভূপতি, তুমি প্ৰাণ দিব পাৰানে মৰিলে? যদি নোৱাৰা তেন্তে বধিবৰ তোমাৰ কি অধিকাৰ আছে? তুমি বৰ স্বাৰ্থপৰ। সামান্য এটি ল'ৰা পাবৰ নিমিত্তে তুমি লক্ষ লক্ষ প্ৰাণী বধ কৰিবলৈ ওলাইছা? নিতান্ত বলি নিদিলে যদি জগতৰ মাতৃ তুষ্ট নহয় তেন্তে মোকে বলি দিয়া। এই নিৰাশ্ৰয় অমাত ছাগলীবিলাক এৰি দিয়া।"

কথাৰ গঢ় দেখিয়েই বিম্বিসাৰে বুজিলে যে এখেত এজন মহাপুৰুষ আৰু তেতিয়াই তেওঁ বুদ্ধদেৱৰ চৰণত পৰি ক্ষমা বিচাৰিলে। দয়াময় বুদ্ধদেৱে বিম্বিসাৰক ক্ষমাতো কৰিলেই ৰাণীয়ে সৈতে দুয়োকে নিজৰ ধৰ্ম্ম দিলে। ৰজাৰাণী দুয়ো নতুন ধৰ্ম্ম লোৱা দেখি বুদ্ধদেৱৰ ওচৰত ধৰ্ম্ম লবলৈ মানুহ গেজ খাই পৰিল হি। ৰাজগৃহ নগৰ গোটেই বৌদ্ধ হ'ল। বুদ্ধদেৱে প্ৰচাৰ কৰা কাৰণে ধৰ্ম্মটোৰ নাম হ'ল **"বৌদ্ধধৰ্ম্ম"**।

দেশে বিদেশে বুদ্ধদেৱে ধৰ্ম্ম প্ৰচাৰ কৰিবলৈ ধৰিলে। ভিক্ষা কৰি তেওঁ খায়। তেওঁৰ ধৰ্ম্ম লৈ কত পাপী তাপীয়ে শান্তি পালে। তেওঁৰ নাম দেশে বিদেশে চিটিকি গ'ল। আহা! নেযাবই বা কিয়? তেওঁৰ যি হে সুন্দৰ সুন্দৰ উপদেশ মনত সোমাই যায় একেবাৰে।

শুদ্ধোদন তেতিয়াও জীয়াই আছিল। তেওঁ পুতেকৰ ধৰ্ম্ম প্ৰচাৰৰ কথা শুনিবলৈ পালে আৰু এবাৰ পুতেকৰ মুখ চাবৰ মন কৰি দূত পঠাই দিলে। দূত যায় আৰু বুদ্ধদেৱৰ শিষ্য হৈ তাতে সজ আলোচনাত ভোল গৈ থাকে। ঘূৰি আহিবলৈ পাহৰে। শুদ্ধোদনে দেখিলে যে কথা মিছা "আমো নাহে ফৰ্ম্মুটিও নাহে।" আঠ জন দূতৰ পিছত তেওঁ এজনক বাচিলে তেওঁৰ নাম "চৰ্ক" মগধ দেশৰ মন্ত্ৰী। তেওঁ বুদ্ধদেৱৰ ওচৰৰ পৰা মতামত লৈ ৰজা শুদ্ধোদনক কবহি

পাৰিলে "মহাৰাজ, বুদ্ধদেৱ তিনি চাৰি মাহৰ ভিতৰতে ইয়ালৈ আহিব। তেওঁ আহিলেও ৰাজপুৰীৰ ভিতৰত নেথাকে। আপুনি নগৰৰ ওচৰতে এটা মঠ সজাই থওক।" তেওঁৰ কথা মতে ৰজাই 'ন্যগ্ৰোধ' নামে ঠাই এডোখৰত এটি সুন্দৰ মঠ সজাই থোৱালে। দেউতাকৰ অনুৰোধ ৰাখি আজি বহুত দিনৰ মূৰত বুদ্ধদেৱে কপিলবাস্তুলৈ ঘূৰি আহিল। দেশত আনন্দই নধৰা হ'ল। বুদ্ধদেৱক চাবলৈ আটাই মানুহ যেন বলিয়া হৈ লৰাৰ পৰা বুঢ়ালৈ লৰি আহিল। তিৰোতাবিলাকে তেওঁক ভিখাৰীৰ বেশ পিন্ধা দেখি চকুৰ পানী সামৰিব নোৱাৰিলে। মুঠতে প্ৰজাবিলাকৰ ইমান উথল মাথল লাগি'ছিল যে নগৰত কাৰো মাত কতো নুশুনা হ'ল।

ৰাজসাজ পিন্ধি যি সিদ্ধাৰ্থ এদিন কপিলবাস্তুৰ পৰা ওলাই গৈছিল আজি তেওঁ ভিখাৰীৰ বেশে বুদ্ধদেৱ হৈ আকৌ সেই নগৰ সোমাইছেহি। সঁচাকৈয়ে জাৰ জহ কাৰো সমানে নেযায়। কোনে জানে কালিলৈ তুমি কি হবা?

বুদ্ধদেৱ অহাৰ গম্ পোৱা মাত্ৰকে ৰাজপুৰীৰ ভিতৰৰ পৰা ৰজা বাহিৰলৈ ওলাই আহিল। । ৰাণীয়ে পিছ ললে। গোপাই খবৰ পাই বাহিৰ ওলাই আঁতৰতে বুদ্ধদেৱক দেখিয়েই মূছ্ কছ্ গ'ল। পুতেকৰ বেশ দেখি ৰজাৰ বুকু ফাটি গ'ল। তেওঁ কবলৈ ধৰিলে "গৌতম! তুমি ভিখাৰীৰ বেশ ধৰিছা কিয়? তোমাৰ অভাৱ কিহত? তোমাৰ নাই কি? এই ৰাজ্য, ধন, বস্তু সকলো তোমাৰে। মোৰ কথা শুনা, এই বেশ ত্যাগ কৰা।"

বুদ্ধদেৱে উত্তৰ কৰিলে "দেউতা! সময় যে নাই। কালে প্ৰতি নিমিষে আয়ুষ ক্ষয় কৰি মৰণৰ ওচৰ চপাইছেনি। এই ৰাজ্য, এই ধন-দৌলত, সকলো মিছা—এই আছে এই নাই। ইয়াক এৰি সত্য-



বস্তু গ্ৰহণ কৰক, সি চিৰকলীয়া লগৰী। পবিত্ৰ জীৱন লাভ কৰিবলৈ যত্ন কৰক। পৃথিবীত ধৰ্ম্মই হে একমাত্ৰ সঁচা বস্তু।"

গৌতমৰ কথা শুনি ৰজাই তেওঁৰ হাতৰ পৰা ভিক্ষা পাত্ৰ নিজৰ হাতত ললে আৰু পুতেকক সাবটি ভিতৰলৈ লৈ গ'ল। মহাৰাণী প্ৰজাৱতীয়ে বহুদিনৰ মূৰত তেওঁৰ একেটি ৰতন গৌতমক পাই হাততে স্বৰ্গ ঢুকি পোৱা দি পালে আৰু আনন্দত বিভোল হ'ল। ৰাজ্যৰ সকলো বুদ্ধদেৱৰ ওচৰলৈ আহিল, নাহিল কিন্তু উপযাচি কেৱল গোপা। গোপাই ভাবিলে যদি স্বামীয়ে ভাল পায় মই নগলেও মোক দেখা কৰিবলৈ আহিব। সঁচাকৈয়ে গোপাৰ সেই ভাব ফলিয়াইছিল। বুদ্ধদেৱে গোপাক নেদেখি, শিষ্যসকলৰে সৈতে তেওঁৰ ঘৰৰ ফালে খোজ ললে আৰু গোপাৰ ওচৰত থিয় হল গৈ।

বুদ্ধদেৱক দেখি গোপাই মুখেৰে একো মাতিব নোৱাৰিলে, তেওঁৰ দুধাৰি চকু লো বৈ গল মাত্ৰ। সেই চকুলো দুধাৰিয়ে বুদ্ধদেৱৰ শ্ৰীচৰণ দুটি ধুৱাই দিলে। গোপাৰ মনত সেই সময়ত ইমানবোৰ ভাব খেলাইছিল তেওঁ কওঁ কওঁ বোলা কথাও ফুটাই কব নোৱাৰিলে।

শুদ্ধোদনে কলে 'গৌতম, তুমি যাবৰে পৰা গোপাই সন্ন্যাসিনীৰ দৰে নিয়মত চলি আহিছে। সময় মতে নেখাই নুশুই তাইৰ প্ৰাণটোলৈ কথমপি বৈ আছে।" সেই কথা শুনি বুদ্ধদেৱে গোপাক ধৰ্ম্ম কথা শুনাই সান্ত্বনা দিলে। ৰাজপুৰীৰ সকলোৱে বুদ্ধৰ ধৰ্ম্ম গ্ৰহণ কৰিলে আৰু লাহে লাহে গোটেই কপিলবাস্তু নগৰ বৌদ্ধ হ'ল।

বুদ্ধদেৱ এতিয়া ন্যগ্ৰোধৰ মঠতে থাকে। বছৰৰ ভিতৰৰ আঠ মাহ আন আন ঠাইলৈ গৈ ধৰ্ম্ম প্ৰচাৰ কৰে আৰু বাকী বাৰিষা চাৰি মাহ তাতে থাকি শিষ্যবিলাকৰে সৈতে ধৰ্ম্মালোচনা কৰে।

মঠত থকাৰ ভিতৰতে এদিন গোপাই পুতেক ৰাহুলক সাজ-পাৰ পিন্ধাই দি কলে, "ৰাহুল, তুমি দেউতাৰৰ ওচৰলৈ গৈ পৈতৃক সম্পত্তিৰ বিষয়ে জানি আহাঁ গৈ।" সাত দিনীয়া কেচুৱাতে এৰিবোৱা কুমাৰ এতিয়া প্ৰায় চৈধ্য বছৰীয়া হলহি; আৰু তেওঁৰ নাম ৰাখিছে 'ৰাহুল' মাকৰ কথামতে ৰাহুল মঠলৈ গৈ দেউতাকক কলে "দেউতা! আপোনাক দেখি আজি বৰ আনন্দ পালোঁ। এতিয়া মোক পৈতৃক সম্পত্তি লাগে।" বুদ্ধদেৱে কলে "মোৰ একমাত্ৰ সম্পত্তি ধৰ্ম্ম—দিব্য জ্ঞান। তোমাক লাহে লাহে তাৰহে অধিকাৰী কৰিব পাৰিম।" এই বুলি তেতিয়াৰ পৰা ৰাহুলক নিজৰ লগত মঠত ৰাখিলে।

বুদ্ধদেৱ তপস্যা কৰিবলৈ যোৱাৰ পিছত ৰাণী মহাপ্ৰজাৱতীৰ এটি ল'ৰা হৈছিল, তেওঁৰ নাম নন্দ। এই নন্দৰ বিয়াৰ নিমিত্তে ৰাজপুৰীত উৎসৱ চলিছে; আৰু কালিলৈ বিয়া আজি অধিবাসৰ দিনা বুদ্ধদেৱ নানা দেশত ধৰ্ম্ম প্ৰচাৰ কৰি ঘূৰি আহি মঠ পাইছেহি। নন্দই বুদ্ধ-দেৱক দেখা কৰিবৰ নিমিত্তে আহি, শিষ্যবিলাকক উপদেশ দি বহি থকা বুদ্ধদেৱক দেখা পালে আৰু তেওঁ সেই আলোচনাত যোগদান কৰি বহি পৰিল। বুদ্ধদেৱৰ সজ উপদেশবিলাক শুনি নন্দৰ মন লৰিল। তেওঁ ভাবিলে "হয়তো মই কি কৰিছোঁ! এনে সুন্দৰ বাট এৰি মই মায়াত বন্দী হৈ কিয় অবাটে যাব খুজিছোঁ! নহয় সি কেতিয়াও হব নোৱাৰে মই বিয়া নকৰোঁ।" এই বুলি তেওঁ বুদ্ধদেৱৰ পৰা সন্ন্যাস গ্ৰহণ কৰিলে। ৰজাই দেখিলে যে তেওঁৰ পিছত বংশ ৰক্ষা কৰিবলৈ আৰু কোনো নেথাকিল। গৌতম গ'ল, ৰাহুল গ'ল আৰু শেহত নন্দও সন্ন্যাসী হ'ল। শোকে বেজাৰে ৰজা ম্ৰিয়মাণ হল।

বুদ্ধদেৱে আঁতৰত **ধৰ্ম্ম প্ৰচাৰ** কৰিবলৈ যাওঁতে এসময়ত কোশল ৰাজ্যৰ ৰাজধানী শ্ৰাবস্তী নগৰ পাইছিল গৈ। তাতে চহকী মানুহ



এঘৰৰ কৃষ্ণা নামে মানুহ এজনীৰ ল'ৰা এটি মৰে। কৃষ্ণা সেই শোকত কান্দি কাটি বাউলী হৈ পৰিছে, এনেতে দেখা পালে দুৱাৰ মুখত এজন সন্ন্যাসী। সন্ন্যাসী জন দেখিয়েই লাজ কাজ কাতি কৰি থৈ লৰি আহি তেওঁৰ ভৰিত পৰি কলে "প্ৰভু! আপোনালোকে যি কৰোঁ বোলে তকে কৰিব পাৰে, মোৰ লৰাটি এইমাত্ৰ মৰিল ইয়াক মন্ত্ৰৰ বলেৰে জীয়াই দিয়ক।" সন্ন্যাসীয়ে উত্তৰ কৰিলে "মই জীয়াব নোৱাৰোঁ। সৌ ওচৰতে আমাৰ গুৰু আছে তেখেতৰ ওচৰলৈ লৈ যোৱাঁ। মন কৰিলে তেখেতে জীয়াই দিব পাৰে।" সেই কথা শুনি কৃষ্ণা বুদ্ধদেৱৰ ওচৰলৈ গ'ল আৰু সকলো কথা নিবেদন কৰি কলে "প্ৰভু এটি ঔষধ দি লৰাটিৰ প্ৰাণ দান দিয়ক।" বুদ্ধদেৱে কলে "মোৰ হাতত হওতে বৰ ভাল ঔষধ আছে কিন্তু এটি মাত্ৰ বস্তুৰ অভাব। সেই বস্তুটি পালেই দিব পাৰিম।" কৃষ্ণাই সুধিলে "সেইটোনো কি বস্তু প্ৰভু? মই এতিয়াই আনি দিম কওক।" বুদ্ধদেৱে কলে "মোক এমুঠি সৰিয়হ যদি আনি দিব পাৰা তেন্তে, কোনো কথা নাই ল'ৰা জীব। কিন্তু এটি কথা সেই সৰিয়হ এনে ঘৰৰ পৰা আনিবা যাৰ ঘৰত কেতিয়াও মানুহ মৰা নাই।"

বুদ্ধদেৱৰ কথামতে কৃষ্ণা নিজে সৰিয়হ বিচাৰি গাৱঁলৈ ওলাল। আহা! পুতেকলৈ মাকৰ ইমান স্নেহ, নিজৰ মান অপমানলৈ হুচ নাই। যা হওক তেওঁ ঢুকি পোৱালৈকে গাওঁ ভূঁই বিচাৰি কতো মানুহ নমৰা ঘৰ নেপাই বিমৰিষ মনে ঘূৰি আহিল। ওচৰ পাওঁতেই বুদ্ধদেৱে সুধিলে "পালানে কোনো মানুহ নমৰা ঘৰৰ সৰিয়হ?" কৃষ্ণাই কলে "অত বিচাৰি এনে এঘৰ মানুহ নেপালো যাৰ এজন নহয় এজন মানুহ মৰা নাই।" তেতিয়া বুদ্ধদেৱে কলে "তেন্তে কালে অকল তোমাৰ লৰাটিকে মাৰি এৰা নাই? সংসাৰৰ সকলো শোকত বিয়াকুল হয়। যদি শোক

তাপ মৰণৰ হাত সাৰিব খোজা তেন্তে সত্য বস্তু বিচাৰ কৰা । মিছাত ধৰি নেথাকিবা ।” সেই দিনাৰ পৰা কৃষণ বুদ্ধদেৱৰ শৰণ পশিল ।

এদিন বুদ্ধদেৱৰ আৰু এটা ঘটনা হৈছিল । কওঁ শুনা, এদিন তেওঁ হাতত কমণ্ডলু লৈ ভিক্ষা কৰি ফুৰি ফুৰি সদাগৰ এঘৰত সোমালে । ভিক্ষা খুজিলত সদাগৰে কলে ‘ইমান জন শকত আবত মানুহে কামবন কৰি বা নেথায় কিয় ? খুজিলে কোনে খাবলৈ দিব । ইমান দুখ কষ্ট কৰি, ৰদত শুকাই বৰষুণত তিতি আৰ্জিম আৰু ইবিলাকে এনেই খুজি-য়েই বহি খাব । তোমাৰ দৰে নিপুতল মানুহে যদি বহি খায় তেন্তে দুৰ্ব্বলবিলাকে কৰিব কি ? মই মাটি দিওঁ তুমি হাল কোৰ ধৰি শইচ্ উৎপন কৰি খোৱা ।”

সদাগৰৰ কথা শুনি বুদ্ধদেৱে মাত লগালে “আপোনাৰ কথা সঁচা । আমিও এলাহুক লাই নিদিওঁ । আমাৰো খেতি-বাতি আছে । কিন্তু আহিলাপাতিবিলাক হে অলপ লৰ । আমি মানুহৰ হিয়াহে হাল বাই সাৰুৱা কৰোঁ । হিয়া হ’ল মাটি, জ্ঞান নাঙল, বিনয় ফাল আৰু উৎসাহ গৰু । ইয়াৰে হিয়াখন সাজু হলে তাত বিশ্বাস কঠীয়া পাৰোঁ । তাৰ পৰাই ‘নিৰ্ব্বাণ’ ফল ওপজে । মই আনন্দৰে তাকেই খাওঁ ।”

বুদ্ধদেৱৰ এনে কথা শুনিতো সদাগৰ অবাক্ । তেতিয়াই তেওঁৰ চৰণত পৰি টান কথা কোৱা বাবে ক্ষমা বিচাৰিলে আৰু বুদ্ধদেৱৰ পৰা দীক্ষা ললে ।

ইয়াতে থাকোঁতে থাকোঁতে বুদ্ধদেৱে শুনিলে যে কপিলবাস্তুত পিতা-কৰ টান নৰীয়া হৈছে । শুনিয়ে বুঢ়া কালত অলপ সেৱাশুশ্ৰূষা কৰি-বলৈ তেওঁ তেতিয়াই দেশলৈ ঘূৰি আহিল । ৰজাই মৰণ কালত অতি চেনেহৰ গৌতমক দেখি সুখী হ’ল । তেওঁৰ বেমাৰ কিন্তু ক্ৰমে টান হৈ আহিল । অলপ দিনৰ পিচতে তেওঁ দেহ এৰি স্বৰ্গ লৈ গুচি গ’ল ।



বুদ্ধদেৱে পিতাকৰ দহনদাহন কৰিলে । বংশত আৰু কোনো ৰজা হবলৈ নেথাকিল । আন বংশ ৰাজপাটত বহিলহি । বুদ্ধই সন্ন্যাসিনীসক-লৰ ভিতৰত গোপাক ডাঙৰ পাতি ৰাজপুৰীত থৈ তেওঁ আকৌ ধৰ্ম্ম প্ৰচাৰ কৰিবলৈ তাৰ পৰা গুচি গ’ল ।

যি ঘৰ সংসাৰ এৰি বুদ্ধদেৱৰ দৰে সন্ন্যাসী হৈ বৌদ্ধ ধৰ্ম্ম লৈছিল তেওঁবিলাকৰ নাম হ’ল “ভিক্ষু” । আন সন্ন্যাসীৰ দৰে ভিক্ষুসকলে মূৰত জটা নেৰাখে বৰঞ্চ চুলি খুৰাই হে পেলায় ।

——::৪::——

# বদন বৰফুকন।

সূৰ্য্যকুমাৰ ভূঞা।

মোৱামৰীয়া বিদ্ৰোহত গোটেই অসমদেশ একেবাৰে ছাৰখাৰ হৈ যোৱাত মহামতি ৰাজমন্ত্ৰী পূৰ্ণানন্দ বুঢ়াগোঁহাই ডাঙৰীয়া সেই জুকলা ৰাজ্য ভাল কৰাত বৰ ব্যস্ত আছিল। ডাঙৰীয়াই মটক-মৰাণৰ উপদ্ৰৱত দেশে বিদেশে ভাগি যোৱা অসমীয়া ৰাইজক মাতি আনি আকৌ আগৰ ঠাইত বসতি কৰিবলৈ দিছিল, আৰু সৈন্য-বিভাগৰ বিশেষ সংস্কাৰ সাধিছিল। বুঢ়াগোঁহাই ডাঙৰীয়াৰ বিশেষ যত্নত ভঙ্গা দেশ পুনৰ টনকিয়াল হবলৈ ধৰিলে। উজনীত পূৰ্ণানন্দ বুঢ়াগোঁহাই ডাঙৰীয়া ৰাজমন্ত্ৰী হৈ থকা কালত ভাটীত কলিয়া ভোমোৰা বৰফুকন আছিল। হৰদত্ত আদি কৰি কামৰূপৰ কিছুমান প্ৰতাপৱন্ত মানুহৰ বিদ্ৰোহ এই জনা বৰফুকনে বৰ কৌশলেৰে দমন কৰি ৰজা ঘৰৰ পৰা বিশেষ সুখ্যাতি লাভ কৰে। তেতিয়াৰে পৰা কামৰূপৰ প্ৰজাক সাৱধানে শাসন কৰিলে ৰাজ্যৰ সুমঙ্গল বুলি বুঢ়াগোঁহাই ডাঙৰীয়াই বিবেচনা কৰিছিল। উজনীত বুঢ়াগোঁহাই ডাঙৰীয়াই নিজে যিদৰে শান্তিৰ ব্যৱস্থা কৰিছিল, নামনীত বৰফুকনেও তেনে কৰিব বুলি তেখেতে আশা কৰিছিল। কিন্তু কলিয়া ভোমোৰাৰ পাচত যিজন বৰফুকন হল, তেওঁৰ কাৰ্য্যাৱলীৰ পৰা বুঢ়াগোঁহাই ডাঙৰীয়া হতাশ হল।

কলিয়া ভোমোৰাৰ পাচত দুৱৰাৰ ঘৰৰ হৰনাথৰ পুতেক যিণাই, ওৰফে বদনচন্দ্ৰ, ভাটীৰ বৰফুকন হৈ কামৰূপৰ প্ৰজাৰ ওপৰত উৎপীড়ন কৰিছে বুলি বুঢ়াগোঁহাইৰ কাণত পৰিলগৈ। ডাঙৰীয়াৰ ঘোৰ শঙ্কা হল,



জানোচা কামৰূপৰ প্ৰজাই দেশত পুনৰ বিদ্ৰোহৰ জুই জ্বালি তোলে, তেনেহলে বুঢ়াগোঁহাই ডাঙৰীয়াৰ শান্তিস্থাপনৰ সকলো শ্ৰম বিফল হল। বদনচন্দ্ৰৰ প্ৰথম অপৰাধ হল এইটো।

তাৰ উপৰি, বৰফুকনৰ লৰা কিটিয়ে বালকদাস নামে এটা ঘৰুৱা হাতীক ভাং খুৱাই বলিয়া কৰি মাজে মাজে গুৱাহাটী চহৰত এৰি দিছিল। একালে ভাং-খোৱা পগলা হাতীয়ে ৰাইজৰ ঘৰ-দুৱাৰ মহতিয়াই মানুহ মাৰি এমুৰৰ পৰা সংহৰি নিজে, আনফালে ফুকনৰ লৰাই ৰোমান সম্ৰাট দিনৰ দৰে নিলগৰ পৰা এই ভীষণ ধেমালি চাই আনন্দ উপভোগ কৰি হাত চাপৰি বাইছে!—ফুকনৰ অপৰাধ তেওঁ নিজৰ লৰাৰ কাৰ্য্যত একো হকা-বন্ধা নিদিছিল। লৰাই পানী পেলায়, ডাঙৰে পিছলি পৰে। বৰফুকনৰ দ্বিতীয় জগৰ হল এইটো। অসমত বিষয়াসকলৰ অশেষ ক্ষমতা আছিল সঁচা কিন্তু সেই বুলি কোনো ৰজা বা বিষয়াৰ লৰাই প্ৰজাৰ ওপৰত অত্যাচাৰ কৰিব এইটো অসহনীয়। চুৰম্‌ফা ভগা ৰজাই নিজৰ এজনা কোঁৱৰ মৰাত কুঁৱৰীৰ অনুৰোধমতে ফুকন-বৰুৱা আদি বিষয়াৰ কেবাটাও লৰাক ৰাজকোঁৱৰৰ লগত উমলিব বুলি মৈদামত পুতিলে। ইয়াতে ৰজাৰ বিষয়াসকল অসন্তুষ্ট হৈ উক্ত ৰজাক সিংহাসনৰ পৰা নমাই আন এজনাক সিংহাসনত বহুৱালে! স্বৰ্গদেৱৰ প্ৰধান জগৰ তেওঁ কুঁৱৰীৰ প্ৰস্তাৱৰ প্ৰতিবাদ নকৰি বিষয়াসকলৰ জীয়া লৰাক মৰা কোঁৱৰৰ লগত মৈদামত থলে। গতিকে, বদনচন্দ্ৰ বৰফুকনৰ লৰাই হাতীক বলিয়া কৰি ৰাইজৰ অনিষ্ট সাধিব, আৰু পিতাক বৰফুকনে তাত একো বাধা নিদিব এইটো বাস্তৱতে বিষম জগৰৰ কথা। বুঢ়াগোঁহাই ডাঙৰীয়াৰ বিশেষ শঙ্কা হল, অলপতে শান্ত হোৱা কামৰূপৰ প্ৰজা এইবোৰ উৎপীড়নত আকৌ কিজানি বিদ্ৰোহী হৈ উঠে।

সেই সময়তে কুকুৰাচোৱা বৰা ভূতৰ পুতেক শতৰাম কোমল বয়সীয়া ৰজা চন্দ্ৰকান্ত সিংহৰ বিশেষ প্ৰিয়পাত্ৰ হৈ চাৰিঙ্গীয়া ফুকনৰ পদ পায়গৈ । শতৰামে অযথা ৰাজ-অনুগ্ৰহ লভি পূৰ্ণানন্দ বুঢ়াগোঁহাই ডাঙৰীয়াকে আদি কৰি দায়িত্ব-পূৰ্ণ বিষয়াসকলক নানা ৰকমে অপমান কৰিবলৈ ধৰিলে । এনে কি, শতৰামে তলে তলে সৈন্য গোটাই বুঢ়াগোঁহাইৰ বিৰুদ্ধে ষড়যন্ত্ৰ আৰম্ভ কৰিলে । স্বৰ্গদেৱৰ অনিচ্ছা স্বত্বেও, পাত্ৰমন্ত্ৰীৰ ইচ্ছা প্ৰবল হোৱাত, শতৰাম আৰু তাৰ লগৰ ষড়যন্ত্ৰকাৰীসকলৰ বিচাৰ হল । বিচাৰত শতৰাম আৰু তাৰ লগৰীয়াহঁতৰ দণ্ড হল । এই বিচাৰত এইটো প্ৰকাশ পালে যে বদনচন্দ্ৰ শতৰামৰ ষড়যন্ত্ৰত যোগ আছিল । বদনচন্দ্ৰৰ তৃতীয় অপৰাধ হল এইটো ।

এই তিনিওটা জগৰ মুঠ কৰি, বদনচন্দ্ৰক ৰাজদ্ৰোহৰ দোষী বিবেচনা কৰি, ১৭৩৭ শকৰ ভাদ মাহত বদনচন্দ্ৰক ধৰি উজনীলৈ আনিবলৈ মহেশ্বৰ পৰ্ব্বতীয়া ফুকনক বুঢ়াগোঁহাই ডাঙৰীয়াই গুৱাহাটীলৈ পঠিয়ালে ।

বদনচন্দ্ৰৰ চাৰিটি সন্তান, কন্যা পিজো আইদেউ, লৰা জন্মি, পিয়ালী আৰু ন্নমলী । এই পিজো গাভৰুক পূৰ্ণানন্দ বুঢ়াগোঁহাই ডাঙৰীয়াৰ পুতেক ওৰেযানাথ ঢেকিয়াল ফুকনে বিয়া কৰায় । গাভৰুৱে কেনেবাকৈ মহেশ্বৰ পৰ্ব্বতীয়া ফুকন গুৱাহাটীলৈ বদনচন্দ্ৰক ধৰিবলৈ যোৱা গম পাই তুৰন্তে এজন বিশ্বাসী মানুহৰ হাতত এখন চিঠি দেউতাক বৰফুকনলৈ দিলে, তাৰ মৰ্ম্ম এই,—"দেউতা, সকলো মানুহ তোমাৰ বিপক্ষ । ঈশ্বৰ তোমাৰ সপক্ষ হওক । সাৱধান, নতুবা সৰ্ব্বনাশ ।"

১৭৩৭ শকৰ আহিনৰ ৯ তাৰিখে সন্ধিয়া পৰ্ব্বতীয়া ফুকন গৈ গুৱাহাটী পাই, তাৰ পাছ দিনা পুৱা দোপদৰত বৰফুকনক ধৰিবলৈ প্ৰস্তাৱ কৰিলে । কিন্তু সেই দিনা সাজতে পিজো আইদেউৰ পৰা চিঠি লৈ যোৱা মানুহে ফুকনক চিঠিখন দিয়ে । চিঠি পাই বৰফুকনে সেই নিশাই নাৱৰীয়া



মাতি আনি ধোঁদৰ দুৱাৰেদি নাৱত উঠি লুইতেদি ভটিয়াই গল ।

বৰফুকন পলাই যোৱা শুনি পৰ্ব্বতীয়া ফুকনৰ কি কৰোঁ কি নকৰোঁ লাগিল । তেওঁ ৰাতিটো জিৰণি লৈ পুৱা বৰফুকনক ধৰাৰ প্ৰস্তাৱ সকলো বিফল হল । তেওঁ নাৱেৰে বৰফুকনক খেদা দি বঙ্গদেশৰ এলাকা চিলমাৰীত বৰফুকনক ধৰোঁ ধৰোঁ হৈছিল, কিন্তু চিলমাৰীৰ থানাদাৰে বৰফুকনক পৰ্ব্বতীয়া ফুকনৰ হাতত সমৰ্পণ নকৰিলে । বৰফুকনে কলিকতা পাই বৃটিচ গৱৰ্ণমেণ্টৰ ওচৰত অসমৰ দুৰ্দ্দশাৰ কথা বৰ্ণনা কৰি সাহায্য ভিক্ষা কৰে । ইয়াৰ পূৰ্ব্বে বৃটিচৰ সেনা আহি অসমত মোৱামৰীয়া বিদ্ৰোহ দমন কৰে, সেই সূত্ৰত বৃটিচৰ লগত ১৭১৫ খৃষ্টাব্দৰ সন্ধিমতে অসমৰ মিত্ৰতা আছিল । বৰফুকনৰ প্ৰাৰ্থনা মতে মিত্ৰ ৰাজ্যলৈ সৈন্য পঠিয়াবলৈ বৃটিচ অসন্মত হ'ল । বৰফুকনে তাৰ পাচত এজন মান কটকীৰ লগত ঢাকা, চট্টগ্ৰাম, আৰাকানেদি পানী-তৰ উভয়েদি গৈ বহুদিনৰ মূৰত মান ৰজাৰ ৰাজধানী আভা নগৰী পায়গৈ । পৰম পৰাক্ৰমী সেই কালৰ মান ৰজা বডোৱাফ্ৰাৰ আগত অসমৰ দুৰ্দ্দশাৰ কথা বৰ্ণনা কৰি, আৰু অসমৰ ধন-সোণ গাভৰুৰ সৌন্দৰ্য্য আদিৰ প্ৰলোভন দেখুৱাই, মান ৰজাক অসমলৈ এজাক মান-সেনা পঠাবলৈ বৰফুকনে মান্তি কৰায় । ১৭৩৮ শকৰ ফাগুণত, অৰ্থাৎ গুৱাহাটী এৰাৰ ওঠৰ মাহৰ পাচত মানৰ সৈন্য লৈ বৰফুকনে অসমৰ সীমাত ভৰি দিয়েহি । সেই শকৰ চ'তত বৰফুকন সসৈন্যে যোৰহাট পাওঁ পাওঁ হওঁতেই পূৰ্ণানন্দ বুঢ়াগোঁহাই ডাঙৰীয়াৰ মৃত্যু হয় । তাৰ পাচে একো অত্যাচাৰ কৰিবলৈ নিদি মানহঁতক ফুকনে দমন কৰি ৰাখিব পাৰিছিল, আৰু চন্দ্ৰকান্ত স্বৰ্গদেৱৰ লগত মানৰ তেওঁ মিত্ৰতা স্থাপন কৰি মানহঁতক নিজৰ দেশলৈ পঠিয়াই দিছিল । স্বৰ্গদেৱে, ১৭৩৯ শকৰ বহাগৰ শেহত তুংখুঙ্গীয়া ফৈদৰ বগা কোঁৱৰৰ জীয়েক হেমো আইদেউক সালঙ্কৃতা কৰি মানৰজালৈ

দিলে। তাৰ পৰা চন্দ্ৰকান্ত আৰু মানৰ মাজত মিত্ৰতা আৰম্ভ হল। হেমো (খেনোৰ মতে ভামো) আইদেউৰ লগত তেওঁৰ মাক, ককায়েক টঙ্কেশ্বৰ আৰু মলো, আৰু পাঁচ শ অসমীয়া ৰণুৱা সপৰিয়ালে মানদেশলৈ যায়। এই গৰাকী কুঁৱৰী বৰ শুৱনী আৰু গুণৱতী আছিল, পাচলৈ মানৰ ৰাজমহিষী হৈ ভামো মেপায়া নামে তেওঁ ভূষিতা হয়।

চন্দ্ৰকান্ত স্বৰ্গদেৱে বদনচন্দ্ৰক মন্ত্ৰীফুকন বাব দি ৰাজমন্ত্ৰীৰ সকলো ক্ষমতা তেওঁৰ হাতত অৰ্পণ কৰে। মন্ত্ৰী-ফুকন বা ৰাজমন্ত্ৰী হৈ বদন-চন্দ্ৰই হেজাৰ ভাল সুশাসন কৰোক, সোণৰ সঁফুৰা অসম-ভূমিত শত্ৰু সুমুৱাৰ কাৰণে তেওঁ সকলোৰে অপ্ৰিয় হৈ উঠিল। পূৰ্ণানন্দ বুঢ়াগোঁহাই ডাঙৰীয়াৰ প্ৰতি ৰাজমাও দেৱতাৰ অশেষ অনুৰাগ আছিল। ৰাজ্যৰ ধৰণী পূৰ্ণানন্দ বুঢ়াগোঁহাই ডাঙৰীয়াৰ ঠাই অধিকাৰ কৰি, এনে কি ডাঙ-ৰীয়াৰ বাহৰতে বসতি কৰি বদনচন্দ্ৰই মন্ত্ৰীফুকনৰ বাব লৈ ৰাজ্য চলা-বলৈ আৰম্ভ কৰাত, বদনচন্দ্ৰ ৰাজমাও দেৱতাৰ চকুৰ হুল হৈ পৰিল। ধনী বৰবৰুৱাৰে সৈতে ৰাজমাৱে বদনচন্দ্ৰক বধিবলৈ পৰামৰ্শ কৰিলে। বদনচন্দ্ৰৰ গাত বোলে কে-অঁৰা মান বিৰি আছিল, এই বিৰিৰ গুণতে ক'তো একো বিঘিনি নোহোৱাকৈ বৰফুকনে সুদূৰ মানদেশৰ পৰা উভটি আহিল। কথিত আছে এই বিৰি গাত থাকেমানে বৰফুকনক দা-জাঠিৰে কুৰিয়াই মাৰিব নোৱাৰি, অথাই পানীত পৰিলেও তেওঁ নুবুৰে। ৰাজ-মাৱে চল কৰি জানিব পাৰিলে যে পুৱা শৌচৰ সময়তে ফুকনে এই বিৰি কে অৰা শৰাইত থৈ দিয়ে। এই চেগতে তেওঁক মাৰিব কাটিব পাৰি। ৰূপচিং নামে ভোজপুৰীয়া হিন্দুস্থানী চিপাহী এটা এই কামত নিযুক্ত হয়। ১৭৩০ শকৰ শাওণত ৰূপচিঙে চেগ চাই বৰফুকনৰ প্ৰাণ হত্যা কৰে। স্বৰ্গদেৱৰ আদেশ বা ৰাজমাৱৰ পৰামৰ্শমতে জন্মি, নুমলী, পিয়লীক বন্দী কৰা হয়।



বদনচন্দ্ৰৰ মৃত্যুৰ পাচত মানৰ মিত্ৰ চন্দ্ৰকান্ত সিংহক ৰাইজে সন্দেহৰ চকুৰে চাবলৈ ধৰিলে। বৰফুকনে অসমলৈ মান অনা কাৰ্য্যত স্বৰ্গদেৱৰ যোগ আছে বুলি ৰাইজৰ বিশ্বাস হ'ল। স্বৰ্গদেৱে ভাবিছিল পূৰ্ণানন্দ বুঢ়াগোঁহাই ডাঙৰীয়াই সকলো ৰাজ-ক্ষমতা নিজ হাতলৈ আনিবলৈ ধৰিছে। সেইদেখি বুঢ়াগোঁহাই ডাঙৰীয়াই অন্যান্য পাত্ৰ-মন্ত্ৰীৰে বৰচৰাত শতৰামৰ বিচাৰৰ নিমিত্তে বাট চাই থাকিলেও স্বৰ্গদেৱে বুঢ়াগোঁহায়ে অন্যায় আচৰণ কৰিছে বুলি শতৰামক বৰচৰালৈ পঠাবলৈ অনিচ্ছুক হৈছিল। বদন-চন্দ্ৰই নিজ আৰু স্বৰ্গদেৱৰ শত্ৰু বুঢ়াগোঁহাই ডাঙৰীয়াক এসেকা দিবলৈ অসমলৈ মান অনা কাৰ্য্যত স্বৰ্গদেৱৰ যোগ থকাটো সম্ভৱ বুলি ৰাইজে ভাবিলে। বাস্তৱতে বৰফুকনে কলিকতাত ইংৰাজৰ আগত আৰু বৰ্ম্মাত মান ৰজাৰ আগত চন্দ্ৰকান্ত সিংহ স্বৰ্গদেৱৰ তৰফেহে এই বুলি দৰ্খাস্ত দিছিল যে অকল বুঢ়াগোঁহাই ডাঙৰীয়াই দেশখন ৰসাতললৈ নিছে, ৰজা নামমাত্ৰ, সেই ৰজাৰ লুপ্ত ৰাজক্ষমতা ওলোটাই দিব লাগে। দ্বিতীয়তঃ মানহঁত যোৰহাট পাওঁতে ৰুচিনাথ বুঢ়াগোঁহাই ডাঙৰীয়া গুৱাহাটীলৈ ভটীয়াই গল, স্বৰ্গদেৱক মতাত স্বৰ্গদেৱ উজনীত থাকিল। ইয়াৰপৰা ৰাইজে বুজিলে যে স্বৰ্গদেৱে ভাবিছে মানে তেওঁৰ অনিষ্ট নকৰে, কাৰণ মান তেওঁৰ নিমন্ত্ৰিত। তৃতীয়তঃ, মানহঁত প্ৰথমবাৰ অসমলৈ আহি চন্দ্ৰকান্ত স্বৰ্গদেৱক অসমৰ সিংহাসনত সুদৃঢ় কৰি তেওঁৰ লগত মিত্ৰতা স্থাপন কৰিলে। চতুৰ্থতঃ, স্বৰ্গদেৱে অসমৰ শত্ৰু বদন-চন্দ্ৰক ৰাজমন্ত্ৰীৰ বাব দি সকলো ক্ষমতা অৰ্পণ কৰে। কিন্তু যি চন্দ্ৰকান্ত সিংহই মহগঁড়ত ভীষণ উদ্যমেৰে মানৰ লগত যুদ্ধ কৰে, সেই চন্দ্ৰকান্তক ৰাজ্যদ্ৰোহী বুলিবলৈ সত নাযায়।

বদনচন্দ্ৰ যিমান দিনলৈকে জীয়াই আছিল, তিমান দিনলৈ চন্দ্ৰকান্ত স্বৰ্গদেৱৰ কোনেও একো অনিষ্ট কৰিব নোৱাৰিছিল। কিন্তু বদনচন্দ্ৰৰ

মৃত্যুৰ পাচত, ১৭৩৯ শঁকৰ ১৩ ফাগুনত পুৰন্দৰ সিংহক সকলোৱে ৰজা বুলি সেৱা কৰে আৰু চন্দ্ৰকান্ত স্বৰ্গদেৱক আগলৈ ৰাজ-কাৰ্য্যলৈ অযোগ্য কৰিবলৈ মৰঙীখোৱা গোঁহায়ে তেওঁক কৰ্ণক্ষত কৰিলে। মানৰ মিত্ৰ চন্দ্ৰকান্ত ৰজাদেৱৰ অপমান আৰু বদনচন্দ্ৰ বৰফুকনৰ হত্যা এই দুইৰ বাতৰি পাই মান ৰজাই আলুমিঙ্গিক দেৰকুৰি হেজাৰ সৈন্য দি চন্দ্ৰকান্তক ৰাজ্য দিয়াবলৈ পঠালে! ১৭৪০ শকৰ ফাগুনত মানে অসম প্ৰবেশ কৰে, আৰু পুৰন্দৰ সিংহক খেদি চন্দ্ৰকান্তক পুনৰ সিংহাসনত প্ৰতিষ্ঠিত কৰে। ধনী বৰবৰুৱা আৰু নিৰ্ভয় নাৰায়ণ বৰপাত্ৰক মানে বধ কৰিলে। অসমত দুহেজাৰ মান সৈন্য থৈ আলুমিঙ্গি মান দেশলৈ উভতি গল। ধনী বৰবৰুৱাৰ হত্যাৰ পাচত পতানি নামে কছাৰি এজন বৰবৰুৱা হৈ ভবিষ্যতলৈ মানক ভেটা দিবলৈ জয়পুৰত এটা কোঠ মৰালে।

১৭৪১ শঁকত একুৰি-সোতৰ বছৰীয়া দীঘল ৰাজত্বৰ পাচত বডোৱাফ্ৰা মানৰজাৰ মৃত্যু হোৱাত তেওঁৰ নাতিনীয়েক বাগ্যীদোৱা বৰ্ম্মাৰ সিহাসনত আৰোহণ কৰে। ১৭৫৯ শঁকত বাগ্যীদোৱাৰ ভায়েকে ককায়েকক সিংহাসনৰ পৰা আঁতৰাই নিজে সিংহাসন অধিকাৰ কৰে। তাৰ পাচত বাগ্যীদোৱাৰ মতিভ্ৰম হয়, আৰু অৱশেহত বন্দীশালত তেওঁৰ মৃত্যু হয়। অসমদেশ ছাৰখাৰ কৰা মান ৰজাৰ ইয়াতকৈ আৰু কি ভাল পৰিণাম হব পাৰে?

অসমলৈ আহি নিজদেশলৈ উভতি যোৱা মানসেনা আৰু মান সেনাপতিৰপৰা অসমৰ ধন সোণৰ কথা শুনি মানৰজাই অসমদেশ লবলৈ বৰ হেপাহ কৰিলে। ব্ৰহ্মৰজাই মিঙ্গিমাহা তিলুৱাক সেনাপতি পাতি কিছু সৈন্য দি অসমলৈ পঠালে। আগৰ দুবাৰ মানৰ আক্ৰমণৰ উদ্দেশ্য আছিল বদনচন্দ্ৰৰ অনুৰোধ ৰক্ষা কৰা বা চন্দ্ৰকান্তক ৰাজসিংহাসত পুনৰ অধিষ্ঠিত কৰা, কিন্তু এই তৃতীয়বাৰৰ প্ৰকাশ্য উদ্দেশ্য আছিল অসম জয় কৰা। জয়পুৰৰ কোঠৰ ওচৰত এখনি সকসুৰা যুজঁত পতালি বৰবৰুৱাক মানে



বধ কৰে। মান অমিত্ৰভাৱে এইবাৰ অসমলৈ আহিছে বুলি চন্দ্ৰকান্ত স্বৰ্গদেৱে ১৭৪২ শঁকৰ চ'তত গুৱাহাটীলৈ ভটীয়াই গল। মানসেনাপতি মিঙ্গিমাহা তিলুৱাই যোৰহাট অধিকাৰ কৰি যোগেশ্বৰ সিংহক পুতলা ৰজা পাতি নিজে ৰাজত্ব কৰিবলৈ ধৰিলে। মানসেনাপতিয়ে লগৰ সেনাবোৰক ৰচদপাতি যোগাব নোৱাৰি সিহঁতক তিনি ভাগ কৰি উত্তৰকূল, দক্ষিণকুল আৰু ব্ৰহ্মপুত্ৰেৰে ভটিয়াই পঠিয়ালে। মান যি পোনে গল সি পোনে দেশ উজাৰ হল, সিহঁতৰ পৈশাচিক অত্যাচাৰত থাকিব নোৱাৰি বহুত অসমীয়া মানুহ দেশ এৰি বিদেশলৈ পলাই গল। পাচলৈ হাদিৰাচকী আৰু মহগড়ত মানসেনাৰ লগত মৰোঁ-জীউ কৈ অসমীয়া সেনাই যুদ্ধ কৰে। কিন্তু দুয়ো ঠাইতে অসমীয়া সেনা পৰাস্ত হয়। ইয়াৰ পাচত গোটেই অসম দেশ মানৰ তললৈ আহিল।

ইপোনে মানহঁতে লাহে লাহে বৃটিচৰ ৰাজ্যতো হাত দিবলৈ ধৰিলে। বৃটিচৰ লগত মানৰজাৰ যুদ্ধ আৰম্ভ হল। ১৭৪৬ শঁকৰ মাঘত ঢাকাৰ পৰা বৃটিচ সৈন্য গৈ মানহঁতৰপৰা অসমদেশ অধিকাৰ কৰিলে। কলিয়াবৰত মানসেনা কেবাবাৰো পৰাস্ত হয়। সেই শঁকৰ মাঘত ২১ তাৰিখে, অৰ্থাৎ ইংৰাজী ১৮২৫ চনৰ ফেব্ৰুৱাৰী ৬ তাৰিখে মানৰ সেনাপতি শ্যাম ফুকন আৰু নিবাৰু ফুকনৰ পৰা ইংৰাজে এখন লেখা ললে যে মানহঁতে দেশত হুলস্থুল নকৰি নিজ দেশলৈ শান্তিৰে গুচি যাব। এইদৰে মানে অসমত তিনি বছৰ দহ মাহ উনৈশ দিন ৰাজত্ব কৰে। পাচত ইংৰাজী ১৮২৬ চনৰ ২৪ ফেব্ৰুৱাৰীত হোৱা ইয়াণ্ডাবু সন্ধিত বৃটিচে ব্ৰহ্মৰজাৰ পৰা অসমৰ অধিকাৰীত্ব পায়। মান-মৰাণৰ আক্ৰমণত জুৰুলা হোৱা অসমীয়া প্ৰজাই বৃটিচৰ শাসনৰ শান্তিত আকৌ গা দাঙ্গিবলৈ ধৰিলে।

---

# পুৰণি কথা সাহিত্য ।

অসমীয়া ভাষা পুৰণি সাহিত্যেৰে চহকী । এই ভাষাৰ প্ৰথম গোৰাত গদ্যতকৈ পদ্য ৰচনা বেচি । ভাৰতবৰ্ষৰ আন আন মাতৃ ভাষাৰো সেই একে অৱস্থা । কিন্তু আমাৰ ভাষাত গদ্য ৰচনা অন্যান্য মাতৃভাষাৰ গদ্য ৰচনাতকৈ বহুত আগৰ । খৃষ্টীয় ষোড়শ শতাব্দীৰপৰা অসমীয়া ভাষাত গদ্য ৰচনা পাবলৈ আছে । ভট্টদেৱ নামেৰে এজন বিশিষ্ট ব্ৰাহ্মণ পণ্ডিতে এই শতাব্দীত কথাভাগৱত আৰু কথাগীতা নামে দুখনি অমূল্য গ্ৰন্থ গদ্যত ৰচনা কৰি গৈছে । কথাগীতাৰ গদ্য ৰচনা দেখি কলিকতা বিশ্ববিদ্যালয়ৰ স্যাৰ আশুতোষ মুখোপাধ্যায়ে কয় যে "যি জাতিয়ে ষোড়শ শতাব্দীত গীতাৰ এনে গদ্য ৰচনা কৰিব পাৰিছিল সেই জাতি এটা সৰু জাতি নাছিল।" জগতবৰেণ্য কবি স্যাৰ ৰবীন্দ্ৰনাথে কয় "বঙ্গভাষাত গদ্য সৃষ্টি হোৱাৰ এশ বছৰতকৈও আগেয়ে বিজন গ্ৰন্থকৰ্ত্তাই এনে সুন্দৰ আৰু প্ৰসিদ্ধভাবে গদ্য ৰচনা কৰিব পাৰিলে সেই (কথাগীতাৰ) গ্ৰন্থকৰ্ত্তাৰ বিষয়ে অসমবাসীয়ে যথাৰ্থতে গৌৰব কৰিব পাৰে।" সেইদৰে স্যাৰ প্ৰফুল্লচন্দ্ৰ ৰায়ে কয় যে "কথাগীতা এখন অমূল্য ৰত্ন ; যি সময়ত পৃথিবীত সাধাৰণতঃ গদ্য ৰচনা নহৈছিল সেই সময়তে অসমীয়া কথা বা গদ্য সাহিত্যই উৎকৰ্ষ লাভ কৰিছিল" ইত্যাদি । এই দুখন কিতাপত বাদেও অসমদেশৰ বুৰঞ্জী সাহিত্যত আমাৰ গদ্য ৰচনা আছে । অসমীয়া ভাষাৰ গদ্য বা কথা সাহিত্য অসমবাসীৰ পক্ষে কম সৌভাগ্যৰ কথা নহয় । তলত এই সাহিত্যৰ চমু আহিঁৰে পাঠকক উপহাৰ দিয়া হল :—



( ১ )

"পাছে বাৰিষা কাল প্ৰবৰ্ত্তিল । যাত সৰ্ব্বপ্ৰাণীৰ উদ্ভৱ হয় । দশো-দিশ প্ৰসন্ন হইল । যেন তিনি গুণাচ্ছন্ন হুয়া জীৱ প্ৰকাশ কৰে তেনে মেঘাচ্ছন্ন হুয়া আকাশো প্ৰকাশ কৰিল । যেন ৰজা সুখকালত লোকৰ কৰ লয়ে, দুঃখকালত দেই তেমনে সূৰ্য্যেও ভূমিৰ আঠমাস বি জল শুষিছা তাক এড়িবে আৰম্ভিলা যেন কৃপালু সবে লোকৰ দুঃখ দেখি আপোনাৰ জীৱনো এড়ে তেমনে মেঘ সবে লোকক কৃপায়ে জলবৃষ্টি কৰিল ।"

( কথাভাগৱত )

( ২ )

"ধৃতৰাষ্ট্ৰ সঞ্জয়ত প্ৰশ্ন কৰন্ত । হে সঞ্জয়, মোৰ পুত্ৰ সব, পাণ্ডু পুত্ৰ সবো ধৰ্ম্মভূমি কুৰুক্ষেত্ৰত যুদ্ধক ইছাই মিলিত হুয়া কি কৰ্ম্ম কৰিলা তাক মোত কহা । সঞ্জয়ে কহন্ত জানা ৰাজা, পাণ্ডৱৰ সেনা সব ব্যূহৰূপে ৰহিবাৰ দেখি তোমাৰ পুত্ৰ দুৰ্য্যোধনে দ্ৰোণ আচাৰ্য্যৰ সমীপক গয়া বুলিবে লাগিলা হে আচাৰ্য্য, পাণ্ডৱ সবৰ বিস্তৰ সেনা সব দেখা ।...... তাৰা সবে মহাৰথী । তাৰ লক্ষণ কহন্ত ; যি একাদশ সহস্ৰ ৰথীক যুঝই তাক মহাৰথী বোলে ; যি অপৰিমিত ৰথীক যুঝই তাক অতিৰথী বোলে ; একে একে যুঝিলে ৰথী বোলে । দুইৰথে একে যুঝিলে অৰ্দ্ধ-ৰথী বোলে ।"

( কথাগীতা )

"উপৰ বুড়া ৰজা ৮তা । পাইকৰ ঘৰমুৰি দোপোয়া এপোয়াকৈ খাটে ; চাৰিচয় পোয়াও ঘৰতে থাকে । এনে দেখি লুইতৰ পুঠি থাতিৰ সুকাণ সুতিৰ মুখত পাইক মানুহ দুনুহটো তাতে এঠাইত লুই থাকিব দিলে । পাছে ৮তা গৈ সেই ঠাইতে আগতে থাকি মানুহ আপুনি লেথিব ধৰিলে । এক দুইকৈ লেথি কুএৰি হলে তাৰে মাজৰ এটা

আনি বড়া পাতে। এক শ হলে তাৰ ঘৰতে চাৰি পোয়া থকা এটাক বাচি আনি সইকিয়া পাতে। হাজাৰ হলে তাৰে ভাল চহকি বিচাৰি চাই এটাক আনি হাজৰিকিয়া পাতে। এইৰূপে মানুহ চাৰি গোট পাইক কৰিলে। তাৰ পৰাহে মানুহৰ পিয়ল হল।"

( পুৰণি অসম বুৰঞ্জী )

"আতপৰে স্বৰ্গদেবে ( ৰাজেশ্বৰ সিংহ ) কটকী তোলাত এইৰূপ আজ্ঞা কৰিলে। তিনিজনা ডাঙ্গৰীয়াক মোক্ষ কৰি বৰবৰুৱা ফুকন, ৰাজখোৱা, চমুৱা ফুকন, বৰুৱা, হাজৰিকা সকলোৱে যাৰ যি যোগ্যতা পাগ জেমা, বস্ত্র অলঙ্কাৰ পিন্ধিব দিলে। স্বৰ্গদেৱৰ আজ্ঞাৰে মানুহক তিনিসাজকৈ বস্ত্র দি ভিন্নে ভিন্নে সবাই পিন্ধি আয়াজত ওলোৱা সোমোৱা কৰিব দিলে। মানুহ বিস্তৰ দেখিবৰ কাৰণ পিছত নবাৰ কটকী এ বোলে হয় ভাইৰজাৰ মানুহ বহুত তথাপি আলিৰ বন মৰাহে নাই এনে বুলিলে। আতপাছে বঙ্গালৰ পৰা বাজিকৰা এজোৰো অনলে। স্বৰ্গদেৱে সিহঁতক নিয়াই ৰংঘৰতে ৰঙ্গ কৰিছিলে। বাজিও এই, দুপতিয়া আমৰ পুলিত আম লগাইছিল। ত্রিশূলৰ ওপৰত নাচিছিল আৰু অনেক বাজি কৰি ৮ক ৰঙ্গ দেখালে। পাছে ৮এ ৰঙ্গপাই সিহঁতক দিলে ৰূপ ১০০০ এহেজাৰ টকা।"

( হাতে লিখা বুৰঞ্জী )

"ৰঙ্গদিন পাচ্চাই আপোনাৰ হাৱালি মেৰাই শিলৰ গৰ বান্ধিলে, ঘৰকো বান্ধিব ধৰিলে। প্ৰথমে মৰ্দ্দনা মহল,— পাচ্চা যাত বহি শুই ভিতৰ মেল কৰি মৰ্দ্দ সহিতে থাকে ; এতেকে তাক মৰ্দ্দনা মহল বোলে। জানানা মহল—জাত পাচ্চা সোত্র। বেগম সকল সহিতে ৰঙ্গ তামসা কৰি থাকে। তাক মৰ্দ্দ জাবাক নাপায় এতেকে জানানা মোহল বোলে। দেৱানখানা—জাত দেৱান বহি পাচ্চাক লাগি সকল কথা খৱদাৰে কৰি



জানাই থাকে। এতেকে তাক দেৱানখানা বোলে। উত্তৰে থান চামাৰ চৌৰা, পাচ্চাৰ সকলো বস্তুৰে ভাণ্ডাৰ এতেকে থানচামা বোলে। পশ্চিমে ৰোজ দেৱান— তাত পাচ্চা বহি ইদেশ সিদেশ জায়গা সকলৰ কথা শুনে।"

( পাচ্চা বুৰঞ্জী )

---

# কীৰ্ত্তিচন্দ্ৰৰ বুৰঞ্জীদাহ।

সূৰ্য্যকুমাৰ ভূঞা।

কীৰ্ত্তিচন্দ্ৰ বৰবৰুৱাই এটা কামত তেওঁৰ প্ৰতাপ বৰকৈ দেখুৱাইছিল। আহোমসকলে অন্যান্য বস্তুৰ লগত আমাৰ দেশলৈ এটা বৰ সুন্দৰ প্ৰথা আনে, এয়ে হৈছে বুৰঞ্জী ৰচনা। পোনতে ৰজা আৰু ৰাজবিষয়াই ব্যৱহাৰ কৰা আহোম ভাষাত এই বুৰঞ্জীবোৰ লিখা হৈছিল, পাছলৈ ৰজাই আহোম ভাষাক দ্বিতীয় শাৰীলৈ থৈ অসমীয়া ভাষা প্ৰচলন কৰিবলৈ ধৰিলে। তেতিয়াৰপৰা অসমীয়া ভাষাৰ বুৰঞ্জীবোৰ লিখিবলৈ ধৰা হয়। এই বুৰঞ্জীবোৰত অসমীয়া গদ্যৰ পুৰণি চানেকি পোৱা যায়। দেশৰ যাৱতীয় কথা এই বুৰঞ্জীবোৰত ৰক্ষিত হৈছিল। বিদেশলৈ পঠোৱা আৰু বিদেশৰ পৰা অহা চিঠি পত্ৰবিলাকো এই বুৰঞ্জীবোৰত ৰক্ষিত হৈছে। এই বুৰঞ্জীবোৰ অসমীয়াৰ গৌৰৱৰ বস্তু।

ৰজাৰ বিষয়াসকলে ৰাজ্যৰ নানা ঠাইৰ পৰা ৰজালৈ কটকীৰ হতুৱাই খা-খবৰ দি পঠিয়াইছিল, আৰু যুদ্ধ-বিগ্ৰহাদিৰ কালত সেনাপতিসকলে দিনৰ বাতৰি দিনে মুখ-জেৱানে বা পত্ৰ দ্বাৰাই ৰজালৈ পঠাই আছিল, ৰজাই পাত্ৰ মন্ত্ৰীৰ সৈতে সেইবোৰ পঢ়ি তাৰ ওপৰত যথোচিত আদেশ দিছিল। এই চিঠিবোৰ ৰজাৰ মহাফেজখানাত থোৱা হৈছিল। তাৰ উপৰিও গন্ধীয়া ভঁৰালত ৰজাৰ পুথি-পাঁজি, খামতী, মান, চিংফৌ, মিচিমি, আবৰ, ডফলা, ভোট, গাৰো, মিকিৰ, নগা, এইবোৰ দেশৰপৰা অহা চিঠি-পত্ৰাদি থোৱা হৈছিল। মুছলমানসকলৰপৰা অহা চিঠি-পত্ৰাদি মাতিবলৈ ৰজাৰ চ'ৰাত সুশিক্ষিত পাৰ্চীপঢ়ীয়া আছিল। সেইবোৰ চিঠিও



সাৱধানে সংৰক্ষিত হৈছিল। সেইবোৰ চাইচিতি নকল আদি কৰি থবলৈ এদল লিখাৰু আৰু কাকতী আছিল। তেওঁলোকে লিখকৰ বৰুৱাৰ তত্ত্বাৱধানত কাম কৰিছিল। এইবোৰ পুথি-পাঁজি চিঠি-পত্ৰ যত্ন কৰি পঢ়ি তাৰপৰা সাৰ-মৰ্ম্ম লৈ বছৰে-ছমাহে বা কোনো এটা ডাঙৰ ঘটনাৰ পাছত বিৱৰণ লিখা হৈছিল। সেইবোৰ বিৱৰণ আগৰ বিৱৰণবোৰৰ লগত লগাই থোৱা হৈছিল। সেইদৰে সময়ে সময়ে নতুন কথা যোগ দি যোৱা হৈছিল। তাৰ উপৰিও আমাৰ যিমানদূৰ বিশ্বাস ৰজাঘৰীয়া দৈনন্দিন কথাবোৰ লিখি যাবলৈ নিৰ্দ্দিষ্ট লিখাৰু আছিল। নহলে অসম বুৰঞ্জীত আমি ইমান ঠিকমতে শক-তাৰিখ-মাহ-বাৰ আৰু ৰাজচ'ৰাৰ চলন্তী কাৰ্য্যৰ হুবহু বৰ্ণনা নাপালোহেঁতেন।

চিৰিংফুকনৰ বিষয়টো সাধাৰণতে বহু ভাষা জনা সুপণ্ডিত মানুহক দিয়া হৈছিল। দোৱনীয়া ভাষাৰে চিঠি-পত্ৰ আহিলে মাতিবৰ কাৰণে চিৰিংফুকনলৈ থৈ দিয়া হৈছিল। বদনচন্দ্ৰ বৰফুকনে মাতি অনা মানসেনাপতিয়ে দিয়া চিঠিখন পূৰ্ণানন্দ বুঢ়াগোহাই ডাঙৰীয়াই চিৰিংফুকনৰ হতুৱাই হে মতাইছিল। সেইদৰে গৌৰীনাথসিংহ ৰজাৰ দিনত চিংফৌৰ পৰা অহা চিঠিখন চিৰিংফুকনে মাতিছিল।

চিৰিংফুকনৰ বিষয়খোৱা মানুহজনে দেশৰ বুৰঞ্জীও ভালকৈ জানিব লাগিছিল। কাৰণ যি কালত আজি-কালিৰ দৰে লিপিবদ্ধ আইন নাছিল, তেতিয়া পূৰ্ব্বানুমত আৰু পূৰ্ব্ব প্ৰচলিত প্ৰথা অনুসৰণ কৰাৰ বাহিৰে আন একো পন্থা নাছিল। কিন্তু কোনো বিষয়ে পূৰ্ব্বে হৈ যোৱা মত বা সিদ্ধান্ত কি তাক সোঁৱৰাই দিছিল এই চিৰিংফুকনে।

বুৰঞ্জী জানিলে দেশৰ প্ৰথা আৰু পূৰ্ব্ব প্ৰচলিত প্ৰথা জনা যায়। এই কাৰণে ৰাজকোঁৱৰ আৰু বিষয়া আদিৰ লৰাক ৰাজকাৰ্য্য শিক্ষা দিয়াৰ প্ৰধান ভেটি আছিল বুৰঞ্জী। এই বুৰঞ্জীয়েই আমাৰ প্ৰধান শাস্ত্ৰ,

ইয়েই আমাৰ ধৰ্ম্ম-শাস্ত্ৰ, ইয়েই আমাৰ আইন আৰু ইয়েই আমাৰ পুৰাণ। যিসকলে পুথি পঢ়িব নোৱাৰিছিল তেওঁলোকক সাধু কথাৰ চলেৰে মুখে মুখে বুৰঞ্জীৰ কথাবোৰ শিকোৱা হৈছিল, আৰু বুৰঞ্জী কোৱা এবিধ মানুহৰ কাম ৰজাৰ বিবাহ আদিত বৰ লাগতিয়াল আছিল।

আজি-কালিৰ দিনত সাময়িক ঘটনাবোৰ বাতৰি-কাকতত লিপিবদ্ধ হয়। সেই সাময়িক ঘটনাবোৰ পঢ়ি তাৰ সাৰমৰ্ম্ম লৈ আগলৈ ঐতিহাসিকে ইতিহাস সঙ্কলন কৰে। সেইদেখি আজি-কালি বুৰঞ্জীক জাবৰ-জেঙা নোহোৱা বাতৰি-কাকত বুলি কোৱা হয়। আমাৰ দেশত তাহানি বাতৰি-কাকত নাছিল, এই বুৰঞ্জীবোৰেই বাতৰি-কাকতৰ ঠাই পূৰাইছিল। বুৰঞ্জীত লিপিবদ্ধ হোৱাত সাময়িক ঘটনাবোৰ ইটোৰ মুখৰ পৰা সিটোৰ মুখলৈ বাগৰি দেশত ৰাষ্ট্ৰ হৈ পৰিছিল। এইদৰে বুৰঞ্জীবোৰ থাকে থাকে লিখি থোৱা হৈছিল, সেইদেখি আগৰ বুৰঞ্জীবোৰ পঢ়িলে ভিন্ন গদ্য ভাষা আৰু বেলেগ বেলেগ গ্ৰন্থকাৰৰ হাত সেইবোৰত স্পষ্ট দেখা যায়। এনেকি প্ৰায়বোৰত হাতৰ আখৰৰ ভিন ভিন যুগৰ চাব ধৰিব পাৰি। কিছুমান বুৰঞ্জীৰ ইমূৰৰপৰা সিমূৰলৈকে হাতৰ আখৰ একে, যদিচ ভাষা বেলেগ। ইয়াৰ অৰ্থ হৈছে, পুথিপ্ৰিয় বুৰঞ্জী-অনুৰাগী অসমীয়াই নিজৰ পুথি-ভঁৰালত বুৰঞ্জী এখনি থাপনা কৰিবৰ কাৰণে আনৰ ঘৰৰ পৰা বুৰঞ্জী পুথি ধাৰ কৰি আনি নকল কৰিছিল; মূল বুৰঞ্জী-খনত বেলেগ বেলেগ যুগ আৰু গ্ৰন্থকাৰৰ চিন থাকিলেও ন-কৈ নকল কৰা বুৰঞ্জীত ভিন ভিন লোকৰ হাতৰ আখৰৰ চিন পোৱা নাযায়।

আমি যিমানদূৰ বুজিব পাৰিছো, এইবোৰ বুৰঞ্জী সচৰাচৰ ৰজা বা ওখ শ্ৰেণীৰ ৰাজ-বিষয়াই ঘাইকৈ বৰগোহাই ডাঙৰীয়াসকলে লিখাইছিল; কাৰণ তেওঁলোকৰ বাহিৰে ৰজাৰ দপ্তৰৰ কাগজ-পত্ৰ কোনে আনি বুৰঞ্জীলিখকক চপাই দিব পাৰিব? আমি সন্দেহ পোৱাত শিৱসিংহ



ৰজাৰ দিনত মনোহৰ নামক এজন লিখকে স্বৰ্গদেৱৰ আজ্ঞাৰে 'ৰুপুত' নামে এখন বুৰঞ্জী লিখিছিল। কমলেশ্বৰ সিংহৰ দিনত তুৰৱাৰ শ্ৰীনাথ বৰবৰুৱাই তুংখুঙীয়া ফৈদৰ ৰজাসকলৰ এখন বুৰঞ্জী লিখাইছিল; পুৰন্দৰসিংহ ৰজাৰ দিনত ৰজাৰ আজ্ঞাৰে ৰাধানাথ বৰবৰুৱাৰ জৰীয়তে কাশীনাথ তামুলীফুকনে এখন বুৰঞ্জী সঙ্কলন কৰে; আৰু ৰাজেশ্বৰসিংহ ৰজাৰ দিনত লুমলী বৰগোহাই ৰাজমন্ত্ৰীয়ে নিজে লিখি বা আনৰ হতুৱাই "চকৰী ফেঁটী" নামে এখন বুৰঞ্জী উলিয়ায়।

এই চকৰিফেঁটী বুৰঞ্জীখন বাস্তৱিকে চকৰিফেঁটীৰ দৰেই শক্ত পালেই খোঁটমৰা বিধৰ সাংঘাতিক আছিল। ইয়াত লিখা হৈছিল যে কীৰ্ত্তিচন্দ্ৰ বৰবৰুৱা জলমবটা দৰ্জ্জি বা গৰীয়াৰ ঘৰৰ,—এনেকি, তেওঁ যে প্ৰকৃত আহোম নহয়, তাকো এই বুৰঞ্জীত আকাৰে-ইঙ্গিতে বুজোৱা হৈছিল। প্ৰতাপী বৰবৰুৱাৰ এই কথাত বিষম ক্ৰোধ হল, আৰু বিশেষকৈ বুৰঞ্জীত লিখাৰ মতে তেওঁ যে প্ৰকৃত আহোম নহয় এই কথাটো মানুহৰ মাজত বু-বু-বা-বা কৰিবলৈ ধৰিলে। অৱশেষত এনে হল যে বৰবৰুৱাই নৰাদেশলৈ গৈ নিজৰ গোষ্ঠীৰ মানুহ আনি প্ৰমাণ কৰিলে যে তেওঁ বাস্তৱতে আহোমৰ ঘৰৰ লৰা— তেওঁৰ তেজত কোনো সানমিহলি নাই। বুৰঞ্জীলিখকক এইদৰে মিছাকথা ৰটোৱাৰ আসৈ দিলে আগলৈ মহা অনিষ্টৰ সম্ভাৱনা আছে বুলি বৰবৰুৱাৰ শঙ্কা হল। তাৰ পৰা পাত্ৰ-মন্ত্ৰী স্বৰ্গদেৱৰো গুৰি গছৰ ওপৰত কেতিয়াবা সন্দেহৰ জাল বিস্তাৰ কৰিব পাৰে। বৰবৰুৱাই এই কথা নিজে বৰকৈ বিশ্বাস কৰিলে, আৰু স্বৰ্গদেৱকো তাক ভালকৈ বুজাই দিলে। যাতে কোনো বুৰঞ্জীত এইদৰে মানুহৰ গুৰি-গোষ্ঠী লৈ মিছা কথা লিপিবদ্ধ নহয় তাৰ অৰ্থে স্বৰ্গদেৱৰ আজ্ঞামতে কাকতী, কটকী, ডাঙৰীয়া-বিষয়া আৰু সম্ভ্ৰান্ত প্ৰাচীন পৰিয়ালৰ পৰা সকলো বুৰঞ্জী পুথি পৰীক্ষাৰ কাৰণে গোটোৱা হল। এইদৰে

বুৰঞ্জী সংগ্ৰহ কৰাৰ প্ৰকাশ্য কাৰণ বৰবৰুৱাই প্ৰচাৰ কৰিলে যে সকলো বুৰঞ্জী চাই তাৰ পৰা এখন নতুন ডাঙৰ বুৰঞ্জী সঙ্কলন কৰা হব। এইদৰে কোৱাত বুৰঞ্জীৰ গৰাকী সকলে নিসঙ্কোচে ৰজাৰ মেললৈ বুৰঞ্জী-বোৰ পঠিয়াই দিলে।

কিন্তু বুৰঞ্জীৰ গৰাকীসকলৰ ভিতৰত কিছুমান চতুৰ মানুহ আছিল। বৰবৰুৱাৰ গুপ্ত অভিসন্ধি তেওঁলোকে বুজ পালে, সেইদেখি তেওঁলোকে বুৰঞ্জী কিছুমান ৰজাৰ ঘৰলৈ নপঠিয়াই সংগোপনে আঁতৰাই থলে।

ৰাজ্যৰ বুৰঞ্জীৰে ৰজাঘৰ ভৰি পৰিল। বৰবৰুৱাৰ টেকেলাই ৰাজ্যৰ নানা ঠাইত ফুৰি কাৰ ঘৰত বুৰঞ্জী আছে আৰু সেই বুৰঞ্জী ৰজাৰ ঘৰলৈ পঠিওৱা হৈছেনে নাই তাক চাবলৈ ধৰিলে। বৰবৰুৱাই শিক্ষিত কাকতী আৰু বিষয়া লগাই আৰু নিজেও গোটেইবোৰ বুৰঞ্জীবোৰ এখন এখনকৈ লুটিয়াই চাই পৰীক্ষা কৰিলে। যিবোৰত তেওঁক জলমবটা বা তেওঁৰ বংশক অনাহোম বোলা হৈছিল, বা যিবোৰত স্বৰ্গদেৱক বা স্বৰ্গদেৱৰ বংশক তাচ্ছিল্য কৰা হৈছিল সেইবোৰক স্বকীয়াকৈ আঁতৰাই থোৱা হল, আৰু পাছলৈ সেইবোৰক পুৰি নষ্ট কৰা হল। যিবোৰ বুৰঞ্জীত কোনো খুঁতথকা কথা নাছিল সেইবোৰ গৰাকীসকললৈ ওভোটাই পঠিওৱা হল। এইদৰে বুৰঞ্জী সংগ্ৰহ কৰি এখন এখনকৈ পৰীক্ষা কৰি চাই, ৰজা আৰু বিষয়া সকলৰ গুৰিগছত দোষাৰোপ কৰা বুৰঞ্জীবোৰ নষ্ট কৰি, বাকীবোৰ গৰাকীসকললৈ ওভোটাই পঠিয়াওঁতে ছবছৰ সময় হৈছিল। দেশৰ অতীত গৌৰৱত গৌৰৱান্বিত হোৱা বিদ্যানুৰাগী বুৰঞ্জীবিদ্ কীৰ্ত্তিচন্দ্ৰ বৰবৰুৱা আৰু ৰাজেশ্বৰসিংহ স্বৰ্গদেৱে দোষ থকা বুৰঞ্জীবোৰ নষ্ট কৰি ভালবোৰ তেওঁলোকে যে ৰক্ষা কৰিলে সেইবাবে তেওঁলোক অসমীয়া জাতিৰ চিৰকৃতজ্ঞতাৰ পাত্ৰ হৈ থাকিব।

——:::৪:::——

# আনন্দৰাম বৰুৱাৰ সাহিত্য-প্ৰতিভা।

সূৰ্য্যকুমাৰ ভূঞা।

আনন্দৰাম বৰুৱাই কোনো মৌলিক গ্ৰন্থ ৰচনা কৰা নাই। সেই বুলি আনন্দৰামৰ সাহিত্য-প্ৰতিভা যে মৌলিক নাছিল সেইটো আমি নকওঁ। মৌলিক ৰচনা মানে আমি এইখিনিতে কাব্য, নাটক, উপন্যাস আদি কল্পনা-প্ৰসূত গ্ৰন্থকে বুজাইছোঁ। আনন্দৰামে ঘাইকৈ প্ৰাচীন গ্ৰন্থকাৰসকলে ৰচি যোৱা গ্ৰন্থাদি মথি তাকে আশ্ৰয় কৰি আলোচনা আদি লিখিছিল। তেওঁৰ ধাৰণা আছিল সংস্কৃত সাহিত্যত মৌলিক ৰচনাৰ অভাব নাই। কি নীতি, কি বিজ্ঞান, কি দৰ্শন, কি নাটক, কি কাব্য, কি ব্যাকৰণ, কি গণিত সকলো বিষয়তে সংস্কৃত গ্ৰন্থ উভৈ-নদী;—বৰ্ত্তমান কালৰ কোনো গ্ৰন্থকাৰে সংস্কৃত মৌলিক গ্ৰন্থ ৰচনা কৰি সংস্কৃত সাহিত্যৰ গৌৰৱ বঢ়াবৰ প্ৰয়োজন নাই।

তেনেহলে সংস্কৃত সাহিত্যৰ উন্নতি কৰি জগতৰ প্ৰতিভা কেনেকৈ বৰ্ত্তমান যুগত ধাবিত কৰিব পাৰি?—সেই বিষয়ে ইউৰোপীয় সংস্কৃতজ্ঞ পণ্ডিত সমাজে আনন্দৰামৰ পূৰ্ব্বে বাট দেখুৱাই গৈছে। প্ৰত্যেক ডাঙৰ আৰু পুৰণি সাহিত্যক কেন্দ্ৰ কৰি কিছুমান দ্বিতীয় শ্ৰেণীৰ সাহিত্যৰ প্ৰবৰ্ত্তন হয়। এই সাহিত্যৰ উদ্দেশ্য সেই প্ৰাচীন সাহিত্যৰ বিভৱৰাশি তন্ন তন্ন কৰি তাৰ পৰা জগতৰ উপকাৰৰ অৰ্থে বহুমূলীয়া ৰত্ন আবিষ্কাৰ কৰা আৰু সেই প্ৰথম শ্ৰেণীৰ মৌলিক সাহিত্যক ভাঙ্গি-পাতি তাক শ্ৰেণী-বদ্ধ কৰি সাহিত্য-সেৱীৰ আগত দাঙ্গি ধৰা, আৰু সেই প্ৰাচীন সাহিত্য অধ্যয়ন আৰু আলোচনাৰ সহায়

কৰা । এই দ্বিতীয় শ্ৰেণীৰ সাহিত্যৰ প্ৰথম সম্বল হৈছে সমালোচনা আৰু বিশ্লেষণ । ইউৰোপৰ পণ্ডিত সমাজত যেতিয়া সংস্কৃত ভাষা আৰু সাহিত্যৰ আলোচনা হবলৈ ধৰিলে তেতিয়া তাৰপৰা অমূল্য ৰত্নৰাজি ওলাল । ভাষাবিদ্ পণ্ডিত সমাজে সংস্কৃত ধাতু আৰু শব্দাৱলী আলোচনা কৰি এইটো কথা ভালকৈ সিদ্ধান্ত কৰিলে যে গোটেই জগতত প্ৰচলিত ভাষাৰ আদি মূল একে, আৰু সংস্কৃত মৌলিক ধাতু আৰু শব্দবোৰে সেই আদি ভাষাৰ যিমান কাষ চাপিছে গ্ৰীক্, লেটিন আদি ভাষাই সিমান চাপিব পৰা নাই । সংস্কৃতৰ ঋগ্বেদ আৰু আৰ্য্য-ইৰাণী ভাষাৰ জেন্দা-ভেষ্টা নামে দুই গ্ৰন্থৰ ভাষাই সেই আদি ভাষাৰ একেবাৰে কাষ চাপিছে । সেই আদি ভাষাৰপৰা ওলোৱা সকলো ভাষাৰ মাজতে এনে এটি সম্বন্ধ আছে যে অলপ যত্ন কৰিলেই এই আৰ্য্য ভাষাৰ এটি মৌলিক শব্দ লৈ পৃথিবীৰ অন্যান্য আৰ্য্য ভাষাৰ সেই শব্দৰ ৰূপান্তৰৰ লগত ৰিজালে এটি শৃঙ্খলাবদ্ধ নিয়ম বা প্ৰণালী উলিয়াব পাৰি । গ্ৰীম্ নামে এজন জাৰ্ম্মান পণ্ডিতে এই সম্বন্ধ বা ভাষাসূত্ৰৰ এটি প্ৰণালী আবিষ্কাৰ কৰি থৈ গৈছে ; আৰু বপ্ নামে অন্য এজন জাৰ্ম্মান সংস্কৃতজ্ঞই সকলো আৰ্য্য ভাষা আলোচনা কৰি তাৰ সাদৃশ্য উলিয়াই তুলনা-মূলক ভাষা-বিজ্ঞানৰ অৱতাৰণা কৰি থৈছে । অৱশেষত ভট্ট মোক্ষমূলাৰে বহুত গবেষণা কৰি এইটো ঠাৱৰ কৰিলে যে আমাৰ হিন্দু আৰু জগতৰ অন্যান্য দেশৰ দেৱদেৱী-বিলাকৰ পৌৰাণিক গল্প, কিম্বদন্তী আদিত ৰূপক মিহলি আছে, আৰু তেনেকুৱা সকলো গল্পকে একে সম্বন্ধলৈ ভাঙ্গিব পাৰি । আচাৰ্য্য মোক্ষ-মূলাৰে ইয়াকে দেখি তুলনা-মূলক পুৰাণ-বিজ্ঞান আবিষ্কাৰ কৰিলে ।

এই দৰে প্ৰাচীন সংস্কৃত ভাষা আৰু সাহিত্যৰ আলোচনাৰ পৰা বিশ্ব-সাহিত্যৰ বিশেষ উপকাৰ হৈছে । আনন্দৰামে এই সংস্কৃত সাহিত্যৰ আশ্ৰয়ীভূত দ্বিতীয় শ্ৰেণীৰ সাহিত্য আলোচনাত মন ঢালি দিলে ।



সংস্কৃত নাটক, সংস্কৃত কাব্য, সংস্কৃত শব্দ-শাস্ত্ৰ, সংস্কৃত ব্যাকৰণ, সংস্কৃত অলঙ্কাৰ আৰু সংস্কৃত ছন্দঃশাস্ত্ৰ বিশেষ ভাবে আলোচনা কৰি আনন্দৰামে জগতৰ সংস্কৃতজ্ঞ পণ্ডিত আৰু সংস্কৃত শিক্ষাৰ্থীৰ উপকাৰাৰ্থে তাৰ পৰা অপূৰ্ব্ব ৰত্নৰাজি উলিয়াইছিল । ভাৰতৰ প্ৰাচীন পদ্ধতিৰ নৈষ্ঠিক শ্ৰেণীৰ পণ্ডিতসকলৰ ভিতৰত আনন্দৰামতকৈও বেচি সংস্কৃতজ্ঞ লোক থকাটো অসম্ভৱ নহয় । কিন্তু সেই পণ্ডিতসকলৰ বিশ্লেষণ, সমা-লোচনা আৰু তুলনা কৰিব পৰা শক্তি নিচেই কম । আনন্দৰামে সংস্কৃত সাহিত্য মথি তাক শ্ৰেণীবদ্ধ কৰি পাশ্চাত্য পণ্ডিত সমাজৰ আগত দাঙ্গি ধৰিছিল । এই কাৰণেই আনন্দৰামৰ বিশেষ সুখ্যাতি ।

কিন্তু আনন্দৰামৰ এই আলোচনাত কোনো দাম্ভিকতা বা সাহস-বাদিত্ব নাছিল । তেওঁ কেতিয়াও নকৈছিল তেওঁৰ মতেই খাতাং মত, তাক আৰু লৰচৰ কৰিব নোৱাৰি । তেওঁ যি কথা কৈছিল তাক সদায় যুক্তিৰে সমৰ্থন কৰিছিল । নিজৰ ছন্দঃশাস্ত্ৰৰ গ্ৰন্থখনিত মানিব লগীয়া নীতিৰূপে প্ৰথম পিঠিত এই শ্লোক ফাঁকি তেওঁ টুকি দিছে ।—

"যুক্তিযুক্তমুপাদেয়ং বচনং বালকাদপি ।
অন্যৎ তৃণমিব ত্যাজ্যমপ্যুক্তং পদ্মজন্মনা ॥"

অৰ্থাৎ, সৰু লৰাৰ যুক্তিযুক্ত বচনো উপাদেয়, কিন্তু স্বয়ং ব্ৰহ্মাৰ দ্বাৰা কথিত হলেও অযুক্তিকৰ বচনো তৃণৰ দৰে তেজিব লগীয়া ।

আনন্দৰামে তেওঁৰ গোটেই সাহিত্য আলোচনাত এই নীতিকে মানি চলিছিল । তেওঁ যুক্তিৰ ইমান বশৱৰ্ত্তী আৰু পক্ষপাতী আছিল যে কোনো বিষয়ে এজন ডাঙৰ শাস্ত্ৰকাৰ হলেই যে তেওঁৰ সকলো মত বিশুদ্ধ আৰু নিৰ্ভুল হব সেইটো তেওঁ স্বীকাৰ নকৰিছিল । মল্লিনাথৰ টীকাৰ ঠায়ে ঠায়ে ভুল-ভ্ৰান্তি আসোঁৱাহ দেখুৱাই তাক তেওঁ যুক্তিৰে

খণ্ডাবলৈ যত্ন কৰিছিল। পণ্ডিত তাৰানাথ তৰ্কবাচস্পতিৰ "বাচস্পত্য অভিধান" যে একেবাৰে নিৰ্ভুল সেইটো সকলোৱে স্বীকাৰ কৰিছিল, কিন্তু কাৰো বিষয়ে আনন্দৰামৰ কোনো অন্ধবিশ্বাস নাছিল। এনে কি পণ্ডিত ঈশ্বৰচন্দ্ৰ বিদ্যাসাগৰ, পণ্ডিত জীৱানন্দ বিদ্যাসাগৰ বি, এ, আদিৰ গ্ৰন্থাৱলী বা সংস্কৰণতো তেওঁ ভুল পাই তাক নিৰ্ভীক ভাৱে আঙ্গুলিয়াই দিছিল। পণ্ডিত ভট্ট মোক্ষমূলাৰক সকলোৱে সংস্কৃতত অদ্বিতীয় ওজা বুলি ভাবিছিল। আনন্দৰাম বৰুৱায়ো তেওঁক বৰ শ্ৰদ্ধা কৰিছিল। ইংৰাজী-সংস্কৃত অভিধান সংকলনত আৰু বৃহৎ সংস্কৃত ব্যাকৰণ ৰচনাত পণ্ডিত মোক্ষ-মূলাৰৰ সহানুভূতি বৰুৱাদেৱৰ প্ৰধান উদগনি হৈছিল। তথাপি তেওঁ মোক্ষমূলাৰৰ বিষয়ে এই বুলিহে কৈছে,—"আচাৰ্য্য মোক্ষমূলাৰ সবাতকৈ প্ৰসিদ্ধ পণ্ডিত, কিন্তু সবাতকৈ গভীৰ পণ্ডিত নহয়।" এই দৰৰ মত কোনো "খামখেয়ালি" বা বিদ্বেষৰ পৰা ওলোৱা নহয়,—ইয়াৰ মূলত বৰুৱাদেৱৰ দৃঢ় বিশ্বাস আৰু শত সহস্ৰ যুক্তিৰ ফৌজ আছে। সাহিত্য-ক্ষেত্ৰত যুক্তিপন্থী পণ্ডিত বুলি মিঃ বৰুৱাই বিশেষ সম্মান পাব লাগে।

আনন্দৰামে সদায় আক্ষেপ কৰিছিল যে ভাৰতৰ অশেষ ৰত্নৰাজি আছে, আমাৰ কৃতবিদ্য সকলে তাৰ আলোচনা নকৰি ৰজাঘৰীয়া কাৰ্য্য-কলাপৰ সমালোচনা কৰি সময় কটায়। তেওঁ ভৱভূতিৰ সমালোচনাৰ এঠাইত কৈছে,—"মই আশা কৰোঁ সেইদিন সোনকালে আহিব, যিদিন আমাৰ দেশৰ মানুহে চেক্সপীয়ৰ, বেকন, এডিচন, জনচনতকৈ আমাৰ নিজ দেশী সাহিত্যৰ ফালে বেচি মন-কাণ দিব।" আৰু এই কথাফাঁকিৰ পাদটীকা দি তাত তেওঁ এইদৰে বিশেষ ভাবে লিখিছে,— "জাতীয় সাহিত্যৰ গোটেই কৰ্ম্মক্ষেত্ৰ সম্পূৰ্ণ আমাৰ হাততে আছে, আমাৰ দেশৰ মানুহে নুবুজে তেওঁলোকে কিমান পৰিমাণে ইয়াৰ উন্নতি কৰিব পাৰে। অভাব আৰু অভাব পূৰণৰ আহিলাৰ ভিতৰত থকা



সম্বন্ধটো অৰ্থনীতি শাস্ত্ৰত যিদৰে ফুটি ওলাইছে, সাহিত্যতো সি সেইদৰে খাটে। শিক্ষকসকলে তেওঁলোকৰ ছাত্ৰসকলক এই কথাষাৰ বুজাব পাৰিলে বৰ ভাল হয়, আৰু তেওঁলোকে নিজৰ বুৰঞ্জী আৰু সাহিত্যক সমাদৰ কৰিবলৈ আৰু ভাল পাবলৈকো লগে লগে শিক্ষা দিব লাগে। অকল সাহিত্যৰ উন্নতিৰ কাৰণে আমি ইয়াক মানি চলিব নেলাগে, ইয়াৰ দ্বাৰা আমাৰ শিক্ষিত সমাজৰ কিছুমান অৰ্থকৰী কাম হাতত ওলাব, যি শিক্ষিত সম্প্ৰদায়ৰ এতিয়া সৰহভাগে জীৱন ধাৰণৰ উপায়ৰ কাৰণে যুঁজি মৰিছে। গৱৰ্ণমেণ্টৰ কাৰ্য্যাবলী সমালোচনা কৰা উজু, কিন্তু সম্মিলিত ভাৱে আমাৰ মানুহে কিমান কাম কৰিব পাৰে তাক নুবুজে।"

জাতীয় সাহিত্যৰ প্ৰতি আনন্দৰামৰ ইমান প্ৰগাঢ় স্নেহ আছিল যে, কোনো কথাকে তেওঁ সেই সাহিত্যচৰ্চ্চাৰ তলতীয়া হবলৈ নিদিছিল। সংস্কৃত ভাষাৰ এনে লালিত্য আৰু সৰ্ব্বভাৱ-প্ৰকাশিকা শক্তি—আনন্দৰাম তাত মোহ নেযাব কিয়? ভৱভূতিৰ আলোচনা গ্ৰন্থখন যি কিয়াষাৰ কথাৰে তেওঁ সমাপ্ত কৰিছে তাক আনন্দৰামৰ স্মৃতিস্তম্ভত সোণৰ আখৰেৰে লিপিবদ্ধ কৰি থোৱা উচিত।—

"মোৰ মনত সংস্কৃতৰ দৰে কোনো ভাষা ইমান প্ৰিয় নহয়। ইয়াৰ ঝঙ্কাৰ আৰু লালিত্যৰ এনে এটি মোহিনীশক্তি আছে যাক ভাষাৰে বৰ্ণাব নোৱাৰি। সকলো ধৰণৰ ভাব সুন্দৰ উপযুক্ত ভাষাৰে বৰ্ণাব পৰা যি শক্তি সংস্কৃতত আছে সেই শক্তিক জগতৰ আন কোনো ভাষাই চেৰ পেলাব নোৱাৰে। ইয়াত হৃদয়-বিদাৰিণী ভাষাৰে অতি মৰ্ম্মান্তিক দৃশ্য বৰ্ণিত হৈছে। অতি উন্নত আৰু তেজস্বী ভাষাৰে উজ্জ্বল চিত্ৰ আঁকি দেখুৱাই থৈছে। আৰু ইয়াত অতি ভয়ঙ্কৰ চিত্ৰ আদিও ভয় উদ্ৰেক কৰিব পৰা শব্দাৱলীৰে অঙ্কিত হৈছে।"

ওপৰত কোৱা হৈছে আনন্দৰামৰ সমালোচনা-প্ৰণালীত অকণো দাম্ভিকতাৰ চিতা নাছিল, অৰ্থাৎ তেওঁ গাৰ জোৰেৰে কোনো কথা নকৈছিল, সকলো কথাকে তেওঁ যুক্তিৰে সমৰ্থন কৰিবলৈ যত্ন কৰিছিল। তেওঁৰ একনিষ্ঠ সাহিত্যচৰ্চ্চাৰ মূল উদ্দেশ্য আছিল যাতে ভাৰতবৰ্ষত সংস্কৃতৰ ভাল আলোচনা হয়। তেওঁ এঠাইত কৈছে,—"মই কোৱা কথা খিনি আনে অসত্য বুলি দলিয়াই পেলাব পাৰে আৰু মই দিয়া মতবো নৰ-চৰ হব পাৰে; কিন্তু মোৰ সময় ভালকৈ খৰচ হৈছে বুলি ভাবিম,—মোৰ গ্ৰন্থাৱলীৰ পৰা আমাৰ প্ৰাচীন সাহিত্যৰ ফালে যদি ভাৰতৰ এটি শ্ৰদ্ধা জন্মে, আৰু সত্য অনুসন্ধানৰ কাৰণে এটি একান্ত প্ৰবৃত্তি সঞ্চাৰ হয়।" তেওঁৰ আগৰ লিখকলকলৰ মতামত তেওঁ একেবাৰে দলিয়াই নেপেলাইছিল, আৰু তাক যুক্তিৰে বিচাৰ নকৰি নিৰ্ভূল বুলি তাক গ্ৰহণ নকৰিছিল। এই বিষয়ে অধ্যাপক চেচিল বেণ্ডেলে কৈছে—"আনন্দৰামে সমালোচনাশীল পাণ্ডিত্য আৰু প্ৰতিভাৰে সংস্কৃত গ্ৰন্থ সমালোচনা কৰিছিল। তেওঁ একেবাৰে অৱনত মস্তকে প্ৰাচীন পণ্ডিত আৰু বৈয়াকৰণিক-সকলৰ মতামত আলোচনা নকৰিছিল। অথচ, অদীক্ষিত বিদেশী সমালোচকৰ দৰে সেইমত অগ্ৰাহ্য বুলিও তেওঁ উৰুৱাই নিদিছিল। মিঃ বৰুৱাৰ নিয়ম হৈছে তেওঁ এটি মতৰ সৈতে আন এটি মত ৰিজাই চায় আৰু তাক আধুনিক সমালোচনা-পদ্ধতিৰে তাৰ ফলাফল বা সিদ্ধান্ত মীমাংসা কৰে।"

বৰুৱাৰ এই স্বাধীনচিত্ততা, তাৰ লগে লগে আনৰ মতামত গ্ৰাহ্য কৰিব পৰা শক্তি তেওঁৰ অপূৰ্ব্ব গুণ। জগতত যিসকলে উন্নতি কৰিছে তেওঁলোকৰ জীৱন-চৰিত বিশ্লেষণ কৰি ইয়াকে পোৱা যায় যে তেওঁলোকৰ স্বাধীন-চিত্ততা আৰু আনৰ মতৰ ওপৰত শ্ৰদ্ধা এই দুইটি কথা লগে লগে চলিছিল।



সাহিত্য চৰ্চ্চাৰ সুচলৰ কাৰণে আনন্দৰামে কি কৰিছিল তাক ভাবিলে আচৰিত মানিব লাগে। তেওঁৰ নিজৰ পণ্ডিতসভা আৰু নিজৰ ছপা-খনাৰ বাহিৰেও তেওঁ ভাৰতৰ নানান সংস্কৃত চৰ্চ্চাৰ ঠাইত নিজৰ দৰ্মহা খোৱা পণ্ডিতক এজেণ্ট নিযুক্ত কৰিছিল। তেওঁলোকে সেইবোৰ ঠাইত কোনো সংস্কৃত পুথি পালে তাক মিঃ বৰুৱালৈ পঠিয়াই দিছিল, আৰু মিঃ বৰুৱাই কোনো পণ্ডিতৰ লগত কোনো বিষয়ে কিবা আলোচনা কৰিবলৈ দিলে তাক উক্ত এজেণ্টে বিশদৰূপে আলোচনা কৰি মিঃ বৰুৱালৈ তাৰ ফলাফল জনাই পঠিয়াইছিল। হিন্দুৰ তীৰ্থভূমি আৰু সংস্কৃত-সাহিত্য আলোচনাৰ প্ৰধান কেন্দ্ৰ কাশী নগৰীত মিঃ বৰুৱাৰ এজেণ্ট আছিল পণ্ডিত ঈশানচন্দ্ৰ তৰ্কৰত্ন। ইয়াৰ বাহিৰেও ভাৰতৰ নানান ঠাইত থকা সংস্কৃত কলেজবিলাকৰ হাতে লিখা পুথি আদি আনি আলোচনা কৰিবলৈ সকলো প্ৰদেশৰ কৰ্তৃপক্ষ সকলৰ পৰা মিঃ বৰুৱাই অনুমতি পাইছিল। ভাৰত গৱৰ্ণমেণ্ট আৰু প্ৰাদেশিক গৱৰ্ণমেণ্টবোৰেও তেওঁক নানা বিষয়ত সহায় কৰিছিল আৰু উৎসাহ দিছিল। সংস্কৃত সাহিত্যৰ আলোচনাৰ কাৰণে তেওঁ যিসকল কৃতবিদ্য ডাঙ্গৰীয়া আৰু পণ্ডিত সকলৰ লগত চিঠি-পত্ৰ লিখি তেওঁলোকৰ মতামত, উপদেশ আৰু প্ৰস্তাব আদি গ্ৰহণ কৰিছিল আমি তাৰ ভিতৰত তলত লিখা কিজনৰ নাম মিঃ বৰুৱাৰ গ্ৰন্থাৱলীৰ পাতনি আদিত পাইছোঁ,—ভট্ট মোক্ষমূলাৰ, পণ্ডিত ঈশ্বৰচন্দ্ৰ বিদ্যাসাগৰ, পণ্ডিত জীবানন্দ বিদ্যাসাগৰ, পণ্ডিত মহেশচন্দ্ৰ ন্যায়ৰত্ন, ডাঃ ৰাজেন্দ্ৰলাল মিত্ৰ, মিঃ ৰমেশচন্দ্ৰ দত্ত, চাৰ ৰামকৃষ্ণ গোপাল ভাণ্ডাৰকাৰ, ভাৰতৰ শিক্ষাবিভাগৰ প্ৰধান মন্ত্ৰী মিঃ এ-ডব্লিউ ক্ৰফ্‌ট্, নৰ্থওয়েষ্টাৰ্ণ প্ৰদেশৰ শিক্ষাবিভাগৰ ডাইৰেক্তৰ মিঃ এ, ডব্লিউ, গৃফীন, অক্সফোৰ্ডৰ বডেলিয়ান লাইব্ৰেৰীৰ অধ্যক্ষ মিঃ নিকোলচন, আৰু বৃটীচ মিউজিয়মৰ প্ৰাচ্য লাইব্ৰেৰীৰ অধ্যক্ষ মি চেচিল বেণ্ডেল।

আনন্দৰামৰ ইংৰাজী ৰচনাৰ ভাষা অতি প্ৰাঞ্জল, তাৰ অৰ্থ উলিয়াবলৈ এবাৰতকৈ দুবাৰ পঢ়িব নেলাগে । তাত দুৰূহ বাক্যাৱলী নাই, কিম্বা জটিল বাক্যবিন্যাস নাই । আনন্দৰামৰ প্ৰিয়তম কবি ভবভূতিৰ ভাষাৰ প্ৰধান গুণ আছিল এই প্ৰাঞ্জলতা ; আনন্দৰামেও প্ৰাঞ্জলতাকে সদায় ৰক্ষা কৰিছিল । তেওঁ যিদৰে ইংৰাজী লিখিছিল সেইদৰে বহুত শিক্ষিত ইংৰাজেও লিখিব নোৱাৰিছিল ।

ইংৰাজী সাহিত্যতো আনন্দৰামৰ বিশেষ ব্যুৎপত্তি আছিল । গ্ৰীক আৰু লেটিন ভাষা তেওঁ ভালকৈ জানিছিল । তেওঁৰ গ্ৰন্থাৱলী আৰু ব্যাকৰণ আদিত এই দুই ভাষাৰ বাক্যাৱলীৰে সৈতে সংস্কৃত গ্ৰন্থাৱলী তেওঁ ৰিজাই দেখুৱাইছিল, আৰু সংস্কৃত ব্যাকৰণৰ লগত এই দুই ভাষাৰ ব্যাকৰণৰ সূত্ৰ মিলাইছিল । বাস্তবিকে সংস্কৃত, গ্ৰীক্, লেটিন আৰ্য্য-ভাষাৰ এই তিনিটি প্ৰধান শাখাৰ কোনটিৰে তত্ত্ব আলোচনা কৰিবলৈ গলে আন দুটি ভাষাও জনাটো নিতান্ত দৰ্কাৰ । গ্ৰীক্ আৰু লেটিন ভাষা নজনাকৈ সংস্কৃত ভাষা আলোচনা কৰিবলৈ যোৱাটো আনন্দৰামৰ পক্ষে বিড়ম্বনা হলহেঁতেন ।

আনন্দৰাম বৰুৱাৰ বিশেষ এটি গুণ আছিল যে তেওঁ সকলো কাম নীৰৱে কৰি গৈছিল । তেওঁ তাৰ বিষয়ে নিজে জয়ঢোল কোবাই নুফুৰিছিল । আচল কৰ্ম্মী পুৰুষৰ এয়ে লক্ষণ । আনন্দৰামে প্ৰতিপদে স্বীকাৰ কৰিছিল যে আন কৃতবিদ্য পুৰুষে সংস্কৃত সাহিত্য আলোচনা নকৰাতহে তেওঁ এনে কামত প্ৰবৃত্ত হৈছে, সেই কামৰ নিমিত্তে তেওঁৰ শক্তি-সামৰ্থ্য আৰু আজৰি যে নিচেই তাকৰ আছিল তাক তেওঁ সদায় বিনীতভাৱে কৈছিল । নীৰৱ কৰ্ম্মীৰূপেও আনন্দৰাম আমাৰ এজন আদৰ্শ পুৰুষ ।

———::§::———

# ইংলণ্ডৰ শিক্ষাৰ গঠন প্ৰণালী ।

এম, আই, বৰা ।

ইংলণ্ডৰ শিক্ষা-প্ৰণালী সাধাৰণতে তিনি ভাগে বিভক্ত কৰিব পাৰি । প্ৰাথমিক ( Elementary ), মধ্যবিত্ত বা হাইস্কুলৰ শিক্ষা, আৰু বিশ্ব-বিদ্যালয়ৰ শিক্ষা ( University ). এই প্ৰবন্ধত প্ৰাথমিক আৰু হাইস্কুলৰ শিক্ষাৰ গঠন প্ৰণালীৰ বিষয়ে এটি চমু আভাস দিবলৈ আগ বাঢ়িলোঁ । বিশ্ব-বিদ্যালয়ৰ শিক্ষাৰ বিষয় আগলৈ কোৱা হব ।

বিলাতৰ প্ৰায় সকলো মুনিহ আৰু তিৰোতাই লিখা-পঢ়া জানে । ইয়াৰ ঘাই কাৰণ বাধ্যতামূলক শিক্ষা । তাত এটা চৰকাৰী আইন আছে, যাৰ দ্বাৰা প্ৰত্যেক ল'ৰা-ছোৱালীয়ে পাঁচ বছৰ বয়সৰপৰা চৌদ্ধ বছৰ বয়সলৈকে স্কুলত শিক্ষা লবলগীয়া হয় । কোনো অভিভাৱকে এই আইন ভঙ্গ কৰিলে তেওঁক আদালতত হাজিৰ কৰি আইন অনুসাৰে শাস্তি দিব পাৰে আৰু তেওঁৰ ল'ৰা-ছোৱালীক স্কুললৈ পঠিয়াবলৈ বাধ্য কৰিব পাৰে । গতিকে প্ৰত্যেক মানুহে নিজৰ ল'ৰা-ছোৱালীক স্কুললৈ পঠিয়ায় । কোনো কোনো ঠাইত স্কুলৰ সলনি নিজ ঘৰতো শিক্ষা দিব পাৰে । কিন্তু এই বিষয়ে মেজিষ্ট্ৰেটৰ হুকুম লব লগা হয় । যদি মেজিষ্ট্ৰেটে ভাবে যে ঘৰত সুচাৰুৰূপে শিক্ষা দিবৰ ব্যৱস্থা আছে, তেন্তে তেওঁ ঘৰতে ল'ৰা-ছোৱালী পঢ়িবলৈ হুকুম দিয়ে ।

ইংলণ্ড আৰু ৱেলছ দেশৰ স্কুলসমূহ কেইটামান বিশেষ সমষ্টিৰ দ্বাৰা পৰিচালনা কৰা হয় । প্ৰথমতে স্থানীয় শিক্ষা কৰ্তৃপক্ষ । এই স্থানীয় শিক্ষা বিভাগবিলাক মিউনিছিপেলিটি বা লোকেল বোৰ্ডৰ এটা প্ৰধান

অঙ্গ। বিলাতৰ স্থানীয় শাসন সমষ্টিবিলাকক মিউনিছিপেলিটি বা লোকেল বোর্ড নুবুলি ( County ) কাউন্তি আৰু ( Borough ) বুৰ' কাউন্সিল বোলে। কাউন্তি আৰু বুৰ' কাউন্সিলবিলাকৰ ভিতৰত বৰ্ত্তমান ৩১৮ খন স্থানীয় শিক্ষা বিভাগ আছে। তাৰ ভিতৰতে ১৪৫ খনৰ প্ৰাথমিক আৰু উচ্চ শিক্ষাৰ ব্যৱস্থা কৰিবৰ ক্ষমতা আছে। এই ১৪৫ খনৰ ভিতৰত ৬৩ খন কাউন্তি আৰু ৮২ খন বুৰ' কাউন্সিল আছে। ইয়াত বাজেও ১৭৩ খন সৰু ধৰণৰ স্বায়ত্ত শাসন পৰিষদ আছে, যিবিলাকে কেৱল প্ৰাথমিক শিক্ষাৰহে ব্যৱস্থা কৰিব পাৰে। এই সমষ্টিবিলাক বুৰ' আৰু ( Urban District Council ) নাগৰিক জিলা কাউন্সিলৰ দ্বাৰা গঠিত। এই কৰ্ত্তৃপক্ষবিলাকক তৃতীয় শ্ৰেণীৰ কৰ্ত্তৃপক্ষ ( Part III Authorities ) বোলা যায়। কাৰণ ১৯০২ চনৰ শিক্ষা বিভাগৰ আইন অনুযায়ী এই সমষ্টিবিলাকে সেই আইনৰ তৃতীয় ভাগ অৰ্থাৎ প্ৰাথমিক শিক্ষা সম্বন্ধীয় বিষয়েহে কামত হাতত লব পাৰে। প্ৰত্যেক স্থানীয় শিক্ষা পৰিষদে আইন অনুযায়ীহে ক্ষমতা চলাব পাৰে। কিন্তু কাৰ্য্য-ক্ষেত্ৰত এই ক্ষমতাবিলাক অতি উদাৰ আৰু বহল। কোনো কোনো ঠাইত ইমান দৰে ক্ষমতা হৈছে যে যিবিলাক কাম আইনমতে কেৱল অনুমতি পাব পাৰে সেইবিলাক ইচ্ছা কৰিলে বাধ্যতামূলকো কৰিব পাৰে। এইমতে পাঁচখন স্থানীয় কৰ্ত্তৃপক্ষই ১৫ বছৰ বয়সলৈকে শিক্ষা বাধ্যতামূলক কৰিছে, যদিও এই বিষয়ে পাৰ্লিয়ামেণ্টে বাধ্যতামূলক আইন জাৰি কৰা নাছিল।

প্ৰত্যেক স্থানীয় কৰ্ত্তৃপক্ষৰ এখনি স্বকীয়া শিক্ষা সমিতি আছে। এই সমিতিত স্থানীয় কাউন্সিলৰ বাইজে বাচি পঠিয়া কেইজনমান সভ্য থাকে আৰু তাৰ উপৰি কেইজনমান আন সভ্য মনোনীত কৰা হয়, তাৰ ভিতৰত জনচেৰেক শিক্ষক হব লাগিব। ২৭২ খন স্থানীয় শিক্ষা



সমিতিয়ে শিক্ষকৰ প্ৰতিনিধি ৰখাৰ নিয়ম গ্ৰহণ কৰিছে। বৰ্ত্তমান গোটেই ইংলণ্ডত শিক্ষকৰ প্ৰতিনিধি প্ৰায় ৬৩৭ জন হব। ইয়াৰ ভিতৰৰে ২০১ জন নিৰ্ব্বাচিত কৰা হয় আৰু বাকী ৪৩৬ জন নিয়োগ কৰা হয়। নিয়োগ কৰা সভ্যসকলৰ ভিতৰৰ ১৮৫ জনক শিক্ষক সম্মিলনৰপৰা মনোনীত কৰা হয়। ডাঙৰ ডাঙৰ কৰ্ত্তৃপক্ষবিলাকত শিক্ষা বিভাগ পৰিদৰ্শন কৰিবৰ কাৰণে এজন প্ৰধান কৰ্ম্মচাৰী ৰাখে, যাক 'চিফ এডুকেশ্বন অফিচাৰ' বা 'চেক্ৰেটাৰী ফৰ এডুকেশ্বন' বোলে

স্থানীয় কৰ্ত্তৃপক্ষই পৰিচালনা কৰা প্ৰাথমিক বিদ্যালয়বিলাক দুই ৰকমৰ :—

(১) কাউন্সিল বা কাউন্সিলে খৰচ যোগোৱা স্কুল—( The Council or Provided School ) এই স্কুলবিলাকৰ ঘৰ-দুৱাৰ আদি পৰি-চালনা কৰা কৰ্ত্তৃপক্ষৰ সম্পত্তি। এই ধৰণৰ ৯,৫৫০ টা স্কুল আছে যত ৩,৫০০,০০০ ছাত্ৰই শিক্ষা লাভ কৰে।

(২) স্বেচ্ছাকৃত বা আদিতে কৰ্ত্তৃপক্ষৰপৰা খৰচ নোলোৱাকৈ পতা স্কুল। ( The Voluntary or non-provided School )—এই স্কুল-বিলাকৰ ঘৰ-দুৱাৰ আদি ট্ৰাষ্টী ( Trustee ) নাইবা আন কোনো স্বতন্ত্ৰ অধ্যক্ষৰ সম্পত্তি। এই স্কুলবিলাকৰ সৰহভাগেই ধৰ্ম্ম সম্প্ৰদায়ৰ দ্বাৰা স্থাপিত। এনে ধৰণৰ ৯,৫০০ চাৰ্চ্চ অব্ ইংলণ্ড'ৰ স্কুল, য'ত ১,৪০০,০০০ ছাত্ৰ; ১২০০ 'ৰোমাণ কেথোলিক' য'ত ৩৭০,০০০ ছাত্ৰ আৰু ৪০০ আন আন বাইজে পতা স্কুল আছে, য'ত ৬৫,০০০ ছাত্ৰই শিক্ষা লাভ কৰে। মুঠৰ ওপৰত গোটেই ইংলণ্ড আৰু ৱেলছত, ১১,২৫০ টা স্বেচ্ছাকৃত ( Voluntary ) স্কুল আছে, যাৰ মুঠ ছাত্ৰ সংখ্যা ২৫০০,০০০। যদিও এই স্কুলবিলাক বাহিৰা ব্যক্তি বা সম্প্ৰদায়ৰ দ্বাৰা স্থাপিত, ইয়াৰ সাধাৰণ পৰিচালনা স্থানীয় কৰ্ত্তৃপক্ষই কৰে। ইয়াৰ দৈনিক শিক্ষাৰ

খৰচ-পাতি কাউন্সিল আৰু চৰকাৰৰপৰা বহন কৰা হয়। ঘৰ-দুৱাৰ মেৰামত কৰা আদিৰ খৰচ স্কুলৰ আদি গৰাকীয়ে দিব লাগে। শিক্ষক সকলক কাৰ্য্যনিৰ্ব্বাহক সমিতিয়ে নিয়োগ কৰে, কিন্তু এই নিয়োগত স্থানীয় কৰ্তৃপক্ষৰ সম্মতি আৱশ্যক। ধৰ্ম্ম শিক্ষাৰ সমুদায় ভাৰ কাৰ্য্য নিৰ্ব্বাহকসকলৰ ওপৰত। এই বিষয়ে স্থানীয় কৰ্ত্তৃপক্ষই কোনো কাম হাতত নলয়।

কাউন্সিল আৰু ভলাণ্টাৰী স্কুলবিলাক 'গ্রেণ্ট এইডেড্' স্কুল বুলিও জনা যায়। কাউন্সিল স্কুলবিলাকত আধুনিক শিক্ষাৰ বাহিৰেও বাইবেলৰ সাধাৰণ শিক্ষা দিয়া হয়। ভলাণ্টাৰী স্কুলবিলাকত সাম্প্রদায়িক ধৰ্ম্ম-শিক্ষা দিয়া হয়। কিন্তু এই দুয়ো ধৰণৰ স্কুলত অভিভাৱকে ইচ্ছা কৰিলে নিজৰ ল'ৰা-ছোৱালীক এই ধৰ্ম্ম শিক্ষাৰপৰা আঁতৰাই ৰাখিব পাৰে। এই স্কুলবিলাকত প্ৰাথমিক শিক্ষা বিনা মাছুলে দিয়া হয়। আৰু স্থানীয় কৰ্ত্তৃপক্ষই অৱস্থা অনুযায়ী দুবছৰ বয়সৰপৰা পাঁচ বছৰ বয়সলৈকে আৰু ১৪ বছৰৰপৰা ১৬ বছৰ বয়সীয়া ল'ৰা-ছোৱালীৰ কাৰণে শিক্ষাৰ ব্যৱস্থা কৰিব পাৰে। ১৯৩০ চনত পাঁচ বছৰৰ কম বয়সীয়া ১৬৫,০০০ ল'ৰা-ছোৱালী এই ধৰণৰ প্ৰাথমিক বিদ্যালয়ত আছিল। এই স্কুলবিলাকৰ শিক্ষা-পদ্ধতি ছাত্ৰবিলাকৰ বয়সৰ অনুপাতে তিনি ভাগে ভাগ কৰা হয়:— (১) কেচুৱা বিভাগ (Infant department) (২) নিম্ন বিভাগ (Junior department) (৩) উচ্চ বিভাগ (Senior department) কেচুৱা বিভাগত সৰুৰেপৰা সাত বা আঠ বছৰ বয়সলৈকে, নিম্ন বিভাগত সাত বা আঠ বছৰ বয়সৰপৰা এঘাৰ বা বাৰ বছৰলৈকে, উচ্চ বিভাগত এঘাৰ বাৰ বছৰৰপৰা ১৪ বা ১৫ বছৰ বয়সলৈকে ছাত্ৰ ৰখা হয়। ১৯৩০ চনত সাত আৰু বাৰ বছৰৰ ভিতৰৰ ৪০০,০০০ লৰা-ছোৱালীয়ে নিম্ন বিভাগত শিক্ষা লাভ কৰে। এই বয়সত প্ৰায় স্কুলতে ল'ৰা আৰু



ছোৱালীক একেলগে পঢ়োৱা হয়। ওপৰত কোৱা স্কুলবিলাকৰ বাহিৰেও প্ৰায় ৯,০০০ প্ৰাইভেট প্ৰাথমিক স্কুল আছে, য'ত চহকী মানুহৰ ল'ৰা-ছোৱালী পঢ়ে। এই বিষয়ে পিছত কোৱা হব।

১৯২৬ চনত প্ৰাথমিক শিক্ষাৰ বিষয়ে তদন্ত কৰিবলৈ এটি সমিতি বহোৱা হৈছিল। এই সমিতিৰ ৰিপোৰ্ট হেড' ৰিপোৰ্ট (Hadow report) বুলি জনাজাত। এই ৰিপোৰ্টত প্ৰস্তাৱ কৰা হয় যে, এঘাৰ বছৰ বয়সত শিক্ষাৰ গঢ় সলনি হব লাগে আৰু সেই সময়ৰপৰা 'পোষ্ট প্ৰাইমাৰী' বা উচ্চ ধৰণৰ প্ৰাথমিক শিক্ষা দিয়াৰ ব্যৱস্থা কৰা উচিত। এই প্ৰস্তাৱ অনুসাৰে বহুত স্থানীয় কৰ্ত্তৃপক্ষই শিক্ষা সংস্কাৰ কৰিব লাগিছে। বৰ্ত্তমান 'পোষ্ট প্ৰাইমাৰী' শিক্ষা তলত দিয়া ধৰণৰ স্কুল সমূহত ব্যৱস্থা কৰা হৈছে।

(১) প্ৰাথমিক বিদ্যালয়—এই স্কুলবিলাকত দহ বা এঘাৰ বছৰ বয়সতে এটা পৰীক্ষা লোৱা হয়, ইয়াত উত্তীৰ্ণ হোৱা ছাত্ৰবিলাকক উচ্চ ধৰণৰ শিক্ষা দিবৰ কাৰণে ব্যৱস্থা কৰে। ইয়াৰ কাৰণে প্ৰাথমিক শিক্ষাৰ আইন অনুযায়ী বিশেষ পাঠ্যৰ তালিকা কৰা হৈছে। ১৯৩০ চনত উচ্চ বিভাগত ২৪০,০০০ ছাত্ৰ অধ্যয়ন কৰে।

(২) কেন্দ্ৰীয় স্কুল (Central School)—বিলাতত এক ধৰণৰ স্কুল আছে, যাক কেন্দ্ৰীয় স্কুল বোলে। এই স্কুলবিলাকত প্ৰাথমিক আৰু উচ্চ শিক্ষা দুয়োৰে ব্যৱস্থা আছে। প্ৰাথমিক স্কুলত উত্তীৰ্ণ হোৱা ছাত্ৰবিলাকে ইয়াৰ উচ্চ বিভাগত ভৰ্ত্তি হব পাৰে। এই পঢ়াশালীবিলাক প্ৰাথমিক শিক্ষাৰ আইন অনুযায়ী চলোৱা হয়।

শিক্ষা-সমিতি (Board of Education)—ওপৰত কোৱা বা স্থানীয় কৰ্ত্তৃপক্ষৰ বাহিৰেও ইংলণ্ডৰ শিক্ষা বিভাগৰ আৰু এক প্ৰধান কৰ্ত্তৃপক্ষ আছে, যাক কেন্দ্ৰীয় কৰ্ত্তৃপক্ষ (Central authority) বা

শিক্ষা-সমিতি (Board of Education) বোলে। এই শিক্ষা-সমিতিয়ে গোটেই ইংলণ্ড আৰু ৱেলছ্ দেশৰ প্ৰধান কৰ্তৃপক্ষ। কিন্তু যদিও এই বোৰ্ডৰ ওপৰত শিক্ষা-প্ৰণালীৰ সাধাৰণ পৰিদৰ্শনৰ সকলো ভাৰ দিয়া হৈছে, তথাপি ইয়াৰ ক্ষমতা বিশ্ব-বিদ্যালয়, চৰকাৰী সাহায্য নোলোৱা স্কুল, পাব্লিক স্কুল, চৰিত্ৰ সংশোধক স্কুল (Reformatory), শিল্প, সামৰিক আৰু নৌবাহি স্কুল বিলাকত (Army and Navy Schools) নচলে। স্কুল পতা, শিক্ষক নিয়োগ কৰা আৰু পাঠ্য পুথি বচা আদি কামবিলাকত এই বোৰ্ডে হস্তক্ষেপ নকৰে। কিন্তু স্কুলৰ বছৰেকীয়া দান (annual grant) মঞ্জুৰ কৰা নকৰা বিষয়ে এই সমিতিৰ ওপৰত সম্পূৰ্ণ নিৰ্ভৰ কৰে। এই ক্ষমতাৰ দ্বাৰাই এই সমিতিয়ে স্কুলসমূহৰ ওপৰত বিশেষ প্ৰভাৱ বিস্তাৰ কৰে। যদিও স্থানীয় কৰ্তৃপক্ষ আৰু ধৰ্ম্ম সম্প্ৰদায়বিলাকে স্কুল স্থাপন কৰে, তথাপি কেন্দ্ৰ সমিতিয়ে স্কুলবিলাকৰ সুপৰিচালনা আৰু সুচাৰু শিক্ষাৰ ব্যৱস্থা কৰিবৰ কাৰণে কৰ্তৃপক্ষক বাধ্য কৰিব পাৰে, আৰু সুব্যৱস্থাৰ সৰ্ত্ত পূৰা নকৰিলে বছৰেকীয়া দান নামঞ্জুৰ কৰিব পাৰে। এই সমিতিয়ে বছৰেকীয়া দান দিবৰ সময়ত স্কুলৰ ছাত্ৰ সংখ্যাৰ গড়ে কিমান উপস্থিত থাকে তালৈ বিশেষ চকু দিয়ে, আৰু সেই অনুপাতে হে দান দিয়া হয়।

বৃটিছ মন্ত্ৰী পৰিষদৰ এজন প্ৰধান সভ্য এই বোৰ্ডৰ সভাপতি। বোৰ্ডৰ সকলো কাম সভাপতি আৰু তেওঁৰ পাৰ্লিয়ামেণ্ট চেক্ৰেটাৰীৰ দ্বাৰা কৰা হয়। তেওঁলোকক সহায় কৰিবৰ কাৰণ কেইজন মান কৰ্ম্মচাৰী আছে। তাৰ ভিতৰত স্থায়ী চেক্ৰেটাৰী, ডেপুটী চেক্ৰেটাৰী তিনিজন, প্ৰধান ইন্স্পেক্টৰ আৰু এগৰাকী প্ৰধান মহিলা ইন্স্পেক্টৰ সকলকেই প্ৰধান কৰ্ম্মচাৰী বুলি ধৰা যায়। ৱেলছ দেশৰ শিক্ষা বিভাগৰ কাৰণে সুকীয়া কৰ্ম্মচাৰী নিয়োগ কৰে। এই বোৰ্ডৰ এখনি স্থায়ী বা উপদেষ্টা



সমিতি আছে। এই সমিতিয়ে মাজে মাজে শিক্ষা আদিৰ গঠন-প্ৰণালীৰ বিষয়ে বোৰ্ডক উপদেশ দি সহায় কৰে। ইয়াত বাজে বোৰ্ডৰ এটা চিকিৎসা বিভাগ আছে। চিকিৎসা বিভাগৰ কাৰ্য্য প্ৰণালীৰ বিষয়ে পিছত কোৱা হব।

হাইস্কুল:—বিলাতৰ হাইস্কুলবিলাকৰ গঠন প্ৰণালী ইটোৰ সিটোৰ লগত ইমান অমিল যে, ইংৰাজী আন কোনো শিক্ষা-প্ৰণালীত এই ৰকমৰ অমিলতা দেখিবলৈ পোৱা নাযায়। এই স্কুলবিলাকক গ্ৰেণ্ট এইডেড্ বোৰ্ডিং স্কুল, গ্ৰামাৰ স্কুল, ডে স্কুল, প্ৰাইভেট চেকেণ্ডৰী স্কুল, প্ৰিপাৰেটাৰী ডিপাৰ্টমেণ্ট নামে জনা যায়। বোৰ্ডিং স্কুল বিলাকত ছাত্ৰ ছাত্ৰীয়ে দিনে ৰাতিয়ে বাস কৰে। গ্ৰামাৰ স্কুলবিলাক অতি পুৰণি ধৰণৰ সুকীয়া হাইস্কুল। বৰ্ত্তমান স্থানীয় কৰ্তৃপক্ষই পৰিচালনা কৰে। ইয়াত ডে' স্কুলৰ আৰু 'ফুল বোৰ্ডাৰ' দুয়োৰে কাৰণে ব্যৱস্থা আছে। ডে স্কুলবিলাকত আমাৰ সাধাৰণ হাইস্কুলৰ দৰে দিনত পঢ়াৰ ব্যৱস্থা থাকে। যিবিলাক স্কুলে চৰকাৰৰপৰা আৰ্থিক সাহায্য নাপায়, সেইবিলাকক প্ৰাইভেট স্কুল বোলা যায়। এই ধৰণৰ ১২০০০ স্কুল আছে, য'ত প্ৰায় ৩০০,০০০ পৰা ৩৬০,০০০ ল'ৰা-ছোৱালীয়ে শিক্ষা লাভ কৰে। এই স্কুলবিলাকত যদিও চৰকাৰে আৰ্থিক সহায় নকৰে তথাপি বোৰ্ড অব এডুকেশ্যন বা শিক্ষা সমিতিয়ে ইয়াৰ কাৰ্য্যকাৰিতাৰ বিষয়ে পৰিদৰ্শন কৰিব পাৰে, আৰু কৰেও। আন আন বিষয়তো বোৰ্ডে কোনো হাত নিদিয়ে। প্ৰাইভেট স্কুল বিলাকৰ ভিতৰত ইংলণ্ডৰ পাব্লিক স্কুলবিলাক অতি নামজ্বলা বোৰ্ডিং স্কুল। ইয়াত সাধাৰণতে চহকী মানুহৰ ল'ৰা-ছোৱালীহে পঢ়িবলৈ যায়। এটা এটা স্কুলত প্ৰায় ৪৫০ৰ পৰা ৭৫০ লৈকে ছাত্ৰ থাকে। ৫০টা ছাত্ৰৰে এটা বোৰ্ডিং গঠিত হয়, আৰু প্ৰত্যেক বোৰ্ডিং এজন শিক্ষকৰ দ্বাৰা পৰিচালনা কৰা হয়, যাক গৃহ শিক্ষক (house master) বোলে

এই স্কুলবিলাক আত্মশাসিত আৰু চৰকাৰী কৰ্ত্তৃপক্ষৰপৰা স্বাধীন। আদিতে এই পঢ়াশালিবিলাক ৰাইজৰ উপকাৰৰ কাৰণে পতা হৈছিল, সেই কাৰণে ইয়াক পাব্লিক স্কুল বা ৰাজহুৱা স্কুল বুলি কোৱা হয়। কিন্তু বৰ্ত্তমান ইয়াৰ মাছুলৰ হাৰ ইমান বেছি যে, সাধাৰণ ৰাইজে এই স্কুলবিলাকত ল'ৰা-ছোৱালী পঢ়াবলৈ অপাৰগ। ইয়াত ছাত্ৰবিলাকক ১৪ বছৰৰপৰা ১৮ বছৰলৈকে ৰখা হয়, তাৰ পিছত সিহঁতে ইউনিভাৰ্ছিটিলৈ যায়, নাইবা আন কোনো কাৰবাৰত লাগে। ইংলণ্ডত আৰু কিছুমান স্কুল আছে, যাক 'এনডাউড' স্কুল বোলে। এই স্কুলবিলাক কোনো কোনো চহকী মানুহৰ দ্বাৰা স্থাপিত। এইবিলাক স্কুলো পাব্লিক স্কুলৰ লগৰ। গোটেই ব্ৰিটিছ দ্বীপপুঞ্জত এই ধৰণৰ ১৪৭টা স্কুল আছে।

কিছুমান হাইস্কুল স্থানীয় কৰ্ত্তৃপক্ষৰ দ্বাৰা স্থাপিত আৰু পৰিচালিত। এই স্কুলবিলাকক 'মেইনটেণ্ড' স্কুল বোলা হয়। বৰ্ত্তমান এনে বিধৰ ৭০০ স্কুল আছে, য'ত প্ৰায় ২০০,০০০ ছাত্ৰই শিক্ষা লাভ কৰে। কৰ্ত্তৃপক্ষসকলে উচ্চ শিক্ষা আৰু কাৰ্য্যকৰী শিক্ষা দানৰ কাৰণেও ব্যৱস্থা ৰাখিছে আৰু এই উদ্দেশ্যে কোনো কোনো স্থানীয় কৰ্ত্তৃপক্ষই ইয়াৰ সুবিধা কৰিবৰ কাৰণে বিশ্ববিদ্যালয়ত পুঁজিও দান কৰে।

ওপৰত কোৱা 'মেইণ্টেইণ্ড' বা স্থানীয় কৰ্ত্তৃপক্ষই খৰচ বহন কৰা স্কুলবিলাকৰ উপৰিও ৬৫৩টা সাহায্য-প্ৰাপ্ত হাইস্কুল আছে, য'ত ১৮১,৭০০ ছাত্ৰই শিক্ষা লাভ কৰিছে। এই স্কুলবিলাকে বছৰি চৰকাৰৰ পৰা এটি 'গ্ৰাণ্ট' বা দান পায়। এই বিধৰ ৮৬টা স্কুল ৰোমান কেথ'লিক সম্প্ৰদায়ৰ দ্বাৰা স্থাপিত আৰু ১০২টা স্কুল পাৰ্লিয়ামেণ্টৰ ১৮৮৯ চনৰ বিশেষ আইন অনুসাৰে ৱেলছ দেশত পতা হৈছে। ৱেলছৰ স্কুল সমূহত স্থানীয় কৰ্ত্তৃপক্ষৰো কিছু হাত আছে। বেচৰকাৰী হাইস্কুলবিলাকে স্থানীয় কৰ্ত্তৃপক্ষ নাইবা কেন্দ্ৰীয় সমিতিৰপৰা 'গ্ৰাণ্ট' লব পাৰে। কিন্তু



কোনো স্কুলে গুটাইৰপৰা 'গ্ৰাণ্ট' পাব নোৱাৰে। এই স্কুলবিলাকে নিৰ্দ্দিষ্ট সংখ্যাৰ ছাত্ৰক বিনা মাছুলে ভৰ্ত্তি কৰিব লগীয়া হয়। এই সৰ্ত্ত পূৰা নকৰিলে কৰ্ত্তৃপক্ষই বছৰেকীয়া দান নামঞ্জুৰ কৰিব পাৰে।

স্কুলৰ চিকিৎসা বিভাগ :—স্কুলীয়া ল'ৰা-ছোৱালীবিলাকৰ শাৰীৰিক উন্নতিৰ তত্বাৱধান লবৰ কাৰণে, কেন্দ্ৰীয় শিক্ষা সমিতিৰ এটা চিকিৎসা বিভাগ আছে। চিকিৎসা বিভাগ স্বাস্থ্য মন্ত্ৰী (Ministry of health) বা পৰিষদৰ দ্বাৰা স্থাপিত আৰু তাৰ কৰ্ম্মচাৰী সকলে আইন অনুযায়ী সকলো কাম সমাধা কৰে।

পৰীক্ষা :—প্ৰাথমিক পঢ়াশালিবিলাকত দহ বা এঘাৰ বছৰ বয়সতে এটা পৰীক্ষা লোৱা হয়। এই পৰীক্ষাত সাধাৰণতে ইংৰাজী আৰু অংকৰ পৰীক্ষা কৰে। আদিতে ইয়াত সম্মানেৰে সৈতে উত্তীৰ্ণ হোৱা সকলক হাই স্কুলত বিনা মাছুলে ভৰ্ত্তি কৰা হৈছিল আৰু এই পৰীক্ষাৰ মূল উদ্দেশ্যও সেয়ে আছিল। কিন্তু আজিকালি হাই স্কুলত মাছুল দি পঢ়িবলৈ হলেও এই পৰীক্ষা দিব লাগে। প্ৰিপাৰেটৰী পঢ়াশালি সমূহত ১৩ বছৰ বয়সত পৰীক্ষা লোৱা হয়। ইয়াত উত্তীৰ্ণ হলে ৰাজহুৱা পঢ়াশালিত নাম লগাব পাৰে। এই পৰীক্ষাৰ ঘাই বিষয় লেটিন, অঙ্ক, বীজগণিত আৰু জ্যামিতি। হাই স্কুলৰ পৰীক্ষা লবৰ কাৰণে এখন সমিতি আছে। এই সমিতি কেন্দ্ৰীয় শিক্ষা সমিতিয়ে নিয়োগ কৰে। ইয়াত ২৩ জন সভ্য আছে আৰু শিক্ষা বিভাগৰ সকলো তৰফৰ প্ৰতিনিধি থাকে। এই পৰীক্ষা লবৰ কাৰণে আঠোটা ইউনিভাৰ্ছিটিৰ ওপৰত ভাৰ দিয়া হৈছে। হাই স্কুলৰ প্ৰথম পৰীক্ষা, যাক সাধাৰণতে 'স্কুল লিভিং চাৰ্টিফিকেট' বুলি জনা যায়, ১৬ বছৰ বয়সত লোৱা হয়। এই পৰীক্ষাৰ ঘাই বিষয় ইংৰাজী, বিদেশী ভাষা আৰু বিজ্ঞান। ইয়াৰ বাহিৰেও কেইটামান ইচ্ছাধীন বিষয় আছে, যেনে—সঙ্গীত, চিত্ৰকলা হাতৰ কাম,

আৰু ঘৰুৱা শিল্প। এই পৰীক্ষা পাছ কৰিলে ইউনিভাৰ্ছিটিত ভৰ্ত্তি হবৰ যোগ্য হয়। দ্বিতীয় পৰীক্ষাক 'হায়াৰ চাৰ্টিফিকেট' পৰীক্ষা বোলে আৰু ১৮ বছৰ বয়সত লোৱা হয়। প্ৰথম পৰীক্ষাত উত্তীৰ্ণ হোৱা সকলেই এই পৰীক্ষাত বহিব পাৰে। ইয়াত উঠা ছাত্ৰ বিলাকক কোনো ইউনিভাৰ্ছিটিয়ে 'ইণ্টাৰমেডিয়েট' পৰীক্ষা নিদিয়াকৈ বি-এ ক্লাছত ভৰ্ত্তি কৰে।

---



# ভ্ৰমণ-কাহিনী।

## বঙ্গোপসাগৰৰ পৰা ৰেঙ্গুনলৈ।

মই মোৰ বন্ধুৰ লগত আমাৰ খোটালিৰ ভিতৰত বহি কথা পাতি আছিলোঁ। ঢৌৰ হেন্দোলনিত আমাৰ জাহাজ বৰকৈ কঁপিবলৈ ধৰিলে। এনেতে কিছুমান চাহাব আৰু মেমে "Sea" "Sea" বুলি চিয়ঁৰা শুনি আমি বৰ উলাহেৰে ডেকৰ ওপৰলৈ নৰি আহিলোঁ। আহা! চকুৰ আগত যি অসীম পানীৰ ৰাজ্য দেখিলোঁ তাক নমবেঁমানে পাহৰিব নোৱাৰিম। হেজাৰ হেজাৰ ঢৌ আৰু ফেনৰ থুপিৰে সৈতে সাগৰে গৰ্জ্জিব লাগিছে। সাগৰৰ পানী নীল বৰণীয়া। ওপৰত অনন্ত নীলাকাশ মাজে মাজে ছচপৰা এচপৰা বগা বগা ডাৱৰে বাট হেৰুৱাই উৰি ফুৰিছে; তলত পাৰ-কুল নেদেখা নীল সমুদ্ৰ; এই ছয়োকো যত মিলা দেখি সেই মিলন-ৰেখাটিলৈ চাই পঠিয়ালে মনত এক অপূৰ্ব্ব ভাবৰ উদয় হয়। আমাৰ জাহাজে "সাগৰ-দ্বীপ" এৰিলে; গুৰিয়ালে (Pilot) জাহাজৰ গতি ঠিক কৰি দিলে। দিগ্‌দৰ্শন যন্ত্ৰৰ দক্ষিণমুৱা হৈ জাহাজ চলিবলৈ ধৰিলে। আমি ভাৰত ভূমিৰ পাৰ একেবাৰে নেদেখা হলোঁ। আমি বঙ্গোপসাগৰত।

লাহে লাহে সন্ধিয়া আহিল। সাগৰৰ বুকুত বেলি মাৰ যাবলৈ ধৰিছে। মেঘৰ সুৰুঙাই দি সোণোৱালী কিৰণ আহি সাগৰত পৰিছে। সাগৰৰ ঢৌবিলাকে কঢ়া-আজোৰা লগাই সেই কিৰণ মালাক খণ্ড খণ্ড কৰি কোনোবা দেশ পোৱাইছে গৈ। এতিয়াৰ এই মনোহৰ দৃশ্য দেখি বোধ হল, যেন নীল সাগৰৰ গাত কোনোবাই সোণৰ ৰেণুহে চতিয়াই দিলেহি।

ৰাতি ডেকৰ ওপৰত জুৰ লবলৈ বৰ ভাল। সমুদ্ৰৰ বা পাই গা বৰ জুৰ লাগে। আমি দুই বন্ধুৱে ভালেমান বেলি সাগৰৰ শীতল সমীৰণ উপভোগ কৰি, শেহত নিজৰ খোটালিলৈ আহি শয়ন কৰিলোঁ।

সমুদ্ৰত ৰাতি লঙ্গৰ পেলাই জাহাজ ৰাখিব নোৱাৰি; ৰাতিয়ে দিনে জাহাজ অবিশ্ৰাম গৈ থাকে। সমুদ্ৰগামী জাহাজ-বিলাকত পাল তৰিবৰ দিহা আছে। কলৰ জোৰ আৰু পালৰ সাহায্যত জাহাজ চলে। বতাহ অনুকূল হলে পালবোৰ তৰি দিয়া হয়, আৰু প্ৰতিকূল হলে পালবোৰ সামৰি থোৱা হয়। আমাৰ জাহাজত এতিয়া পাল তৰি দিয়া নাই, অকল কলৰ জোৰত চলিব লাগিছে।

## ১৩ মাৰ্চ্চ, ১৮৯৩।

অকূল সমুদ্ৰ। যেনিয়ে চাই পঠিয়াও কেৱল পানী,—ঘোৰ নীল বৰণীয়া পানী, দেখিলে প্ৰথমে ভয় লাগে। কালি সাগৰৰ পানী অলপ নীল বৰণীয়া দেখিছিলোঁ; কিন্তু আজিৰ পানী ঘোৰ কৃষ্ণবৰ্ণ, মহীৰ নিচিনা। সঁচাকৈয়ে আমাৰ মানুহে সাগৰক "কলীয়াপানী" বোলে। কেনিও চৰাই এটিৰ মাত নুশুনা হলোঁ।

সমুদ্ৰত সূৰ্য্যোদয় চাবলৈ বৰ ভাল। আজি আকাশত ডাৱৰ থকা বাবে সূৰ্য্যদেৱতাৰ মুখ দৰ্শন নঘটিল।

সাগৰৰ পানী লুণীয়া। এই পানী পিব নোৱাৰি। যাত্ৰীসকলৰ ব্যৱহাৰৰ নিমিত্তে নিকা পানী জাহাজত কলিকতাৰ পৰা অনা হৈছে। সাগৰৰ পানীৰে গা ধুলে গা বৰ লঘু আৰু ভাল লাগে। কোনো কোনো ইংৰাজ বেজে কয় বোলে এই পানীৰে গা ধুলে ছালৰ ব্যাধি (Skin-disease) অনেক পৰিমাণে ভাল হয়। প্ৰথম শ্ৰেণীৰ যাত্ৰী সকলৰ



নিমিত্তে বেলেগ গা-ধোৱা ঘৰ আছে। ৰাতিপুৱা এই গা-ধোৱা ঘৰৰ দুৱাৰ-মুখত চাহাব বিলাকে স্পঞ্জ আৰু গামোছা লৈ গা ধুবলৈ বাট চাই থাকে। এজনে গা ধুই ওলাই আহিলেই তেহে সতৰাই সোমাব পাৰি। আমি খুব পুৱাতে আন লগৰীয়া যাত্ৰীসকল নৌ উঠোঁতেই গা ধুবলৈ গলোঁ। গা ধোৱা ঘৰত কল লগোৱা আছে। কলৰ পেঁচ খুলি দিয়া মাত্ৰকে গা-ধোৱা ডাঙ্গৰ টব্ বা চৰিয়া পানীৰে ভৰি গল। ওপৰত শ্বাৱাৰ-বাথ (Shower-bath) আছে। আধা ঘণ্টামান সাগৰৰ লুণীয়া পানীৰে বেচকৈ গা ধুলোঁ। মূৰৰ চুলি-বিলাক আঠাৰ দৰে অলপ লেকেটা লেকেটি লাগি ধৰিলে; তেতিয়া "মিঠা-পানী" অৰ্থাৎ কলিকতাৰ পৰা নিয়া নৈৰ পানীৰে আকৌ ধুলো। মোৰ গাটো বৰ পাতল লাগিল, মনত বৰ স্ফুৰ্ত্তি হল। মই স্বৰ্গত নে পৃথিবীত পাহৰি গলোঁ। মোৰ লগৰীয়া বন্ধুৱৰ বেমাৰী হলেও সাগৰৰ পানীৰে গা ধুই তেৱোঁ বৰ লঘু পালে।

সমুদ্ৰৰ পানী আৰু বতাহৰ বৰ গুণ। কলিকতাত থাকোঁতে মোৰ বন্ধুৰ গাত ভালেমান দিনৰ পৰা জ্বৰ আছিল। তেওঁৰ একোকে খাবলৈ ৰুচি নজন্মিছিল। কিন্তু সমুদ্ৰৰ পানীৰে গা ধুই, সমুদ্ৰৰ জুৰ বা লৈ, তেওঁৰ অলপো জ্বৰ নোহোৱা হল, সুস্থ মানুহৰ দৰে তেওঁৰ খোৱা বস্তুত ৰুচি হল। তেওঁ নিৰোগীৰ দৰে বৰ ৰঙ্গত আছিল। সাগৰত যোৱাৰ এটা প্ৰধান গুণ এই যে যিহকে খোৱা, সেয়ে ততালিকে জীণ যায়; আৰু বেগাই ভোক লাগে।

## ১৪ মাৰ্চ্চ, ১৮৯৩।

আজি ৰাতিপুৱা এটা "লাইট্-হাউচ" দেখা গৈছিল।

সমুদ্ৰ কেতিয়াও স্থিৰ নহয়। সদায় সমুদ্ৰত ঢৌ থাকে, সদায় জাহাজ হেন্দুলি হেন্দুলি গৈ থাকে। সাগৰত বৰকৈ বতাহ বলে পৰ্ব্বতা-

কাৰ ঢৌবিলাকে ভয়ঙ্কৰ ৰূপে গৰ্জ্জিবলৈ ধৰে। সেই ঢৌৰ আঘাতত জাহাজৰ হেন্দোলনি ইমান বেচি হয় যে যাত্ৰীসকলৰ মূৰ ঘূৰি যায়। অনেক যাত্ৰী অচেতনৰ নিচিনা হৈ কেৱাদিনলৈকে পৰি থাকে, একোকে খাব নোৱাৰে। অনেকে আকৌ হোলোকে হোলোকে বাঁতিয়াবলৈ ধৰে। সমুদ্ৰ-যাত্ৰীসকলৰ এনেকুৱা অৱস্থাকে (Sea-sickness) বা "সাগৰ-ব্যাধি" বোলে। এই "চি-চিক্‌নেচ" হলে, শুনিছো, ১০।১৫ দিনলৈকে অনেক যাত্ৰী অচেতন হৈ পৰি থাকে। সমুদ্ৰত যাওতে জুলীয়া বস্তুতকৈ টান বস্তু সৰহকৈ খাব লাগে, আৰু জাহাজৰ তলিলৈ বৰকৈ চাব নেলাগে। সমুদ্ৰ চাব খুজিলে বহুত দূৰলৈ দৃষ্টি নিক্ষেপ কৰিব লাগে। আমাৰ "চি-চিক্‌নেচ্" হয় বুলি বৰ ভয়ে ভয়ে আছোঁ। কিন্তু আজিলৈকে সেই নৰিয়া ওচৰ চাপিব পৰা নাই।

তাহানি কিতাপত পঢ়িছিলোঁ, আৰু লোকৰ মুখত জানিব পাৰিছিলোঁ, বোলে, সাগৰত এবিধ পাখি-লগা মাছ আছে। এই মাছ সাগৰত উড়ি ফুৰে। ঈশ্বৰৰ সৃষ্টিৰ ইও এক আশ্চৰ্য্য বস্তু। আমি এই উড়নীয়া মাছ (flying fish) চাবৰ নিমিত্তে বৰ হেপাহ কৰি থাকিও আজি পৰ্য্যন্ত এই মাছ দেখা নাপালোঁ। শুনিছোঁ, কলম্বলৈ গলে সময়ে সময়ে সমুদ্ৰ যাত্ৰীসকলে এই মাছ দেখা পায়

নিশা জাহাজ গৈ মাৰ্টাবান উপসাগৰ পালে গৈ। কালিলৈ দুপৰীয়া ব্ৰহ্মদেশৰ ৰাজধানী ৰেঙ্গুন নগৰত ভৰি দিম।

### ১৫ মাৰ্চ্চ, ১৮৯৩।

### ঐৰাৱতী নৈত।

পুৱাৰ পোহৰ সৰু খিলিকি দুৱাৰেদি আহি আমাৰ কেবিনত পৰিছেহি। যোৱা দিনৰে পৰা চৰাই-চিৰিকতি, গছ-বন এডালো সমুদ্ৰত উটি অহা দেখা নাই। যেনিয়ে চাই পঠিয়াইছিলোঁ, কেৱল ঘোৰ কলীয়া পানী আৰু প্ৰতি ঢৌৰ মুখত এথুপি বগা ফেনহে দেখা পাইছিলোঁ। আজি চৰাইৰ মাতে আহি টোপনিৰ পৰা জগালেহি। বৰ উলাহেৰে উঠি খিলিকি দুৱাৰেদি মুখ উলিয়াই অলেখ সামুদ্ৰিক চৰাই দেখি জানিলোঁ—ব্ৰহ্মদেশৰ ওচৰ চাপিছোঁহি। চাহ খাই ডেকৰ ওপৰলৈ উঠি গৈ ৰিণি ৰিণি ব্ৰহ্মদেশৰ গছবোৰ দেখি মনত বৰ ৰং লাগিল।

ঐৰাৱতী নৈৰ বিশাল মুখ দেখা পালোঁ। আমাৰ জাহাজ ঐৰাৱতীত সোমাই ক্ৰমে উজাবলৈ ধৰিলে। দুয়ো কাষৰ গছ-লতা, ঘৰ-বাৰী, পশু-পক্ষী, মানুহ ইত্যাদি দেখি বৰ সন্তোষ পালোঁ। বাৰ্ম্মিজ বেপাৰীবোৰে নাৱত উঠি পাল মেলি দি বেহা কৰিবলৈ গৈছে। ঘাটেয়ে সৰু সৰু নাৱত ইপাৰৰ মানুহক সিপাৰলৈ, সিপাৰৰ মানুহক ইপাৰলৈ অনা নিয়া কৰিছে। ঐৰাৱতীৰ পৰা পানী নিবলৈ অহা বাৰ্ম্মিজ ছোৱালীবোৰৰ কোনো কোনোৱে, আমাৰ জাহাজ দেখি, চাপৰি বজাই, কোনোৱে বা নাচি আমোদ কৰিবলৈ ধৰিলে।

যত ঐৰাৱতী নৈ সাগৰেৰে সৈতে মিলিছে সেই থিনিতে সাগৰৰ পাৰত বান্দৰ দেখা পালোঁ। বান্দৰে নিৰ্জ্জন সাগৰৰ পাৰত থাকিবলৈ ভাল পায় হবলা। সেই দেখিয়েই বোধ কৰোঁ তাহানি শ্ৰীৰাম চন্দ্ৰই লঙ্কাৰ সেতু বান্ধিবলৈ সাগৰৰ পাৰত অসংখ্য বান্দৰ পাইছিল।

১০ বজাত জাহাজ "এলিফেন্ট্ পইন্ট্" কোঠৰ ওচৰত ভালেমান পৰ ৰৈ আছিল।

ঐৰাৱতীৰ দুয়োকাষে অনেক কল, কাৰখানা, নাও, জাহাজ আৰু মান্দ্ৰাজৰ কুলি আছে দেখি জানিলোঁ এই ঠাই ডাঙৰ ৰৰ বেপাৰৰ ঠাই।

দুটা বজাত আমাৰ জাহাজ ৰেঙ্গুন নগৰৰ ঘাটত লাগিলহি। বন্দৰত জাহাজ আৰু মানুহৰ বৰ ভিড়।

(আনন্দচন্দ্ৰ আগৰৱালা।)

——:০:S:০:——

# মোমাই তামুলী বৰবৰুৱা।

গৌৰীদত্ত মিশ্ৰ।

মাথোন লেখা-পঢ়া কৰিলেই যে মানুহৰ বুদ্ধি পৰিষ্কাৰ হয়, আৰু কাৰ্য্যক্ষম হয় এনে নহয়। লেখা-পঢ়াই মাথোন সহায় কৰে, কিন্তু জ্ঞানশূন্যক বুদ্ধি দিব নোৱাৰে। স্বাভাৱিক বুদ্ধি অধিক পৰিমাণে থকা মানুহে সুবিধা পালে, কোনো লেখা-পঢ়া বিদ্যা নজনাকৈও সংসাৰৰ অনেক উপকাৰ কৰি সুকীৰ্ত্তি থব পাৰে। এই শ্ৰেণীৰ ভিতৰত মোমাই তামুলীও এজন। ১৫০১ শকত লুথুৰাশন আহোম বংশত মোমাই তামুলীৰ জন্ম হয়। এওঁ অতি দৰিদ্ৰৰ সন্তান, সৰুতে মাক বাপেক হেৰুৱাই অনাথ হৈ বহুত ঠাই ঘাগৰি শেষত শিৱসাগৰ জিলাৰ অন্তৰ্গত নাজিৰাৰ গণক এঘৰৰ আশ্ৰয় লৈ থাকিল। তেতিয়া এওঁৰ বয়স ২০।২৫-বছৰমান হৈছিল। পূৰ্ব্বে আসাম দেশত ৰজাৰ নগৰৰ বাহিৰে ইতৰ মানুহৰ ঢাপ মৰা বাৰী নাছিল। কিন্তু ভাবী বৰবৰুৱাই নিজ আকল মতে গণকৰ বাৰীৰ চাৰিওফালে সুন্দৰূপে ঢাপ মাৰি টাটী চকোৱা দি এখনি ফুল বাগিছা কৰি ঘৰ দুৱাৰ ফু-মাৰি ভাত খাব পৰাকৈ ৰাখিছিল। বাস্তৱিক এওঁ ঘৰ দুৱাৰ এনে ৰকম কৰিছিল যে বাটৰুৱা মানুহেও এবাৰ চাই গৈছিল। এই-দৰে কুচুৰ্‌ত-কপট নকৰি আনন্দেৰে বন-বাৰি কৰি কৰি এওঁ মোমাই নাম লৈ গণকৰ ঘৰত ৩।৪ বছৰ কটালে। ভাগ্যচক্ৰৰ পাক কাৰো বুজিবৰ সাধ্য নাই। এদিন বুদ্ধিস্বৰ্গ ৰজা শেন মেলা

চাবলৈ নাজিবালৈ যায়, আৰু বাটেদি হাতীৰে যাওঁতে ৰজাই গণকৰ ঘৰ বাৰীয়ে নিলগৰপৰা হাঁহি থকা দেখি, কাৰ ঘৰ বুলি সুধিলে। পাচে মানুহে গণকৰ ঘৰ বুলি কোৱাত গণকক মতালে। তেতিয়া গণকৰ কণ্ঠত ধাতু নাই আৰু গণকে ভাবিলে "কিবা জগৰহে লগাব পাওঁ।" ইয়াকে ভাবিচিন্তি ডিঙ্গি আগ বঢ়াই নিধাতু থাই আহি গণকে মহাৰাজৰ আগত আঠু ললেহি। ৰজাই গণকক দেখি সুধিলে, "দেউ! তোমাৰ ঘৰবাৰি কাৰদ্বাৰাইনো এনেদৰে কৰাইছা?" "স্বৰ্গদেউ! বন্দীৰ ঘৰত মোমাই নামেৰে লুখুৰাশনীয়া লৰা এটা আছে; সেই সকলোবোৰ তাৰে বন" বুলি কৰপুটে গণকে জনালে। ৰজাই মোমাইক চাবলৈ ইচ্ছা প্ৰকাশ কৰাত গণকে মতালে; মোমায়ে ৰদ বতাহত বন কৰি ফুৰিছে বুলিও নিৰোগী, গঢ়িত, তেজস্বী আৰু বুদ্ধিমান আছিল। লোথৰা লোথৰ হাত ভৰি, প্ৰশান্ত ললাট, উজ্জ্বল নেত্ৰ, আৰু আটিল গাৰে মোমাইক দেখিলতে ৰজাৰ মৰম লাগিল; আৰু "লৰাটো মোক দিয়া" বুলি গণকক কলে। গণকেও ছেগচাই কঠিয়া পাৰিলে আৰু উলাহেৰে কলে, "মহাৰাজে নিওঁ বুলিলে বন্দীৰ কি আছে।" পাচে যথেচ্ছাচাৰী ৰজা বুলিও বুদ্ধিস্বৰ্গই গণকক তুষ্ট কৰিহে মোমাইক লৈ গল। মোমাইৰ ভাগ্য-লক্ষ্মী ক্ৰমে সুপ্ৰসন্ন হৈ আহিল। ৰজাৰ নগৰ পাই বহু সমাজত পৰি মোমায়ে বেবুৰা লাগি ফুৰা নাছিল, নিজে উচিত মতে বন-বাঁৰি কৰি ফুৰিছিল। পাচে এদিন ৰজাই মোমাইক মাতি নি কলে, "মোমাই! গণকৰ ঘৰ যেনে চকুতলগা কৰিছিল মোৰ ফুলনি বাৰীও তেনে চকুত লগা কৰিব লাগে, আৰু সেই কাম কৰিবলৈ তোৰ লগত হুকুৰি বাৰীচোৱা দিলোঁ। ইতিপূৰ্ব্বে মোমাইয়েও নিজ হাতে বন



কৰি ভাত কাপোৰ গোকলাইছিল, কিন্তু এতিয়া মানুহ বাবলৈ পাই মোমাইয়ে বাৰীচোৱাহঁতৰ আগত নিজৰ ক্ষমতা প্ৰকাশ নকৰি অতি উৎসাহেৰে লাগি গড়গাওঁ আৰু ৰংপুৰ নগৰৰ ফুলনিবাৰি ৰজাৰ মনোমত কৰি দিয়াত ৰজাই ভিতৰ ঘৰবোৰ সজাবলৈ ভাৰ দি "তামুলী লিগিৰা" বিষয় দিলে। মোমায়ে কাৰ্য্য সমাধা কৰি সকলো দ্ৰব্য বস্তু শৃঙ্খলা লগাই ৰজাৰ সন্তোষ লগাকৈ থলে। এই ঠাইত এইটিও কৈ থব লাগে যে ঘৰ-দুৱাৰ সাৰি-পুচি অতাই থাকিলে মানুহৰ মন ফৰকাল লাগে, আৰু বহুত ৰোগৰ হাত সাৰিব পাৰা যায়। ঘৰ-বাৰী চকুত লগা কৰি মোমাইয়ে ভিতৰৰ কামলৈ মন দিলে। লগুৱা লিকচৌবোৰৰ কাম কাজত একো নিয়ম নেদেখি মোমাইয়ে ৰজাক জনালে "স্বৰ্গদেৱে কাম কৰাবলৈ কোনো মানুহ ওচৰত হাজিৰ নাথাকে, এই বাবে ঘৰত অনেক গোলমাল হয়। এনে দস্তুৰ বোধকৰোঁ কোনো ইতৰ ভদ্ৰলোকৰ ঘৰতো দেখা নাযাব।" এই কথা শুনি ৰজাই তুষ্ট হৈ কলে "মোমাই, তই কোৱা কথা সচাঁ, অতএব যেনে ভাল দেখ তেনে কৰ।" পাচ দিনা মোমায়ে সকলো লা-লিগিৰাক একেলগ কৰি কোনে কি বন কৰিব তাৰ দিহা লগাই দিলে। সেই দিনাৰপৰাহে লগুৱা লিকচৌক আলপৈচান ধৰিবলৈ চিঞৰিব নলগাত পৰিল। আৰু পৰস্পৰে হাঙ্গি নধৰি সিহঁতে বাবৰ বন বাবে ঠিক ঠাককৈ কৰি থবলৈ ধৰিলে। ৰাজঘৰ এনে সুবন্দোবস্ত লগোৱা দেখি ৰজাই যাৰপৰা নাই সন্তুষ্ট হৈ মনে মনে ভাবিলে, যে এনে কাৰ্য্যদক্ষ মানুহটোক কিদিনো পুৰস্কৃত কৰিম? পাচে ভাবি-চিন্তি ৰাজকাৰ্য্যৰ সমুদায় ভাৰ দিয়াৰ নিশ্চয় কৰি ৰজাই তেওঁক "বৰবৰুৱা" খিতাপ দি ৰাজমন্ত্ৰী পাতিলে। তেতিয়াৰ পৰাহে সামান্য মোমাই "মোমাই

তামুলী বৰবৰুৱা” নামেৰে প্ৰখ্যাত হল। ৰজাই এওঁৰ বুদ্ধি কৌশল আৰু শাসন প্ৰণালী নথৈ শলাগি এইজনা নতুন মন্ত্ৰীক দেশ ভাগ কৰি প্ৰজা সংস্থাপনৰ ভাৰ দিলে। সেই কাল ভয়ঙ্কৰ কাল বুলিব লাগে। তেতিয়াৰ প্ৰায় সকলো ভদ্ৰলোক ইমান স্বাৰ্থপৰ, পৰহিংসাৰত আৰু দুষ্ক্ৰিয়াসক্ত আছিল যে তেওঁলোকে কোনো বিশেষ গুণৱন্ত মানুহ ওলালেই নানা চক্ৰান্ত কৰি তেওঁৰ অনেক দুৰ্গতি কৰাৰ বা যমালয়লৈ পঠাব। এনে কালতো নিৰঙ্কৰ মোমায়ে নিৰাপদে ইমান উন্নতি কৰিছিল, পাচে দেশ ভাগ কৰা গুৰুতৰ কাৰ্য্য-ভাৰ পাই ডিমক্লিচৰ তৰোৱাল হেন জ্ঞান কৰি মোমাইয়ে ৰজাৰ কাণ ছুৱালে যে “মই অতি ক্ষুদ্ৰ প্ৰাণী, মোৰ ইষ্ট মিত্ৰ বন্ধু বান্ধৱ কোনো নাই। একেবাৰে গছৰ আগলৈ তোলাত মনত খুহুৱনি লাগি মুৰ আচন্দ্ৰায় কৰিছে, কাৰণ বংশপৰম্পৰা বৰ মানুহ হোৱা সকলোৰে মোলৈ পেটত হিংসা হব, তেতিয়া মোৰ প্ৰাণলৈ শঙ্কা হব।” এইবোৰ কথা নিৰলে গমি চাই ৰজাই তিনি জনা গোহাঁই আৰু চ'ৰাৰ ফুকন বৰুৱা সকলক গোট খুৱাই মোমাই তামুলী বৰবৰুৱাৰ কাৰ্য্য ভাৰৰ আজ্ঞা শুনালে। সকলোটিয়ে এই বাছনিত বৰ আনন্দ প্ৰকাশ কৰি বৰবৰুৱাৰ গুণৰ কথা কোৱা মেলা কৰিবলৈ ধৰিলে। এইৰূপ নিঃশঙ্ক হৈ মোমাই তামুলীয়ে এহেজাৰ মানুহ লৈ ওলাল। তেওঁ বৰ ভেম মৰা মানুহ নাছিল। কৰ্ত্তব্য কৰ্ম্ম কৰিবলৈ অলপো হেলা কৰা নাছিল, পাটকাইৰ পৰা গুৱাহাটীলৈকে পৃথক্ পৃথক্ ৰূপে মাটি পিয়ল কৰি দিওঁতে বৰবৰুৱাৰ কেবা বছৰো লাগিছিল। কেৱল যে নান্‌কাৰ ব্ৰহ্মোত্তৰ পিয়ল কৰিছিল এনে নহয়, সকলো ৰায়তৰ সীমাৰ গোলমাল গুচাবৰ নিমিত্তে থাল থানি চাপ মাৰিবলৈ



হুকুম শুনাই দিলে। প্ৰতি গাওঁতে ল'ৰা পঢ়িবৰ কাৰণে পঢ়াশালি পাতি দিলে। ধোবা, নাপিত, কমাৰ, কুমাৰ, কঁহাৰ আদি ব্যৱসায়ৰ মানুহ ঠায়ে ঠায়ে বহুৱালে ঠাই বুজি হাট পতাই দিলে, আৰু এখন গাওঁৰ মানুহে অন্য এখন গাঁওলৈ গৈ লাগতিয়াল বস্তু বিচাৰিব নলগা কৰি নিজ নিজ বাৰীত বাঁহ, আম, কঠাল, তামোল, পান আদি শস্য কই লবৰ নিয়ম কৰিলে। গাওঁৰ সামান্য জগৰ ভাঙ্গিবৰ নিমিত্তে গাওঁ বাৰিক, বৰা, শইকীয়া, হাজৰিকা পাতি দিলে। ৰাজমন্ত্ৰীয়ে সোধাৰ নিমিত্তে ডাঙ্গৰ ডাঙ্গৰ জগৰবিলাক হে ৰাখিলে। প্ৰজাবিলাকক পৰিশ্ৰম কৰাবৰ অভিপ্ৰায়েৰে গধুলি মাইকী জনীয়ে পতি ৪টা সূতলাহি পকাবলৈ আৰু মতাই চালনী, কুলা, খৰাহি ববলৈ গাওঁবাৰিকক দেখুৱাবলৈ হুকুম শুনাই দিলে। যদিহে কোনো মানুহক এই কাম কৰা দেখা নাপায়, তেতিয়া গাওঁবাৰিকে বৰা, শইকীয়াৰ আগত গোচৰ দি চাৰিটা চাৰিটা কোব মাৰিবৰ নিয়ম লগাই দিলে। সভাপণ্ডিত, বৰুৱা, ফুকন প্ৰভৃতি বিষয়াসকলৰ প্ৰবৰ্ত্তনৰ অৰ্থে গাওঁ আৰু মানুহ দিলে। নগৰ সৌষ্ঠৱ আৰু নগৰৰ ৰক্ষাৰ বাবে নানা শিল্পকৰ, কাড়ী বাৰুৱতি হিলৈদাৰী, প্ৰভৃতি ৰাখিলে। এইবোৰ নিয়মেৰেই ৰজা আছিল মানে আসামৰ ৰাজকাৰ্য্য চলি আহিছিল। আৰু এওঁৰ সুশাসনৰ গুণেই প্ৰজা বৃদ্ধি হৈ পৰ্ব্বতৰ কাষৰলৈকে মানুহে বসতি কৰি মহা সুখে আৰু নিৰাপদে কাল কটাইছিল। এওঁ যে এজন অসাধাৰণ মানুহ আছিল তাত অলপো ভুল নাই। যদিবাও এওঁ একালত পেটৰ ভাত আৰু গাৰ কাপোৰৰ নিমিত্তে সামান্য গণকৰ ঘৰত থৈয়া খাটিছিল, তথাপি আপোন যত্ন আৰু পৰিশ্ৰম, বুদ্ধি বল আৰু সচ্চৰিত্ৰৰ ফলত ৰাজ্যৰ ভিতৰত সৰ্ব্বোচ্চ

বিষয় পায় তেওঁ কত দৰিদ্ৰক তাৰিলে তাৰ সংখ্যা নাই। এই দৰে মহা সুখ সম্ভোগ কৰি লাছিত বৰ ফুকন হেন পুত্ৰ থৈ ১৫৭২ শকত (অৰ্থাৎ ১৬৫০ খৃঃ অঃ) মোমাই তামুলী বৰ বৰুৱাই ইহলোকৰ পৰা চিৰবিদায় ললে। গণকৰ ঘৰক আপোন ঘৰ যেন ভাবি চকুত লগাকৈ কাম নকৰা হলে এওঁ ৰজাৰ চকুত নপৰিল-হেঁতেন। বৰঞ্চ লুখুৰা শনীয়া মোমাই নাম লৈয়েই টোকোনা হৈ জনম নিয়ালেহেঁতেন।

---

# ক্ৰমোৱেল।

অম্বিকানাথ বৰা।

১৮শ শতিকাত আসাম-বুৰঞ্জী যেনে ভয়ানক ১৭শ শতিকাত ইংলণ্ড-বুৰঞ্জীও তেনে ভয়ানক। এই শতিকাতেই ইংলণ্ডৰ ৰাজসিংহাসন বিদেশীৰ হাতত পৰে, এজন ৰাজপুৰুষৰ মূৰ কটা পৰে, ইংলণ্ড ৰাজ-বিপ্লৱত ডুব যায়।

১৭৯৩ খ্ৰীষ্টাব্দত ইংলণ্ডৰ ৰাণী এলিজাবেথৰ মৃত্যু হলত স্কটলণ্ডৰ ষষ্ঠ জেমচ্ ইংলণ্ডৰ প্ৰথম জেমচ্ হৈ ইংলণ্ডৰ ৰাজপাটত বহে। তেওঁক ইংলণ্ডৰ সৰহভাগ প্ৰজাই ভাল নেপাইছিল। সৰশেষত নানা কাৰণত ইংলণ্ড শাসনৰ প্ৰধান গৰাকী পাৰ্লেমেণ্ট মহাসভাৰ লগতে



তেওঁৰ অলপ মনোবাদ ঘটিল। তেওঁৰ ৰাজত্বৰ কালত চাৰি বাৰ পাৰ্‌লেমেণ্ট বহে, সেই আটাই কেইখন পাৰ্‌লেমেণ্টৰ লগতেই ৰজাৰ কাজিয়া হয়। কিন্তু সেই কাজিয়াৰ পৰা পাৰ্‌লেমেণ্টৰ ক্ষমতা নাহে নাহে বাঢ়ি আহিল।

১৬২৫ খ্ৰীষ্টাব্দত ৰজা জেমচ্‌ৰ মৃত্যু হলত তেওঁৰ প্ৰথম পুত্ৰ প্ৰথম চাৰ্লচ ইংলণ্ডৰ ৰাজপাটত বহে। এওঁ লৰ্ড বাকিংহাম বুলি ডাঙৰ মানুহ এজনক বৰ ভাল পাইছিল। তেওঁৱেই ৰজাৰ হাতধৰা আছিল, তেওঁৰ কথা মতেই ৰজাই সকলো কাম কৰিছিল;—এই বাবে প্ৰায় প্ৰজাই ৰজাক ভাল নাপাইছিল।

চাৰ্লচ সিংহাসনত বহিয়েই এখন পাৰ্‌লেমেণ্ট বহুৱালে এই পাৰ্‌-লেমেণ্টৰ লগতেই ৰজাৰ কাজিয়া হল। ৰজাই স্পেনে সৈতে যুদ্ধ কৰিবৰ বাবে পাৰ্‌লেমেণ্টক টকা খুজিলে, কিন্তু পাৰ্‌লেমেণ্টে ৰজাই যিমান টকা খুজিছিল তাৰ আধাহে মাথোন মঞ্জুৰ কৰিলে আৰু কিছুমান আন কথাত ৰজাই খণ্ডত পাৰ্‌লেমেণ্ট ভাঙ্গি পেলালে। পাৰ্‌লেমেণ্ট ভাঙ্গিয়েই ৰজাই স্পেনে সৈতে যুদ্ধ কৰিবলৈ সেনা পঠিয়ালে, কিন্তু সেই সেনাই একো কৰিব নোৱাৰি উলটি আহিল এই যুদ্ধত বহুত ধন ভগন হোৱাত ৰজাই টকা খুজিবলৈ আকৌ এখন পাৰ্‌লেমেণ্ট বহুৱালে। কিন্তু পাৰ্‌লেমেণ্ট বহাৰ আগেয়ে আগৰ পাৰ্‌লেমেণ্টত যি কেইজন মেম্বৰে ৰজাৰ বিৰুদ্ধে বক্তৃতা কৰিছিল সেই এটাই কেইজন মেম্বৰক কিছুমান উপকৰা কামৰ ভাৰ দি পাৰ্‌লেমেণ্টলৈ আহিব নোৱাৰা কৰি ৰাখিলে। কিন্তু সেই কেইজনক বন্দী কৰাৰ পৰা একো ফল নহল, কিয়নো তেওঁ বিলাকৰ ঠাই অধিকাৰ কৰিবলৈ পাৰ্‌লেমেণ্টত সভাৰ অভাৱ নপৰিল। চাৰ জন ইলিয়ট নামে এজন সভ্যই স্পেন যুদ্ধত মিচা-

কৈয়ে ধন ভঙ্গা বুলি লৰ্ড বাকিংহামক ইমপিচ (Impeach) কৰিলে, অৰ্থাৎ পাৰ্‌লেমেণ্টে লৰ্ড সভাত তেওঁৰ বিৰুদ্ধে মোকদ্দমা কৰিলে। ৰজাই এই যুদ্ধত চাৰ জন ইলিয়ট আৰু তেওঁক সমৰ্থন কৰা মেম্বৰ এজনকো বন্দী কৰি থলে। পাৰ্‌লেমেণ্ট তেওঁবিলাক দুজন নহলে বহিবলৈ অমান্তি হল। ৰজাই বন্দী দুজনক এৰি দিবলৈ বাধ্য হল। কিন্তু তেতিয়াই পাৰ্‌লেমেণ্ট ভাঙ্গি পেলালে। তাৰ কিছুমান দিনৰ পাচত ৰজা চাৰ্লচৰ ধনৰ অভাৱ হোৱাত পাৰ্‌লেমেণ্ট নবহুৱাই প্ৰজাৰ গুৰিত মাগন পেলালে তেওঁ কলে যদিও প্ৰজাই ৰজাক ধন একেবাৰে দিব নোৱাৰে অন্ততঃ ধাৰলৈ দিব পাৰে। যিবিলাক প্ৰজাই ৰজাক ধন দিবলৈ অমান্তি হল সেই বিলাকৰ বন্দীশালেই ব্যৱস্থা হল। এই বিলাকৰ পাচতে লৰ্ড বাকিংহামে ব্ৰসোনৰ বিৰুদ্ধে যুদ্ধ যাত্ৰা কৰিলে, কিন্তু তেওঁৰ নিজৰেই বহুত হানি কৰি উলটি আহিল। চাৰ্লচৰ যুদ্ধ চলাই থাকিবলৈ মন আছিল গতিকে টকা তুলিবলৈ পাৰ্‌লেমেণ্ট বহুৱাবলৈ বাধ্য হল। এই পাৰ্‌লেমেণ্ট বহিয়েই ৰজালৈ টকা মঞ্জুৰ কৰাৰ আগেয়ে এখন আইন উলিয়ালে যে পাৰ্‌লেমেণ্টক নোসোধাকৈ ৰজাই কেতিয়াও প্ৰজাক ধন খুজিব নোৱাৰিব, ৰজাই কোনো মানুহক কাৰণ নেদেখুৱাকৈ বা দোষ বিচাৰ নকৰাকৈ কাটেকত দিব নোৱাৰিব ইত্যাদি কৰি কেইটামান লাগতিয়াল কথা উল্লেখ কৰিলে। এই আইনখন পাচ হোৱাত সমস্ত প্ৰজাই আনন্দ পালে। আন কি নানা ঠাইত নানা ৰকম ধেমালি কৰি সেই আনন্দ প্ৰকাশ কৰিছিল। তেতিয়া পাৰ্‌লেমেণ্টে ৰজাক টকা দিবলৈ মান্তি হল, কিন্তু লৰ্ড বাকিংহাম লগ এৰি দিবলৈ কলে। ৰজাই খঙত আকৌ পাৰ্লেমেণ্ট ভাঙ্গি পেলালে।



ইয়াৰ কিছুমান দিনৰ পাচতে এজন মানুহে লৰ্ড বাকিংহামক হত্যা কৰিলে। কিন্তু বাকিংহামক হত্যা কৰাৰ একো ফল নহল। ৰজাই আগৰ দৰে অত্যাচাৰ আৰম্ভ কৰিলে। ১৬২৯ খৃঃ আব্দত আকৌ এখন পাৰ্‌লেমেণ্ট বহে, সেই পাৰ্‌লেমেণ্টত ৰজাৰ বিৰুদ্ধে চাৰ জন ইলিয়ট নামে মেম্বৰ এজনে এটা মন্তব্য প্ৰকাশ কৰিলে, সেই মন্তব্যত ৰজাৰ ফলিয়া বহুত মেম্বৰ অমত হল আৰু ৰজাই পাৰ্‌লেমেণ্ট ভাঙ্গি দিবলৈ আজ্ঞা দিলে বুলি পাৰ্‌লেমেণ্ট ভাঙিবলৈ কলে। কিন্তু পাৰ্‌লেমেণ্টে সেই কথা লৈ কাণ নকৰিলে; পাৰ্লেমেণ্টৰ সভাপতি "স্পিকাৰ" উঠি যাব খোজাত কেইজন মান মেম্বৰে তেওঁক হেচি বহুৱাই থলে, আৰু কেইজনমানে পাৰ্লেমেণ্ট ঘৰৰ দুৱাৰ বন্ধ কৰি চাবি জোকা সভাপতিৰ মেজৰ ওপৰত পেলাই থলে। তেতিয়া কোনো মেম্বৰ ওলাব আৰু কোনো মানুহ বাহিৰৰ পৰা সোমাব নোৱাৰা হল; পাৰ্‌লেমেণ্টে নিজ ইচ্ছাৰে কাম (আৰম্ভ কৰিলে। চাৰ জন ইলিয়টৰ মন্তব্য (Resolution) পাচ হল। ইয়াৰ কিছুমান দিনৰ পাচতে পাৰ্লেমেণ্ট ভঙ্গ হল। ৰজাই ইলিয়ট আৰু তেওঁৰ লগৰীয়া কেইজনমানক বন্দী কৰি থলে। ইলিয়টৰ বন্দীশালতেই মৃত্যু হল।

ইয়াৰ পাচত ৰজা চাৰ্লচে এঘাৰ বছৰ পাৰ্লেমেণ্ট নোহোৱাকৈ ৰাজ্য শাসন কৰে। ইংলণ্ড বুৰঞ্জীত পাৰ্‌লেমেণ্ট গঠিত হবৰ পৰা এনেকুৱা ঘটনা আৰু কেতিয়াও ঘটা নাই। এই এঘাৰ বছৰ ৰজা চাৰ্লচে যি দৰে পাৰে সেই দৰেই প্ৰজাৰ ওপৰত অত্যাচাৰ কৰিব ধৰিলে। তেওঁ উয়েণ্টওৱাৰ্থ (Wentwarth) আৰু লৰ্ড (Lord) দুজন ডাঙ্গৰ মানুহক সহায় কৰি ললে। উয়েণ্টওৱাৰ্থক আয়ৰলেণ্ডৰ শাসনকৰ্ত্তা কৰি পঠিয়ালে। তাত তেওঁ

অত্যাচাৰৰ সীমা নাইকিয়া কৰিলে। ৰজাই লৰ্ডৰ সহায় লৈ নানা নতুন নতুন অন্যায় কৰ বহুৱাব ধৰিলে, যিবিলাকে সেই কৰ দিবলৈ অমান্তি হৈছিল সেই বিলাকৰ বন্দীশালেই গতি হল। ৰজাৰ অত্যাচাৰ বৃটন প্ৰজাৰ অসহ্য হৈ উঠিল। কিছুমান দেশ-হিতৈষী পুৰুষে পাৰ্‌লেমেণ্ট বহুৱাবলৈ ৰজালৈ কেইবাখনো আবেদন পত্ৰ পঠালে। কিন্তু তালৈ ৰজাই চকু মেলি নেচালে। অৱশেষত টকাৰ আৱশ্যক হোৱাত নিজেই পাৰ্লেমেণ্ট বহুৱাবলৈ বাধ্য হ'ল। ১৬৪০ খৃঃ অব্দত পাৰ্লেমেণ্ট বহিল। এই পাৰ্লেমেণ্ট ইংলণ্ড-বুৰঞ্জীত দীঘল পাৰ্লেমেণ্ট ( Long Parliament ) বুলি প্ৰখ্যাত। এইখন পাৰ্লেমেণ্ট লেলাই ধেন্দাই ১৬৬০ খৃষ্টাব্দ'লৈকে অৰ্থাৎ প্ৰায় কুৰি বছৰ বহিছিল।

দীঘল পাৰ্লেমেণ্ট বহিয়েই যোৱা এঘাৰ বছৰৰ যিবিলাক কৰ বহুৱা হৈছিল সেই আটাইবোৰকে বে-আইনী বুলি ঘোষণা কৰিলে। লৰ্ড আৰু উয়েণ্টওয়াৰ্থক ইমপিচ্ ( Impeach ) কৰিলে, উয়েণ্টওৱাৰ্থৰ ফাঁচি হল। অৱশেহত ১৬৪০ খৃঃ অব্দত এখন ঘোষণা-পত্ৰ ওলাল। তাত ৰজাৰ আটাইবোৰ অত্যাচাৰৰ কথা উল্লেখ কৰিলে, আৰু ৰজাৰ মন্ত্ৰীক পাৰ্লেমেণ্টে ফাঁচি দিবলৈ ভাৰ ললে। এই ঘোষণাপত্ৰ পাচ কৰোতে পাৰ্লেমেণ্টত ভয়ঙ্কৰ তৰ্ক বিতৰ্ক হল, আৰ কি তৰ্ক কৰি থাকোঁতে খণ্ডত কোনো কোনো সভ্যই তৰোৱালো উলিওৱা শুনা যায়। কোনো প্ৰকাৰে এইখন পাচ হল। ৰজা চাৰ্লচে এইবোৰ কথা শুনি পাৰ্লেমেণ্টৰ প্ৰধান সভ্য পাচ জনক বন্দী কৰিবলৈ স্থিৰ কৰিলে, কিন্তু এই বাতৰি পাই পাচো জন সভ্য নগৰৰ পৰা ভাগি গল। ৰজা চাৰ্লচে নিজেই



পাৰ্লেমেণ্টৰ কমন সভালৈ তিনিশ সেনা লৈ গল। তেওঁ সেনা-বিলাকক দুৱাৰ মুখতে থৈ সভাপতিৰ ( Speaker ) গুৰিলৈ গৈ সুধিলে, "মই ধৰিবলৈ খোজা মেম্বৰ কেইজন ক'ত? তেতিয়া সভাপতিয়ে ৰজাৰ আগত আঠুলৈ কলে—"মহাৰাজ মোৰ ইয়াত চাবলৈ চকু নাই, কবলৈ মুখ নাই। পাৰ্‌লেমেণ্টে যি কয় তাকে কৰোঁ মাথোন। "ৰজাই কলে", বাৰু, তাত একো কথা নাই, মই জানিছোঁ মোৰ চিকাৰ আগেয়ে ভাগিল।"

তেতিয়া চাৰ্লচে দেখিলে যে তেওঁৰ ক্ষমতা একেবাৰে নাই-কিয়া হল। তেওঁ আৰু নগৰত থকাটো ভাল বিবেচনা নকৰিলে। ১৬৪২ খৃঃ অব্দত তেওঁ লণ্ডন নগৰৰ পৰা ওলাই গল। এই ওলাই যোৱাৰ পৰা তেওঁ আৰু ৰজাভাৱে লণ্ডনত সোমাবলৈ নেপালে, বন্দী হৈহে আহিব লগাত পৰিছিল। ৰাণীয়ে কিছুমান ধন বিত লৈ ইংলণ্ডলৈ গুচি গল। ৰজাই নটিংহামত কোঠ মাৰিলে। লাহে লাহে ৰজাৰ আৰু পাৰ্লেমেণ্টৰ সভ্যসকলৰ ভিতৰত যুদ্ধ আৰম্ভ হল।

প্ৰথম যুদ্ধত ৰজাৰ ফলীয়া সেনাৰ জয় হল। পাৰ্লেমেণ্টে স্কটলেণ্ডৰ সহায় খুজিলে আৰু ক্ৰমোৱেল নামে ইংলণ্ডৰ ভাল মানুহ এজনক সেনানায়ক নিযুক্ত কৰিলে। ক্ৰমোৱেলে কিছুমান সেনা ভালকৈ শিকাই বুজাই যুদ্ধ বিদ্যাত নিপুণ কৰি তুলিলে, আৰু সেই সেনাবোৰৰ সহায়ত তেওঁ কেইবা ঠাইটো ৰাজকীয় সেনাক জয় কৰিলে। অৱশেষত ১৬৪৫ খ্ৰীষ্টাব্দত ৰজাক বন্দী কৰি এটা ডাঙৰ ঘৰত বন্দীভাবে থলে কিন্তু তেওঁৰ সন্মান অটুট ৰখা হল। এই সময়তে সেনাবিলাকৰ লগত পাৰ্‌লেমেণ্টৰ

কাজিয়া লাগিল। সেনা বিলাকে ৰজাৰ হক সমৰ্থন কৰিবলৈ আগ বাঢ়িল। কিন্তু ইংলণ্ডৰ ওখ মনৰ ষ্টুৱাৰ্ট বংশৰ ৰজাই সেনা কিছু মানৰ হাতৰ পুতলা হবলৈ অমান্তি হল। ইয়াৰ অলপ দিনৰ পাচতে ৰজাই সেই ঘৰৰ পৰা ভাগি আইল অৱ্ ৱাইট (Isle of Wight) লৈ গৈ স্কটলণ্ড আৰু আয়লৰ্ণ্ডক সহায় বিচাৰিলে! কিন্তু ৰজা আকৌ ধৰা পৰিল, আৰু সেই ঘৰলৈ তেওঁকে লৈ অহা হল। সেনাবিলাক আৰু কিছুমান মানুহে এইবোৰ কথাত খঙত জলি উঠিল, আৰু ৰজাৰ বিষয়ে এটা শেষ মীমাংসা কৰিবলৈ স্থিৰ কৰিলে। ১৬৪৮ খৃঃ অব্দত ১লা ডিচেম্বৰৰ দিনা কৰ্ণেল প্ৰাইড নামে একজন সেনানায়কে কিছুমান ৰণুৱা লগতলৈ পাৰ্‌লেমেণ্ট সোমাল, আৰু কোনবিলাক সভ্যই ৰজাক শাস্তি দিব নোখোজে তাৰ বিচাৰ কৰিলে; সেই মেম্বৰ কেইজন আগবাঢ়ি আহিল। তেতিয়াই প্ৰাইডে তেওঁবিলাকক ৰণুৱাবিলাকৰ হাতত শোধাই দিলে, এইদৰে প্ৰায় এশ মেম্বৰ উলিয়াই পঠিয়ালে। যি খিনি বাকী থাকিল সেই খিনি ইংলণ্ড বুৰঞ্জীত ৰাম্প পাৰ্‌লেমেণ্টে (Rump Parliament) বুলি প্ৰখ্যাত। এই ৰাম্প পাৰ্‌লেমেণ্টে তেতিয়া ৰজাৰ বিৰুদ্ধে মোকৰ্দ্দমা কৰিলে। সাত দিন ক্ৰমান্বয়ে মোকৰ্দ্দমা চলিল; শেষত ৰজাক ফাঁচি দিয়াই স্থিৰ হল। ১৬৪৬ খৃঃ অব্দত ৩০ জুনৰ দিনা ৰজা চৰ্লচক ৰাজ প্ৰাসাদতে ফাঁচি দিয়া হল।

চাৰ্লচৰ হত্যাৰ লগতে ইংলণ্ডত ৰজাৰ শাসন তুলি প্ৰজা-তন্ত্ৰ স্থাপন কৰা হল। লৰ্ড সভাৰ সভ্য সকল কমন সভাত ৰহিলহি। সেনাবিলাকেই তেতিয়া ৰাজ্যৰ হৰ্ত্তা কৰ্ত্তা হৈ পৰিল,



গতিকে সেনানায়ক ক্ৰমোৱেলৰ ক্ষমতা বাঢ়ি আহিল। ক্ৰমোৱেলে পাৰ্‌লেমেণ্টক নোসোধাকৈ সকলো কাম কৰিবলৈ ধৰিলে, ইংৰাজ জাতি এজন ৰাজপুৰুষৰ হাতৰ পৰা উদ্ধাৰ হৈ এজন সামান্য সেনানায়কৰ তলতীয়া হব লগাত পৰিল। ইমান আন্দোলন আৰু জীৱহানিৰ এয়ে ফল হল। পাৰ্‌লেমেণ্টে ক্ৰমোৱেলক ৰাজ্যভাৰ অৰ্পণ কৰিলে, অকল সেয়ে নহয় তেওঁক ৰাজমুকুট লবলৈকে অনুৰোধ কৰিলে, কিন্তু বুদ্ধিমান ক্ৰমোৱেলে ৰাজমুকুট লবলৈ অমান্তি হল। যি হওক ক্ৰমোৱেলে বিশেষ অত্যাচাৰ নকৰাকৈ ৰাজ্য শাসন কৰিছিল, ইংলণ্ডৰ প্ৰজা তেওঁৰ শাসনত সিমান অসন্তুষ্ট হোৱা নাছিল। ১৬৫৯ খৃঃ অব্দত ক্ৰমোৱেলৰ মৃত্যু হল। ক্ৰমো-ৱেলৰ মৃত্যু হলত তেওঁৰ পুত্ৰ ৰিচাৰ্ড ক্ৰমোৱেলে তেওঁৰ ঠাই অধিকাৰ কৰিলে। কিন্তু ৰিচাৰ্ড বাপেকৰ নিচিনা চতুৰ যুদ্ধনিপুণ আৰু মানুহৰ মনোগ্ৰাহী নাছিল। গতিকে তেওঁৰ দিনতেই (Rump) পাৰ্‌লেমেণ্ট ১৬৬০ খৃঃ অব্দত ভঙ্গ হয়। আৰু এই লগতে দীঘলীয়া পাৰ্‌লেমেণ্টো অন্ত হয়।

ৰিচাৰ্ড ৰাজ্য শাসন কৰিবলৈ সমূলি উপযুক্ত নাছিল। গতিকে দেশৰ কিছুমান ডাঙ্গৰ মানুহ গোটখাই আকৌ ৰজা পতাই স্থিৰ কৰিলে। আৰু ১৬৬০ খৃঃ অব্দত ৰজা চাৰ্লচৰ পুত্ৰ দ্বিতীয় চাৰ্লচক মাতি আনি ইংলণ্ডৰ সিংহাসনত বহুৱা হল। তেতিয়াৰে পৰা আজিলৈকে ইংলণ্ডৰ সিংহাসন এখনকো শূন্য হোৱা নাই। দ্বিতীয় চাৰ্লচ নিজেই জ্ঞানী আৰু বুদ্ধিমান মানুহ আছিল, তেওঁ কেতিয়াও প্ৰজাৰ বিৰুদ্ধে কোনো কাম কৰা নাছিল।

তেওঁ ৰজা হৈয়েই দেশৰ কিছুমান গণ্য মান্য ডাঙ্গৰ মানুহ

মাতি আনি এখন মহাসভা পাতিলে। সেই সভাত আগৰ ৰজাৰ বিৰুদ্ধে উঠা মানুহক ক্ষমা কৰিবলৈ স্থিৰ কৰিলে। কিন্তু যি কেইজনে আগৰ ৰজাৰ দোষ বিচাৰ কৰিবলৈ জজ হৈ বহি তেওঁক ফাঁচি দিবলৈ হুকুম দিছিল, সেই আটাই কেইজন ডাঙৰ মানুহক ফাঁচি দিবৰ হুকুম হল। তাৰে ভিতৰৰ কেইজন মানৱ আগেয়ে মৃত্যু হল। থকা কেইজনৰ ভিতৰত দহজনৰ ফাঁচি হল আৰু ১৯ জন ভাগিল। ৰজাৰ ফলীয়া কিছুমান মানুহ তাতো সন্তুষ্ট নহৈ ক্ৰমোৱেলৰ আৰু তেওঁৰ জোঁৱায়েকৰ মৰা শৰ কবৰৰ পৰা খানি উলিওৱা হল আৰু নগৰৰ মাজত এডোখৰ ওখ ঠাইত সকলোৱে দেখাকৈ মৰা শৰ দুটা আৰি থলে। পাচত আকৌ কবৰ নিদি পেলাই দিলে। সকলো আন্দোলন এনেদৰে অন্ত পৰিল।

---

## লূভ্ৰ চিত্ৰশালা।

জ্ঞানদাভিৰাম বৰুৱা।

লূভ্ৰ্ (Louvre) প্যাৰিস নগৰত। আগৈয়ে ই এটি ৰাজ-প্ৰসাদ আছিল। এতিয়া ই অমূল্য আৰু অতুলনীয় চিত্ৰশালা! ইয়াত বহুত চিত্ৰকৰ আৰু ভাস্কৰে পূৰণি কলীয়া চিত্ৰ আৰু মূৰ্ত্তিৰ আহি লৈ নিজৰ বিদ্যা আৰু জ্ঞান বঢ়ায়। পৃথিবীৰ



ভিতৰত প্যাৰিস্ চাবলগীয়া ঠাই। এই মহানগৰ য়ুৰোপৰ দ্বিতীয় নগৰ। ইয়াৰ সকলো সুন্দৰ। লুভ্ৰ্ এই সুন্দৰ নগৰৰ সুন্দৰ এটি ঠাই। কোঁতিয়ৰ ল্যাতাঁ (Quartier Latin) ৰ পৰা শ্ৰীযুক্ত হেমেন্দ্ৰপ্ৰসাদ ঘোষৰ (এতিয়া এওঁ গৱৰ্ণমেণ্টৰ পক্ষৰ লক্ষ্ণৌৰ বেৰিষ্টৰ) লগত এই ঠাইলৈ যাম বুলি ওলালো। ডাঙৰ খোটালী বোৰৰ বেৰ (দেৱাল) ত ডাঙৰ ডাঙৰ চিত্ৰকৰৰ চিত্ৰবোৰ। এটি খোটালীৰ পৰা আন এটি খোটালীলৈ যাওঁ। চিত্ৰ চাওঁ। কোনো কোনো ঠাইত অলপ পৰ ৰওঁ চাওঁ আকৌ দুখোজ এখোজ যাওঁ, ৰও আৰু চাওঁ। এনেকৈ গৈ আছোঁ। পাছত এটি খোটালীত দেখো সেই দেশৰ মানুহৰ দৰে দুজন মানুহে চিত্ৰকৰৰ এনেখিনি সময়ৰ বেশ পিন্ধি চিত্ৰ এখনৰ আহি লবলৈ যো যা কৰিছে। তেওঁলোকে কিবা কথা কোৱা শুনিলো। ফৰাচী যেন নেলাগিল। সেই খোটালীৰ পৰা আন এটি বিশেষ খোটালীলৈ যাব লগীয়া হোৱাত সেই ঠাই ক'ত সোধাৰ সুযোগতে সেই দুজনৰ এজনক ইংৰাজীত কিবা সুধিলো। সেই মানুহটিয়ে ইংৰাজী ভালকৈ নেজানিছিল। সেই দেখি মোক আন জনৰ ফালে আঙু-লিৰে দেখুৱাই দিলে। তেওঁৰ গাত দীঘল বগা চোলা আনজনৰ গাতো তেনে চোলা। চিত্ৰ আঁকিবৰ সময়ত এনে সাধাৰণ চোলা খুলি থৈ এনে চোলা পিন্ধে। গাল দুখন ৰঙা, বিশেষ গাল দুখনৰ মাজ ডোখৰ। গোঁফ সেই দেশীয়ই। যি হ'ক এওঁক ইংৰাজীত মোৰ প্ৰশ্ন সুধিলো! প্ৰশ্নৰ উত্তৰ পালো। ইংৰাজী কোৱা শুনি আৰু দু-আষাৰমান কথা হলো। আৰু তাৰ পাছত জানিলো তেওঁ ভাৰতবৰ্ষীয়, আৰু আচৰিত হলো, তেওঁ বঙ্গদেশীয়। মোৰ ভাল লাগিল। বঙালী বুলি শুনাত মই

ততালিকে সুধিলো Are you Mr. Hesh?" (আপুনি মিষ্টাৰ হেশ নে? তেওঁ কলে "এৰা সেয়ে মোৰ নাম।" তেওঁ মোৰ নাম শুনিছিল। তেওঁক ময়মনসিংহৰ জমিদাৰে (আগৰজনে) য়ুৰোপলৈ পঠিয়াই চিত্ৰবিদ্যা শিকাই আনিছিল। ১৯০৪।৫ খৃষ্টাব্দত মিঃ হেশৰ নাম কলিকতাত বহুত শুনা গৈছিল। তেওঁ বহুতো ৰজা মহাৰজাৰ ছবি আঁকিছিল। তেওঁ ইটালী কি ফ্ৰান্স দেশৰ তিৰুতা বিয়া কৰাইছে। তেওঁৰ ঘৈণীয়েকে শাড়ী পিন্ধি ফুৰাত আৰু সুনাম হৈছিল। কিন্তু ভাৰতবৰ্ষৰ মানুহে চিত্ৰবিদ্যা শলাগিব নোৱাৰাত তেওঁ আকৌ পশ্চিম পৃথিৱীলৈ গল। শুনিছিলোঁ এম্যাৰিকা (America) লৈ গৈছিল। পাছত তেওঁক ফ্ৰান্সৰ মনমোহা ৰাজধানীত দেখি আচৰিত হলো। অলপ পৰ কথা হোৱাৰ পাছত তেওঁ আমাক তেওঁৰ ঘৰলৈ সেইদিনা আবেলি কি তাৰ পাছ দিনা আবেলি চাহ খাবলৈ মাতিলে। আমি থকা ঠাইৰ পৰা তেওঁৰ ঠাই বহুত দূৰ। গৈ গৈ সেই ঠাই পালো। তেওঁ এটা ডাঙ্গৰ ঘৰৰ তিনতলা কি চৌতলাত এটা "ফ্লেট" কেৰেয়া কৰি আছিল। দেখিলো যে ভায়েকটিয়েও এটি য়ুৰোপীয় মহিলাৰ পাণি গ্ৰহণ কৰিছে। ডাঙৰ হেশ সহধৰ্ম্মিণীয়ে ইংৰাজী জানে। তেওঁৰ সৈতে ইংৰাজীত কথা বতৰা হলো। তাত দুঘণ্টামান আছিলো। ডাঙৰ হেশ গৃহিণীয়ে ময়মনসিংহৰ তেওঁলোকৰ গাঁৱৰ ঘৰলৈকো গৈছিল। তেওঁকলে যে গাঁৱৰ তিৰোতাবোৰ বৰ ভাল। তেওঁ শাহুৱেক ইত্যাদিৰ কথা ভক্তিৰে সৈতে কলে সৰু হেশে সৈতে বঙলাত কথা-বতৰা হলো। সৰু হেশে ঘৈণীয়েকে সৈতে আৰু নিজৰ ভিতৰত ইটালীয় ভাষাত



কথা বতৰা হৈছিল। তেওঁ-লোকৰ লৰা-ছোৱালীৰ কেবাটিকো দেখিলো। তাৰে ভিতৰৰ ডাঙৰ দুজনে আমাৰ দেশ দেখিছে। সিহঁতকো ফৰাছী ভাষাৰে কথাবতৰা সুধিলো। মই সুধিলো "তোমালোক কি মানুহ?" লৰাটিয়ে কলে "হ্যাদু" (Hindu)। গোৰ এই কথা শুনি মনত যে কি আনন্দ হল। সুদূৰ য়ুৰোপত য়ুৰোপীয় মাকৰ জীয়েক পুতেকে কয় তেওঁলোক "হ্যাদু।" কোনে কয় য়ুৰোপীয় বিয়া কৰালেই সন্তানবোৰে ভাৰতবৰ্ষৰ ফালে মন নিদি য়ুৰোপৰ ফালে মন দিয়ে। এই কথা এতিয়াও পাহৰা নাই আৰু কেতিয়াও নাপাহৰো। হেশ পৰিয়ালক দেখি বৰ আনন্দ পালো।

---

# তপ।

কালীৰাম মেধি।

টোপনিত আমাৰ বহিৰিন্দ্ৰিয়ৰ কাম বন্ধ থাকে। এই ইন্দ্ৰিয় বিলাক সেই সময়ৰ নিমিত্তে অবশ হয়। কিন্তু অন্তৰেন্দ্ৰিয় সেই সময়ত বহি নাথাকে। টোপনিত থাকোতে আমি সপোন দেখোঁ বা আমাৰ মন তেতিয়া অইন কিবা ভাবত লাগি থাকে। অনেক পণ্ডিতে কয় যে সাৰে থকাতকৈ টোপনিত মানুহৰ মানসিক শক্তি বেচি চোকা হয় বহুত পৰীক্ষা দ্বাৰা এই বিষয়ৰ প্ৰমাণো পোৱা গৈছে। আমি এটি

পৰীক্ষাৰ কথা ইয়াত উনুকিয়ালোঁ। এঠাইত কেইজন মান পণ্ডিত গোট খাই টোপনি গৈ থকা চহা মানুহ এটাৰ ওচৰত এটা হিলৈ মাৰি শব্দ কৰিলে। শব্দ হোৱাৰ এক চেকেণ্ড সময়ৰ ভিতৰতে সেই মানুহটো ভয়ত থৰ-থৰকৈ কঁপি সাৰ পালে। তাক ভয়ৰ কাৰণ সোধাত কলে যে সি এখন গাৱঁৰ পৰা অইন এখন গাৱঁলৈ গৈ আছিল। বাটত দেখিলে দুইদল সৈন্য বাটৰ দুইফালে যুজিবলৈ সন্নদ্ধ হৈ ৰৈ আছে। গুলী তাৰ গাত পৰিবৰ বৰ আশঙ্কা থকাত সি ভয় পাই পিচ ফাললৈ লৰ মাৰিবৰ চেষ্টা কৰিলে। কিন্তু তাৰ ভৰি অবশ, লৰি আহিবলৈ তাৰ শক্তি নাইকিয়া হল। অলপ পৰ এই দৰে লৰিবৰ চেষ্টা কৰোঁতেই সি সাৰ পালে। সাৰে থকা অৱস্থাত ইমান খিনি এক চেকেণ্ডৰ ভিতৰত ভাবি উলিয়াব নোৱাৰি। কিন্তু টোপনি অৱস্থাত অন্তৰেন্দ্ৰিয়ৰ শক্তি বৰ চোকা বুলি সেই এক চেকেণ্ড সময়ৰ ভিতৰতে মানুহটোৱে আগেয়ে সপোনত দেখি থকা ঘটনাৰ (অৰ্থাৎ এখন গাৱঁৰ পৰা অইন এখন গাৱঁলৈ গৈ থকাৰ লগতে মিলি যোৱা সাধু এটিৰ সৃষ্টি কৰিলে। টোপনিত থাকোঁতে তাৰ কাণ একেবাৰে কলা নাছিল ; সি হিলৈৰ শব্দ শুনিবলৈ পাইছিল আৰু সেই শব্দৰ কাৰণ নিৰ্দ্দেশ কৰিবলৈ গৈ সি এটি অমূলক ঘটনা মনতে সাজিছিল। এইটোও মানিব লাগিব যে শব্দ শুনা মাত্ৰে সি সাৰ পাইছিল ; কিন্তু শব্দ কিয় আৰু কৰ পৰা হল তাৰ কাৰণ এটি উলিয়াইহে সি সাৰ পাইছিল। সাৰেথকা অৱস্থাত ই একেবাৰে অসম্ভৱ। বহিৰিন্দ্ৰিয় ইয়াতকৈ বেচি অবশ কৰা দৃষ্টান্ত মেচ্‌মৰিজ্‌মত (mesmerism) পোৱা যায়। এসময়ত মেচ্‌মেৰিজমৰ দ্বাৰা এজন মানুহক অচেতন কৰি তেওঁৰ পৰা দেহত



নেদেখা নুশুনা কথা উলিয়াব পাৰিছিল বুলি অনেকে কয়। সভ্য জগতত আজিকালি মেচ্‌মেৰিজম্ কোনেও বিশ্বাস নকৰে। কিন্তু তাৰ ঠাইত হিপ্‌নটিজম্ (hypnotism) নামে অইন এবিধ কৌশল ওলাইছে। ইউৰোপৰ আজি কালি হিপ্‌নটিজমৰ সহায়ত দূৰৈৰ ঘটনা আৰু নেদেখা বস্তুৰবিবৰণ জানিব পাৰি বুলি অনেকে বিশ্বাস কৰে। ই আমাৰ মোহিনী মন্ত্ৰৰ নিচিনা। ইয়াৰ বলত মানুহ এটাক অচেতন কৰি তাৰ হতুৱাই যেনে ইচ্ছা তেনে কাম কৰাই লব পাৰি। পোন প্ৰথমে হিপ্‌নটিজমত মানুহক একেবাৰে অচেতন কৰিব নোৱাৰি। তেনে কৰিলে জীৱনত সংশয় আছে। লাহে লাহে বেচিকৈ অচেতন কৰিব পাৰি। অলপ তত্ থাকা অৱস্থাত মানুহৰ মানসিক শক্তি বৰ প্ৰবল নহয়, লাহে লাহে যিমান বেচি অচেতন কৰা যায় অৰ্থাৎ বহিৰিন্দ্ৰিয়ৰ কাম যিমান কমোৱা যায় তাৰ মানসিক শক্তি সেই পৰিমাণে বাঢ়ে। প্যাৰিচ নগৰত এজনী তিৰোতাক হিপ্‌নটাইজ কৰি দেখা গৈছিল যে প্ৰথমে তেওঁ অলপ দিনৰ কথাহে মোটামোটিকৈ কব পাৰিছিল। সেই সময়ত সকলো বস্তু তেওঁ ফট্‌ফটীয়াকৈ নেদেখিছিল ; জলকুতবক লগা মানুহৰ নিচিনা ডাঙৰ ডাঙৰ বস্তু হে দেখা পাইছিল। তেতিয়া তেওঁৰ চেতন একেবাৰে লোপ হোৱা নাছিল ; চিকুটালে অলপ দুখ পোৱাৰ চিন দেখুৱাইছিল। কিন্তু যেতিয়া তেওঁক বেচিকৈ অচেতন কৰা হৈছিল তেতিয়া তেওঁৰ আঙুলিত আলপিনেৰে খোচ মাৰিলেও গম নেপাইছিল। সেই অৱস্থাত তেওঁৰ মানসিক শক্তি ইমান বেচি হৈছিল যে ৫০।৬০ বছৰৰ আগেয়ে হৈ যোৱা আৰু তেওঁ কেতিয়াও নজনা সৰু সৰু আৰু গুপ্ত ঘটনা বিলাকো পৰিপাটিৰূপে কৈ দিছিল।

তপস্যাও এই বিধৰে কাম কিন্তু হিপ্‌নটিজমৰ নিচিনা ই এদিনৰ বা এথন্তেকৰ কাম নহয়। এই কাৰণে ইয়াৰ ফল বহুদিনলৈ ভোগ কৰিব পাৰি। তপ আৰম্ভ কৰোতে প্ৰথমে মানুহৰ বহি-ৰিন্দ্ৰিয় দমন কৰিবলৈ অভ্যাস কৰা হয়। লাহে লাহে বাহিৰৰ ইন্দ্ৰিয় যিমান বেচি অচেতন কৰা যায় সেই পৰিমাণে মানসিক শক্তিও বাঢ়ি যায়। শেহত এটাইবোৰ ইন্দ্ৰিয় দমন কৰিব পাৰিলে দিব্যজ্ঞান পাবলৈ আৰু বাকী নেথাকে। আগৰ দিনত ঋষি সকলে এইদৰে ইন্দ্ৰিয় দমন কৰি মানসিক শক্তি বঢ়াইছিল আৰু দিব্যজ্ঞান লাভ কৰিছিল। তেতিয়া তেওঁবিলাকে ভূত ভবিষ্যত যে এই দৰে তপস্যাৰ পৰা জানিব পাৰিছিল তাত সংশয় কৰিবৰ কোনো কাৰণ নাই।

এইবিধ তপ ব্ৰহ্মচাৰী মানুহে হে আচৰিব পাৰে। সংসাৰী মানুহৰ তপ ইয়াৰ তলথাপৰ। এই তপ ইমান টান নহয়। আৰু ইয়াত ইন্দ্ৰিয়বিলাক একেবাৰে থৰ কৰিব নেলাগে। আগৰ দিনত মানুহে কোনো বিষয়ে কৃতকাৰ্য্য হব খুজিলে বৰ লবৰ নিমিত্তে কোন দেৱতাক কায়মনোবাক্যে আৰাধনা কৰিছিল। উপাস্য-দেৱতা সন্তুষ্ট হলে ইপ্সিত বৰ লাভ কৰিছিল। আমি কিন্তু এই বিধ তপৰ অৰ্থ আজিকালি এইটোহে ভাবি পাইছোঁ যে যি কোনো বিষয়ৰ উন্নতি কৰিবৰ মন যায় সেই বিষয়ে সংসাৰৰ সকলো সুখ কাতি কৈ থৈও একান্ত মনে ভাবি এপিনে এটা উপায় উলিয়াব পাৰি। যত ইচ্ছা আছে তত বাটো আছে। যিমান দিন উপায় এটি-পোৱা নেযায় সিমান দিন বাহিৰত ইন্দ্ৰিয়-বিলাকৰ কাম বন্ধ কৰিও সেই বিষয়ে মনত আলোচনা কৰিব গেলা বহিৰিন্দ্ৰিয়ৰ কাম যিমান বন্ধ কৰিব পৰা যায় মনৰ



আলোচনা কৰা শক্তিও সেই পৰিমাণে দ আৰু নিখুঁত হয়। এইদৰে বাহিৰৰ সকলো লেঠা আৰু বাধাবিঘিনি পাৰ হৈ একান্ত মনে আৰু স্থিৰচিত্তে ভাবি যেই সেই বিষয়তে কৃতকাৰ্য্য হব পাৰি। জয়দ্ৰথৰ হাতত ভীমৰ পৰাজয়, ৰাৱণৰ দিগ্বিজয়, অৰ্জ্জুনৰ পাশুপাত অস্ত্ৰলাভ, একলব্যৰ অস্ত্ৰ শিক্ষা ইত্যাদি এই বিধ তপৰ ফল। আৰ্কিমেডিজৰ আবিষ্কাৰ, বসুৰ বিনাতাৰে টেলিগ্ৰাফ, ফেৰাডেৰ শক্তি ৰেখা, ৰণ্টজেনৰ ৰশ্মিজাল আদিও এই বিধ তপৰে ফল।

## চৰিত্ৰ-আলোচনা।

### সৰ্ব্বেশ্বৰ বৰুৱা।

পূৰ্ণানন্দ বুঢ়াগোঁহাই অসাধাৰণ প্ৰতিভাৰ লোক আছিল। সেই ঘোৰ অধঃপতনৰ দিনত যেতিয়া অসমীয়া মানুহ সাধাৰণতে ভয়াতুৰ, নিৰুদ্যমী, স্বাৰ্থপৰ আৰু স্বদেশপ্ৰেমহীন হৈছিল তেতিয়া তেওঁ যেনে কৌশলেৰে জপৰা গোহাঁইৰ বিধৰ মানুহ লৈ কাম চলাব লগা হৈছিল, যেনে ধৈৰ্য্যেৰে আঁঠ বছৰ কাল অসংখ্য বিদ্ৰোহীৰ সমুখত অকলৈ থিয় দি দেশ ৰক্ষা কৰি আছিল, যেনে যত্নেৰে মৰাণে ভঙ্গা দেশ আকৌ নকৈ পাতি স্থাপিল কৰিছিল, যেনে উদাৰ ভাৱে বিদ্ৰোহী শত্ৰুক ক্ষমা কৰি মাটি-বাৰী দি পাতিছিল—তাক দেখিলে কোনে সেই মহাত্মাক প্ৰশংসা

নকৰিব ? বাস্তৱতে সেই দুৰ্দ্দিনত অসমৰ ৰজাপ্ৰজা সকলোৱে এওঁৰ মুখলৈকে হে বিপদবাৰণৰ প্ৰত্যাশাত করুণ দৃষ্টিৰে চাইছিল। এওঁকে সেই কালত সকলোৱে দেশৰ পিতৃ বুলি ভাবিছিল; আৰু সেই কাৰণেই পূৰ্ণানন্দ বুঢ়াগোহাঁইৰ আন এটা নাম হৈছিল "পিতৃ-বুঢ়াগোহাঁই"। কৰ্ণেল হানেই নামে সেই কালৰ এজন ইংৰাজে লিখি গৈছে যে, কুৰি বছৰ কাল পূৰ্ণানন্দ গোহাঁই তেওঁৰ দেশৰ ৰক্ষাকৰ্ত্তা আৰু পুনৰ্জ্জীৱনদাতা-স্বৰূপ আছিল। বুঢ়া-গোহাঁই ডাঙ্গৰীয়াৰ সৰ্ব্বতোমুখী প্ৰতিভাৰ কথা আমাৰ মানুহে এইদৰে কয় যে, তেওঁ একে সময়তে হাতেৰে বেতসুত চাঁচি, কাণেৰে গোচৰ শুনি, মুখেৰে আন বিষয়াক ৰজা-ঘৰীয়া কামৰ দিহা দি, চকুৰে নিজৰ বাৰীত বনুৱাহঁতে কাম কৰা চাব পাৰিছিল। একে সময়তে ইমানবিলাক কামত মনোযোগ দিব পৰা লোক অতি বিৰল;—এক জুলিয়চ চিজাৰ একেবিধৰ লোক আছিল বুলি আমি শুনিছোঁ। তেওঁৰ নিচিনা স্বদেশ-প্ৰেম, প্ৰজাৰ হিত চিন্তা আৰু নিজৰ শক্তিৰ ওপৰত বিশ্বাস সেই কালৰ আৰু কেইজনমান লোক থকা হোৱা হলে অসমে মান-মৰাণৰ দুঃসহ উৎপীড়ন সহিব নালাগিলহেঁতেন। তেওঁ তেওঁৰ দেউতাক ঘনশ্যাম আৰু পুথাৰেক ভগী বুঢ়াগোহাঁইৰ ওচৰত ৰাজনীতি শিক্ষা দেখি সদ্ভাৱেৰে মানুহক বশ কৰাটোহে শ্ৰেয়ঃ বুলি ভাবি-ছিল। তেওঁ মিছাতে শত্ৰু বঢ়াই দেশৰ অমঙ্গল ঘটাবলৈ সদায় বেয়া পাইছিল। তেওঁৰ ৰাজনীতিয়ে অতি বহুল অন্তঃকৰণৰ চিনাকি দিছিল। কাঁড়ী প্ৰজাৰ প্ৰতি বিষয়াসকলে অৱজ্ঞা আৰু ঘৃণা কৰা দিনত ডাঙ্গৰীয়া পূৰ্ণানন্দই সিহঁতক কেনে প্ৰীতি আৰু সমদৰ চকুৰে চাইছিল তাক তেওঁৰ ৰাজনৈতিক প্ৰবচন



"কাঁড়ী কঠীয়াতলি"য়ে এতিয়াও প্ৰমাণ কৰিছে। বাস্তৱতে সাধাৰণ কাঁড়ী প্ৰজাবিলাকক ৰাজ্যৰ থাই ভেঁটি যেন দেখিছে ৰাজনীতিজ্ঞ পূৰ্ণানন্দই মৰাণৰ দিনত ভাগি যোৱা প্ৰজাবিলাকক আকৌ নিজ দেশলৈ আনি বহুৱাবলৈ অশেষ পুৰুষাৰ্থ কৰিছিল; আন কি তাৰ কাৰণেই এবাৰ তেওঁ কছাৰী আৰু জয়ন্তীয়া ৰজাৰে সৈতে বিবাদো কৰিব লগা হৈছিল। সাধাৰণ প্ৰজাৰ সুখ-দুখ আৰু মনোভাব লৈ তেওঁ কেনে শ্ৰদ্ধা দেখুৱাইছিল তাৰ প্ৰমাণ এই এটা কথাত দেখা যায় যে, মোৱাঁমৰীয়া বিদ্ৰোহৰ পাচত অসম দেশ বৃটিচৰ হাতত সমৰ্পণ কৰিবৰ প্ৰস্তাব উঠোঁতে বুঢ়াগোহাঁই ডাঙ্গৰীয়াই আন দুজন ডাঙ্গৰীয়াৰে সৈতে আলচ কৰি সেই কাৰ্য্য প্ৰজাবৰ্গৰ অপ্ৰীতিকৰ হোৱাৰ আশঙ্কাত তাক অগ্ৰাহ্য কৰিলে। তেওঁ বীৰ আছিল দেখি শত্ৰুক অবাধে ক্ষমা কৰিবও পাৰিছিল; বীৰৰ হৃদয় কাপুৰুষৰ হৃদয়ৰ দৰে ঠেক নহয়। কোনো কোনোৱে শতৰাম আৰু বদনচন্দ্ৰৰ প্ৰতি ব্যৱহাৰত তেওঁক পৰশ্ৰী-কাতৰ বুলি দোষ দিয়া শুনা যায়। সেই কালৰ বিষয়াসকলৰ মাজত চকু-চৰহা গুণ নিচেই সাধাৰণ দেখি মানুহে শতৰামৰ অনুচিত ৰাজ-অনুগ্ৰহ লাভ আৰু বদনচন্দ্ৰৰ অপৰিমিত ধন-সম্পত্তি দেখি বুঢ়াগোহাঁই ডাঙ্গৰীয়াৰো চকু পুৰিছিল বুলি কয়। কিন্তু, প্ৰকৃত ঘটনাৰপৰা এই জনশ্ৰুতি অমূলক যেন বিশ্বাস হয়। কাৰণ, দেশৰ মঙ্গলৰ হকে যি মহাপুৰুষে নিজৰ প্ৰাণ বিদ্ৰোহীৰ কাঁড়গুলিৰ আগত বঢ়াই দিছিল, যি নিজৰ আৰু দেশৰ দুৰ্ঘোৰ বৈৰীকো উদাৰ চিত্তেৰে ক্ষমা কৰিব জানিছিল সেই মহাত্মাৰ অন্তৰ এনে সঙ্কীৰ্ণ আছিল বুলি পতিয়াব নোৱাৰি। তাৰ উপৰি, ৰাজসভাৰ নিয়ম ভঙ্গ কৰা বাবে দোষ ধৰাত শত্ৰুতা জন্মি

আৰু ৰজাক হাতৰ মুঠিত লৈ অন্যায় অভীষ্ট সিদ্ধ কৰাত বাধা পোৱাৰ ভয়ত শতৰামে ৰাজমন্ত্ৰী বুঢ়াগোহাঁই ডাঙ্গৰীয়াক নষ্ট কৰিবলৈ যত্ন কৰে। বদনচন্দ্ৰয়ো গুৱাহাটীৰ প্ৰজাৰ ওপৰত অত্যাচাৰ কৰি আকৌ বিদ্ৰোহৰ গুটি সিঁচিব খুজিছিল; তাতে তেওঁ "ভুতৰ পুতেকৰ খবৰতো" ভিতৰি যোগ দিছিল। এনেবিলাক অপৰাধীক দণ্ড দিয়া বিধেয় আৰু ৰাজ্যৰ কুশলৰ অৰ্থে বাঞ্ছনীয়ও। আচল কথা নাজানি, সাধাৰণ লোকে ডাঙ্গৰীয়াৰ নিৰ্ম্মল চৰিত্ৰত এনে চেকা পেলালেও সি সেই কালৰ বুৰঞ্জীত অতি উজ্জ্বল হৈ জিলিকি আছে;—তথাপি তেওঁ অসমৰ ধৰণী "পিতৃবুঢ়াগোহাঁই" নামেৰে পৰিচিত,—তত্ৰাচ দেশী-বিদেশী সকলো লোকে পূৰ্ণানন্দ বুঢ়াগোহাঁইৰ কাৰ্য্যাবলী কথা বুৰঞ্জীত পঢ়িসদাই বিমোহিত চিত্তেৰে সেই মহাত্মাক সাধুবাদ দিব।

[ ২ ]

লাচিত বৰফুকনৰ গুণত সেই কালৰ অসমীয়া মুগ্ধ হৈছিল। এই মহাত্মাৰ গুণ বখানোতে তেওঁলোক অনেক সময়ত অতিৰঞ্জন দোষত পৰিছিল; আৰু সেই কাৰণে দুই-এক পুৰুষৰ পাছতে অসমীয়াৰ মাজত তেওঁৰ বিষয়ে একোটা অদ্ভুত প্ৰবাদ সৃষ্টি হোৱাও আচৰিত নহয়। সকলো দেশতে, যি সকল মহাপুৰুষে জনসাধাৰণৰ চিত্ত বিশেষৰূপে অধিকাৰ কৰে সিসকলৰ সম্বন্ধে অশিক্ষিত লোকৰ মাজত নানা প্ৰকাৰৰ অলৌকিক কথাৰ প্ৰচাৰ হয়। সেইদৰে লাচিত বৰফুকণৰ বুদ্ধি আৰু বীৰত্বৰ বিষয়েও অসমীয়াৰ মাজত দুটা-এটা তেনেবিধৰ কথা ওলাইছিল। তেওঁৰ বুদ্ধিৰ প্ৰখৰতা দেখুৱাবলৈ এনে এটা প্ৰবাদ আছে যে, মছলমানে



এবাৰ গুৱাহাটী আক্ৰমণ কৰোঁতে বৰফুকনে নৈৰ উজনিৰপৰা আন্ধাৰ ৰাতি অসংখ্য ভুৰৰ ওপৰত কল পটুৱাৰ মানুহ সাজি হাতত একোটাঁৰ জোঁৰ দি উটাই দিলে; আৰু মছলমানৰ গুলিলৈ ভ্ৰুক্ষেপ নকৰি কলপটুৱাৰ মানুহ নিৰ্ভীক চিত্তে ভটিয়াই গৈ থকা দেখি মছলমান সেনাপতিৰ আশঙ্কা হল যে, সেইবিলাক ইন্দ্ৰজাল বিদ্যা জনা কামৰূপী মানুহৰ মায়াবী সৈন্য আৰু সিহঁতে ভটীয়াই মছলমানক আগভেটি ধৰিবলৈ গৈছে। ইয়াকে ভাবি ৰাতিয়েই মছলমান সেনাপতি সসৈন্যে পলাই গুচি গল। তেওঁৰ শৰীৰৰ বিক্ৰম দেখুৱাবলৈ আন এটা প্ৰবাদে কয় যে, তেওঁৰ নৰীয়াত আমাৰ নাৱৰীয়া সৈন্যৰ বাধা নগণি মছলমান যেতিয়া নাৱেৰে আহি গুৱাহাটী পালেহি, তেতিয়া তেওঁ নৰীয়া পাটীৰপৰা উঠি হাতত তৰোৱাল লৈ ৰুদ্ৰমূৰ্ত্তিৰে নাৱে নাৱে জপিয়াই শত্ৰু নিপাত কৰিবলৈ ধৰিলে, তেওঁক দেখি আন আন বিষয়াসকলেও মছলমানক আক্ৰমণ কৰিলেগৈ;—সৰহভাগ মছলমান সৈন্য কটা গল, বাকীবিলাক পলাবলৈ ধৰিলে। কিন্তু ৰণমদত মত্ত হৈ বৰফুকনে শত্ৰু-মিত্ৰ নগণি আগত যাকে পালে তাকে থৈয়াই শেহত কাকো নাপাই মুঠিৰ তৰোৱাল মুঠিতে লৈ ঘোঁৰাত উঠি গড়গাৱত ওলালগৈ। এনেবিলাক প্ৰবাদ বিশ্বাসৰ অযোগ্য হলেও তাৰ মূল্য আছে। তাৰপৰা সেই মহাপুৰুষৰ নামে অসমীয়া মানুহৰ মনত কেনে ঠাই অধিকাৰ কৰিছিল তাৰ আভাস পোৱা যায়। এনে কিম্বদন্তীবিলাক বাদ দি সঁচা বুৰঞ্জীমূলক ঘটনাখিনিকে পঢ়িলেও যে লাচিতৰ বুদ্ধি, বীৰত্ব, স্বদেশপ্ৰেম, আত্মত্যাগ আৰু চৰিত্ৰবলৰ জেউতি কমিব এনেও নহয়। ওপৰত লিখা অসম্পূৰ্ণ জীৱনীতো পাঠকে তেওঁৰ এই সকলোবিলাক গুণৰ উজ্জ্বল পটন্তৰ

পাব । আজিৰ অসমীয়াই লাচিত বৰফুকনৰপৰা স্বদেশপ্ৰেম, স্বাৰ্থ-ত্যাগ, কৰ্ত্তব্যনিষ্ঠা দৃঢ়সঙ্কল্প, অধ্যৱসায়, স্বদেশৰ হকে আত্মোৎসৰ্গ, ৰাজভক্তি আদি অনেক সজগুণ শিকিবলৈ আছে । অতি দুখৰ বিষয়—আমি এনে সকল জাতীয় বীৰপুৰুষৰ কথাও পাহৰিবলৈ ধৰিছোঁ । আমি এতিয়াও জনা নাই যে এওঁলোকৰ সোৱৰণিত বৰ্ত্তমান ৰুগীয়া অসমীয়া জাতিৰ পক্ষে সঞ্জীৱনী শক্তি আছে, যে এই সকল মহাত্মাৰ জীৱন-চৰিত আলোচনা আমাৰ নিচিনা পতিত জাতিৰ পুনৰুদ্ধাৰৰ উপায় ।

( ৩ )

গুণাভিৰাম বৰুৱাৰ নিচিনা অমায়িক আৰু নিৰহঙ্কাৰী লোক অতি বিৰল । বাটৰুৱা অচিনাকী মানুহৰ এটিৰে সৈতেও তেওঁ যেনেকুৱা কথাবাৰ্ত্তা পাতে তাক দেখিলে আচৰিত হব লাগে । তেওঁ সদাই এটা বস্তুৰ উজ্জ্বল পিঠিটো হে দেখিছিল । এটা মানুহে তেওঁক কোনো এটা অপকাৰ কৰিলেও তাক কেনেকৈ ভাল হবলৈ পোনৰ পাৰি তেওঁ তাৰে হে চেষ্টা কৰিছিল । এদিন এটা চাকৰে তেওঁৰ কোনো এটা বস্তু তাৰ মোনাত লুকাই থোৱাত তেওঁৰ জীয়েকে সেই কথা তেওঁৰ আগত কোৱাত জীয়েকক তেওঁ গৰিহণা দি কলে যে, "সি কি জানি সেই বস্তুটো হেৰাই বুলিহে তাৰ মোনাত ভালকৈ সুমাই থৈছে, সি যে কু-অভিপ্ৰায়েৰে সেই বস্তুটো মোনাত থৈছে কেনেকৈ জানিলা ?" তেওঁৰ স্বদেশ-প্ৰেম ইমান প্ৰবল যে, অসমীয়া মানুহৰ কেনেকৈ উন্নতি হব, অসমীয়া শিল্প ভাষা আৰু সাহিত্যৰ উন্নতি কেনেকৈ



হব, তেওঁ সদায় তাকে হে ভাবিছিল আৰু পাৰেমানে তাক নিজেও কৰিছিল । কলিকতাৰ আলত ফুৰোতে, হঠাৎ এদিন গঙ্গাৰ ঘাটত এটা সাধাৰণ অসমীয়াৰ মানুহৰ মাত শুনি তেওঁসেই মানুহটোক মৰমত সাবটমাৰি ধৰিলে, আৰু ঘৰ মানুহ কি কথা সকলো সুধিলে । অসমীয়া ভাষা আৰু সাহিত্য বিষয়ে তেওঁ কি কৰি গৈছে তাক সকলোৱে জানে । সেই বিষয়ে ৺হেমচন্দ্ৰ বৰুৱা আৰু ৺আনন্দৰাম ঢেকিয়াল ফুকনৰ পাচতে বৰুৱা ডাঙৰীয়াই আসন পাবৰ যোগ্য । তেখেতৰ আসাম বুৰঞ্জী আমাৰ সাহিত্য ভড়ালৰ এখনি বহুমূল্য ৰত্ন । তেওঁৱেই "আসাম-বন্ধুৰ' জন্ম দি অসমীয়াক অত্যন্ততে আলোচনা কাকতৰ চানেকী দেখুৱায় আৰু মোণ বুজাই; আৰু ডেকা লিখকসকলৰ প্ৰবন্ধ পত্ৰাদি তাত চপাই তেওঁবিলাকক উৎসাহ দি অসমীয়া সাহিত্যলৈ তেওঁবিলাকৰ ৰাপ বঢ়ায় । যেহ সেই মানুহেই কোনো বিপদত পৰি তেওঁৰ ওচৰলৈ গলে এটা সৎ পৰামৰ্শ পাইছিল । তেওঁৰ লগত অলপমান বেলি কথা পাতিলেই তেওঁৰ উদাৰ, শুদ্ধভাব আৰু স্বাৰ্থ নাইকীয়া স্বদেশ-প্ৰেম ফট-ফটীয়াকৈ বুজিব পাৰি । তেওঁৰ আত্ম-সংযম দেখি তবধ মানিব লাগে । ধেমেলীয়া কথাত আৰু ঠিক বঙ্গালীৰ নিচিনাকৈ বঙ্গালী ভাষা কোৱাত তেওঁ অসমীয়া মানুহৰ ভিতৰত অদ্বিতীয় বুলি খ্যাত আছিল । তেওঁৰ যিবিলাক অসংখ্য গুণ আছিল সেইবোৰ লিখিবলৈ হলে এখন বৰ ডাঙৰ পুথি হব ।

( হেমচন্দ্ৰ গোস্বামী )

---

# বেউলা—লখিন্দাৰ।

৺ ভাৰতচন্দ্ৰ দাস।

কামৰূপ জিলাৰ ছয়গাঁও অঞ্চলত চান্দো নামেৰে এজন মুদৈ আছিল। তেওঁ বেহা-বেপাৰ কৰি চহকী হোৱাৰ কাৰণে মানুহে তেওঁক সাধাৰণতঃ চান্দো সদাগৰ হে বুলিছিল। তেওঁৰ (১) পাঁচটি লৰা; নিচেই সুমলীয়াটিৰ নাম লখিন্দাৰ। চান্দো সদাগৰ কি কুলীয়া মানুহ আছিল খাটাংকৈ কব নোৱাৰো। মাথোন সকতে "অ চান্দো বুঢ়া সদাগৰ ডিঙা (২) বেহাবা গেল" বুলি নাম গোৱাহে অলপ অলপ মনত পৰে। ওচৰতে পান্‌তান্‌ অঞ্চলত নিমাই সদাগৰৰ ঘৰ দেখি বহুতে চান্দোও শৰণীয়া কছাৰী বুলি অনুমান কৰিব খোজে। ইপিনে আকৌ লখিন্দাৰৰ গীত বেচিকৈ মুছলমানৰ মুখতহে শুনা যায়, সেই দেখি তেওঁক মুছলমান বুলিও ভাবে। কিন্তু যেয়ে যি কওক চান্দো সদাগৰ কছাৰীও নহয়, মুছলমানো নহয়। তেওঁ এজন পৰম বৈষ্ণব আছিল। তেওঁৰ বৰ লৰা কেইটি বিয়া কৰোৱাৰ অলপ অলপ দিন পাচতে ঢুকায়। মনত বেজাৰ কৰি এদিন সদাগৰ শুই আছে, এনেতে বিষহৰী আয়ে তেওঁক সপোন দেখু-ৱালে যে যদি সদাগৰে তেওঁক নুপূজে তেন্তে লখিন্দাৰকো বিয়াৰ দিনাই সাপৰ হতুৱাই খুৱাই মাৰিব। এই কথা লাহে লাহে সদৰী হল; আৰু চান্দোৰ বিপুল ঐশ্বৰ্য্য থকাতো, লখিন্দাৰ অতি ৰূপবান্

(১) কোনোৱে কোনোৱে সাতোটা বুলিও কয়।

(২) ডিঙা = পানচৈ নাও।



হোৱাতো মানুহে তেওঁলৈ ছোৱালী দিবলৈ ভয় কৰিলে। সদাগৰণীয়ে বহু কাবৌ কোকালি কৰিও মনসা পূজা কৰিবলৈ চান্দোৰ মন ঘূৰাব নোৱাৰিলে। আঁতৰৰ গাওঁ এখনতে আন এজন সদাগৰৰ সাতোটা পুতেক আৰু বেউলা নামেৰে দিপলিপ ছোৱালী এজনী আছিল। তাই শান্তি হবৰ সময়ত জোৰা চোৱালত বাহী বিয়াৰ দিনাই বাঁৰী হব বুলি গণকে কৈ দিলে। বাপেক মাকে গণকৰ মুখত ধনৰ সোপা দি কথা একেবাৰে নিকুটকৈ পেলালে আৰু ছোৱালীৰ সয়ম্বৰ পাতিবৰ আলচ কৰিলে কিন্তু বেউলাই "মই মনে মনে লখিন্দাৰকহে স্বামী বৰিছোঁ। অন্যত বিয়া দিলে মোৰ শান্তি ধৰম নৰব।" বুলি কোৱাত নিজৰ কপালকে ছুৰি মনে মনে থাকিল। ইপিনে ছোৱালী খুজিবলৈ চান্দো বুঢ়া ওলালহি আৰু সোনকালে বিয়াৰ দিহা কৰিবলৈ বিয়েয়কক টানি ধৰিলে। কিন্তু ছোৱালীৰ ককায়েক এটাইকেইটাই দীক্‌চৌ বাটলৈ বেপাৰলৈ গৈ ঘূৰি নহাৰ বাবে সোন-কালে বিয়াৰ দিন পেলাবলৈ ছোৱালীৰ বাপেকে কেকোৰ গেথোৰ কৰিলে! ভালেখিনি বিয়ৈ-মেলৰ পাচতহে মৰণত শৰণ দি সোনকালে বিয়া দিবলৈ মান্তি হল।

ইপিনে চান্দোৱে চৰ্কীয়াত (৩) মেৰ-ঘৰ সজাই বাহী-বিয়াৰ দিনা দৰাকন্যা সুমুৱাই থবলৈ পকাপকি বন্দবস্ত কৰি পেলালে। আৰু পিয়াহ লাগিলে পানী খাবৰ কাৰণে মেৰৰ ভিতৰতে নাদ এটি খনালে। বিয়া হলত দৰা-কন্যা মেৰ-ঘৰত সোমাই দুৱাঁৰ মাৰি পেলালে; আৰু বাহিৰত কেউপিনে পালি পহৰীয়া সজাগকৈ ৰখাই চান্দো নিশ্চিন্ত হল। বেউলায়ো ব্ৰত ধৰি আছিল। বৰমানী

(৩) আজিকালি ইয়াক চকীয়াৰ থান বোলে। বছৰী বহাগত ইয়াতে পূজা হয় আৰু বহুদূৰৰ পৰা যাত্ৰী অহাযোৱা কৰে।

আই নিৰূপায় হৈ অজাগৰক নেউসনীত নেওঠি আৰু ধেনুৰে ধুনি সুতাডালি যেন কৰিলে। কিন্তু মেৰঘৰত সুৰুঙ্গা হলেহে সোমাব! তত্ নেপাই বিশ্বকৰ্ম্মাৰ ডিঙ্গীত গোসানীয়ে গৰকা মাৰি ধৰিলে। ভয়ত বিশ্বকৰ্ম্মাই "বিধাত লোণ নিদিয়াৰ কাৰণে দক্ষিণফালে সুৰুঙ্গা এটাত চূণ লিপি থৈছোঁ" বুলি কলে।

বসন্তকাল; কুলিৰ তত নাই। মেৰত সোমাই মুকলি মূৰীয়া হোৱা লখিন্দাৰৰ গাত মলয়াৰ ছাটি লাগি অলপ আদিবসৰ ভাপ উঠা বৰ আচৰিত নহয়! কিন্তু বেউলাৰ লক্ষ্য স্থিৰ। তেওঁৰ ব্ৰত নষ্ট হলে ভবিষ্যতে বিপদৰ আশঙ্কা আছে, এই কথা পাহৰা নাই। সেই দেখি তেওঁ এনেকৈ লখিন্দাৰক অনুনয় বিনয় কৰি অনেকে বঢ়াই বুজাই কবলৈ ধৰিলে, "তপত ভাত গালি প্ৰভু জিভাৰ যায় ছাল। জ্বৰে শাঠে খালি অধিকে লাগে ভাল। নপকাতে তেহা লাগে দালিমৰ গুটি। পকি ফাটা দালিম খাই লাগে বৰ জুটি।" (৪) অৱশেষত "মোৰ বৰ ভোক লাগিছে, কি হয় চাইটা-পান খাবলৈ দিয়া" বুলি বেউলাক কলে। বেউলা অবাক! ইমান ৰাতি কত কি পায়! হঠাৎ জুনৰী চকটোৰ ওপৰত চকু পৰিল। নাদত পানী আছে; নাকত মোহাৰ মাৰিলত বুধিটো ওলাই পৰিল!! তেওঁ সিংখাপৰ ৰিহা মেখেলা সলাই ভাত ৰান্ধিবলৈ গল। ধোমৰ ধোৱাই ধৰি চকু লাল-কালকৈ থোৱা লখিন্দাৰৰ ইতিমধ্যে টোপনি আহিল। বেউলা ঘূৰি আহি দেখিলে যে লখিন্দাৰৰ ভালকৈয়ে টোপনি আহিছে। জগোৱা উচিত নে অনুচিত ভাবি ওচৰতে বাগৰ দি সাতিসুতা কৰি থাকোতে তেওঁৰো টোপনি আহিল।

(৪) সকৃত শুনা। পাহৰণত হোৱা ভুলৰ বাবে আমি জগৰিয়া নহওঁ



অজাগৰ লখিন্দাৰৰ ভৰি-পথানতে বহি আছে! খং নুঠিলে এনে সুকোমল শৰীৰত খোট বহায় কেনেকৈ? টোপনিত গা লৰালত লখিন্দাৰৰ ভৰি অজাগৰৰ মূৰত লাগিল। তেতিয়া "চান্দ সূৰুয, বায়ু, বহ্নি, সবে হবা সাখী! চান্দেৰ পো লখিন্দাৰে মোৰ মূৰত মাৰে লাঠি" বুলি খোট মাৰি দিলে। বিষত লখিন্দাৰে সাৰ পাই এইদৰে বেউলাক জগাইছে।

"আঠুমান পালা বিৰে, নজানিলো খালা কিহে
সেই বিষে মোৰ গগণ উধাই;
ঐ উঠ কমল মুখী, জাগ প্ৰিয়ে,
কত নিদ্ৰা যাহ সুখে।"

চিঞৰি চিঞৰি আচেতন হোৱাৰ পাচত বেউলাই সাৰ পাই দেখে যে বন্তি নুমালেই। তেতিয়া তেওঁ ইনাই-বিনাই কান্দিবলৈ ধৰিলে:—

"ঐ কাৰে সোণামুৱা।
কাৰ ঘৰৰ খাইছিলো মই ছালত উঠা পুঁই।
সেই কাৰণে বিধাতাই মোৰ বুকত দিলা জুই।
এ কাৰে সোণামুৱা হায়।"

কান্দোন শুনিয়েই পালি পহৰীয়া জাগি উঠিল। আৰু সদাগৰক জগালেগৈ আহি দেখে যে বিষহৰিয়ে তেওঁৰ কথা "বজায়" ৰাখিলে। সদাগৰণী বুকত শিল মাৰি মৰিবলৈ ওলাল। * *

ৰাতি পুৱাল। অজাগৰক বিচাৰি বেউলাই ছালে বাৰে খপিয়াই ফুৰিছে; কলৈ যাব!! ধৰা পৰিল। ৰিহাৰ আচলত বেউলাই তেওঁক ভালকৈয়ে বন্দী কৰিলে।

বেউলাৰ অনুৰোধ মতে বিয়াৰ সকলো বয়-বস্তু ভেলত ভৰাই দৰা-কন্যাৰে সৈতে কলহী নৈত উটাই দিয়া হল। ভটিয়াই ভেল ব্ৰহ্মপুত্ৰত পৰিলগৈ। আৰু বেউলাৰ ব্ৰতৰ বলতে হওক বা চাক নৈয়াৰ কোবতে হওক ভেল ব্ৰহ্মপুত্ৰত উজাই কিছুদিনৰ মূৰতে কাকৃৱা সাগৰ পালেগৈ। ইতিমধ্যে লখিন্দাৰৰ শটো গেলি পচি জোৰাবোৰ স্থলকি পৰিল। বেউলাই সোপাকে সামৰি টোপোলা বান্ধি বুকত বান্ধি ললে। আঠুৰ ঘিলাটো কেনেবাকৈ পানীত পৰিল গম ধৰিবই নোৱাৰিলে। ৰাঘবৰালিয়ে পাই তাক টপকাই গিলি পেলালে। কি অন্যায়!! আজলি ছোৱালী পাই মাছেও শতৰু শালে!!! ব্ৰহ্মপুত্ৰে থং চণ্ডালিব নোৱাৰি গোটেইখন কাকৃৱা সাগৰ পুতি পেলালে আৰু তাত ৰামদিয়া আদি গাওঁ বহুৱাই দিলে। নামত বিল এটিহে ৰাখিলে!

*  *  *  *

ঘিলা খাই ৰাঘ লৰিব নোৱাৰা হল আৰু ডোমে জাল পেলালত জালতে উঠিল। মাহচেবেকৰ আগন্তুক দেখি ডোমে মনত ৰং পাই ৰজাৰ ঘৰত সোধালেগৈ। বেটীয়ে মাছ বাছোতে আঠুৰ ঘিলা পাই ৰজাই জানিলে দায় লাগিব ভাবি মনে মনে লুকুৱাই থলে। গোসানীয়ে সেই কথা গম পাই ধনৰ আশা দেখুৱাই ঘিলাটি হাত কৰি ললে  *  *  *

লাহে লাহে উজাই গৈ ভেল হাতীমুৰা পৰ্ব্বতৰ গুৰি পালেগৈ। বগা শিল এটাত বহি গোধায় ব্ৰহ্মপুত্ৰত বৰশি বাই আছিল। বেউলাক লগ পাই সি বহুত ফুচুলালে। মূৰকত "তোৰ ভৰিখন চাঁচি



সককৈ আহগৈ, নহলে তোক দেখি মোৰ ভয় লাগিব" বুলি পঠিয়াই বেউলা সাৰি আহিল।

*  *  *  *

গুৱালকুছিৰ অলপ উজনি আৰু নীলাচলৰ অলপ ভাটীতে আজ্ঞাঠুৰি পৰ্ব্বতৰ ওচৰত বেউলাই নেতাই ধুবুনীক লগ পালে। তাইক কাপোৰ ধোৱাত বৰকৈ আমনি কৰি থাকে দেখি লৰাটো মাৰি কাপোৰেৰে ঢাকি থৈছিল। বেউলাই "মাহী কি কৰিছ" বুলি সম্বন্ধ লগাই টোপোলাৰ ওচৰতে বহি দেখে যে মৰা লৰাটো। কি আপদ! বেউলাৰ হয়ত বিষাদ মিলাৰ গম পাই নেতায়ে জীয়াই "তোৰ ভায়েৰক ল" বুলি কোলাত দিওঁতে বেউলাই তাক চুমা খাই আনন্দত পমি গল!!!

নেতাইৰ ঘৰ নীলাচলত। তাই আমাৰ সদাশিৱ গোঁসাইৰ কাপোৰ ধোৱা ধুবুনী। আজ্ঞাঠুৰীৰ টুমনিতে কাপোৰ শুকুৱাবলৈ চল আৰু বৰ সুন্দৰ বগা শিলৰ পাট এখনো আছে দেখি তাই তাতে কাপোৰ ধোৱে। বেউলাই তাইৰ লগতে কাপোৰ ধুবলৈ আৰম্ভ কৰিলে। আৰু কথা প্ৰসঙ্গত এই কথা নেতাইৰ পৰা জানি ললে যে সদাশিৱৰ বৰতহে তাই লৰাটোক জীয়াব পাৰিছে। কাপোৰ বগলিৰ পাখী যেন হল আৰু আমাৰ ভাঙ্গুৰি গোঁসাইৰ চকুত পৰিল। নেতাইক সুধিলত "ময়ে ধোৱা" বুলি কলে। কিন্তু গোঁসাইয়ে তোৰ ইমান সাধন নাই সচা ক' বুলিলত "মোৰ ভাগীন ছোৱালী জনীয়ে ধুইছে বুলি সৈ কাঢ়িলে। গোসায়ে শুনি "খুচি হল। আৰু "তাইক লৈ আহিবি "বকচিচ" দিম বুলি কলে।"

বেউলাৰ কাবৌ কোকালি তুতি নতিত তুষ্ট হৈ লখিন্দাৰক জীয়াই দিবলৈ সদাশিৱই গাত লনে আৰু দিলে। কিন্তু আঠুৰ ঘিলা নগকাত থোবা হল দেখি বেউলাক শোকে খুন্দা মাৰি ধৰিলে আৰু তাই হিয়া ধাকুৰি কান্দিবলৈ লাগিল। গোসাঁয়ে মনত বৰ বেজাৰ পালে আৰু "ঘিলা কোনে নিলে দে নহলে শাপি ভস্ম কৰিম "বুলি হাতত পানী ললে। জীয়েক বিষহৰি ওচৰতে আছিল; ঘিলা নিদিলে ঠিতাতে বিপাক হব ভাবি "তেনেহলে মোৰ পো অজগবক দিয়ক; তেহে মই ঘিলা দিম। আৰু তাই লোক পুজিম বুলি শপত খাওক।" বেউলা মান্তি হল।

---

# মহম্মদৰ আকৃতি।

## মৌলবী ফাইজ্ উদ্দিন আহ্মদ।

ৰছুল-কৰিম বৰ ওখও নাছিল আৰু বৰ চাপৰো নাছিল, মজলীয়া। তেখেতৰ গা পাতল, মুৰ ডাঙৰ, কান্ধ বহল, বাউসি দুটি দীঘল আৰু বলিষ্ঠ, বুকু বহল, ভৰি দীঘল, হাড় শকত, চুলি কলা, ঘন আৰু অলপ কেকোৰা আছিল আৰু কান্ধলৈকে পৰিছিল। মুখৰ গঢ় কণীৰ আকৃতিৰ নিচিনা। কপাল ওখ আৰু বহল, চেলাউৰি যোৰ দীঘল লগখোৱা আৰু ধেনুৰ নিচিনা। চকুৰ নোম ঘন। চকু দুটি উজ্জল আৰু ক'লা। কপালৰ ওপৰত অলপ বেকা এডাল শকত শিৰ আছিল। খঙ উঠিলে সেই শিৰডাল ক'লা হৈ পৰে আৰু কঁপিবলৈ ধৰে। নাক দীঘল আৰু ওখ। গাল তুথনি সুন্দৰ দাঁত চকচকীয়া বগা আৰু পৰিপাটীকৈ গাঁজ-গোৱা। ডাঢ়ি ঘন আৰু দীঘল। গাৰ ছাল কোমল আৰু নিমজ। বৰণ তেজ্ গোৰা। হাত আৰু হাতৰ তলুৱা তিৰোতাৰ নিচিনা কোমল আৰু মঙহাল আৰু আঙ্গুলি-বিলাক সুগঠিত। পিঠিত পাৰৰ কণীৰ নিচিনা এটি ওখ আৰু অলপ ৰঙা চিন আছিল। তাকে 'মোহৰ নবুয়ৎ' বোলে। তেখেতৰ চেহেৰা এনে গহীন, এনে মহৎ, এনে মধুৰ আৰু তাত এনে আকৰ্ষণী শক্তি আছিল যে, সেই বাবেই তেখেতে সকলোৰে ভক্তি আৰু সন্মান পাইছিল।

---

# মহম্মদৰ চৰিত্ৰ।

মৌলবী হেৰাছত্ উল্লা।

মহম্মদৰ মধ্যাকৃতিৰ সুন্দৰ সুঠাম গৌৰবৰ্ণৰ শৰীৰ, সুপ্ৰশস্ত কপাল, লনি মুখ কাজলীয়া চকু, আকৰ্ণ জোবা ভ্ৰূ তাৰ ওপৰত হাচিম বংশীয়া সুবিখ্যাত সুনাল স্নায়ু সুচিকণ নাক, সুকুঞ্চিত কেশ আৰু বহল বুকুৰ লগত পৌৰুষ ব্যঞ্জক দীঘল হাত আৰু ভৰিৰ সামঞ্জস্য চাবলগীয়া বস্তু আছিল। তেওঁৰ সৰল উদাৰ, বিনয়পূৰ্ণ সুমধুৰ, স্বাধীনচেতা ব্যৱহাৰ, মনখোলা হাঁহি, ৰসাল আৰু মউবৰষা কথাই সকলোকে আকৰ্ষণ কৰিছিল।

মহম্মদে পৱিত্ৰ সঙ্গীত, কবিতা বুৰঞ্জী-সাহিত্য আৰু সকলো সজ জ্ঞানদায়িনী বিষয়ৰ বিশেষ ভাবে চৰ্চ্চা কৰিছিল। যদিও তেওঁ বৰ্ণজ্ঞান বিহান আছিল তথাপি দিব্যজ্ঞানৰ পোহৰেদি তেওঁ অনেক আদৰ্শ শিক্ষা দিব পাৰিছিল। তেওঁ সদায় কৈছিল, "বিদ্যা শিক্ষালৈ লাগিলে সুদূৰ চীন দেশতো যাবা।" তেওঁ কৈছে— "সকলোৰে উচিত যে জ্ঞানীৰ সংসৰ্গত বাস কৰে আৰু তেওঁলোকৰ লগত সদায় সদালাপ কৰে, কাৰণ বৰষুণত শুকান পথাৰ যেনেকৈ উৰ্ব্বৰ হয় ঈশ্বৰে সেইদৰে জ্ঞানগৰ্ভ সদালাপৰ ৰসত জীৱনশূন্য শুকান হৃদয়ক সঞ্জীবিত কৰে" "যি মানুহে পণ্ডিত বিদ্বানক ইতিকিং কৰে তাৰ ধৰ্ম্ম ক্ষয় হয়, যি উচ্চ পদক আওকাণ কৰে তাৰ পাৰ্থিৱ উন্নতি, হানি



হয়; যি গুচৰ-চুবুৰীয়াক বেয়া পায়, তাৰ লাভ নষ্ট হয়; যি আত্মীয়-স্বজনক ভাল নাপায়, সি সকলোৰে অপ্ৰিয় পাত্ৰ হয় আৰু যি নিজৰ স্ত্ৰীক ঘিণ কৰে, সি প্ৰকৃত আনন্দ ভোগ কৰিব নোৱাৰে।"

মহম্মদ সংসাৰ বিৰাগী নাছিল। তেওঁ যেতিয়া মক্কাৰ বাটেদি গৈছিল, সেই সময়ত সদায় তাত ওমলি থকা লৰা-ছোৱালীবিলাকে তেওঁক আনন্দত সাবটি ধৰিছিল, কাৰণ তেওঁ সদায় সিহঁতৰ লগত ৰং ধেমালি কৰি মধুৰ মাতেৰে সিহঁতক মৰম বিলাইছিল। বিধবা আৰু মাউৰা লৰা-ছোৱালীক প্ৰবোধ দিয়া আৰু সহায় কৰাটো তেওঁৰ নিত্য-নৈমিত্তিক কাৰ্য্যৰ ভিতৰত আছিল।

---

# অসমত আৰ্য্য সভ্যতাৰ যুগ

দেবেন্দ্ৰনাথ বেজবৰুৱা।

খৃষ্টাব্দৰ প্ৰায় ১৫০০ বছৰৰ আগলৈকে আৰ্য্য বিলাকে সিন্ধুনৈৰ পূব উপত্যকা ব্ৰহ্মাবৰ্ত্ত আৰু তাৰ ওচৰৰ দেশবিলাক অধিকাৰ কৰি তাতে বসতি কৰিছিল। আৰু শতদ্ৰুৰ পূব ফালৰ দেশবিলাক বোধ কৰোঁ তেওঁবিলাকৰ জনা নাছিল—জনা আছিল যদিও দখল কৰিবলৈ একো আৱশ্যক নাছিল। তেওঁ বিলাকৰ মানুহ বাঢ়িলত সিন্ধুনৈৰ উপত্যকাত তেওঁলোকৰ ঠাই নতা হৈ পৰিল। সেই দেখি তেওঁ বিলাকৰ ভালেমান যমুনা নৈ পাৰহৈ গঙ্গাৰ ফালে আগবাঢ়ি আহিবলৈ ধৰিলে। বহুতে গঙ্গা আৰু যমুনাৰ মাজৰ সাৰুৱা উপত্যকা ডোখৰত বসতি কৰিলে; তেওঁ বিলাকে তাত কেইবাখনো ডাঙ্গৰ নগৰ সাজিলে এখন গঙ্গাৰ পাৰত যাৰ নাম কাঁম্পিল্য অৰ্থাৎ কনৌজ; গঙ্গা যমুনাৰ সঙ্গমত যিখন নগৰ পাতিছিল তাৰ নাম প্ৰয়াগ। পণ্ডিত সকলে অনুমান কৰে যে আৰ্য্য বিলাকে খ্ৰীষ্টাব্দ পূৰ্ব্ব ১৫ শতিকাৰ পৰা প্ৰায় ১২ শতিকালৈ এই ঠাই দখল কৰিছিল। তাৰ পাচত আৰ্য্য সকলে গঙ্গা আৰু হিমালয় পৰ্ব্বতৰ মাজত থকা ঠাই ডোখৰৰ ভিতৰেদি পূব ফালে যাবলৈ ধৰিলে আৰু দক্ষিণে বিন্ধ্য পৰ্ব্বতৰ বাম পালেগৈ। হিমালয় আৰু বিন্ধ্যাচলৰ মাজৰ বহল ঠাই ডোখৰক তেওঁলোকে মধ্যদেশ বুলিছিল। উত্তৰ ভাৰতবৰ্ষৰ এই ডোখৰত বাস কৰা কুৰু আৰু পাঞ্চাল ফৈদৰ বাহিৰে কোশ নামেৰে এটা ফৈদে গঙ্গা আৰু গণ্ডক নৈৰ মাজত, বিদেহ নামে আন এটা ফৈদে গণ্ডক নৈৰ পূবফালে আজি কালিৰ ত্ৰিহুত



বা উত্তৰ বেহাৰত মিথিলাকে ৰাজধানী কৰি বসতি কৰিছিল। কাশী নামে আৰু এটা ফৈদে গঙ্গাৰ পাৰত বসতি কৰিছিল তেওঁ বিলাকৰ প্ৰধান নগৰ কাশী আছিল। ভাৰতবৰ্ষৰ এই ডোখৰ ঠাই জুৰি পৰি বাস কৰবলৈ আৰ্য্যবিলাকৰ খৃঃ পূঃ ১২০০ ৰ পৰা ১০০০ বছৰলৈকে লাগিছিল। এই কালতে মহাভাৰত ৰচনা হয় আৰু এই পুথিয়েই কুৰু আৰু পাঞ্চালৰ ভিতৰত হোৱা যুদ্ধৰ বিবৰণ। ইউৰুপৰ পণ্ডিতসকলে খৃষ্টাব্দ পূৰ্ব্ব ১৪৫০ শককে মহাভাৰত ৰচনা কাল বুলি অনুমান কৰিছে।* আমি এই মহাভাৰতত কামৰূপৰ কথা পাওঁ। সভাপৰ্ব্বত আছে কামৰূপৰ ৰজা ভগদত্তই কিৰাত চীন আৰু সাগৰ-দাঁতিৰ মানুহবিলাকক-লগতলৈ আঠদিন অৰ্জ্জুনৰ সৈতে যুদ্ধ কৰিছিল আৰু উদ্যোগপৰ্ব্বত আছে ভগদত্তই কিৰাত আৰু চীন সেনা দি দুৰ্য্যোধনক সহায় কৰিছিল। উত্তৰে হিমালয় পৰ্ব্বত আৰু চীন দেশৰ মাজলৈকে ভগদত্তৰ দেশ আছিল। মহাভাৰতৰ সভাপৰ্ব্বৰ এঠাইত আছে "প্ৰাগ্‌জ্যোতিষিধিনঃ শূৰো ম্লেচ্ছা নামাধিপোবলী যবনৈঃ সহিতা ৰাজা ভগদত্ত মহাৰথঃ ॥" আৰু মহেশ্বৰ নামে এজন পুৰাতন পণ্ডিতেও অমৰকোষৰ "ম্লেচ্ছমণ্ডলৰ" টীকা লেখোঁতে কামৰূপক উদাহৰণ দিছে; এই কালতে আৰু ইয়াৰ আগৰপৰা অসম আৰ্য্য-সভ্যতাৰ জখলাৰ ওখ খাপত থকাটো কোনেও ছুই কৰিব নোৱাৰে। "এই যুগতে কামাখ্যামন্দিৰ, বশিষ্ঠ, গালৱ, গোকৰ্ণ আদি ঋষিৰ আশ্ৰম অসমত স্থাপিত হয় আৰু অনেক হিন্দু মূৰ্ত্তি আৰু মন্দিৰ প্ৰতিষ্ঠিত হয়। ইণ্ডোচাইনিজ ভাষাৰ পৰিয়ালৰ ভিতৰুৱা মনখেমৰ আৰু তিব্বত—

* History of India—Elphinstone page 165.

ব্ৰহ্ম ভাষাৰ সৈতে দ্ৰাবিড়ী, ভাষা মিহলখোৱা ভাষা-ভাৱা অনাৰ্য্য মহীৰঙ্গ দানব, হটক অসুৰ, সম্বৰ অসুৰ, ৰত্ন-অসুৰ, কিৰাতৰ ৰজা ঘটক, বিখ্যাত প্ৰাগ্‌জ্যোতিষপুৰ অৰ্থাত আজি কালিৰ গুৱাহাটি স্থাপন কৰোঁতা নৰকাসুৰ, নৰকৰ পুতেক কুৰুক্ষেত্ৰত মহাপৰাক্ৰম দেখুৱাওঁতা ভগদত্ত, সদিয়াৰ ফালৰ প্ৰতাপী ৰজা ৰুক্মবীৰৰ বাপেক ভীষ্মক, শোনিতপুৰৰ অৰ্থাৎ আজি কালিৰ তেজপুৰৰ পৰাক্ৰমী ৰজা উষাৰ বাপেক বান এই যুগৰ; আগৰ এসময়ত (যি ছোৱাক হিন্দু লোকে ত্ৰেতাযুগ বোলে) দশৰথৰ বাপেক ৰঘুৱে (ৰঘুবংশ চতুৰ্থ সৰ্গ) লৌহিত্য অৰ্থাৎ লুইত ব্ৰহ্মপুত্ৰ নৈ পাৰ হৈ আহি প্ৰাগ্‌জ্যোতিষপুৰৰ ৰজাক হৰুৱাই কৰ স্বৰূপে তেওঁৰ পৰা কিছুমান হাতী লৈ গৈছিল। এই যুগতে অসমত আৰ্য্য সভ্যতা উন্নতিৰ ওখ টিঙত"—(বাঁহী ২য় ভাগ ২য় সংখ্যা ৫৫ পৃষ্ঠা)।

---

# ছোফিষ্ট আৰু চক্ৰেটীছ

বানীকান্ত কাকতী।

খৃঃ পূঃ চতুৰ্থ শতিকাত পুৰণি গ্ৰীচৰ এথেন্স ৰাজ্যত স্থিতিশীল আৰু গতিশীল সকলৰ ভাৱৰ বৈষম্যৰ ফলত ভীষণ সামাজিক চাঞ্চল্যৰ উদ্ভৱ হয়। আমাৰ ভাৰতবৰ্ষৰ দৰে, পুৰণি গ্ৰীচতো নানান দেৱ-দেৱতাৰ পূজা অৰ্চ্চনা চলিছিল। সেইবোৰৰ উদ্দেশ্যে বহুদিন ব্যাপি যাত্ৰা ভাওনা আদিও ৰাজভৰালৰ উমৈহতীয়া ধন ভগন কৰি মহাসমাৰোহেৰে পতা হৈছিল। কিন্তু খৃঃ পূঃ চতুৰ্থ শতিকাত "ছোফিষ্ট" (Shophist) বা জ্ঞানবাদী বুলি পণ্ডিত সম্প্ৰদায় এটিৰ আবিৰ্ভাৱ হ'ল। তেওঁলোক প্ৰকৃত পক্ষে এথেন্সবাসী নহয়, তেওঁলোক বিদেশী আৰু বেতনভোগী পণ্ডিত আছিল আৰু এথেন্স ৰাজ্যক তেওঁলোকৰ উপযুক্ত ক্ষেত্ৰ ভাবি সেই ৰাজ্যত আহি বাহ লয়। "ছোফিষ্ট" সকল আমাৰ দেশৰ নৈয়ায়িক পণ্ডিত শ্ৰেণীৰ আছিল। যুক্তি-তৰ্কৰ সহায়েৰে যিটো কথা প্ৰতিপন্ন কৰিব নোৱাৰি সেইটো তেওঁলোকে স্থূল বিশ্বাসেৰে মানি লোৱাৰ বিৰুদ্ধে আছিল। তৰ্কবিদ্যাৰ লগত তেওঁলোকে অলঙ্কাৰ শাস্ত্ৰৰো (rhetoric) গতিৰ সমালোচনা কৰিছিল। সেই সময়ত এথেন্স ৰাজ্যত অলঙ্কাৰ শাস্ত্ৰৰ বৰ সমাদৰ আছিল। ইয়াৰ শাসন প্ৰনালী গণতন্ত্ৰ মতে চলিছিল। আৰু এনে শাসন প্ৰণালীত অলঙ্কাৰ বিদ্যাত নিপুণতা নাথাকিলে জননায়ক সকলে জনমতৰ ওপৰত আধিপত্য কৰিব নোৱাৰে। পোহৰ ফঁহিওৱা কাঁচৰ দৰে অলঙ্কাৰ বিদ্যাৰ সহায়েৰে একেটি কথাতেই নানান ৰঙৰ সমাবেশ দেখুৱাব পাৰি। আৰু একেটি

কথা বা মতকে, হয় ভৰ দি চিৰকাল সাৰটি ধৰি থাকিব লাগিলে কোনেও ৰাজনীতি ক্ষেত্ৰত জননায়কৰ পদত থাকিব নোৱাৰে। এনে অৱস্থাত ৰাজনীতি ক্ষেত্ৰত ওখ আকাঙ্ক্ষা থকা ডাঙৰ মানুহৰ ঘৰৰ ল'ৰাবোৰৰ মানত ছোফিষ্ট সকল বৰ আদৰৰ পাত্ৰ হৈ উঠিল আৰু ঘৰুৱা শিক্ষক হিচাবে তেওঁলোকৰ প্ৰতিপত্তি সমাজ বিয়পি পৰিব ধৰিলে।

ছোফিষ্ট সকল ব্যৱসায়ী পণ্ডিত আছিল। তৰ্ক আৰু অলঙ্কাৰ বহ্যাৰ সহায়েৰে একেটি কথাকেই নানান ভাবে ফঁহিয়াই দেখুয়াব পৰা বাগ্মিতাত বাজে সমাজ বা ধৰ্ম্মনীতি ক্ষেত্ৰত কোনো মূল তত্ত্বৰ সন্ধান দিয়া তেওঁলোকৰ উদ্দেশ্য নাছিল। তেওঁলোকৰ শিকনিৰ ফলত তৰুণ জননায়ক সকলে পুৰণি ৰীতি-নীতিত আস্থা হেৰুৱালেও সেইবোৰৰ ঠাইত কোনো বিশেষ ভাল ৰীতি-নীতিৰ উত্তাদিহ দিব পৰা নাছিল। এনে সময়ত এথেন্স নগৰত জ্ঞানী চক্ৰেটীছৰ আবিৰ্ভাব হয়। তেও এথেন্স নগৰৰেই অধিবাসী আছিল। পুৰণিপন্থী সকলৰ স্থূল বিশ্বাসত তেওৰ আস্থা নাছিল, আৰু ছোফিষ্টৰ একেটি কথাকে দহ ফাল কৰি দেখুৱাব পৰা তৰ্কবিদ্যাতো তেওৰ আস্থা নাছিল। পুৰণি বিশ্বাস ভুল হব পাৰে, সম্ভৱ ভুলো; কিন্তু ভুল বুলি দেখুৱালেই আলোচনাৰ ওৰ নপৰে। মূল সত্য কি, তাৰ স্বৰূপ কেনেকুৱা এইটো সন্ধান কৰাকেই জ্ঞানী চক্ৰেটীছে জীৱনৰ মহাব্ৰত বুলি আকোঁৱালি ধৰিলে।

এই ব্ৰতত ব্ৰতী হৈ জ্ঞানী চক্ৰেটীছে বাটে-ঘাটে হাট বজাৰ সকলো ঠাইতেই, কবি, দাৰ্শনিক, ধাৰ্ম্মিক, জননায়ক আদি পণ্ডিত বোলাওঁতা সকলোৰে মূল সত্যৰ স্বৰূপ লৈ তৰ্ক কৰি ফুৰিব ধৰিলে। তেওৰ মতে সত্যই জ্ঞান আৰু জ্ঞানেই ধৰ্ম্ম। তেওঁৰ তৰ্ক প্ৰণালীও



এক অপূৰ্ব্ব ধৰণৰ আছিল তেওঁ প্ৰশ্ন কৰি গৈ থাকে আৰু প্ৰতি প্ৰশ্নাই বি উত্তৰ দিয়ে সেই এটাইবোৰেই হয় ভৰ দি গৈ থাকে। বছা বছা প্ৰশ্নৰ সহায়েৰে প্ৰতি পক্ষক এনেকৈ বুজাই লৈ গৈ থাকে যে নিজৰ অসঙ্গত কথাৰ জালত নিজে মেৰ খাই প্ৰতিপক্ষই নিজে শেহত ভেবা লাগি চেকা খাই পলাব লগীয়াত পৰে। এই তৰ্ক প্ৰণালী এনে প্ৰসিদ্ধ হৈ পৰিছিল যে পিছৰ কালত ইয়াক চক্ৰেটীক ব্যজোক্তি (Socratic Irony) বোলা হৈছিল। বাট ঘাট, হাট বজাৰ সকলো ঠাইতেই চক্ৰেটীছে এই দৰে পণ্ডিত বোলাওঁতা সকলক হাবাথুৰি খুৱাই ফুৰিছিল আৰু বিপক্ষৰ সঙ্গ উপভোগ কৰিবলৈ তেওঁৰ পাছে পাছে বাটৰুৱা ল'ৰাবোৰে জাক বান্ধি ফুৰিছিল। তেওঁ কোনো সম্প্ৰদায় স্থাপন কৰা নাছিল কিন্তু কেতবোৰ প্ৰতিভাশালী ডেকাই তেওৰ জ্ঞান বাদৰ মূল মত গ্ৰহণ কৰি তেওঁৰ শিষ্যত্ব গ্ৰহণ কৰে। সেই সকলৰ ভিতৰত ইউৰোপৰ অদ্বিতীয় দাৰ্শনীক পণ্ডিত প্লেটোই প্ৰধান।

পুৰণিপন্থী এথেন্সবাসী সকলৰ মনত ছোফিষ্ট আৰু জ্ঞানী চক্ৰেটীছৰ ভিতৰত কোনো প্ৰভেদ নাছিল। তেওঁলোকৰ ভিতৰত যি প্ৰভেদ, সি ইমান সূক্ষ্ম যে সাধাৰণৰ মনত সি ধৰা নপৰিছিল। আৰু পৰিলেওঁ ছোফিষ্ট আৰু চক্ৰেটীছ দুয়ো দুই ফালৰ পৰা পুৰণি মতৰ বিৰুদ্ধে বিদ্ৰোহ আচৰণ কৰিছিল।

তাত বাজেও ছোফিষ্ট পণ্ডিত সকলে দৰমহা লৈ ডাঙৰ মানুহৰ ঘৰত ঘৰুৱা শিক্ষকতা কৰিছিল, সেই জনসাধাৰণৰ ওপৰত তেওঁলোকৰ প্ৰভাৱ চমু বাটেৰে পৰা নাছিল। চক্ৰেটীছ সত্যব্ৰতী, তেওঁ ধনৰ লোভত সত্যৰ সন্ধানত ফুৰা নাছিল। তেওঁৰ বিচাৰৰ ঠাইও হাট বাট আদি ভব্য গব্য নাগৰিক সকলৰ তৰ্কত ভঙ্গ চাবলৈ

ন'বাবোৰেও তেওঁৰ লগ নেৰে। চক্ৰেটীছৰ তৰ্ক প্ৰণালীৰ কোবত পুৰণিমতবাদী নাগৰিক সকল অসন্তুষ্ট হৈ উঠিল আৰু তেওঁৰ লগে লগে ফু'ৰা লৰা সকলক লক্ষ্য কৰি কৰ ধৰিলে যে চক্ৰেটীছে ডেকা সম্প্ৰদায়ক ভ্ৰষ্টাচাৰত প্ৰবৰ্ত্তন কৰাইছে।

---

# স্বৰ্গীয় সত্যনাথ বৰা।

## সৰ্ব্বেশ্বৰ কটকী।

অসমীয়া ভাষা আৰু সাহিত্যৰ বৰ সৌভাগ্যৰ কথা যে দেশৰ অভাৱ অনুযায়ী সময়ে সময়ে একোজন পুৰুষৰ আবিৰ্ভাৱ হৈ অসমীয়া জাতিটোক ৰক্ষা কৰি আছে। মান মৰাণৰ অত্যাচাৰ সহি বৃটিচৰ শাসনত অসমীয়া জাতিয়ে ঠন ধৰিবলৈ আগুৱান হওঁতেই ভাষাক্ষেত্ৰত অসমীয়াৰ দুৰ্কপালৰ গুণে এক বিভ্ৰাট মিলি দেশাধিকাৰ সকলৰ ভ্ৰমত ভাষাৰূপী গছ জোপাত ৰঘুমলা পৰি ইয়াৰ বাঢ়ণ ঠিহিবা মাৰিবলৈ ধৰোঁতেই আনন্দৰাম ঢেকিয়াল ফুকন, গুণাভিৰাম বৰুৱা, হেমচন্দ্ৰ বৰুৱা আদি অসমহিতৈষী লোক সকল আৱিৰ্ভাৱ হৈ অতি কষ্টেৰে ৰঘুমলা আঁতৰাই গছপুলিটিক লহ্‌পহ্‌কৈ বাঢ়িবলৈ সুযোগ কৰি দিলে। ভাষাক্ষেত্ৰত তেতিয়া এটা ডাঙৰ অভাৱ হল। অসমীয়া ভাষা পুৰণি সাহিত্যৰে চহকী হলেও উপযুক্ত লোকৰ অভাৱত পুৰণি পুথিবোৰ ধোঁৱাচাঙত এলান্ধুকলীয়া হল; বৰ্ত্তমান সাহিত্যতো লিখকৰ অভাৱত ৰজাঘৰে পুৰস্কাৰ ঘোষণা কৰি



আনকি অসমীয়া লৰাক শিক্ষা দিবলৈ স্কুলীয়া কিতাপ ৰচনা কৰাব লগীয়া হল। আসাম বন্ধু, জোনাকী, বিজুলী আদি আলোচনীৰ জন্ম হল; আৰু আসাম মাতৃৰ বিধি অনুসাৰে পূজাৰ আয়োজন হল। আধুনিক অসমীয়া সাহিত্যৰ উন্নতিৰ অৰ্থে অসমৰ আটাই কেইখন জিলাৰ পৰা একে সময়তে অলপৰ অগা পিছাকৈ কেইবাজনো উপযুক্ত কৃতী লিখক সাহিত্যক্ষেত্ৰত নামিল। তাৰে আকৌ কেইজন-পুত্ৰ ৰত্নক অসম মাতৃয়ে অকালতে হেৰুৱায়। ৺লম্বোদৰ বৰাই অসমীয়াৰ ভাষাৰ আথৰ জেঁটনি আৰু ৺আনন্দৰাম বৰুৱাৰ পাতনি পাতোতেই প্ৰাণত্যাগ কৰিলে। ৺লক্ষেশ্বৰ শৰ্ম্মাই ধোঁৱাচাঙৰ পৰা অষ্টাদশপৰ্ব্ব অসমীয়া মহাভাৰতৰ উদ্যোগপৰ্ব্ব, দ্ৰোণপৰ্ব্ব, ভীষ্মপৰ্ব্ব আদি নমাই আনি পুৰণি পুথিৰ জপা মেলোতেই নিঠুৰ কালে অকালতে হৰি নিলে; জোনাকীৰ পবিত্ৰ পৃষ্ঠাত জিলিকি থকা "চুম্বক লো," "বিজুলিশক্তি" আদি পদাৰ্থ বিজ্ঞানৰ বহুমূলীয়া প্ৰবন্ধ যি এবেলি লিখি গল সেই বিষয়ে আৰু দ্বিতীয় প্ৰবন্ধ আজিলৈকে প্ৰকাশিত নহল। ৺ৰত্নেশ্বৰ মহন্তই নীতিপূৰ্ণ কবিতা আৰু অসমৰ বুৰঞ্জীমূলক বিষয় ৰচনা কৰিব ধৰোঁতেই কাল সাগৰত বিলীন হল। ই বিলাকৰ লগ ধৰি আৰু কেইবাজনো অদৃশ্য হল। কিন্তু ইফালে যি সকল তিষ্ঠি থাকিল সি সকলৰ যত্ন উদ্যম আৰু পৰিশ্ৰমৰ গুণত অসমীয়া ভাষা আৰু সাহিত্যৰ ভিত্তি স্থাপন হল। ই সকলে পকা কৰি দিয়া ভেটীৰ ওপৰত আজি এমুঠি অসমীয়াই ৰম্য অট্টালিকা সাজো বুলি মন কৰি বিবিধ সঁজুলিৰ আয়োজন কৰিছে; মবো-জীউ-সো-আধৈকৈ লাগিছে। সেইদিন কেতিয়া আহিব যিদিনা অসমীয়া ভাষাৰ এই ৰম্য অট্টালিকা পৃথিবীৰ ভিতৰত চকুতলগা যাউতিযুগীয়া এটি কীৰ্ত্তি হব পাৰিব; যিদিনা দুৰ বিদেশৰ যাত্ৰী আহি

আমাৰ এই মনোৰম অট্টালিকা দেখি নয়ন সাৰ্থক কৰিব পাৰিব; হে ঈশ্বৰ! সেইদিন শীঘ্রে মিলোৱা।

অসমীয়া সাহিত্যৰ দেশহিতৈষী লিখক সকলৰ ভিতৰত কেইজনমানৰ নাম বিশেষ উল্লেখযোগ্য। ৰায় চাহাব পদ্মনাথ গোহাঁই বৰুৱাই স্কুল-বিলাক খাপে খাপে সময় উপযোগী কিতাপ ৰচনা কৰি দি অসমীয়া লৰাৰ শিক্ষাৰ বাট সুচল কৰি দিলে স্বৰ্গদেৱ গদাধৰ সিংহ আৰু আহোম সতী জয়মতীৰ সতীত্বৰ চিত্ৰ উজ্জলকৈ অঙ্কিত কৰিলে; লগতে উষাৰ অৰুণ কিৰণেৰে তৰুণ অসমক উদ্ভাসিত কৰিলে। শ্ৰীযুত বেণুধৰ ৰাজখোৱাই বিবিধ বিষয়ত কিতাপ ৰচিলে। অসমীয়া খণ্ডবাক্যৰ গ্ৰন্থ ৰচনা কৰি অসমীয়া জতুয়াঠাঁচ আৰু খণ্ড বাক্যবোৰৰ ভৰাল মুকলি কৰি দিলে। অসমীয়া আৰু বঙ্গলা ভাষাৰ তুলনা-মুলক পুথি প্ৰণয়ন কৰি অসমীয়া ভাষাক অযথা আক্ৰমন কৰিব খোজা এক শ্ৰেণী লোকৰ মুখত ছাই পেলালে। অসমৰ স্কট শ্ৰীযুত ৰজনী কান্ত বৰদলৈয়ে উপন্যাস ৰচনা কৰি অসমীয়াৰ সাজপাৰ, ঘৰ দুৱাৰ শয়ন ভোজন আৰু ঘৰুৱা নানা কথা লৈ অসমীয়াৰ জাতীয় চৰিত্ৰ হুবহু আঁকি দেখুৱালে। বুৰঞ্জীবিদ পণ্ডিত ৺হেমচন্দ্ৰ গোস্বামীয়ে অসমীয়া জাতি, অসমীয়া সাহিত্য আৰু অসম দেশখনৰ গৌৰৱ দেশে বিদেশে প্ৰচাৰ কৰিলে; অসমীয়াৰ লুপ্ত ৰত্নবিলাক উদ্ধাৰ কৰিবলৈ চেষ্টা কৰিলে; অসমীয়া জাতিটো অতীতত কেনে গৌৰৱময় আছিল তাক দেশবাসীক জ্ঞাত কৰালে আৰু পৰদেশীৰ হতুৱাই প্ৰশংসা গোৱালে। অসমীয়া সাহিত্যক, গীতিযুগ, মন্ত্ৰ আৰু ভণিতাযুগ, প্ৰাগবৈষ্ণৱীযুগ, বৈষ্ণৱীযুগ, বিস্তাৰযুগ, বৰ্ত্তমানযুগ, আদি বিভিন্ন যুগত ভাগ কৰি যুগে যুগে অসমীয়া সাহিত্যৰ গদ্য পদ্য সংগ্ৰহ কৰি সাহিত্য চানেকী নামেৰে বৃহৎ গ্ৰন্থ সঙ্কলন



কৰিলে। কোন পৰিব্ৰাজকে কেতিয়া আহি কত কেনেকৈ অসম দেশৰ গুণ গাইছিল, চীন পৰিব্ৰাজক হিৱেনচাঙ্গে অসমৰ কি বিৱৰণ লিখিছিল, ভাৰত সম্রাট হৰ্ষবৰ্দ্ধনে প্ৰাগ্‌জ্যোতিষপুৰৰ অধিপতি কুমাৰ ভাস্কৰবৰ্ম্মাক কি দৰে পঞ্চ বাৰ্ষিক উৎসৱত সম্বৰ্দ্ধনা কৰিছিল, ডাক্তৰ ট্ৰেভেনিয়াৰে অসম সম্পৰ্কে কি কৈছিল, ৰামসিংহই শৰাই ঘাটৰ যুদ্ধত অসমীয়া সেনাৰ কাৰ্য্য কৌশল কি দৰে প্ৰশংসা কৰিছিল। কোন মহুলমান কাকতীয়ে ফাৰ্চী সাহিত্যত অসমীয়া জাতি সম্বন্ধে কি লিখি গৈছে, অসমীয়া জাতিটোৰ লক্ষণ আৰু জাতীয় সম্পদ কি, শৰাইঘাটৰ যুদ্ধত দেশপ্ৰেমিক লাছিত ফুকনে কিদৰে অসমৰ ভাগ্যলক্ষ্মীক ৰক্ষা কৰিবৰ অৰ্থে কি নকৰিলে, দেশৰ শিলৰ ফলি আৰু তামৰফলিবোৰত আগৰ বুৰঞ্জীৰ কি বোৰত কথাৰ সন্ধান আছে, প্ৰাচীন সাহিত্যত অসমীয়াৰ গৌৰৱ কিমান কথা বা গদ্য সাহিত্যক অসমীয়াই কেনেকৈ আগভাগৰ উপযুক্ত, কোন ধৰ্ম্মপ্ৰচাৰকে কি ধৰ্ম্ম প্ৰচাৰ কৰিলে আৰু কোন কোন কবিয়ে কি কি কাব্য ৰচনা কৰিলে ইত্যাদি অসমীয়া জাতিৰ সকলো ৰকমৰ গৌৰৱৰ কথাবোৰ অক্লান্ত পৰিশ্ৰমেৰে উদ্ধাৰ কৰি অসমীয়া জাতিৰ অক্ষয় কীৰ্ত্তি স্থাপন কৰিলে। ইপিনে বিশাল বাহু ব্ৰহ্মপুত্ৰত বাৰিষা যেনেকৈ ফেনে ফোটকাৰে প্ৰকাণ্ড গছে বিৰিখে বান আহে, তেনেকৈ স্বভাব-সাহিত্যিক লক্ষ্মীনাথ বেজবৰুৱাৰ লেখনীয়েও অসমদেশক সাহিত্যৰ বানেৰে বুৰাই দিলে। গদ্যে পদ্যে নাটে উপন্যাসে গল্পেৰে, সাধু কথাৰে খুহুটীয়া ৰসেৰে, লৰা, ডেকা, বুঢ়া সকলোৰে উপযোগী সাহিত্যেৰে অসমীয়াৰ প্ৰাণত নৱভাৱৰ সঞ্চাৰ কৰিলে আৰু অসমীয়াৰ জাতীয় মহাপুৰুষ শঙ্কৰ মাধৱৰ কীৰ্ত্তি ঘৰে ঘৰে প্ৰচাৰ কৰি দেশী বিদেশীক মুগ্ধ কৰিলে। "কৃপাবৰ বৰবৰুৱা" নাম ধৰি লক্ষ্মীনাথে

গোটেই অসমদেশতে অপূৰ্ব্ব ভাব আৰু ৰসৰ সৃষ্টি কৰিলে। যেতি-য়াই কোনো বিদেশীয়ে অসমীয়া ভাষাক বকাসুৰৰ দৰে গিলিবলৈ ঠোঁট মেলি উঠে তেতিয়াই তপৰ কৰে লক্ষ্মীনাথে দীঘলে দীঘলে তীক্ষ্ণ লেখনীৰে দুফাল কৰি প্ৰাণবায়ু বহিৰ্গত কৰে; আকৌ ৰক্ত-বীজৰ বংশৰ দৰে সেই বিষয়ত কাৰো আকৌ বংশ বৃদ্ধি হলে বসুমতীত ৰক্ত পৰিব নিদিয়াকৈ ওপৰতে আলঙ্গে আলঙ্গে প্ৰাণনাশ কৰে। এনে শক্তিশালী লক্ষ্মীনাথৰ সেই লেখনী অস্ত্ৰ, তাহানি বংশীবদনে মুৰুলী ধ্বনিৰে গোপবালাৰ প্ৰাণ মোহিত কৰি ব্ৰজবাসীক যিদৰে আনন্দ বৰ্দ্ধন কৰিছিল, সেইদৰে লক্ষ্মীনাথেও অমিয় মধুৰ মুৰলী বজাই দেশ-বাসীক সাহিত্য ৰসেৰে উকলাকৃত কৰিছে। এনেদৰে আৰু কত জনে অসম-মাতৃৰ ৰাতুল চৰণত অৰ্ঘ্য দিছে।

স্বৰ্গীয় সত্যনাথ বৰা এই শ্ৰেণীৰ সাহিত্যিক সকলৰ এটি উজ্জ্বল ৰত্ন আছিল। সত্যনাথ বৰাৰ বৰণ বগা, শৰীৰ আটীল আৰু দেখাত ওখ আৰু সুশ্ৰী আছিল। তেওঁৰ চকুত জেউতি মুখত হাঁহি আৰু বদনত পূণ্যৰ আভা আছিল। তেওঁৰ মুখশ্ৰীত চিন্তাশূন্য আৰু শান্তিপ্ৰিয় ভাব ফুটি ওলাইছিল। তেওঁৰ স্বভাৱ গহীন, প্ৰকৃতি জুৰ, হৃদয় উদাৰ আৰু মন প্ৰশান্ত আছিল। তেওঁৰ বচন মধুৰ, মগজু শীতল আৰু উদ্ভাবিকা শক্তি কম নাছিল। তেওঁৰ মাত বক্তৃতাত গলগলীয়া আৰু নিত্য আলাপত নিয়মীয়া আছিল। অধৈৰ্য্য বা উচ্ছৃঙ্খল ভাব কোনো অৱস্থাতে প্ৰকাশ নাপাইছিল। সংসাৰ বিনন্দবিলাসৰ স্থান, কৰ্ত্তব্যপালন জীৱনৰ অমিয়া, উন্নতি সাধন মনুষ্য জীৱনৰ লক্ষ্য— এইবোৰ যেন তেওঁৰ জীৱন পালনৰ নীতি আছিল। গৃহস্থ স্বৰূপে গৃহস্থীৰ ধৰ্ম্ম সুকমলে পালন কৰিছিল। তেওঁ থৰছৰ হিছাপ



তহুতহকৈ ৰাখিছিল। কেতিয়াও কাৰো ওপৰত অসন্তুষ্ট হবৰ কাৰণ নাছিল। কোনো অৱস্থাতে তিতা মাত মাতিব নেলাগিছিল। ঈশ্বৰৰ অনুগ্ৰহতে হবলা ঘৰ খনত বিশেষ জঞ্জাল নাছিল। তেওঁ সদাই শাৰীৰিক পীড়া ভুগি অসুস্থ নহৈছিল। শয়ন ভোজনত নিয়মীয়া আছিল। আৰু আহাৰ নিৰ্দ্ধাৰিত সময়ত কৰিছিল। তেওঁ অৱথা জুতিলগা আহাৰ কৰিবলৈ ভাল নাপাইছিল। অসমীয়া জুতিৰ আহাৰত তেওঁৰ বেচি ৰতি আছিল। কঠিন শয্যাত শয়ন কৰিছিল আৰু লাহবিলাসৰ ভাৱে তেওঁক ছুব নোৱাৰি-ছিল। তেওঁৰ সাজপাৰ ধুন পেছ নোহোৱা আৰু নিকা আছিল। কছাৰীলৈ যাওঁতে চোলা চাপকন আৰু আন সময়ত বাজলৈ ওলাওঁতে চুৰীয়া, চোলা, চেলেং ব্যৱহাৰ কৰিছিল। ১৯১৭ চনত শিৱসাগৰলৈ আসাম এচোচিয়েচনৰ সভাপতি হৈ যাওঁতে তেওঁৰ সাধাৰণ সাজপাৰ দেখি দৰ্শক সকল আচৰিত হৈছিল। সত্যনাথ বৰাই দুখীয়াক যথাসাধ্য সহায় কৰিবলৈ, ৰাজহুৱা কামত যথাশক্তি দান, দিবলৈ, মানুহৰ বিপদত উচিত বিবেচনা কৰিলে অৰ্থ সাহায্য কৰিবলৈ পিছ নুহুহকিছিল। তেওঁ অযথা মানুহৰ লগত বেচি ঘনিষ্ঠতা নাৰাখিছিল। তেওঁ এনেকৈ অতি সাৱধানে আৰু সুচল ভাবে চলাৰ কাৰণে জীৱনত সৰহ আলৈ আহুকাল পোৱা নাছিল। শ্ৰীযুত বেণুধৰ ৰাজখোৱা ডাঙৰীয়াই কয় যে "সত্যনাথ বৰাৰ অমায়িকতা আৰু সৰলতাত মুগ্ধ নোহোৱা মানুহ নাছিল। প্ৰকৃততে তেওঁৰ শত্ৰু নাছিল। তেওঁক অজাত শত্ৰু বুলিব পাৰি। তেওঁৰ অটল দেশভক্তি আছিল। তেওঁৰ কাৰ্য্যপদ্ধতিত বিদ্বেষৰ ভাব নাছিল। সকলো সম্প্ৰদায়ৰ মানুহে তেওঁৰ পৰামৰ্শ লৈছিল। তেওঁ সৰৱৰহী আৰু স্থিৰবুদ্ধি বুলি বিখ্যাত আছিল। দকৈ নৱভাকৈ কোনো কথাতে

ওপৰে ওপৰে মত নিদিছিল। বৰা ডাঙৰীয়া দৰাচলে এজন সাধু পুৰুষ আছিল।" শ্ৰীযুত ৰজনীকান্ত বৰদলৈ দেৱে কয় যে, সত্য নাথ বৰা "অমায়িক আৰু উদাৰ চৰিত্ৰৰ আছিল; তেওঁ. মিতব্যয়ী আছিল; তেওঁ বৰ শান্তিপ্ৰিয় অথচ ধীৰ, স্থিৰ, সৎসাহ আদি গুণেৰে সুশোভিত আছিল।"

ওকালতি ব্যৱসায়ত সত্যনাথৰ কম যশস্যা নাছিল। আইন অধ্যয়নে মানুহৰ বুদ্ধি চোকা কৰে আৰু চিন্তা গধুৰ কৰে; ই তৰ্কত পণ্ডিত আৰু যুক্তিত জ্ঞানী কৰে; কি কথাৰে এজনক আক্ৰমণ কৰিব পাৰি আৰু কি কথাৰে এজনৰ পক্ষ সমৰ্থন কৰিব পাৰি, তাৰ সম্যক জ্ঞান জন্মায়; আনে নভবা নিচিন্তা কথাৰ হেতু উলিয়াব পৰা কৰে। সকলোবোৰ ব্যৱহাৰিক ব্যৱসায়ৰ ভিতৰত ওকালতি এটি মহৎ ব্যৱসায়। উকিল সত্যনাথ এই সকলো সদ্‌গুণৰ আধাৰ আছিল। তেওঁ অযথা তৰ্ক বা জেৰা নকৰিছিল। তেওঁ গোচৰীয়া পদকীয়াক সচাঁ মিছা ছৱাল জবাব কৰিবলৈ শিকাই নিদিছিল; জ্ঞান বিশ্বাস মতে যি গোচৰ মিছা বুলি জানিছিল সেই মোকৰ্দ্দমাৰ তেওঁ পক্ষ সমৰ্থন নকৰিছিল। তেওঁ অন্যায় মিছা জাল, জুৱাচোৰ ইত্যাদিৰ চাৰি সীমাত ভৰি নিদিছিল। সেই বাবেই তেওঁৰ সহকৰ্ম্মী উকীল বাবু মহেন্দ্ৰ মোহন লাহিড়ীয়ে কয় যে, "He was most honourable in his profession" ন্যায়পথে থাকি প্ৰথম শ্ৰেণীৰ উকীল হৈ তেওঁ যথেষ্ট উপাৰ্জ্জন কৰিছিল, আৰু সংসাৰ যাত্ৰাৰ সকলো সুখৰ আহিলা গোটাই লৈ সুকলমে জীৱন যাপন কৰিছিল

১৯১৪ চনৰ পৰা আৰ্ল ল কলেজত সত্যনাথ বৰা আইনৰ অধ্যাপক নিযুক্ত হৈছিল আৰু কটন কলেজত অসমীয়াৰ অধ্যাপক



আছিল। অধ্যাপক স্বৰূপে ছাত্ৰ সকলক তেওঁ হৃদয়গ্ৰাহী বক্তৃতা দিব পাৰিছিল, জটিল আওপকীয়া কথাবোৰ উজু ভাষাত বুজাব পাৰিছিল আৰু পাঠ্য বিষয়বোৰৰ সকলোবোৰ কথা চুক কাণ মাৰি তন্ন তন্নকৈ কব পাৰিছিল! তেওঁৰ শিক্ষাদান কাৰ্য্যত কৰ্ত্তব্যপৰায়ণতা, সময়নিষ্ঠা আৰু ঔৎসুক্যতাৰ বিষয় সকলোৱে এক মুখে শলাগ লৈছিল।

কোনোৱে কোনোৱে স্কুল কলেজৰ শিক্ষা সাং কৰি অধ্যয়ন কৰা অভ্যাস একেবাৰে পৰিত্যাগ কৰে। কোনোৱে বা এই অভ্যাসৰ সলনি আন আমোদ প্ৰমোদৰ অভ্যাস কৰি লয়। কোনোৱে বা নানা অসুচলৰ কাৰণে মন থাকিলেও অধ্যয়ন কৰা অভ্যাস ৰাখিব নোৱাৰে। সত্যনাথে অধ্যয়ন অভ্যাস অন্তিমকাললৈকে ৰাখিছিল। জীৱনৰ বয়স লাহ দিয়াত "থিয়লজি" বা তত্ত্বজ্ঞান সম্বন্ধীয় কিতাপ আগ্ৰহেৰে পঢ়িছিল। বাতৰি কাকতখনত নিতৌ এবাৰ চকু নুফুৰালে জ্ঞান অসম্পূৰ্ণ থকা যেন বোধ কৰিছিল। তেওঁৰ ঘৰত বাতৰি কাকত কিনিবলৈ দৈনিক খৰছৰ লগত এক অনা পয়চাৰ ব্যৱস্থা কৰা আছিল।

সত্যনাথৰ গহীন প্ৰকৃতি আৰু সকলো কথাতে গহিনালি ভাব দেখি এনেটো সহজে অনুমান হয় যে, এনে এজন গহীন গম্ভীৰ লোকৰ গাত ধেমেলীয়া বা হাঁহি উঠা কথাৰ ছাঁ মাত্ৰও নাই। কিন্তু "মজাছে পেটুৰা পেট ভৰিয়া খা, খাব মজা আলু ভজা, পকা খৰিছা। শুন্ ছাহ্ নে আপিগিলা খাজনা বাৰেইচি; দিবা নল্লি নিবোক ধৰি প্যাদা লগেই দি। হাঁয়ৰে মোৰ কপাল খান বল্লা ভাত কিমান খাম" ইত্যাদি মনত তৃপ্তিসাধক বাক্যৰ সঙ্গতি আৰু জীৱনৰ ছয় ঋতু, ভকতীয়া ব্যাকৰণ, খ্যাতিমতী বুঢ়ী আদি ধেমেলীয়া খণ্ড ৰচনাবোৰ পাঠ কৰিলে গম্ভীৰ ৰসযুক্ত সত্যনাথক চেপি চৌ চৌ কৰে হাস্তৰস উলিয়াব পাৰি। সেইবাবে আমি কব নোৱাৰোনে

যে সত্যনাথ আমটো এপিনে চুন যেন টেঙ্গা আৰু আনপিনে মৌ যেন মিঠা। সত্যনাথ বৰাই ধেমেলীয়া কথাবোৰ ডেকাকালতে ৰচনা কৰিছিল। "বৰা ডাঙ্গৰীয়াৰ প্ৰশান্ত মূৰ্ত্তি আৰু তেওঁৰ কথা-বাৰ্ত্তাৰ পৰা কোনোৱে ভাবিব নোৱাৰিছিল যে তেওঁ ধেমেলীয়া গীত বা প্ৰবন্ধ লিখিবৰ লায়ক অথচ তেওঁৰ লিখিত কেইবাটাও তেনে গীত আৰু প্ৰবন্ধ অসমীয়া সাহিত্য সমাজত সুপৰিচিত।"

অসমীয়া সাহিত্যত সত্যনাথৰ আসন অতি ওপত। কি ৰচনা ৰীতিত, কি ভাষাৰ লালিত্যত, কি ভাৱৰ গাম্ভীৰ্য্যত সকলোতে সত্যনাথৰ এটা নিজা স্বকীয়া ব্যক্তিত্ব প্ৰকাশ পাইছে। অসমীয়া ভাষাৰ এনে শুদ্ধতা, নিৰ্ম্মলতা আৰু স্বাভাবিক ৰক্ষা কৰা অসমীয়া লিখক সতানাথে তেওঁৰ ৰচিত পুথিবোৰৰ পাতে পাতে সত্যনাথময় হৈ জিলিকি আছে। সত্যনাথ সদাই শুদ্ধতা আৰু নিৰ্ম্মলতাৰ পক্ষপাতী আছিল। তেওঁৰ এই শুদ্ধতা কি সাহিত্য চৰ্চ্চাত কি গৃহস্থালী কামত, কি সামাজিক অৱস্থাত সকলোতে প্ৰতিফলিত হৈছিল। যথাৰ্থতে শ্ৰীযুত ৰজনী বৰদলৈয়ে কয় যে, "অসমীয়া সাহিত্যত সত্যনাথৰ ঠাই অতি ওখ আছিল। তেওঁৰ সাহিত্য-বিচাৰ, সাৰথি, আকাশ-ৰহস্য আৰু শেহৰ বহল ব্যাকৰণেই তাৰ সাক্ষী দিছে আৰু তেওঁৰ নাম যুগমীয়া কৰি থৈছে। ভাষাৰ পবিত্ৰতা, ভাৱৰ পবিত্ৰতা আৰু চৰিত্ৰৰ পবিত্ৰতা এই সকলোবিধ পবিত্ৰতাত তেওঁ আদৰ্শ পুৰুষ আছিল। অসমীয়া ভাষাৰ সাহিত্যিক স্বৰূপে বিয়শৰ শব্দৰ মূল আৰু ব্যাকৰণ এই দুই বিষয়ত তেওঁৰ ঠাই বৰ ওখ—আমাৰ আটাইবিলাকতকৈ ওখ বুলি মই কব পাৰোঁ।" শ্ৰীযুত বেণুধৰ ৰাজখোৱায়ো ঠিক একেদৰে কয় যে, "অসমীয়া সাহিত্যত বৰা ডাঙৰীয়াৰ ঠাই বহুত ওখত।



সত্যনাথ বৰাই অসমীয়া লিখকৰ ওপৰত যথেষ্ট প্ৰভাৱ চলালে। তেওঁ ভাষাটো যাতে বিজাতৰীয়া নহয় তাৰ বাবে অসমীয়া ৰচনাত, অসমীয়া শব্দেৰে, অসমীয়া ঠাঁচেৰে অসমীয়া গঢ়গতি লগাবলৈ সৰ্ব্বতোভাৱে প্ৰাণপণে চেষ্টা কৰিছিল। তেওঁৰ ৰচিত পুথিবোৰ দেখি অসমীয়া লিখকৰ চকু গজিল যে, সংস্কৃত শব্দ পাৰ্য্যমানে পৰিত্যাগ কৰিও অসমীয়া ৰচনা যুগুত কৰিলে শুৱলা হয়। তেওঁৰ নিভাঁজ, নিখুত, বিশুদ্ধ অসমীয়া ৰচনাই আন অসমীয়া লিখকক বিজাতৰীয়া নহবলৈ সতৰ্ক কৰি দিলে। শ্ৰীযুত শৰৎচন্দ্ৰ গোস্বামীয়ে সেই দেখি কব খোজে, "অসমীয়া সাহিত্যই এই কথা পাহৰিব নোৱাৰে যে, সত্যনাথৰ প্ৰভাৱ নোহোৱা হলে অসমীয়া বাক্যৰ ঠাঁচ আৰু বেচি পৰিমাণে বিজাতৰীয়া হলহেঁতেন।"

অসমীয়া সাহিত্যৰ খ্যাতনামা অধিনায়ক হেমচন্দ্ৰ বৰুৱাই অসমীয়া ভাষাটোৰ উদ্গতি হলে এই ভাষাৰ ব্যাকৰণ সম্বন্ধে লৰচৰ কৰিব লাগিব বুলি কৈছিল। সত্যনাথে হেমচন্দ্ৰই কৰিবলগীয়া বাকী কাম বহল ব্যাকৰণ ৰচনা কৰি সমাধা কৰিলে। সেই বাবে হেমচন্দ্ৰই অসমীয়া ভাষাৰ অভিধান আৰু ব্যাকৰণ ৰচনা কৰি অসমীয়া জাতিৰ যেনে গৌৰৱৰ ভাজন হৈছে, সত্যনাথেও হেমকোষৰ শব্দবোৰৰ যথাবিধি ব্যৱহাৰ কৰি ব্যাকৰণৰ অঙ্গ পূৰ্ণ কৰি কম গৌৰৱৰ পাত্ৰ হোৱা নাই। ইংৰাজী সাহিত্যত ডাক্তৰ জন্সনে আৰু এডিচনে যি কাম কৰিলে অসমীয়া সাহিত্যতো আমাৰ দেশৰ অৱস্থা চাই হেমচন্দ্ৰ আৰু সত্যনাথে একে কামকে কৰিলে। সেই বাবে হেমচন্দ্ৰক অসমীয়া ভাষাৰ ডাক্তৰ জন্সন আৰু সত্যনাথক এডিচন বুলিলে বোধ কৰো অতিৰঞ্জিত নহব।

এনেকৈ সত্যনাথ বৰাই জীৱনত সকলোপিনে কৃতকাৰ্য্য হৈছিল। এক শ্ৰেণীৰ মানুহে কৰ খোজে যে, সত্যনাথ কোনো লেঠালগা বিষয়ত নোসোমাইছিল; সেই বাবে তেওঁৰ কাৰো লগত ঠেকাঠেকি নালাগিছিল বা কোনো লোকে সৈতে মনোমালিন্য হবৰ কাৰণ নাছিল। আৰু সেই গুণে তেওঁৰ জীৱন ইমান জঞ্জালশূন্য। কিন্তু যেয়ে ঢৌতে খঁৰ মাৰি, হাইউৰুমিৰ মাজত সোমাই, লেঠালগা কথাত হাত দিও নিজৰ কৃতিত্ব দেখুৱাব পাৰে, তেঁৱেহে আচল মানুহ। আমি কওঁ সত্যনাথ সাৰথিয়ে সংসাৰ ৰথখন এনে সুচলকৈ চলাই নিলে যে, ৰথৰ গতি বন্ধ নোহোৱাকৈ অথচ কাকো কতো ঠেলা-হেঁচা নামাৰি জীৱন-যুদ্ধত জয়লাভ কৰিলে। এই জয়লাভ কৰা কৃতিত্ব সত্যনাথৰ নে অন্য লোকৰ?

সত্যনাথৰ জন্মস্থান গুৱাহাটীৰ ভৰলুমুখত। ভৰলুনৈ সত্যনাথৰ চোতালৰ আগেদি বৈ গৈছে। গুৱাহাটী এখন পুৰণি ঠাই। ইয়াৰ চাৰিওফালৰ দৃশ্য ইমান মনোৰম আৰু ইয়াত যতবোৰ তীৰ্থ আৰু বুৰঞ্জীৰ তথ্য আছে, লিখক মাত্ৰেই সেইবোৰৰ বৰ্ণনাৰ লোভ সামৰিব নোৱাৰে।

এনে ঐতিহাসিক তথ্যেৰে, পুণ্য তীৰ্থেৰে আৰু প্ৰাকৃতিক সৌন্দৰ্য্যেৰে পৰিপূৰ্ণ ঠাইত জন্মগ্ৰহণ কৰি, অসম মাতৃক বিবিধ উপচাৰেৰে পূজা কৰি, চাৰিও ফালৰ পৰা কি সাহিত্যিক স্বৰূপে, কি উকীল স্বৰূপে, কি অসমীয়া ভাষা আৰু আইনৰ অধ্যাপক স্বৰূপে, কি গৃহস্থ স্বৰূপে, কি মনুষ্য স্বৰূপে সত্যনাথ বৰাই এনে সুকলমে আৰু সুখ্যাতিৰে সংসাৰ যাত্ৰা নিৰ্ব্বাহ কৰিলে যে, সেই বিষয় ভাবিলে সত্যনাথক অসমীয়াৰ এজন খ্যাতিমন্ত কৃতী আদৰ্শ



পুৰুষ বুলিবলৈ কোনো অসমীয়াই সঙ্কোচ কৰিব নোৱাৰে, অসমীয়া সাহিত্যৰ অৰ্থে কৰা তেখেতৰ এদিনীয়া দানৰ সাৰ্থকতা কোনেৰে নুই কৰিব নোৱাৰে আৰু অসমীয়া সাহিত্যৰ প্ৰতি সত্যনাথৰ অন্তৰৰ আগ্ৰহ, উৎসাহ, আৰু একনিষ্ঠ আজীৱন সেৱাক অসম সন্তানে অস্বীকাৰ কৰিব নোৱাৰে।

---

# স্বৰ্গীয় হেমচন্দ্ৰ গোস্বামী।

সৰ্ব্বেশ্বৰ কটকী

খ্যাতনামা সাহিত্যিক আৰু প্ৰত্নতাত্ত্বিক পণ্ডিত হেমচন্দ্ৰ গোস্বামী গোলাঘাটৰ অন্তৰ্গত গোৰাং সত্ৰত ১৮৭২ খৃষ্টাব্দৰ ৮ জানুৱাৰীত জন্ম গ্ৰহণ কৰে। তেওঁৰ পিতৃৰ নাম ৺ডম্বৰুধৰ গোস্বামী আৰু এওঁ মৌজাদাৰ আছিল। হেমচন্দ্ৰৰ ৮ বছৰ বয়সত পিতৃ বিয়োগ হয়। গতিকে শিক্ষাৰ নিমিত্তে তেওঁক মাতৃয়ে সিবিলাকৰ এজন আত্মীয়ৰ ঘৰত থাকি পঢ়া-শুনা কৰিবলৈ নগাঁৱলৈ পঠিয়ায়। নগাওঁ হাইস্কুলৰপৰা ১৮৮৮ খৃষ্টাব্দত প্ৰথম বিভাগত এণ্ট্ৰেন্স পাছ কৰি কুৰি টকাৰ বৃত্তি লৈ হেমচন্দ্ৰ গোস্বামী কলিকতাৰ প্ৰেছিডেন্সি কলেজত ভৰ্ত্তি হয়। সেই কলেজৰপৰা ১৮৯২ খৃষ্টাব্দত বি-এ, পৰীক্ষা দিয়ে, যদিও সেই পৰীক্ষাত কৃতকাৰ্য্য হব নোৱাৰিলে। এই কলিকতা প্ৰবাস কালত অসমীয়া ভাষা আৰু "জোনাকী"

নামেৰে অসমীয়া আলোচনী এখন প্ৰচলনৰ কাৰণে বিশেষ চেষ্টা কৰিছিল। শ্ৰীযুত লক্ষ্মীনাথ বেজবৰুৱায় কয় যে "কলিকতা পাই অলপ দিনৰ ভিতৰতে দুজনেৰে সৈতে (হেমচন্দ্ৰ আৰু লক্ষ্মীনাথ) আৰু এজন লগ লাগি (শ্ৰীযুত চন্দ্ৰকুমাৰ আগৰৱালা) একেজন হলোহঁক। এই তিনিৰ সঙ্গত অসমীয়া ভাষা আৰু অসমীয়া সাহিত্যৰ চৰ্চ্চা, সদ্ভাৱৰ বিকাশ আৰু সজ উদ্যমৰ অনেক প্ৰচেষ্টা চলিছিল। তাৰ প্ৰথম ফল জোনাকী যি সৰ্ব্বতোভাৱে প্ৰিয়বন্ধু আগৰৱালাৰ মানস তনয়া।" আকৌ ৰায় বাহাদুৰ কণকলাল বৰুৱাই কয় যে "গোসায়ে কবিতা আৰু অসমীয়া সাহিত্য সম্বন্ধে মৌলিক ৰচনা লিখিছিল. বেজবৰুৱাৰ ধেমেলীয়া ৰচনা আৰু মোৰ ভাগত আছিল শিল্প বাণিজ্য আদি বিষয়ৰ আলোচনা" * ইতিমধ্যে গুৱাহাটীত ৰসেন্দ্ৰ বৰুৱাৰ ঘৰৰ ৺কেশৱচন্দ্ৰ বৰুৱাৰ কন্যাৰ লগত ১৮৮৮ খৃষ্টাব্দত তেওঁৰ বিবাহ সম্পন্ন হয়। হেমচন্দ্ৰই কলিকতাৰ পৰা ঘূৰি আহি পোনতে ১৮৯৪ সনত সোনাৰাম হাইস্কুলত হেডমাষ্টৰি কাম কৰে তাৰ পিছত আসাম ছেক্ৰেটেৰীয়েট অফিছত কিছুদিন কাম কৰি থাকোতেই ১৮৯৫ খৃষ্টাব্দৰ ২ ডিচেম্বৰত ছবডিপুটি কলেক্টাৰ কামত তেওঁৰ নিযুক্ত হয়। আৰু এই কামৰপৰা ১৯০৫ খৃষ্টাব্দত একষ্ট্ৰা এছিষ্টেণ্ট কমিশ্যনাৰ কামলৈ প্ৰমোচন হয়। ১৯২৬ সনৰ ফেব্ৰুৱাৰী মাহত হেমচন্দ্ৰই ছৰ্কাৰী কামৰপৰা ঘৰৰ অৱসৰ গ্ৰহণ কৰে। হেমচন্দ্ৰৰ সাংসাৰিক জীৱনৰ ফলস্বৰূপে শ্ৰীযুত শৰৎচন্দ্ৰ গোস্বামী বি, এ, প্ৰমুখ্যে পাঁচটি পুত্ৰ আৰু কন্যা সন্তান বৰ্ত্তমান জীবিত আছে। ১৮২৮ খৃষ্টাব্দত হেমচন্দ্ৰ গোস্বামী নাৰেঙা ব্যাধি

* ৬ষ্ঠ বছৰ ৪ৰ্থ সংখ্যা মিলন পৃ ১৫৫ আৰু ১৫৬



গ্ৰস্ত হয় আৰু দুই মেই তাৰিখে ১০ বজাত পুত্ৰ-পৰিয়াল বন্ধু-বান্ধৱ সকলোকে শোকত অভিভূত কৰি স্বৰ্গধামলৈ প্ৰয়াণ কৰে। সেই দিনা মৃত্যুৰ বাতৰি তৎক্ষণাৎ গোটেই নগৰতে প্ৰচাৰ হয়। নগৰৰ সকলোবোৰ গণ্যমান্য লোক আৰু ছাত্ৰ সমাজৰ বহুল সমাগম হয়। এই সকলো লোকেৰে শোভাযাত্ৰা কৰি হেমচন্দ্ৰৰ মৃতদেহ নি নীলাচলৰ পূৱত লৌহিত্যৰ পাৰত সিবিলাকৰ স্মাৰ্ত্ত মতানুসৰি ভৌতিক দেহৰ সংকাৰ কৰা হয়। সকলো যেন হেমচন্দ্ৰৰ মৃত্যুত ম্ৰিয়মান।

মৃত্যুৰ পিছত দেশবাসীয়ে হেমচন্দ্ৰক যে স্মৰণ কৰিছে তাৰ কাৰণ তেওঁ চৰ্কাৰী উচ্চবিষয়া আছিল বুলি নহয়। তেওঁ অসমীয়া জাতিৰ স্বাতন্ত্ৰ্য প্ৰমাণৰ অৰ্থে সাহিত্য উদ্ধাৰ আৰু প্ৰাচীন সম্পদ উদ্ধাৰ কৰিছিল, মাতৃ ভাষাত বিবিধ গ্ৰন্থ কৰিছিল, আৰু যিবোৰ কৰ্ম্মৰ দ্বাৰা অসমীয়া জাতিৰ লুপ্ত ৰত্ন উদ্ধাৰ হব পাৰে তেনেবোৰ কৰ্ম্মত সদাই যত্নবান আছিল। পোন প্ৰথমে মহামতি গেইট ছাহাবে যেতিয়া অসমীয়াৰ বৃহৎ বুৰঞ্জী সঙ্কলন কৰিবৰ অৰ্থে ইতিহাসৰ উপাদান গোটায় তেতিয়া উজান বজাৰত থকা ৺কেশৱকান্ত যুৱৰাজৰ ঘৰত পোৱা এখন পুৰণি অসম বুৰঞ্জী হেমচন্দ্ৰ গোস্বামীয়ে ইংৰাজীলৈ তৰ্জ্জমা কৰি দিয়ে আৰু এই কামৰ দ্বাৰা তেওঁ গৱৰ্ণমেণ্টৰ উচ্চ পদস্থ কৰ্ম্মচাৰীৰ সুদৃষ্টিত পৰে। অসমীয়া সাহিত্যৰ অধিনায়ক হেমচন্দ্ৰ বৰুৱাই হেমকোষ ৰচনা কৰি অপ্ৰকাশিত অৱস্থাত এৰি থৈ যায়। স্বৰ্গীয় দুলালচন্দ্ৰ চৌধুৰী ডাঙৰীয়াই এই হাতে লিখা পুথিৰ আৱশ্যকতা বোধ কৰি কৰ্ণেল গৰ্ডন ছাহাবক দিয়ে। এই হেমকোষ কৰ্ণেল গৰ্ডন ছাহাব আৰু হেমচন্দ্ৰ গোস্বামীৰ যুটীয়া সম্পাদকত্বত আসাম গৱৰ্ণমেণ্টৰপৰা প্ৰকাশিত হয়। হেমকোষ প্ৰকাশ কাৰ্যত হেমচন্দ্ৰ গোস্বামীয়ে সহায়

কৰি দেশবাসীৰ ধন্যবাদ লাভ কৰে। এই কাৰ্য্যত তেওঁ কিদৰে সহায় কৰিছিল তাৰ বিৱৰণ হেমকোষ প্ৰবন্ধত দিয়া আছে। *

১৯০৭ চনত আসাম গৱৰ্ণমেণ্টে অসমীয়া ভাষা আৰু সাহিত্যৰ আঁতি গুৰি বিচাৰ কৰি এটি টোকা যুগুত কৰিবলৈ কটন্ কলেজৰ প্ৰিন্সিপাল মিঃ চুড্ মাৰ্চ্ছেন ছাহাবক নিযুক্ত কৰে। তেজপুৰৰ পদ্মনাথ গোহাঞি বৰুৱা আৰু হেমচন্দ্ৰ গোস্বামী দুয়ো লগলাগি অসমীয়া ভাষা সম্পৰ্কে ৮ টি টোকা প্ৰস্তুত কৰি প্ৰিন্সিপাল ছাহাবক দিয়ে আৰু সেই নোটৰ ওপৰতে ভিৰ দি মিঃ চুড্ মাৰ্চ্ছেন ছাহাবে Notes on the Assamese language নামেৰে ইংৰাজী পুস্তিকা লিখে। ইং ১৯০৮ চনত আসাম গৱৰ্ণমেণ্টৰ দ্বাৰাই প্ৰকাশিত হয়। এই বহুমূলীয়া টোকা প্ৰকাশ হবৰ পৰা অসমীয়া ভাষা সম্বন্ধে থকা নানা লোকৰ ভুল ধাৰণা আঁতৰি যায়।

ৰায় ছাহাব পদ্মনাথ গোহাঁই বৰুৱাই আসাম গৱৰ্ণমেণ্টৰপৰা এটি সাহিত্যিক পেন্সন পায়। এই সাহিত্যিক পেন্সন দিয়া কামত হেমচন্দ্ৰ গোস্বামীয়ে আসাম ভেলিৰ কমিশ্যনাৰ কৰ্ণেল পি, আৰ, টি, গৰ্ডন ছাহাব বাহাদুৰৰ হতুৱাই অসমীয়া ভাষাটো যে সাহিত্যিক পেন্সনৰ সাৰ্থকতা আছে তাক গৱৰ্ণমেণ্টৰ ওচৰত ভালকৈ বুজাই দিয়ায়।

মিঃ চুড্ মাৰ্চ্ছেন ছাহাবে আসাম গৱৰ্ণমেণ্টক অসমীয়া পুৰণি পুথি সংগ্ৰহ কৰাৰ আৱশ্যকতা দেখুৱাই এটি প্ৰস্তাৱ দিয়ে। ইফালে হেমচন্দ্ৰ গোস্বামীদেৱে বিদ্যোৎসাহী চীফ কমিশ্যনাৰ আৰ্ল বাহাদুৰক অসমীয়া কেইখনমান পুৰণি পুথি দেখুৱাই তেখেতৰ মন আকৰ্ষণ

* লিখকৰ হেমচন্দ্ৰ বৰুৱাৰ জীৱন চৰিত পৃঃ ৪২।



কৰে। ফলত ১৯১২ চনৰ অক্টোবৰ মাহৰপৰা ১৯১৩ চনৰ মাৰ্চ্চ মাহলৈকে পুৰণি পুথি সংগ্ৰহ কাৰ্য্যত হেমচন্দ্ৰ গোস্বামী নিযুক্ত হয়। তেখেতে গোৱালপাৰা, কামৰূপ, নগাওঁ, শিৱসাগৰ, লক্ষীমপুৰ আৰু কোচবিহাৰ আদি ঠাই ফুৰি অনেক অসমীয়া আৰু সংস্কৃত পুথি সংগ্ৰহ কৰে। এই পুথিবোৰৰ ভিতৰত হস্তী বিদ্যাৰ্ণৱ পুথি বিশেষকৈ উল্লেখ যোগ্য। মহাৰাজ শিৱসিংহৰ আদেশত এই পুথি প্ৰণয়ণ কৰা হয়। এই পুথিত দঁতাল এদতীয়া, দাঁত নোহোৱা আৰু মাইকী হাতীৰ লক্ষণ, বিৱৰণ আৰু কি ৰোগৰ কি ঔষধ সুন্দৰকৈ বৰ্ণোৱা আছে। আৰু পুথিৰ প্ৰত্যেক পাততে হাতীৰ লক্ষণ বৰ্ণোৱা সুন্দৰ চিত্ৰ আছে। এইদৰে সংগৃহীত পুথিবোৰৰ এটি বৰ্ণনামূলক তালিকা হেমচন্দ্ৰ গোস্বামীয়ে যুগুত কৰি দিয়ে আৰু কলিকতা বিশ্ববিদ্যালয়ৰপৰা সি প্ৰকাশিত হয়। আসামত পুৰণি পুথি সংগ্ৰহ কাৰ্য্যৰ এয়ে প্ৰথম সূত্ৰপাত। আৰু এই বৰ্ণনামূলক পুৰণি পুথিৰ তালিকাই অসমীয়াৰ প্ৰাচীন সাহিত্য কেনে চহকি তাৰ নিদৰ্শন দেখুৱায়।* এনেদৰে সংগৃহীত হোৱা পুথিকেইখনমান ইংৰাজী অনুবাদেৰে সৈতে প্ৰকাশ কৰিবলৈ গোসাই ডাঙৰীয়াই বিশেষ ইচ্ছা কৰে। আৰু তাৰ কাৰণে গৱৰ্ণমেণ্টৰপৰা অৰ্থৰো যোগাৰ কৰে কিন্তু কেৱল কামৰত্ন তন্ত্ৰ পুথি প্ৰকাশ হওঁতেই হেমচন্দ্ৰৰ মৃত্যু ঘটে। এই প্ৰাচীন পুথিবোৰ ভাৰতীয় মনীষীসকলক চেগ বুজি দেখুৱাই সিবিলাকৰ হতুৱাই অসমীয়াৰ অতীত কীৰ্ত্তিৰ গৌৰৱ কৰাইছিল। যেতিয়া মহাত্মা গান্ধী আসামলৈ আহিছিল, গুৱাহাটীত হেমচন্দ্ৰ গোস্বামীয়ে হস্তীবিদ্যাৰ্ণৱ পুথি দেখুৱাই তেখেতক বিস্ময় মনাইছিল। ভট্টদেৱ

* Descriptive catalogue of Assamese manuscript.

বিৰচিত কথা ভাগৱত আৰু কথা গীতা প্ৰকাশ কৰি অসমীয়া ভাষা কি দৰে কথা সাহিত্যত চহকি তাৰ উৎকৃষ্ট নিদৰ্শন থৈ গৈছে। কথা গীতাৰ গদ্য ৰচনা দেখি কলিকতা বিশ্ববিদ্যালয়ৰ ছাৰ আশুতোষ মুখোপাধ্যায়ে কয় যে "যি জাতিয়ে ষোড়শ শতাব্দীত গীতাৰ এনে গদ্য ৰচনা কৰিব পাৰিছিল সেই জাতি এটা সৰু জাতি নাছিল।" জগত-বৰেণ্য কবি ছাৰ ৰবীন্দ্ৰনাথে কয় "বঙ্গভাষাত গদ্য সৃষ্টি হোৱাৰ এশবছৰতকৈও আগেয়ে যি জন গ্ৰন্থকৰ্ত্তাই এনে সুন্দৰ আৰু প্ৰসিদ্ধ ভাবে গদ্য ৰচনা কৰিব পাৰিছিল সেই (কথা গীতাৰ) গ্ৰন্থকৰ্ত্তা বিষয়ে অসমবাসীয়ে যথাৰ্থতে গৌৰব কৰিব পাৰে।" সেইদৰে ছাৰ প্ৰফুল্লচন্দ্ৰ ৰায়ে "কয় যে কথা গীতা এখন অমূল্য-ৰত্ন। যি সময়ত পৃথিবীত সাধাৰণতঃ গদ্য ৰচনা নহৈছিল সেই সময়ত অসমীয়া কথা বা গদ্য সাহিত্যই উৎকৰ্ষ লাভ কৰিছিল।"

১৯১৭ চনৰ আসাম সাহিত্য-সভা স্থাপন এটি মহৎ কৰ্ম্ম। ১৯২২ খৃষ্টাব্দত হেমচন্দ্ৰ গোস্বামী যোৰহাটলৈ বদলি হয়। সেই সময়ত সাহিত্য সভাৰ হকে অসমীয়া সাহিত্য প্ৰচাৰৰ অৰ্থে দক্ষিণপাট সত্ৰাধিকাৰ প্ৰভু নৰদেব গোস্বামীৰপৰা ৮০০০৲ টকাৰ এটি দান আৰু মাহাৰা সত্ৰাধিকাৰৰপৰা ২০০০৲ হেজাৰ টকাৰ আন এটি দান আদায় কৰাত হেমচন্দ্ৰ গোস্বামীৰ চেষ্টা প্ৰধান আছিল।

১৯১২ খৃষ্টাব্দত আসামৰ প্ৰাচীন তথ্য উদ্ধাৰৰ অৰ্থে গুৱাহাটী নগৰত কামৰূপ অনুসন্ধান সমিতি স্থাপিত হয়। এই প্ৰসঙ্গত হেমচন্দ্ৰ গোস্বামী, ৰায়বাহাদুৰ কালীচৰন সেন, প্ৰফেছাৰ পদ্মনাথ ভট্টাচাৰ্য্য বিদ্যাবিনোদ আৰু শ্ৰীযুত যোগেন্দ্ৰনাথ বৰুৱা ছব্‌জজৰ নাম কদাপি বাদ নপৰে। প্ৰজাৰঞ্জক আৰ্ল ছাহাব বাহাদুৰক এই সমিতি স্থাপনৰ



আৱশ্যকতা বুজাই গবৰ্ণমেণ্টৰপৰা এটি গ্ৰাণ্ট মঞ্জুৰ কৰায়! সেই গ্ৰাণ্টৰ সহায়েৰে এই সমিতি চলি আছে আৰু ই বৰ্ত্তমানে ভাৰতৰ আন প্ৰদেশৰ ঐতিহাসিক চৰ্চ্চা কৰা অন্যান্য সমিতিৰ শ্ৰেণীৰ লগৰ হৈ উঠিছে। অনুসন্ধান সমিতি অসম দেশৰ ঐতিহাসিক চৰ্চ্চাৰ প্ৰধান অনুষ্ঠান। এই সমিতিয়ে পুৰাতত্ত্ব, পুৰালিপিতত্ত্ব, জাতিতত্ত্ব, আচাৰ-পদ্ধতিতত্ত্ব মুদ্ৰাতত্ত্ব শিলামূৰ্ত্তি, অস্ত্ৰশস্ত্ৰ শিলালিপি ইত্যাদি বিষয়ক নানা সামগ্ৰী সংগ্ৰহ কৰি অসমীয়াৰ অতীত কীৰ্ত্তিৰ জাজ্জল্যমান প্ৰমাণ প্ৰত্যক্ষ কৰি ৰাখিবলৈ অহোপুৰোষাৰ্থ কৰিছে। দেশৰ ভগ্নাৱশেষ আৰু অসমীয়া শিল্প, কলা, সস্থপতি বিদ্যা, ভাস্কৰ বিদ্যাৰ প্ৰাচীন নিদৰ্শনবোৰ কাকতে পত্ৰে প্ৰকাশ কৰিবৰ চেষ্টা কৰিছে আৰু ছায়াচিত্ৰ ধৰাই আনি ঠায়ে ঠায়ে বক্তৃতা দি জনসাধাৰণৰ মাজত আমাৰ দেশৰ লুপ্ত ৰত্ন উদ্ধাৰ আৰু ঐতিহাসিক চৰ্চ্চা জাগৃত কৰি এক শ্ৰেণী পাঠক আৰু লিখক সমাজ গঢ়ি তুলিবলৈ যত্নবান হৈছে। বিদ্বৎজন সমাজত এই কমিটীৰ এটি স্থান হৈছে। দেশত ভবিষ্যতে যি একশ্ৰেণী শ্ৰেষ্ঠ মানসিক বৃত্তি সম্পন্ন লোক ওলাব সেই সকলে অন্ততঃ আগৰ পুৰুষসকলক দেশৰ কীৰ্ত্তিবোৰ ৰক্ষা নকৰাৰ বাবে বা ধ্বংসৰ পথৰপৰা আঁতৰাই নৰখাৰ বাবে যাতে কোনো ৰকমে দোষাৰোপ কৰিব নোৱাৰে তাৰ নিমিত্তে অনুসন্ধান সমিতিয়ে অহৰ্নিশে যত্ন কৰিছে। আসামত চিত্ৰশালা স্থাপন কৰাটো এই সমিতিৰ মূখ্য উদ্দেশ্য। হেমচন্দ্ৰ গোস্বামীয়ে পুৰণি অসম বুৰঞ্জী এখন সম্পাদন কৰি সমিতিৰপৰা প্ৰকাশ কৰিছিল আৰু যোগিনীতন্ত্ৰ, ৰজাঘৰীয়া পুৰণি চিঠি ইত্যাদি গ্ৰন্থ সমিতিৰ পক্ষৰপৰা সংগ্ৰহ কৰিছিল। ৭৯টা পুৰণি ৰজাঘৰীয়া মোহৰ সংগ্ৰহ কৰি এটা মুদ্ৰা-পেটেৰা হেমচন্দ্ৰই সমিতিক দান কৰিছিল। সমিতিৰ আদি অৱস্থাতে পুৰণি তথ্য বিচাৰি বিভিন্ন ঠাইত ভ্ৰমণ কৰিছিল।

হেমচন্দ্র গোস্বামীৰ সাহিত্য প্ৰিয় ভাব তেওঁৰ ১৩ বছৰ বয়সৰেপৰা প্ৰকাশ পাইছিল। ৰায় গুণভিৰাম বৰুৱা বাহাদুৰ সম্পাদিত 'আসাম বন্ধুত' তেওঁৰ লিখিত প্ৰথম প্ৰবন্ধ প্ৰকাশিত হৈছিল। লৰাকালৰপৰা লিখা কবিতাবোৰ তেওঁ "ফুলৰ চাকি" নামে কিতাপত প্ৰকাশ কৰিছে। ৺আনন্দৰাম বৰুৱাৰ স্বৰ্গযাত্ৰা, গহীন পুৰতি নিশা, নিতাল জগত, কতো নাই জোনাকৰ চিন ইত্যাদি কেইটামান কবিতা পাঠক সমাজত বৰ প্ৰচলিত। ডিব্ৰুগড়পৰা প্ৰকাশিত আলোচনী কাকতত দৰবাৰ মন্দিৰ, মন্ত্ৰভবন, চিলা পৰ্ব্বতৰ গন্থ ইত্যাদি কেইবাখনো শিলৰ ফলি প্ৰকাশ কৰি গৈছে আৰু এই শিলালিপিবোৰৰ প্ৰতিলিপিও ঠায়ে ঠায়ে লৈ ফুৰিছিল। গুৱাহাটী বঙ্গীয় সাহিত্য পৰিষদত "আসাম শ্ৰীচৈতন্য নামে" এটি প্ৰবন্ধ বঙ্গলাত পাঠ কৰিছিল। সাহিত্য পৰিষদৰ পৰা এই প্ৰবন্ধ প্ৰকাশিত হওঁতে বেজবৰুৱা ডাঙৰীয়াই কিন্তু বাঁহীত ইয়াৰ এটি তীব্ৰ সমালোচনা প্ৰকাশ কৰিছিল। ১৯১৪ চনত বৰ্দ্ধমানত অষ্টম বৰ্ষীয় বঙ্গীয় সাহিত্য সম্মিলন বহোতে ৰায় বাহাদুৰ কালীচৰণ সেন, হেমচন্দ্ৰ গোস্বামী, পদ্মনাথ ভট্টাচাৰ্য্য, শ্ৰীযুত সিদ্ধিনাথ শৰ্ম্মা, শ্ৰীযুত হৰমোহন দাস, শ্ৰীযুত ৰত্নকান্ত বৰকাকতী, ৺চন্দ্ৰনাথ শৰ্ম্মা আৰু এই প্ৰবন্ধ লিখক গুৱাহাটীৰপৰা একেলগে সেই সম্মিলনলৈ গৈছিল। আমি তাত স্বচক্ষে দেখি আহিছিলো হেমচন্দ্ৰ গোস্বামীয়ে বঙ্গীয় সাহিত্য ৰত্নসকলক অসমৰ প্ৰাচীন পুথি কেইখনমান দেখুৱাই অসমীয়া সাহিত্যৰ প্ৰাচীনত্ব আৰু শ্ৰেষ্ঠত্বৰ বিষয়ে কিদৰে সেই সকলৰ চিত্ত আকৰ্ষণ কৰিছিল। বঙ্গৰ সেই বিৰাট সম্মিলন দৰ্শন এই লিখকৰ জীৱনত প্ৰথম। তাৰ পিছত আহি আমি ছাত্ৰ সম্মিলন স্থাপনৰ অৰ্থ গুৱাহাটী কৰ্জ্জন হলত গোন-প্ৰথমেই আলোচনাৰ কাৰণে আসাম ভেলীৰ শিক্ষা বিভাগৰ গুৰিয়ালসকলক লৈ



এখনি সভা পাতিছিলো। আলোচনাৰ বিষয় আছিল ছাত্ৰ সম্মিলন আসামত হব লাগে নে নেলাগে—এই বিষয় বহুতৰ মতভেদ আছিল। হেমচন্দ্ৰই কিন্তু ছাত্ৰ সম্মিলন হব লাগে বুলি হে কৈছিল। আসাম বন্ধু, জোনাকী, বিজুলী, উষা, বাঁহী, আলোচনী, আসাম বান্ধব, অৰুণ, জন্মভূমি, মিলন, অৰুণ, মইনা ইত্যাদি সময়ে সময়ে ওলোৱা কাকতবোৰত হেমচন্দ্ৰই বিবিধ প্ৰবন্ধ লিখিছিল। তেজপুৰৰপৰা প্ৰকাশিত সাহিত্যিক পেন্সনাৰ পদ্মনাথ গোহাঞি বৰুৱা সম্পাদিত 'উষাত' হেমচন্দ্ৰ গোস্বামীয়ে অন্যান্য প্ৰবন্ধত বাদেও শৰাইঘাটৰ যুদ্ধ নামেৰে এটি বহুমূলীয়া বুৰঞ্জীমূলক প্ৰবন্ধ লিখিছিল। এই প্ৰবন্ধই অসমীয়াৰ শৌৰ্য্য বীৰ্য্য আৰু যুদ্ধ প্ৰণালী প্ৰকাশ কৰিছে, লাচিত ফুকনৰ নিচিনা বীৰৰ কাহিনী প্ৰচাৰ কৰিছে, দেশত লাচিত ফুকন উৎসৱ স্থাপন কৰিছে, নাট্যশালাত লাচিতফুকন নাট অভিনীত কৰিছে, সভা-সমিতিত লাচিত ফুকনৰ আবৃত্তি কৰাইছে আৰু মোগলবাহিনীৰ অতুল বিক্ৰমক অসম সেনাই পৰাভূত কৰাৰ কথা দেশে-বিদেশে প্ৰচাৰ কৰিছে।

শঙ্কৰদেৱ আৰু মাধৱদেৱে ৰচনা কৰা শ্ৰীকৃষ্ণ জন্ম, পত্নীপ্ৰসাদ ৰুক্মিণী হৰণ, শ্ৰীৰামবিজয়, পাৰিজাত হৰণ, অৰ্জ্জুনভঞ্জন, চোৰধৰা ঝুমুৰা, ভূমিলুটিওৱা, পিপঁৰ গুছোৱা, ভোজন ব্যৱহাৰ আৰু কালীয় দমন এই বাৰখন পুৰণি নাট সংগ্ৰহ আৰু সম্পাদন কৰি অঙ্কীয়া বাৰনাট নামে গ্ৰন্থ মুদ্ৰাযন্ত্ৰস্থ কৰোতেই হেমচন্দ্ৰৰ মৃত্যু ঘটে।

দেশৰ সভা-সমিতিত হেমচন্দ্ৰই সদাই আসন পাই আছিল। তেজপুৰ অধিবেশনৰ আসাম সাহিত্য সম্মিলন, আসাম ছাত্ৰ সম্মিলন আসাম সত্ৰ সম্প্ৰদায়, আসাম অধিবেশন, কামৰূপ অনুসন্ধান সমিতি

ৰয়েল এছিয়াটীক ছোছাইটি, সনাতন ধৰ্ম্ম সভা, প্ৰাগ্‌জ্যোতিষপুৰ ব্ৰাহ্মণ সভা, কামৰূপ লেণ্ড মৰ্ত্তগেজ বেঙ্ক, হিন্দু মহাসভা, কলিকতা অধিবেশনৰ অৰিয়েন্টেল কন্‌ফাৰেন্স ইত্যাদি দেশহিতকৰ সজ অনুষ্ঠানত সভাপতি, সভ্য বা প্ৰতিনিধি স্বৰূপে তেওঁ আজীৱন কৰ্ম্ম কৰি আছিল। সেইবাবে শ্ৰদ্ধেয় শ্ৰীযুত জ্ঞানদাভিৰাম বৰুৱা ডাঙৰীয়াই লিখিছে যে "যদি কোনোৱে লোক কয় এটা কথাৰে হেম গোঁসাইৰ বিষয়ে কোৱা, মই কওঁ—কৰ্ম্ম—"। *

হেমচন্দ্ৰ গোস্বামীৰ শেষ আৰু বৃহৎকাৰ্য্য হৈছে অসমীয়াৰ সাহিত্যৰ চানেকী। ই এখন কেইবা খণ্ডৰো প্ৰায় আঢ়ৈ হাজাৰ পৃষ্ঠাৰ বৃহৎ গ্ৰন্থ। ১৯১৯ চনত কলিকতা বিশ্ববিদ্যালয়ত ছাৰ আশুতোষ মুখোপাধ্যায়ে ভাৰতীয় বিভিন্ন মাতৃ ভাষাবোৰৰ সাহিত্য-বাচনি-গ্ৰন্থ প্ৰনয়ন হব লাগে বুলি এটা প্ৰস্তাৱ গ্ৰহণ কৰে। আৰু মাতৃভাষাক বিশ্ববিদ্যালয়ৰ উচ্চতম মহলাত স্থান দি মাতৃভাষাতো এম, এ পাছ কৰিবৰ পথ সুগম কৰিবৰ অৰ্থে তেখেতে ভাৰতীয় সাহিত্য-বাচনি-গ্ৰন্থ প্ৰনয়ন কৰাবলৈ মহৎ উদ্যোগ কৰায়। ১৯১৮ চনত য়ুনিভাৰ্ছিটি কমিশ্যন উপলক্ষে ছাৰ আশুতোষ কটন্ কলেজ পৰিদৰ্শন কৰিবলৈ গুৱাহাটীলৈ আহে। যিদিনা ছাৰ আশুতোষ গুৱাহাটী পায়হি সেইদিনা গুৱাহাটী ছাত্ৰসমাজে যিদৰে গোভাযাত্ৰা কৰি ষ্টেশ্যনৰপৰা আদৰি আনি প্ৰফেছৰচুনীলাল দেৱ ঘৰত ছাৰ আশুতোষক ফুলৰ মালাৰে পুতি থৈছিল তাৰ কথা দেখোতাজনে পাহৰিব নোৱাৰে।

* মিলন ১৮৫০ শক, আহাৰ-শাওণ।

† Vol. I, Part I, Vol. II, Part I, II, III. IV, Vol. III, Part I, II.



ছাৰ আশুতোষক সম্বৰ্দ্ধনা কৰিবলৈ কলেজিয়েট স্কুলহলতো এখন সভা হৈছিল। সেই সভাত আশুতোষে কৈছিল "অসমবাসী আপোনালোক প্ৰস্তুত থাকক, অসমীয়া মাতৃভাষাও বিশ্ববিদ্যালয়ত উচ্চতম স্থান পাব।" সেই সময়ত ছাৰ আশুতোষে আসামৰ কমিশ্যনাৰ কৰ্ণেল গৰ্ডন ছাহাব বাহাদুৰক সাক্ষাৎ কৰে আৰু অসমীয়া সাহিত্যৰ গ্ৰন্থ প্ৰনয়ন বিষয় আলোচনা কৰোতে হেমচন্দ্ৰ গোস্বামীৰ নাম ওলায়। শেষত ছাৰ আশুতোষে হেমচন্দ্ৰ গোস্বামীকে মনোনীত কৰি কলিকতা বিশ্ববিদ্যালয়ৰপৰা অসমীয়া সাহিত্য চানেকী সঙ্কলন কৰিবলৈ নিযুক্ত কৰে। লগতে পাৰিশ্ৰমিক বুলি ২০০০৲ দুই হেজাৰ টকা আৰু নকল কৰিবলৈ কেৰাণী এজনৰ বাবে ৪০০৲ চাৰিশ টকা বিশ্ববিদ্যালয়ৰ পৰা মঞ্জুৰ কৰে আৰু হেমচন্দ্ৰ গোস্বামীয়ে দিয়া সাহিত্য চানেকী গ্ৰন্থ কিদৰে নো সঙ্কলন হব লাগে তাৰ আচনি (scheme) খনো * সমৰ্থন কৰে। অসমীয়া সাহিত্যক ছয়যুগত ভাগ কৰি প্ৰত্যেক যুগৰ প্ৰচলিত সাহিত্যৰ বাচনি সাহিত্য চানেকি গ্ৰন্থত ঠাই দিয়া হৈছে। গীতিযুগ (৬০০-৮০০ খৃঃ)। মন্ত্ৰ আৰু ভনিতা যুগ (৮০০-১২০০ খৃঃ)। প্ৰাকবৈষ্ণৱীযুগ (১২০০-১৪৫০ খৃঃ)। বৈষ্ণৱীযুগ (১৪৫০-১৬০০ খৃঃ)। বিস্তাৰযুগ (১৬০০-১৮০০ খৃঃ)। আৰু বৰ্ত্তমানযুগ। এই ছয়যুগৰ প্ৰচলিত সাহিত্যৰ বাচনি অসমীয়া সাহিত্য চানেকী গ্ৰন্থত সন্নিবিষ্ট কৰা হৈছে। এই গ্ৰন্থে অসমীয়া সাহিত্যৰ ক্ৰমবিকাশৰ গতি সুন্দৰকৈ দেখুৱায়। অসমীয়া সাহিত্য-

* The Scheme for compilation of the typical selection in Assamese dt 29th June 1918. Typical Selectien Vol II. Part I.

চানেকিৰ যেতিয়া হাতে লিখা কপি যুগুত হল তেতিয়া সেই গ্ৰন্থ প্ৰকাশিত হবলৈ অৰ্থসমস্যা বিষম হৈ উঠিল। হেমচন্দ্ৰ গোস্বামীয়ে অসমীয়াৰ বিখ্যাত সাওদ ৺ভোলানাথ বৰুৱাক আঙুলিয়ায় আৰু তেখেতে ছাৰ আশুতোষক লগত লৈ কলিকতা ভবনত ভোলানাথ বৰুৱাক সাক্ষাত কৰি অসমীয়া সাহিত্য চানেকি গ্ৰন্থ প্ৰকাশৰ অৰ্থে সাহায্য বিচাৰে। আসাম আইৰ সুকৃতি সন্তানে অকাতৰে মাতৃভাষাৰ অৰ্থে বিশ্ববিদ্যালয়লৈ দহ হেজাৰ টকা আগবঢ়ায়। বি, বৰুৱাৰ বদান্যতাৰে অসমীয়া সাহিত্যৰ বৃহৎ গ্ৰন্থ প্ৰকাশিত হয়। এই সাহিত্য চানেকি গ্ৰন্থ প্ৰণয়ন কাৰ্য্যত তিনিগৰাকী পুৰুষৰ নাম চিৰদিন থাকিব। ছাৰ আশুতোষ নহলে সাহিত্য চানেকি গ্ৰন্থৰ বীজ অঙ্কুৰিত নহয়, হেমচন্দ্ৰ গোস্বামী নহলে সাহিত্য চানেকি সঙ্কলন নহয় আৰু ভোলানাথ বৰুৱা নহলে সাহিত্য চানেকি মুদ্ৰিত হৈ প্ৰকাশ নাপায়। গতিকে সাহিত্য চানেকি গ্ৰন্থ প্ৰণয়নৰ গৌৰৱ দেখাত তিনি ভাগৰীয়া হলেও ই হেমচন্দ্ৰ গোস্বামীৰ কীৰ্ত্তিস্তম্ভ। এই খিনিতে এই কথা কোৱাও যুগুত যে সাহিত্য চানেকিৰ নিচিনা বৃহৎগ্ৰন্থৰ ছপা কাৰ্য্য কলিকতাত তত্ত্বাবধান কৰোতে বিশ্ববিদ্যালয়ৰ অসমীয়া অধ্যাপক শ্ৰীযুত অম্বিকানাথ বৰা এম-এ আৰু হেমচন্দ্ৰ গোস্বামীৰ মৃত্যুৰ পিছত সাহিত্য চানেকিৰ প্ৰথমখণ্ড ছপাইঁওতে অধ্যাপক শ্ৰীযুত সূৰ্য্যকুমাৰ ভূঞা এম-এ, পৰিশ্ৰমৰ বাবে ধন্যবাদৰ পাত্ৰ।

হেমচন্দ্ৰৰ সাহিত্য বা ঐতিহাসিক আলোচনা আৰু বাহুল্য নকৰো। হেমচন্দ্ৰৰ অসমীয়া ৰচনা পদ্ধতি বা লিখা ৰীতি (style) অতি প্ৰাঞ্জল আছিল। ৰচনা পদ্ধতিয়ে পাঠকৰ যিদৰে মন আকৰ্ষণ কৰে লিখকৰো সেইদৰে মনৰ ভাব ব্যক্ত কৰে। হেমচন্দ্ৰৰ লিখা পদ্ধতি



অন্ততঃ ঐতিহাসিক ৰচনা পদ্ধতি অতি উচ্চ আছিল। শৰাইঘাটৰ যুদ্ধ প্ৰবন্ধ এই উচ্চ পদ্ধতিৰ নিদৰ্শন। সাহিত্যিক বা প্ৰত্নতাত্ত্বিক হিছাপে হেমচন্দ্ৰৰ আসন অতি ওখত। শিৱসাগৰৰ শ্ৰীযুত তাৰা প্ৰসাদ চলিহা ডাঙৰীয়াই লিখিছে যে ৺হেমচন্দ্ৰ গোস্বামী সৰ্ব্ব-সম্মতিক্ৰমে আসামৰ এজন অগ্ৰগণ্য সাহিত্যিক আৰু প্ৰত্নতত্ত্ববিদ * শ্ৰীযুত বেণুধৰ ৰাজখোৱাই কয় "হেমচ ন্দ্ৰ বৰুৱা অসমীয়া ভাষাৰ গুৰিয়াল আছিল—হেমচন্দ্ৰ গোস্বামী অসমীয়া সাহিত্যৰ গুৰিয়াল"। মনুষ্য হিছাপে হেমচন্দ্ৰ গোস্বামীৰ কি দোষ গুণ আছিল তাক বিচাৰ কৰাটো এই প্ৰবন্ধৰ উদ্দেশ্য নহয়। তথাপি শ্ৰীযুত শৰৎচন্দ্ৰ গোস্বামী দেৱে লিখাৰ দৰে এই কথা নিলিখি নোৱাৰি যে গোঁসাইৰ দৰে আৰু আন মানুহ আমাৰ দেশত নাই আৰু সহজে নোলায়।*

সামৰণিত হুনাই কব পাৰি যে হেমচন্দ্ৰ গোস্বামীয়ে অসমীয়া জাতি, অসমীয়া সাহিত্য আৰু অসম দেশ খনৰ গৌৰৱ দেশে বিদেশে প্ৰচাৰ কৰিলে; অসমীয়াৰ লুপ্ত ৰত্নবিলাক উদ্ধাৰ কৰিবলৈ চেষ্টা কৰিলে; অসমীয়া জাতিটোৰ অতীত কেনে গৌৰৱময় আছিল তাক দেশবাসীক জ্ঞাত কৰালে আৰু পৰদেশীৰ হতুৱাই প্ৰশংসা গোৱালে; অসমীয়া সাহিত্যক যুগে যুগে ভাগ কৰি সাহিত্যৰ গদ্য-পদ্য সংগ্ৰহ কৰি "সাহিত্য চানেকী" নামে বৃহৎ গ্ৰন্থ সঙ্কলন কৰিলে; কোন পৰিব্ৰাজকে কেতিয়া আহি কত কেনেকৈ অসমদেশৰ গুণ গাইছিল, চীন পৰিব্ৰাজক হীউৱেনচাঙে অসমৰ কি বিৱৰণ লিখিছিল; ভাৰত সম্ৰাট হৰ্ষবৰ্দ্ধনে প্ৰাগজ্যোতিষপুৰৰ অধিপতি কুমাৰ ভাস্কৰ-

*মিলন—৬ষ্ঠ বছৰ—৪ৰ্থ সংখ্যা ১৮৮০ শক।

* প্ৰবন্ধ লিখকলৈ গোঁসাইৰ মৃত্যুত লিখা পত্ৰ তাং ৫।৫।২৪

বৰ্ণ্ণক কিদৰে পঞ্চ বাৰ্ষিক উৎসৱত সম্বৰ্দ্ধনা কৰিছিল, ডাক্তৰ ট্ৰেভেনিয়াৰে অসম সম্পৰ্কে কি কৈছিল, ৰামসিংহই শৰাইঘাটত অসমীয়া সেনাৰ কাৰ্য্য কৌশল কিদৰে প্ৰশংসা কৰিছিল, কোন মছলমান কাকতীয়ে ফাৰ্চী সাহিত্যত অসমীয়া জাতি সম্বন্ধে কি লিখি গৈছে, অসমীয়া জাতিটোৰ লক্ষণ আৰু জাতীয় সম্পদ কি, দেশৰ শিলৰ ফলি আৰু তামৰ ফলিবোৰত বুৰঞ্জীৰ কি কথাবোৰৰ সন্ধান আছে—প্ৰাচীন সাহিত্যত অসমীয়াৰ গৌৰব কিমান—কথা বা গদ্য সাহিত্যত অসমীয়াই কেনেকৈ আগভাগৰ উপযুক্ত, কোন ধৰ্ম্মপ্ৰচাৰকে কি ধৰ্ম্ম প্ৰচাৰ কৰিলে আৰু কোন কবিয়ে কি কাব্য ৰচনা কৰিলে ইত্যাদি অসমীয়া জাতিৰ সকলোৰকমৰ গৌৰৱৰ কথাবোৰ অক্লান্ত পৰিশ্ৰমেৰে উদ্ধাৰ কৰি অসমীয়া জাতিৰ অক্ষয় কীৰ্ত্তি স্থাপন কৰিলে। যথাৰ্থতে কব পাৰি যে হেমচন্দ্ৰ গোস্বামীৰ মৃত্যুত অসমীয়াই মৌলিক চিন্তা কৰা এটি মূৰ হেৰুৱালে, উপযুক্ত কৰ্ম্ম কৰা এখন হাত হেৰুৱালে—মধুৰ স্বৰে বক্তৃতা কৰা এখন মুখ হেৰুৱালে।

শ্ৰীযুত দুৰ্গেশ্বৰ শৰ্ম্মা বি-এল দেৱে লিখাৰ দৰে "কৰ্ম্মৰ অবাধ গতিয়ে তেখেতক আকৌ আনিব—এৰি থৈ যোৱা কাম পৰিপাটিকৈ সমাধা কৰি যাবহি।" * স্বৰ্গগত জনাৰ সজ দৃষ্টান্তই অসমীয়াক অনুপ্ৰাণিত কৰক।

---

* মিলন ৬ষ্ঠ বছৰ খৃঃ ১৭৭

# কীৰ্ত্তন।

জ্ঞাননাথ বৰা

এতিয়াও মোৰ মনত পৰে আইৰ কোলাত শুই কলাঘুমটীয়া হৈ গোপিনী সবাহত শুনা "গোপাল গোবিন্দ যদু নন্দন কৃষ্ণৰ চৰণে লৈলোঁ শৰণ।" তেতিয়া মই মাথোন লৰি ফুৰিছিলোঁ, ফলিপুথি হাতত লোৱা নাই। তাতে শুনি কতদিনময়ো থুনুক-থানাকৈ আধা-ফুটা মাতেৰে গাইছিলোঁ "গোপাল গোবিন্দ, যদু নন্দন' আৰু গাইছিলোঁ—"ভাই মুখে বোলা ৰাম হৃদয়ে ধৰা ৰূপ। এতেকে মুকুতি পাইবা কহিলো স্বৰূপ॥" আৰু মনত পৰে ওচৰ-চুবুৰীয়া লৰা জাকেৰে সৈতে হাতচাপৰি বাই গাই ফুৰা "ৰামকৃষ্ণ গোপাল। ত্ৰাহি ত্ৰাহি কৃপাল॥ লৰালি কালত কিমান গোপিনী সবাহত কিমান নামত এই পদবোৰ শুনিছিলোঁ তাৰ আদি-অন্ত নাই। মোৰ দৰে কত সহস্ৰ লৰাই কেচুৱা কালৰেপৰা এই পদবোৰ শুনি আহিছে আৰু গাই আহিছে। কিমান দিন ঘৰৰ পিৰালিত বহি আইৰ মুখত শুনিছিলোঁ। কিমান দিন চোতালত আহিনী বাইহঁতৰ মুখত শুনিছিলোঁ। কিমান দিন লগৰীয়া লৰাৰ লগত বাটত গাইছিলোঁ। কিমান দিন পদূলি মুখত, পথাৰত, নৈৰ ঘাটত, পুখুৰীৰ পাৰত কলনিৰ তলত শুনিছিলোঁ আৰু গাইছিলোঁ। আমাৰ জীৱনৰ হেজাৰ হেজাৰ ঘটনা এই পদবোৰৰ লগত গঁথা আছে। এই পদ বিলাকৰ মাজত আমি উপজিছোঁ আৰু এই পদ বিলাকৰ মাজত ডাঙৰ-দীঘল হৈছোঁ।

যেতিয়া হাতত কলিপুথি ললো তেতিয়া সেই পদবোৰত কি কথা আছে তাৰ অলপ বুজ পালো। আই, খুৰী, পেহী, মাহী, বাইদেউ-হঁতৰ মুখত ভগৱন্ত শ্ৰীকৃষ্ণৰ লীলাৰ কথাবিলাক মৌ পিয়াদি শুনিছিলো। শ্ৰীকৃষ্ণৰ পুতনাবধ, বকাসুৰ বধ, কালীয়-দমন, অজামিলৰ উপাখ্যান, গজেন্দ্ৰৰ উপাখ্যান, প্ৰহ্লাদ চৰিত, বলিছলনৰ কথা কিমান ভাল লাগিছিল। স্যমন্তক হৰণৰ পদ গাই গাই বুজাই দিয়া ভালকৈ মনত পৰে। তেতিয়া দুটা কথাই কীৰ্ত্তনলৈ মন আকৰ্ষণ কৰিছিল,—এটা ইয়াৰ সাধু, আনটো ইয়াৰ লয়।

এইদৰে বহুত দিনলৈ কীৰ্ত্তন শুনিছিলো, গাইছিলো আৰু পঢ়িছিলো। পিছে যেতিয়া আমি ভালকৈ লিখাপঢ়া কৰিব পৰা হলো আৰু সাহিত্যৰ সোৱাদ অলপ চাকিব পৰা হলো তেতিয়া কীৰ্ত্তনত নতুন কথা পালো। কীৰ্ত্তনত কেৱল পদৰ লয় আৰু কৃষ্ণলীলাৰ অদ্ভুত ঘটনাই নাই, ইয়াত আৰু এটি বস্তু আছে। ই অতদিন পদ বিলাকৰ মাজত লুকাই আছিল। ই সাহিত্য।

যমুনা, যমুনাৰ বালি, বৃন্দাবন, মথুৰা, গোকুলৰ মনোহৰ দৃশ্য তোমাৰ চকুৰ আগত আনি দিছে। তুমি চাই চাই মনৰ তৃপ্তি পলুৱাব নোৱাৰা। যিমানে চোৱা সিমানে চাবলৈহে মন উত্ৰাৱল হব। বৃন্দাবনৰ বাটে বাটে, পদূলিয়ে পদূলিয়ে মহাৰঙ্গে ঘূৰি ফুৰা, ব্ৰজধামত শ্ৰীকৃষ্ণৰ শীশুলীলা, ক্ষৌমবস্ত্ৰ পিন্ধি যশোদাই দধিমথন কৰা আৰু মথনিত ধৰি মথন কৰিব নিদিয়া, লৱণু ছুৰ কৰি 'উৰল উপৰে বসি' মনে মনে খোৱা, প্ৰভাতত গৰখীয়া হৈ পথাৰত খেলা, গৰুগাইৰ গধূলিৰ হেম্বলনি আদি কি মধুৰ! হৰগোহনৰ উদ্যানত শিৰীষ, সেউতী, তমাল, মালতী,



কৰবীৰ, বক, কাঞ্চন, চম্পক, শেৱালি, নেৱালি, পলাশ, পাৰলি, পাৰিজাত, যূতি, জাঁই আদি ফুলৰ মাজত চিৰকাল ফুৰি থাকিবলৈ মন যায়। তাতে আকৌ "যত দিব্য পক্ষী, ফল ফুল ভক্ষি, কাঢ়য় সুস্বৰ বাৰ।" শৰতকালত চন্দ্ৰাবলী নিশাত শ্ৰীকৃষ্ণৰ ৰাসলীলা। মুৰলী ধ্বনিত ব্ৰজবালাই লাজ-কাজ পাহৰি নৃত্য কৰিছে। কৃষ্ণ কৃষ্ণ বুলি বাউলী হৈছে।—

বাইলাহা বংশী পশি বৃন্দাবনে,
চৌপাশে বেড়ি নাচে গোপীগণে।
জয় কৃষ্ণ বুলি বাৰে চাপৰী,
গোপীৰ মধ্যে প্ৰকাশন্ত হৰি।

এই বিচিত্ৰ লীলা দেখি আকাশৰ চন্দ্ৰই বিমোহিত হৈ "স্তম্ভাইলন্ত ৰথ নুপুহায় সিটো ৰাতি।"

হঠাৎ শ্ৰীকৃষ্ণ নাইকীয়া হ'ল। গোপীসকল আতুৰ হ'ল। কৃষ্ণ ক'ত, কৃষ্ণ ক'ত বুলি বিচাৰি ফুৰিছে—"হা কৃষ্ণ কৃষ্ণ বুলি চিত্ত নোহে স্থিৰ।" অশ্বথ, বট, পাকৰী, কুৰবক, অশোক, চম্পা, তুলসী, জাতি, যূথি, মালতী য'তে যি গছ-লতা পাইছে উন্মাদিনীৰ দৰে কৃষ্ণ ক'ত কব পাৰা নে? বুলি সুধি ফুৰিছে—"কৃষ্ণৰ বিৰহে দেখো আন্ধাৰ। কোৱা কৈক গৈল প্ৰাণ আমাৰ।"

কেৱল এনেবোৰ দৃশ্যই যে কীৰ্ত্তনত আছে এনে নহয় প্ৰহ্লাদৰ নিৰ্ম্মল ভকতি, হিৰণ্যকশিপুৰ অগ্নিসম ক্ৰোধ, স্তম্ভৰ পৰা ওলোৱা নৰসিংহৰ ভৈৰৱমূৰ্ত্তি, গ্ৰাহৰ যুঁজত গজেন্দ্ৰৰ স্তুতি, উদ্ধৱক নীৰলে মাতি নি ব্ৰজনাৰী সকলে শ্ৰীকৃষ্ণৰ বাতৰি সোধা, শ্ৰীকৃষ্ণৰ বৈকুণ্ঠ-প্ৰয়াণত উদ্ধৱৰ শোক-বহ্নি আৰু মনৰ ব্যাকুলতা,

ব্যাধৰ কাকুতি-মিনতি, দ্বাৰকাত যদুকুল ধ্বংস হোৱাত সগৰৰ পাৰত নাৰী সকলৰ হৃদয়বিদাৰক বিননি আদি কিমান আছে তাক কৈ শেষ কৰিব নোৱাৰি। কীৰ্ত্তনত হৰ্ষ-বিষাদ, প্ৰেম-বিৰহ, ক্ৰোধ-ক্ষমা আদিয়ে জুমুৰি পাতিছে। ইয়াত নৱৰসৰ মিলন হৈছে। কীৰ্ত্তনৰ সাহিত্য বৰ্ণনা কৰিব নোৱাৰি, তাক মনেৰে চাকি বিমল আনন্দ ভোগ কৰিব পাৰি। কীৰ্ত্তন এটা চিত্ৰ বিচিত্ৰ পখিলাৰ নিচিনা, জাকি মাৰি মাৰি সমুখত উৰি ফুৰিছে। তুমি চোৱা, চোৱা, চোৱা। কিন্তু হাত নিদিবা, হাতেৰে ধৰিলেই সেই ধুনীয়া পাখি মষিমূৰ হব আৰু নিনন্দীয়া ৰূপ লাইকীয়া হব। কীৰ্ত্তনৰ সাহিত্য বৰ্ণনা কৰিবলৈ প্ৰয়াস কৰিলে কীৰ্ত্তনৰ কবিত্ব, কীৰ্ত্তনৰ লালিত্য, কীৰ্ত্তনৰ সৌন্দৰ্য্য লোপ হৈ যাব।

তাহানিৰ কীৰ্ত্তনক এই সাহিত্যৰ ন সাজত ৰমক-জমক দেখিলোঁ। কেৱল এয়ে নহয়; এই সাহিত্যৰ ভিতৰত আৰু এটি ভুমুক দিছে। ইয়ে হেনো কীৰ্ত্তনৰ ধাতু, ইয়াকে আশ্ৰয় কৰি কীৰ্ত্তন তিষ্ঠিছে। এই আচল বস্তুটো নিতাল মাৰি ইয়াৰ মাজত সোমাই আছে। ই গূঢ় পৰমতত্ত্ব অনাদি অনন্ত ব্ৰহ্ম আৰু ভক্তিৰ অসীম মহিমা। আমাৰ ভিতৰত যিবিলাকে ঈশ্বৰতত্ত্ব বিচাৰি ব্যাকুল হৈছে, ভক্তি সাগৰত মনপ্ৰাণ বুৰ গৈছে সিবিলাকে কীৰ্ত্তনত বাঞ্ছিত ৰত্নটি পাইছে, অস্থিৰ মনৰ সান্ত্বনা পাইছে, সংসাৰৰ দুখৰাশি নিৰ্ম্মূল কৰি নিত্যানন্দ বৈকুণ্ঠ সৃষ্টি কৰিছে। দাৰ্শনিক তত্ত্বৰ বিচাৰ এই পদবোৰৰ আৰত লুকাই আছে।

লৰালি কালত কীৰ্ত্তনক ওমলা বস্তু পাতি বুকুত সাৱটি জপিয়াই ফুৰিছিলোঁ, ৰং কৰিবৰ মন হলে তাৰে পদ গাই



নাচিছিলোঁ। এদিনলৈকে জনা নাছিলোঁ যে এই কীৰ্ত্তন সাহিত্যৰ ভৰাল, এই কীৰ্ত্তনত গূঢ়তম দাৰ্শনিক তত্ত্বৰ বিচাৰ আছে। কীৰ্ত্তনৰ কি অদ্ভুত মহিমা। ই লৰাক ধেমালিৰ বস্তু দিছে, ডেকাক সাহিত্য দিছে, বুঢ়াক সৃষ্টিতত্ত্ব দিছে। ই কাক কি দিয়া নাই? কি পুৰুষ, কি তিৰোতা, কি লৰা, কি বুঢ়া, কি শিক্ষিত, কি অশিক্ষিত, কি জ্ঞানী, কি মূৰ্খ আটায়ে ইয়াত মুগ্ধ হৈছে। যিবিলাকে সাহিত্যৰ সোল নুবুজে তেওঁলোকে ইয়াৰ লয়ত মোহিত হৈছে। সেই কাৰণে হেজাৰ হেজাৰ মানুহে, লক্ষ লক্ষ তিৰোতাই ইয়াৰ গীত পদ গাই গাওঁ-ভূই নিতৌ ধ্বনিত কৰিছে। যিবিলাকে সাহিত্য কি তাৰ তত্ত্ব পায় তেওঁবিলাকে ইয়াৰ পৰা সাহিত্য মধু নি মহাৰঙ্গে চাকিবলৈ ধৰিছে। যিসকল ঈশ্বৰতত্ত্ব সৃষ্টি-ৰহস্যৰ ব্যাখ্যা বুজিবলৈ পাৰ্গত তেওঁ ইয়াৰ পৰা জ্ঞান মাণিক উদ্ধাৰ কৰিছে।

কীৰ্ত্তন সকলো ঠাইতে আছে—অসমৰ ঘৰে ঘৰে, গাৱেঁ গাৱেঁ চুবুৰিয়ে চুবুৰিয়ে। এনে এখন ঠাই নাই য'ত তুমি কীৰ্ত্তনৰ ধ্বনি নুশুনিবা। অসমৰ ইমূৰ সিমূৰ কীৰ্ত্তনৰ শব্দে জিনি পেলাইছে কীৰ্ত্তনৰ অপাৰ ক্ষমতা। গোটেই দেশ গোটেই জাতি ইয়াৰ পেটৰ ভিতৰত। কীৰ্ত্তনত আছে—এদিন শ্ৰীকৃষ্ণই শিশুকালত মাটি খাইছিল, তাতে যশোদাই খং কৰি "কেনে মাটি খাইলি অৰে গোপাল। কোবাই আজি তোৰ ফাড়িবো গাল "বুলি গৰজিবলৈ" ধৰিলে। শিশুৰূপী কৃষ্ণই ভয়ত বিতত হৈ "মই মাটি খোৱা নাই; দদা বলভদ্ৰই মিছা কথা কৈছে, যদি পতিয়ান নাই তেন্তে মুখ মেলোঁ, চোৱা।" বুলি মুখ মেলি দিলে। মুখৰ ভিতৰত যশোদাই কি দেখিলে—

"যশোদা সুন্দৰী দেখন্ত পাছে, সমস্ত জগত গৰ্ভতে আছে।
সাতো খান দ্বীপ সাতো সাগৰ, গিৰি বন নদী গ্ৰাম নগৰ।
বায়ু সূৰ্য্য শশী দিশ, আকাশ, তাৰ সনে তৈত কৰে প্ৰকাশ।
সমস্তে জীৱ জ্যোতিস্তেজ জল, সত্ব ৰজস্তম ইন্দ্ৰিয় বল।
মন বুদ্ধি কাল কৰ্ম্ম যতেক, সবাকো গৰ্ভতে দেখে প্ৰত্যেক॥

কীৰ্ত্তনৰ গৰ্ভতো তুমি দেখিবা—হিমালয়, পাতকাই আদি শ শ পৰ্ব্বত, অসংখ্য নৈ-নলা, বিল, পুখুৰী; মহাবাহু ব্ৰহ্মপুত্ৰ; হেজাৰ হেজাৰ গাওঁ; লক্ষ লক্ষ চুবুৰি; বাঁহনি, কলনি, তামোলনি; সেউজীয়া পথাৰ, ধাননি; আৰু কি দেখিবা লৰা-বুঢ়া, স্ত্ৰীপুৰুষ, গাভৰু, জীয়ৰী, বোৱাৰী; বৰঘৰ, মাৰলঘৰ, বাটচৰা, চ'ৰাঘৰ আৰু নাম ঘৰ; বিয়া, সবাহ, বিহু। যশোদা সুন্দৰীয়ে আৰু কি দেখিছিল। "যশোদা দেখে তৈতে আপোনাক"। তুমিও ভালকৈ চোৱা কীৰ্ত্তনৰ গৰ্ভত তোমাক নিজক দেখা পাবা।

তুমি কীৰ্ত্তনৰ অৱতাৰবাদ নামানিব পাৰা; তুমি নাস্তিক, ঈশ্বৰ বিশ্বাস নকৰিব পাৰা; তুমি ঘোৰ তান্ত্ৰিক, শক্তিপূজক হব পাৰা; তুমি কীৰ্ত্তনৰ কোন কথাই নামানিব পাৰা; কিন্তু তুমি কীৰ্ত্তনৰ কোলাত ডাঙৰ হৈছা।

কীৰ্ত্তন অসমৰ মৌচাক। কেৱল আমিয়ে নহয়, আমাৰ পিতামহ, প্ৰপিতামহ আৰু প্ৰ-প্ৰপিতামহৰ পিতামহে ইয়াৰ মধু পান কৰি গৈছে। আজি চাৰি শ বছৰে এই অমৃতৰ ভাণ্ডই অমৃত বিলাইছে। আমাৰ পৰম কি সৌভাগ্য, এই অমৃতৰ ভাণ্ড অক্ষয়।

---

# ঈশ্বৰৰ দয়া।

## হৰমোহন দাস।

(১)

বেলি লাহ দিলে। ৰামধনীৰ সপোনৰ কথা নফলিল। মন বৰ উদবিগ্ন। চানে চানে মানুহ আহিছে আৰু গৈছে। কিন্তু ৰামধনীৰ আশাৰ বস্তু ওলোৱা নাই। কি কৰা যায়, ৰামধনীৰতো মনত চিন্তা। কি কৰে কলৈ যায়? আহিব আহিব বুলি আজি এবেলা পুথি পঢ়াও নহল।

ৰামধনী—ক'তা সামাজিকৰ কথা মিছা হে হবলা। এতিয়া ৰ'দ ভালকৈ ওলাইছে, চাওঁচোন এবাৰ বাট ওলাই। দেখিছানে? সেই অকণমান লৰাটো চিঠিৰ বাকচটোৰ ওচৰত ঘামি জামি অস্থিৰ হৈ আছে। তাৰ কি হৈছে? হাতখন দেখোন এবাৰ ওপৰলৈ তোলে আৰু জাপ মাৰে। কিবা দেৰে পালে নেকি? কাষৰ পাজৰে কোনো মানুহে নাই। তাক পকৰাই পালেবা। মই ওচৰলৈ যাওঁচোন। "হেৰা বোপাটী, তোমাৰ কি হৈছে?

লৰা—অ, আপুনি আহিছে, আপুনি দীঘল মানুহ, লগ পাব, এই চিঠিখন বাকচটোৰ ভিতৰত সুমুৱাই দিয়কচোন। চাৰে তিনিবজাত ডাক বন্ধ হব, দিয়কচোন পেলাই।

ৰামধনী—তুমি নো কৰ লৰা, এইদৰে চিঠি লিখিব নো কোনে শিকালে?

লৰা—মই কম পাছেও সুধিব। এতিয়া চিঠিখন দিয়ক।

ৰামধনী—'মাননীয় ঈশ্বৰ পোঃ আঃ স্বৰ্গ'—এইদৰে শিৰোনামা দি চিঠি দিবলৈ কোনে শিকালে তোমাক?

লৰা—মোক আয়ে শিকাইছে। আয়ে স্বৰ্গত ঈশ্বৰ আছে বুলি কৈছে, মই ত'লৈ লেখিছোঁ। আগে চিঠিখন দিয়কচোন।

ৰামধনী বাৰু মই চিঠিখন পেলাই দিম ভয় নাই, একে লৰে ঈশ্বৰৰ গুৰি পাবগৈ। পাছে মই চিঠিখন খুলি চাম নে?

লৰা—চাওক কি কথা আছে। ঈশ্বৰলৈ দিয়া চিঠি সকলোৱে চাব পাৰে। পিছে এটা কথা চিঠিখন সোনকালে ডাকত দিয়ক।

ৰমাধনী—(চিঠি পঢ়ে) "হে প্ৰভু ঈশ্বৰ! তুমি বৰ দয়ালু, তুমি সকলোকে পালিছা। তুমি ধনী মানুহক টকা দিয়া। মোৰ আই বৰ দুখীয়া তুমি নাজানা নে? মোৰ স্কুলৰ মাছুল দিব নোৱাৰাত পণ্ডিতে নাম কাটি দিছে। মোৰ পঢ়া-শুনা বন্ধ হৈছে। তুমি হেনো টকা পয়ছা দিবৰ গৰাকী। এই চিঠি পোৱা মাত্ৰকে তুৰন্তে মোলৈ ৰূপ দহ টকা ডাকত পঠাই দিবা। ইতি—

তোমাৰ সেৱক
শ্ৰীদীননাথ।"

বৰ আচৰিত কথা! এনে চিঠি লিখাটো মই ক'তো দেখা নাই। লৰাটিৰ বিশ্বাস দেখিলে বৰ আনন্দ লাগে। অকণমান লৰা, ইমান ঈশ্বৰৰ প্ৰতি বিশ্বাস! আমি মিছাতেহে চুলি পকালো। হায়! হায়! আমাৰ কেতিয়া এনে সৰল বিশ্বাস হব।

লৰা—আপুনি কৰে কি? কান্দে কিয়? আপুনি যি কৰে কৰক। মোৰ চিঠিখন ডাকত পেলাই দিয়ক। পলম হব।



ৰামধনী—বাছা তুমি বৰ দুখীয়া। পঢ়িবৰ খৰচ নাই। ঈশ্বৰক তুমি পয়ছা খুজিছা। ধৰা এই ৰূপ দহ টকা এতিয়া লৈ যোৱা মই ঈশ্বৰৰ গুৰিলৈ যাম তেওঁক কৈ আৰু টকা দি পঠাম।

লৰা—ভালেই হল। টকা পালো যেতিয়া ৰক্ষা পৰিলো। তেওঁ আৰু ঈশ্বৰক কৈ পঠিয়াওঁ বুলিছে। মোৰ পঢ়াৰ সংস্থান হব। ৰক্ষা পৰিলো। লৰ মাৰি গৈ আইক টকা কেইটা দিওঁগৈ।

ৰামধনী (মনে মনে)— দেখিছা লৰাটিৰ ঈশ্বৰ বিশ্বাস কেনে? তাৰ যেনে সৰল বিশ্বাস সময়ত গৈ ডাঙৰ মানুহ হব। কিন্তু ধনেই হৈছে সকলোৰে মূল। তাৰতো ধন নাই। ধনৰ কিবা এটা দিহা কৰিব পাৰিলে ভাল হয়।

( ২ )

লৰা—আই, ধৰা এই ৰূপ দহ টকা ঈশ্বৰে দিছে। তোমাৰ কথা সঁচা ঈশ্বৰেহে টকা দিয়ে। এই টকা ঈশ্বৰৰ দূতে দিছে তেওঁ হেনো ঈশ্বৰক কৈ আৰু পঠাব।

মাক—বোপা, তুমি ভাগ্যবান। ঈশ্বৰে তোমাক মোৰ বুলিছে। এতিয়া পঢ়াৰ সংস্থান হল তুমি পঢ়াশালীলৈ যোৱা।

লৰা—আই, কান্দিছা কিয়? মনত ৰং হে কৰিব লাগে, ঈশ্বৰে পইছা দিছে।

মাক—বাছা হয় কান্দিছো অইন কথাত।

লৰা—কি কথা কোনোবাই কিবা কৈছে নেকি?

মাক—নহয়, নহয় বোপা, মই ঈশ্বৰক বিশ্বাস কৰিবলৈ শিকা নাই। তেওঁক ভক্তি কৰিব পৰা নাই।

লৰা—কেলেই তুমিয়েতো মোক ঈশ্বৰৰ কথা কলা। তেওঁ ক'ত থাকে?

ডাকপিয়ন—দীননাথ, দীননাথ, এখন চিঠি আছে নিয়াহি।

দীননাথ—আই, ডাকপিয়ন আহিছে, কিবা চিঠি আহিছে বোলে, মই আনো গৈ। কি জানি ঈশ্বৰে টকা পঠিয়াইছে? পিয়ন, দিয়া চিঠিখন দিয়া। আই, চিঠি আনিলো। পঢ়ি চাও ৰবা।

"শ্ৰীমান দীননাথ,

তোমাৰ ঈশ্বৰলৈ দিয়া চিঠিখন পোৱা হল। তোমাৰ সৰল বিশ্বাস আৰু পঢ়াত মন দেখি ঈশ্বৰ সন্তুষ্ট হৈ তোমাক সহায় কৰিবলৈ মোক ঈশ্বৰে আদেশ কৰিছে। মাহে মাহে তোমাৰ নিমিত্তে দহটকা ৰূপ পঠোৱা হব। তুমি মন দি পঢ়াশুনা কৰি থাকা। মনত একো চিন্তা নকৰিবা। ইতি—

তোমাৰ—

শ্ৰীৰামধনী সুতাৰ।

ডিব্ৰুগড়।"

মাক—বাছা ঈশ্বৰে অনুগ্ৰহ কৰিছে। এতিয়া মন দি পঢ়াশুনা কৰা। ঈশ্বৰত ভক্তি আৰু বিশ্বাস ৰাখিলে তুমি এইদৰে আৰু সহায় পাবা।

(৩)

বেলি গল। সন্ধ্যা হল। আকাশ নিৰ্ম্মল। তৰা ওলাল জোনৰ ৰূপহী ৰঙ্গে পৃথিবীক ধবল বৰনীয়া কৰিলে। সন্ধ্যাৰ আৰতিৰ শব্দ চাৰিওফালে ধং ধং টং টং কৈ বাজি উঠিল। ৰামধনীয়ে আৰতিৰ শব্দৰ লগে লগে সপোনৰ কথা পাহৰিলে। দিনৰ দিনটো



পৰৰ অৰ্থে চিন্তা কৰি ৰামধনীৰ মনত আনন্দ। আনন্দৰ মন্দাকিনী সোঁতে মন প্লাবিত কৰিলে। আজি পূৰ্ণিমাৰ দিন। নিশি পালন। ৰামধনী গা-পা ধুই নিৰ্ম্মল আৰু শুদ্ধ হল। শুকুসেৱা কৰিলে। পুথিৰ পেৰাটো ওচৰত ললে। পেৰা মেলি ধৰ্ম্ম গ্ৰন্থ হাতত ললে। হাতত গ্ৰন্থ আহিল 'ভাগৱত'। পঢ়াত মন নিবিষ্ট। অকস্মাৎ কিবা শব্দ শুনিলে। ৰামধনীৰ মন বিচলিত হল। দেখিলে ঘৰত একো নাই। আকৌ পঢ়িব ধৰিলে। আধা ঘণ্টাৰ পাছত আকৌ এটি সুৰ শুনা গল। ৰামধনী চমক খাই উঠিল। কিন্তু একো নাই। ৰামধনীৰ লাগি চাই আছে। কিহৰ সুৰ একো ঠিক কৰিব নোৱাৰিলে। আকৌ পুথি পঢ়ে। আকৌ সুৰ উঠিল। ৰামধনীৰ তত বুধি নোপোৱা হল। একো নেদেখি আকৌ ঈশ্বৰক চিন্তি পুথি পঢ়িব ধৰিলে।

আকাশী বাণী—ৰামধনি! তুমি মোক চিনিব পৰা নাই, মোৰ মাত বুজিব পৰা নাই। ভালকৈ মন দি শুনাচোন।

ৰামধনী—মই একো তত ধৰিব পৰা নাই আপুনি কোন? মই চিনিব পৰা নাই। চকুৰে মনিবও পৰা নাই আপুনি কোন?

আকাশী বাণী—আজি মই তোমাৰ ঘৰলৈ চাৰিবাৰ আহোঁ। তথাপি তুমি মোক চিনিব নোৱাৰিলা।

ৰামধনী—ক'তা কোনো অমিয়া বেশেৰে আপোনাক দেখা নাই।

আকাশী বাণী—মই দৰিদ্ৰৰ ধন, নিৰাশ্ৰয়ৰ আশ্ৰয়, বিপদৰ সহায় আৰু বিশ্বাসৰ মূল।

ৰামধনী—ক'তা মইতো আপোনাক দেখা নাই।

বাণী—বাৰু চাই লোৱা, আজি ৰাতিপুৱা জাৰত বাটসাৰি কঁপি কঁপি থাকোঁতে তুমি মোক দেখিছা নহয়? এয়া সেয়া ৰূপ হয় নে?

ৰামধনী—হয়, হয়, আপুনিয়েই তেওঁ নে? ধন্য তোমাৰ মায়া।

বাণী—কেচুৱা এটি বোকোচাত লৈ এজনী তিৰোতা হৈ আহো এবাৰ। এতিয়া চিনি পাইছা নে? এয়া আন ৰূপ।

ৰামধনী—হয় এতিয়া চিনিছো। নিশ্চয় মোৰ সপোন।

বাণী—আম এপাচি লৈ বুঢ়ী এজনী হৈ আহো। এয়া চোৱা সেই ৰূপ।

ৰামধনী—সপোনৰ কথা মিছা বুলি কোনে কয়?

বাণী—ডাকত চিঠি দিবলৈ লৰা হৈ আহো এয়া সেইৰূপ। চোৱা!

ৰামধনী—নিশ্চয় মোৰ সপোন সঁচা। এই বিলাক ভগৱন্তৰে লীলা।

বাণী—এই দৰে চাব জানিলে তোমালোকে সংসাৰৰ কাৰ্য্য-কলাপৰ মাজত মোক দেখিবলৈ পাবা। মই অকলে অকলে নাথাকো। মই সকলোৰে লগত থাকো। কিন্তু একান্ত ভাব নহলে মোক নোপোৱা। মোৰ এটি নাম দৰিদ্ৰ নাৰায়ণ। শত শত নামৰ ভিতৰত এই এটি নাম।

ৰামধনী—প্ৰভু, আপোনাৰ অনুগ্ৰহ দেখি মোৰ মুখৰ মাত বন্ধ হয়। আপোনাক কি বুলি স্তুতি কৰিম। আপোনাৰ নিজৰূপ কেতিয়াবা অধমৰ দৰ্শন হব নে?

বাণী—তুমি নিজক চিনি পাইছা নে? তোমাৰ নিজৰ ৰূপেই মোৰ স্বয়ং ৰূপ। তুমি, জগত, ব্ৰহ্মাণ্ড আৰু মই এক। চাই লোৱা ভালকৈ চাই লোৱা। এয়ে হৈছে মোৰ বিশ্বৰূপ।



ৰামধনী—হে প্ৰভু, আপোনাৰ বিশ্বৰূপ দেখি মোহিত হলো। আমাৰ কি সাধ্য এই ৰূপ এই বৰ্ণনা কৰিম।

---

# জন্তুজগত।

নগেন্দ্ৰনাৰায়ণ চৌধুৰী

জন্তুজগতৰ ওপৰত জীৱশ্ৰেষ্ঠ মানৱৰ কৰ্তৃত্ব এক অদ্ভূত ব্যাপাৰ। যেতিয়া পৃথিবীৰ সকলো জন্তুৱে পাহাৰ পৰ্ব্বত হাবি-জঙ্গল আদি সকলো ঠাইতে স্বাধীনভাৱে বিচৰণ কৰিছিল, যেতিয়া এই যোগ্যাভোগ্যা বসুন্ধৰাত যোগ্যতা প্ৰতিপন্ন কৰি ভোগ কৰি লৈ অপেক্ষাকৃত দুৰ্ব্বল যি তাৰ শাৰীৰিক বা মানসিক দুৰ্ব্বলতাৰ ওপৰত সবলৰ ক্ষমতা পৰীক্ষাত প্ৰয়োজন-অপ্ৰয়োজন নিৰ্ব্বিচাৰে ধ্বংস কৰি পেলাব ধৰিলে তেতিয়া বুদ্ধিজীৱী নৰে আক্ৰমণ বা আত্মৰক্ষাৰ উপযোগী নখ-দন্তবিহীন হৈও সকলোৰে প্ৰভু হৈ উঠিছিল। বৰ্ত্তমান সেই মানুহৰ কৃপাৰ ওপৰতে সকলো প্ৰাণীৰ জীৱন-মৰণ নিৰ্ভৰ কৰিছে বুলিলে অত্যুক্তি নহয়। আজি মানুহৰ নিৰ্দ্দেশ আদেশ মতে সকলোৱে গোলামৰ দৰে চলিছে।

যিবোৰ অতিকায় জীব পৃথিৱীত বাস কৰিছিল সিবিলাকৰ হাতত মানুহৰে ধ্বংস হোৱাটো স্বাভাৱিক আছিল। কিন্তু আজি অকল বুদ্ধিৰ বলত সকলোৰে অধীশ্বৰ মানুহে যিবোৰ জন্তুক নিজৰ প্ৰয়োজন বোধ কৰি ৰক্ষা কৰিছে সেইবোৰহে জীয়াই আছে। বাকীবিলাক ধ্বংস পাইছে। যিবিলাক হাবিৰ পশু এতিয়ালৈকে জীয়াই আছে সিও চিকাৰীৰ হাতত লাহে লাহে নিশ্চয় লোপ পাব।

লুপ্ত প্ৰাণীবোৰ আৰু বৰ্ত্তমান জীৱিত জন্তুবোৰৰ কথা আলোচনা কৰি চালে ক্ৰমে ক্ৰমে যে এইবোৰো পৃথিৱীৰ পৰা অন্ত পাব ধৰিছে তাকো অনুমান কৰিব পাৰি। সিংহৰ বৰ্ণনা আৰু (নামৰ) পৰ্য্যায় সংস্কৃত ভাষাত ইমান বেছি কিন্তু তথাপি ভাৰতৰ পৰা সিংহ লোপ পালে। কেৱল মাত্ৰ কাথিৱাৰ (গুজৰাট) ত হে কেইটামান সিংহ আছে বুলি শুনা যায়। স্থানীয় ৰজাই তাক পুহি ৰখাৰ দৰে ৰাখিছে যাতে কোনোৱে নষ্ট কৰিব নোৱাৰে। তেনেকৈ ৩০।৪০ বছৰ মান আগেয়ে আমাৰ আসামৰ য'তে ত'তে প্ৰচুৰ পৰিমাণে গঁড় দেখিবলৈ পোৱা গৈছিল। কিন্তু আজি সিও লুপ্তপ্ৰায়। মাত্ৰ হিমালয়ৰ ওচৰত Reserved forestৰ গভীৰতৰ স্থলত Preserved animal ৰক্ষিত হিচাপে কেইটামান মাত্ৰ জীয়াই আছে। অসমৰ হাতীও আগতকৈ বেছি কমিছে। আমাৰ দেশৰ কোনো কোনো ঠাইত কেই বছৰমান আগেয়ে বোলে মানুহৰ বিয়া সৰাহত নাইবা শ্ৰাদ্ধাদি কৰ্ম্ম উপলক্ষেও বহুত মঙহৰ ব্যৱস্থা আছিল। কিন্তু আজিকালি সি প্ৰায় দুষ্প্ৰাপ্য হৈ উঠিছে।

এইবোৰ বনৰীয়া জন্তুৰ অৱস্থা। আনপিনে হলে ঘৰচীয়া জন্তুৰ দল দিনক দিনে বাঢ়িবলৈ ধৰিছে। আজিলৈকে পৃথিৱীত



যিমান প্ৰকাৰ জন্তু জীয়াই আছে তাৰ সংখ্যা তিনি হাজাৰমান হব পাৰে বুলি জীৱতত্ত্ববিদ্ সকলে কয়। পুৰণি কালৰ জন্তুৰ তুলনাত ই নিচেই তাকৰ। এই বিলাক দেখি বোধ হয় পৃথিৱী জন্তু বাসৰ অনুপযোগী হৈ পৰিছে। আনপিনে সৰীসৃপ আৰু খেচৰ জাতীয় প্ৰাণীৰ সংখ্যা আৰু প্ৰকাৰ পুৰণি কালতকৈ বহু বাঢ়িছে আৰু বাঢ়িবই লাগিছে বোলে।

যি কি নহক যেতিয়া মানুহ অসভ্য বৰ্ব্বৰ আছিল তেতিয়াৰেপৰা জীৱজন্তু প্ৰতিপালন কৰা আৰু বশকৰা দেখিবলৈ পোৱা গৈছিল। পুৰণি কালত শ্লথ বোলা জন্তুটোক বৰ্ত্তমানৰ গৰুৰ দৰে পোহ মনাইছিল তাৰ প্ৰমাণ পোৱা যায়। কিন্তু আজি সেই মানুহ নাই, জন্তুও নাই, সেই কৌশলো লোপ পাইছে। ইমান এটা ডাঙৰ জন্তুৰ যে বশ কৰিব পাৰি বোধ কৰোঁ বৰ্ত্তমানে সি কাৰো বিশ্বাসযোগ্য নহব। যদি তেনেকৈ আজি হঠাৎ কোনো কাৰণে হাতী লোপ পায় তেন্তে এনে এটা প্ৰকাণ্ড পিঠিত যে মানুহে উঠি ফুৰিছে সেই কথাও বেগতে কোনেও হয়তো বিশ্বাস কৰিবই নুখুজিব। সেইদৰে মানুহে উট, ঘোঁৰা, গাধ প্ৰভৃতি জন্তুবিলাকক দিন-ৰাতি চৰাই ফুৰিছে গৰুগহৰ ঘাৰত নাঙল যুঁৱলী দি দিনে ৰাতিয়ে বন কৰাই লৈ ফুৰিছে। কিন্তু, আচৰিত কথা এইবোৰ জীৱজন্তুক মানুহে পুহিব ধৰিছে অনাদি কালৰ পৰা যেতিয়া আত্মৰক্ষাৰ নিমিত্তে মানুহে কোনো অস্ত্ৰৰ ব্যৱহাৰ শিক্ষা কৰা নাছিল বা কোনো প্ৰাকৃতিক নিয়ম বা তত্ত্ব উলিয়াব পাৰিছিল বুলি কোনো প্ৰমাণ পোৱা নাযায়। এই কাৰ্য্যত তেওঁলোকৰ সহায় আছিল একমাত্ৰ দুৰ্জ্জয় সাহস।

তত্ত্ববিদ্ সকলে অনুমান কৰে যে যেতিয়া জন্তু য'তে ত'তে পোৱা গৈছিল তেতিয়া পৰ্ব্বতৰ কোনো ডাঙৰ শিলৰ ওপৰৰ পৰা

গধূৰ শিল গাতত পেলাই দি নাইবা সাহ কৰি গাতত জপিয়াই পৰি কোনো জন্তুক বা তাৰ পোৱালীক বধ কৰি বা আধমৰা অৱস্থাত ধৰি লৈ গৈ ঘাঁহপানী মুখত দি নাইবা আন জন্তুৰ মঙহ খাব দি ঘৰুৱা কৰি পেলালে। এইদৰে লাহে লাহে বুদ্ধি উলিয়াই জগতৰ সকলো জীৱকে পুহিব খুজিছিল। আচৰিত কথা এই যে এই যে এই বৈজ্ঞানিক যুগত বহুত ৰকমৰ জীৱ-জন্তু ধৰি পোহা হৈছে এনে কি এনে হিংস্র জন্তুবিলাকক লৈ ছাৰ্কাছ আদি দেখুৱা হৈছে। জাৰ্ম্মাণীত হেগেনবেগ কোম্পানীৰ অধ্যক্ষজনে বোলে অন্যান্য জন্তুৰ বাহিৰে কিছুমান ঘৰিয়ালকো পোহ মনাইছিল। বহুদিন আগেয়ে এদিন শুনা গৈছিল যে কোনো কোম্পানীয়ে কিছুমান তিমি ( whale ) মাছ পুহি কল বা পালৰ ব্যৱহাৰ নকৰি তাৰে জাহাজ টনাবলৈ চেষ্টা কৰিছিল। কিন্তু কামত হৈ উঠা নাই। হব পাৰে দুই এটা পোহ মনাই কাৰ্যোপযোগী কৰি তোলা হয় কিন্তু সেই বুলি তাৰ বংশৰ পৰম্পৰাৰে পোহ নামানে আৰু আজিলৈকে কোনো নতুন জন্তু বা চৰাই পোহ মানি ঘৰচীয়া হোৱা বুলি শুনা নাযায়। আদি কালৰে পৰা যিবোৰ জন্তু ঘৰচীয়া হৈ আছিছে কেৱল সেই বিলাকক লৈ নানা লৌকিক নিৰ্ব্বাচনৰ ভিতৰেদি নানা বৰণৰ নানা আকাৰৰ নাইবা এটা দোমচীয়া প্ৰাণী হৈছে মাথোন। এইবিলাকক দেখি বোধ হয় কি দুৰ্ব্বল কি সবল, কি ডাঙৰ, কি সৰু, কি হিংস্র, কি অহিংস্র সকলো বিধৰ প্ৰাণীক ঘৰচীয়া কৰিবলৈ আদি যুগত দস্তুৰমতে এটা পৰীক্ষা আৰু চেষ্টা হৈছিল।

অকল জন্তু নহয়, নানা জাতিৰ চৰাই হাবিৰ পৰা ধৰি আনি ঘৰত পোহা হৈছিল। আদিম অসভ্য মানুহে এনে ডাঙৰ



জন্তুৰে যুজ কৰিছিল যে তাৰ হাড় দেখিলেই ভয় লাগে। আজি সভ্য জগতৰ মানুহে জীৱাণুৰ লগত যুজ কৰিছে। ই ইমান সৰু যে অণুবীক্ষণ যন্ত্ৰ নহলে চকুৰে মনিবই নোৱাৰি। ইয়াতে প্ৰভেদ এইটো দেখা যায় যে যি সকলে জীৱাণু আবিষ্কাৰ কৰি হেজাৰ হেজাৰ মানুহৰ প্ৰাণ ৰক্ষাৰ কাৰণ হৈছে তেওঁলোকক সকলোৱে জানে! কিন্তু হাতী, ঘোৰা, বাঘ, ভালুক প্ৰভৃতিৰ লগত যি সকল মানুহে যুজি বংশানুক্ৰমে সিহঁতক কামত লগাবৰ উপযুক্ত কৰি থৈ গৈছে সেই সকলক কোনেও নেজানে।

বনৰীয়া জন্তুক শিকোৱা নিয়ম সম্বন্ধে একো নাজানিলেও হাতীক ঘৰুৱা কৰিবলৈ আৰু শিকাবলৈ নিয়ম বহুত অসমীয়া মানুহে জানে। অষ্ট্ৰেলীয়া আমেৰিকা আদিত বনৰীয়া ঘোৰা ধৰা ছবি দেখা যায়। হাবিৰ পৰা মহ ধৰি আনি ঘৰুৱা কৰাৰ নানা বিধৰ গল্প শুনিবলৈ পোৱা যায়। অসমীয়া মানুহৰ হাতী ধৰা অৱস্থাটোৰ ফটো লবলৈ আৰু সমস্ত কাহিনীটোকে কাকতে পত্ৰে প্ৰকাশ কৰিবলৈ কাৰো আগ্ৰহ দেখা নাযায়।

বুলবলি চৰাইক বনৰ পৰা ধৰি আনি পোহ মনাই যুজ লগোৱা ৰীতি উৰিষ্যাবিহাৰ, আগ্ৰা, অযোধ্যা যুক্তপ্ৰদেশ প্ৰভৃতিত এতিয়াও চলি আছে। সেইবিলাক ঠাইত বাজপখী পুহি তাৰ দ্বাৰা আইন চৰাই চিকাৰ কৰোৱা হয়। অসমতো বাজ পোহা ৰীতি থকা প্ৰমাণ পোৱা যায়। লিখকে গুৱাহাটীত ৺কেশৱকান্ত যুৱৰাজৰ ঘৰত বাজক শিক্ষা দিয়া এখন কিতাপৰ তিনখন পাত আৰু নিগনিয়ে কুটা কেইটামান টুকুৰা পাই অনু-সন্ধান সমিতিক দিবৰ নিমিত্তে ৺পণ্ডিত হেমচন্দ্ৰ গোস্বামীৰ হাতত দিছিল।

বাঘ, সিংহ আদিৰ বংশধৰ মেকুৰীহে। বনৰীয়া হলেও সিবিলাক জন্তুক পুহি শিকাই খেলা দেখুৱা সকলোৱে দেখিছে। এই বোৰক শিকোৱাৰ একমাত্র উপায় সাহ। য়ুৰোপৰ কোনোবা এখন নগৰৰ কোনো এখন ছাৰ্কাছৰ অধিকাৰীয়ে এটা ভয়ঙ্কৰ আফ্রিকাৰ সিংহ পাইছিল। এই সিংহটোক শিকাবলৈ শিক্ষক ( trainer ) বিচাৰোঁতে দুজন ইংৰাজ এজন ৰুছীয় এজন জাৰ্ম্মান আৰু এজন কাফ্রীয়ে আবেদন কৰিছিল। পোনতে ইংৰাজজনক সিংহ-টোৰ খোৱাৰত সোমাব দিলে। চাৰিওফালে বন্দুক আদিলৈ মানুহ সাজু হৈ আছিল। মানুহ খোৱাৰত সোমাৱা মাত্রে সিংহই আক্রমণ কৰিলে। কোনোমতে হে মানুহজনক জীয়াতে উলিয়াই অনা হৈছিল। পিছত জাৰ্ম্মানজন সোমাল। তেওঁৰো একে দশাই হ'ল। জাৰ্ম্মানজনৰ পিচত পাল পৰিল ৰুছীয় জনৰ। সিংহটোৱে ক্রমে মানুহৰ দুৰ্ব্বলতা বুজিব পাৰি আৰু মানুহৰ গোন্ধ পাই সাংঘাতিক হৈ উঠিল। সিংহটোৱে মানুহ জনক আচুৰী পেলালে। তাৰ পিছত আহিল কাফ্রী গৰাকী। সিংহ আগৰ দৰেই প্রস্তুত। কিন্তু সেই অসম সাহসী আছিল। সিংহই আক্রমণ কৰাৰ আগেয়েই সি খোৱাৰঁৰ মুখৰ পৰা জঁাপ মাৰি হাতৰ তলুৱাৰে নাকদৰাত এটা কোব মাৰিলে। সিংহটোৱে দুখ পালে কিন্তু নাক জোকাৰি মূৰ ডঙাৰ আগেয়ে আকৌ একোব। এইদৰে কেবা বেলিয়ো কোবো-ৱাত সিংহ তাৰ থকাঠাইৰ পৰা আঁতৰি চুক এটালৈ যাব খুজি-ছিল। কিন্তু কাফ্রী ক্ষান্ত নহল—আকৌ কোবাবলৈ ধৰিলে। ভয়ত সিংহটো ইফালসিফাল কৰিব ধৰিলে। সি মানুহজনক আক্রমণ কৰিবলৈ একো সুবিধা কৰিব নোৱাৰিলে। সিংহক এনে অৱস্থাত পেলাই থৈ কাফ্রী ওলাই আহিল। তাৰ পাছত ৰাকী



ইংৰাজজন পিঁজৰাত সোমাল। কাফ্রীৰ শিকনি সুঁৱৰি সিংহটোৱে পলাব খুজিছিল; কিন্তু অলপমান সুবিধা পায়েই মানুহজনক আক্রমণ কৰি জখম কৰিলে। এই গৰাকী ইংৰাজ ওলাই আহিল আৰু আকৌ কাফ্রীজন সোমাল। কাফ্রীজনে জাপ মাৰি থাপৰ এটা মাৰোঁতেই সিংহই বুজিলে কোন দেৱতা আহিছে। সি আগেয়ে আঁতৰি পিজৰাৰ ভিতৰত ফুৰিব ধৰিলে। কামত কৃতিত্ব লভাৰ কাৰণে ঘোষণা কৰা পুৰস্কাৰ কাফ্রীজনেই পালে। আৰু তাক উপযুক্ত দৰ্ম্মহা দি ছাৰ্কাছত ৰখা হ'ল। এই ঘটনাই স্পষ্টকৈ দেখুৱাইছে যে এনেবিধ হিংস্র জন্তুৰ লগত ব্যৱহাৰ কৰিব লাগিলে সাহসিত আৰু ক্ষিপ্রতা লাগে'।

জন্তু বশকৰা কামৰ দ্বাৰা ছাৰ্কাছৰ গৰাকীইঁতৰ আৰু নিগ্রো-জনৰ উপকাৰ হলেও সমাজৰ বিশেষ উপকাৰ নহয়। কিন্তু ভাৰতবৰ্ষত এবিধ চিতাবাঘ আছে তাক বশ কৰি মানুহে বহু উপকাৰ পাইছে। পচিমত ইয়াক 'চিতা' বোলে। ই এবিধ অদ্ভুত জন্তু। অসমৰ চিতাবাঘ নাইবা কুকুৰনেচীয়া বাঘ ডাঙ্গৰ হলেও মেকুৰীৰ দৰে চেহাৰা হয়। এইবোৰ ঠিক তেনেকুৱা নহয়। ইয়াক মেকুৰীৰ নিচিনা এবিধ চিকাৰী কুকুৰ বুলিব পাৰি। কুকুৰনেচীয়া বাঘ যেনে গধুৰ ই তেনে নহয়। ইয়াৰ গা পাতল আৰু ভৰি দীঘল। ই কুকুৰৰ শ্রেণীত ভুক্ত নহয়। আকৌ মেকুৰী নাইবা কুকুৰনেচীয়া বাঘৰ শ্রেণী ভুক্তও নহয়। ভৰ বয়সত ই ছাৰে চাৰি ফুট দীঘল হয়। নেজডাল তাৰ আধামান। ই মাটিৰ পৰা কান্ধলৈকে আঢ়ৈ ফুটমান ওখ। আগঠেঙৰ আগ-ডোখৰ দীঘল। আঁঠুযোৰা প্রায় ঠেঙত লাগোঁ লাগো অৱস্থা। মেকুৰীয়ে নখবিলাক সম্পূর্ণ ৰূপে ঢাকি ৰাখিব পাৰে। কিন্তু কুকুৰে নোৱাৰে। এই চিতাই

কুকুৰতকৈ কিছু পৰিমাণে ভিতৰলৈ নিব পাৰে। কিন্তু বাঘ সিংহৰ নিচিনা সম্পূৰ্ণকৈ নোৱাৰে। প্ৰকৃতিতত্ত্ববিদ সকলে কয় যে হাউণ্ড নামেৰে চিকাৰী কুকুৰক যেনে অৱস্থাত পৰিণত কৰিবলৈ মানুহে হাজাৰ হাজাৰ বছৰৰ পৰা চেষ্টা কৰি আহিছে প্ৰকৃতিয়ে এই জীৱটোক তেনে অৱস্থাপন্ন কৰি সৃজিছে। তেওঁলোকে কয় ইয়াৰ দ্ৰুতগতিৰ লগত পৃথিৱীৰ কোনো জন্তুৰে তুলনা হব নোৱাৰে। সাগৰৰ জাহাজৰ আগত এৰোপ্লেন যেনে বাঘ সিংহৰ আগত ইয়ো তেনে আৰু যুদ্ধ জাহাজৰ আগত ডিষ্ট্ৰয়াৰৰ (এবিধ পানীৰ তলেদি যোৱা জাহাজ) দৰে। ই খাপ্ত লৈ বৰ বেগেৰে গছত উঠিব পাৰে। গছৰ গোৰোঙত বাস কৰে, ডালতে শুই থাকিব পাৰে। অতি ওখৰ পৰা ইমান তললৈ জপিয়াব পাৰে যে দেখি আশ্চৰ্য্য হব লাগে। তথাপি মানুহে ইয়াক ধৰিছিল, ঘৰলৈ আনিছিল আৰু পুহি বশ কৰি নিজৰ কাৰ্য্যোপযোগী কৰি লৈছিল। এই ঘটনাই মানুহ আৰু জন্তুৰ লগত সম্পৰ্কৰ কথা মনত পেলাই দিয়ে। বংশানুক্ৰমে আন পোহনীয়া বনৰীয়া জন্তুক আমি উত্তৰাধিকাৰীস্বৰূপে পালেও চিতা সম্বন্ধে সেই কথা নাখাটে। চিতাৰ দ্বাৰা মানুহে পহু চিকাৰ কৰে আৰু তেনে চিকাৰৰ বাবে বনৰীয়া চিতা ধৰি আনি পুহিব লাগে। ঘৰত চিতাৰ পোৱালী হলে কুকুৰৰ নিচিনা লগে লগে ফুৰে কিন্তু তাৰ দ্বাৰা কোনো কাম নচলে। সি অৱশ্যে বৰ বেগাই লৰিব পৰা হয় কিন্তু কেনেকৈ চিকাৰ কৰিব লাগে তাক নাজানে। নিজতকৈ ডাঙৰ ডাঙৰ জন্তু (হৰিণ প্ৰভৃতি) চিকাৰ কৰিব লাগিলে চিতাক উপযুক্ত শিক্ষা দিব লাগে। এতেকে বুজিব পাৰি চিকাৰৰ উপযুক্ত বয়স হলে ই মাকৰ লগত থাকি দস্তুৰমতে চিকাৰ শিকে



তেনে এটা চিকাৰ-পৈণত ভীষণ জন্তুক বেগেৰে দৌৰিব নোৱাৰা মানুহে ধৰিছে। কোৱা বাহুল্য, ইয়াক ফান্দেৰে ধৰিব লাগে। যাতে একো কষ্ট নাপায় তেনে ফান্দ ব্যৱহাৰ কৰিব লাগে। পিচত তাৰ কামোৰক ভয় নকৰি লাৰা-চাৰা কৰিব পাৰি। অৱশ্যে সি এৰাবলৈ প্ৰৱল চেষ্টা কৰে। ধৰাৰ পিচত অতি কষ্টেৰেহে ইয়াক শিকোৱা হয়। ইয়াক পহুৰ পিচে পিচে লৰ মাৰিবলৈও যে শিকাব লাগে তেনে নহয়; সেইখিনি তাৰ মাকৰ পৰা শিক্ষা পায়। কেৱল শিকাব লাগে কুকুৰৰ নিচিনাকৈ আকৌ উভতি আহিবলৈ। ই লৰ মাৰি গৈ চিকাৰ ধৰি মাৰি পেলায়। কিন্তু লৈ নাহে। মেকুৰীৰ পোৱালীৰ মুখৰ পৰা মাছ বা মঙহ কাঢ়ি অনা যেনে বিপদ ইয়াৰ পৰা চিকাৰৰ বস্তু লোৱাও তেনে। মুনিৱ বুলি খাতিৰ একো নাৰাখে। তাৰ পৰা এই চিকাৰ কাঢ়ি লবলৈ বৰ দিগ পাব লাগে।

চিতাৰ চিকাৰ সম্বন্ধে তলত অলপমান বিৱৰণ দিয়া হ'ল শেন পখীৰ দ্বাৰা চিকাৰ কৰা যেয়ে দেখিছে সেয়ে জানে যে ডাঙৰ শেন হলে তাক চকুত বান্ধি লৈ ফুৰিব লাগে। কিন্তু সৰু হলে কাপোৰৰ তলতে হাতৰ মুঠিৰ ভিতৰত ঢাকি ৰাখিব পাৰি।

ক'ৰবাত চৰাই মাটিত পৰি থকা দেখিলে সিপিনে মুখ ফিৰোৱা মাত্ৰকে শেনৰ দৃষ্টি তাত পৰেগৈ ইপিনে কপোৰৰ তলত থকাৰ নিমিত্তে চৰায়েও একোকে নাজানে। তেতিয়া ওচৰত গৈ চৰাইৰ কালে অলপ দলিয়াৰ দৰে এৰি দিয়া মাত্ৰে কাঁৰৰ দৰে বেগে চৰাইটোক হুমো ভৰিৰ নখেৰে খামুচি ধৰে। তেতিয়া শেন পোহা মানুহজনে লৰ মাৰি গৈ এডোখৰ মঙহ নাইবা আগেয়ে ধৰি মৰা সৰু চৰাই থাকিলে তাকে

মুখৰ আগত ধৰে। তেতিয়া সেইটো এৰি এইটোকহে খুটিয়াব ধৰে। ইপিনে নতুন চৰাইটোক ধৰি সজাত ৰখা হয়।

চিতাৰ চিকাৰো ঠিক তেনেই। এখন খাটীয়াৰ ওপৰত ইয়াক বান্ধি গৰুৰ গাড়ীত তুলি চিকাৰলৈ লৈ যাব লাগে। দুয়ো চকু কাপোৰেৰে ভালকৈ বন্ধা থাকে। হৰিণ নাইবা কৃষ্ণসাড় দেখা পালে চকুৰ কাপোৰ খহাই দিয়া হয়। কুকুৰনেচীয়া বা দেশীয় চিতাবাঘৰ লগত সাদৃশ্য থাকিলেও ইয়াক "জীঘ্রতীতি ব্যাঘ্রঃ" বুলিব নোৱাৰি। কুকুৰৰ ভিতৰত শ্ৰেষ্ঠ চিকাৰী কুকুৰ গ্ৰে-হাউণ্ডে যেনেকৈ বিশেষ গোন্ধ নাপালেও দৃষ্টি-শক্তিৰ ওপৰতে বেছি নিৰ্ভৰ কৰে ইয়ো তেনে। বান্ধনি গুচোৱা মাত্ৰে চাৰিউফালে চায়। ক'ত হৰিণ আছে তাক দেখোঁতে মুঠেই পলম নহয়। আৰু গাড়ীৰপৰা জপিয়াই নামি ঠিক মেকুৰীৰ দৰে চিকাৰৰ প্ৰতি একে থিৰে চাই থাকি মুখটো অলপমান মেও কৰি আৰু নেজডাল দৃঢ় আৰু থিয় কৰি এটা আনন্দ, ব্যগ্ৰতা আৰু স্থিৰ প্ৰতিজ্ঞাৰ প্ৰতিমূৰ্ত্তিৰ দৰে নিজৰ ক্ষমতাৰ পৰিচয় দিয়ে। গাড়ীৰ পৰা নমা মাত্ৰেই লৰ মাৰি খেদি নাযায়; আতৰৰ পৰাই চিকাৰৰ পিনে চাই পিচে পিচে যাব ধৰে। যেতিয়া পহু নাচি যোৱাৰ দৰে অলপ অলপ জপিয়াই যাব ধৰে তেতিয়া চিতাই লাহে লাহে খোজ কাঢ়ে। যেতিয়া চিতাৰ গোন্ধ পাই বিপদ ওচৰত জানি পহু কদমত যাবলৈ ধৰে তেতিয়া সি ডাকোৱালৰ দৰে লৰিব ধৰে। ইচ্ছা কৰি পহুক আগবাঢ়িব দিয়ে। এনেদৰে পহু এশ গজমান বেগেৰে আতৰি যোৱাৰ পিচত হে চিতাই বেগ ধৰে। তাৰ পাছত কাঁৰৰ নিচিনাকৈ বেগাই গৈ পাছৰ ডিঙিত কামুৰি ধৰে। বাঘ, কুকুৰনেচীয়া প্ৰভৃতি আন কোনো চিকাৰী জন্তুৱে হৰিণ বা কৃষ্ণসাৰৰ লগত সমানে লৰিব নোৱাৰে।



কোনো আকস্মিক ঘটনা নহলে চিতাই এনেদৰে আদ্‌মাইলমান খেদি লৈ যায়। পহুৱে আগেয়ে দৌৰি যোৱাত তাক পুৱাবলৈ হলে চিতাই এক তৃতীয়াংশ ভাগ বঢ়িকৈ লৰিব লগাত পৰে। এজন প্ৰকৃতিতত্ত্বজ্ঞ চিকাৰীয়ে সদায় জীৱজন্তুৰ দ্ৰুতগতিৰ পৰিমাণ কৰি ফুৰিছিল। তেওঁৰ মতে এনেদৰে খেদি চিতাই প্ৰতি মিনিটে দুমাইলকৈ লৰিব পাৰে। ভাৰতৰ কোনো ট্ৰেইনৰ গতি মিনিটত এমাইলৰ ওপৰ নাই।

বিকি নহক এনেকৈ বেগাই গৈ সি পোনেই ডিঙিত কামুৰি ধৰি দাঁত বহুৱাই দিয়ে। আৰু চকু মুজি তেজ পিব ধৰে। এই সময়ত চিতাক উপদ্ৰৱ কৰা ভয়ানক বিপদৰ কথা! মানুহ গৈ পহুৰ পিচ ভৰিৰ শিৰ এডাল কাটি এবাটি তেজ উলিয়াই চিতাক খাব দিলেহে পহু এৰি সেই তেজ পিবলৈ ধৰে। তেতিয়া তাৰ শৰীৰৰ অংশ বিশেষত হাত বুলালে সি মেকুৰীৰ নিচিনা অনুগত আৰু বাধ্য হয়।

চিতাৰ আন এটা বিশেষত্ব—ইয়াক চিকাৰ কৰাব শিকাব পাৰিলে ভালকৈ শিকা লয়। ই চিকাৰ ধৰিব নোৱাৰিলে পিচে পিচে লৰি নেযায়—পাৰক বা নোৱাৰক ৫০০ গজতকৈ সৰহ দূৰ কোনো পহুকে নেখেদে। বৰং নতুন চিকাৰ দেখিলে তাকেই খেদিবলৈ সাজু হয়।

---

# দান আৰু পৰোপকাৰ।

৺চন্দ্ৰনাথ শৰ্ম্মা।

জীৱনচৰিত লেখকে কয় ঈশ্বৰচন্দ্ৰ সৰুকালতে বৰ দুৰন্ত আছিল। এই দুৰন্ত ল'ৰাৰ বাহ্য চলন-ফুৰণ আৰু অতিচাৰৰ ভিতৰত কাঁইটৰ মাজত গোলাপফুল থকা দি তেওঁৰ উজ্জ্বল বুদ্ধি আৰু কৰ্ত্তব্য জ্ঞান প্ৰফুল্ল থকা লোকে তেওঁৰ ছাত্ৰজীৱনত দেখা পাইছিল; তাতোকৈ তালকৈ মানুহে এই দুৰ্দ্দান্ত ল'ৰাটিৰ স্বভাৱত লক্ষ্য কৰিছিল এটি গুণ, সি তেওঁৰ লোকসেৱা। এই লোকসেৱা ঈশ্বৰচন্দ্ৰৰ জীৱনত সৰু-কালৰে পৰা অন্তিম সময়লৈকে এনে উজ্জ্বল ভাবে জিলিকিছিল যে তাৰ তুলনা আৰু ক'তো পাবলৈ নাই। নিচেই ল'ৰা কালতে চালুকীয়া ঈশ্বৰচন্দ্ৰই ৰোগীৰ শয্যাৰ কাষত মমমাৰি বহি আছিল, অলপ বুজন হলত শত শত ৰোগীক নিজহাতে সেৱা শুশ্ৰূষা কৰিছিল, আহাৰ পানী দিছিল, শয্যাশায়ী ৰোগীক দিন ৰাতি পৰপালি দিয়া, দুখীয়া নবীয়াৰ চিকিৎসা আৰু পথ্যৰ সংস্থান কৰা বালক ঈশ্বৰচন্দ্ৰই জীৱনৰ সৰ্ব্বপ্ৰধান কৰ্ত্তব্য বুলি ভাবিছিল।

বিদ্যাসাগৰ কলিৰ দাতাকৰ্ণ আছিল। তেওঁ গোটেই জীৱন দান আৰু পৰোপকাৰতে অতিবাহিত কৰিছিল। শিক্ষা আৰু বিদ্যা-বিতৰণ বিষয়ত তেওঁ কেনে উদাৰ আৰু মুক্তহস্ত আছিল তাক ইতিপূৰ্ব্বে কোৱা হৈছে। তেওঁৰ নিজস্থাপিত বহু বিদ্যালয়ৰ শিক্ষা অবৈতনিক আছিল। তেওঁৰ জীৱন্ত কালত মেট্ৰপলিটান কলেজত বহুত ছাত্ৰই সদায় বিনা মাছুলেৰে পঢ়িছিল। পঢ়াশালীত পঢ়া দিনৰে পৰা তেওঁ যি জলপানী পাইছিল তাৰে নিজে নাখাই নিপিন্ধি



দীন দৰিদ্ৰ ছাত্ৰক খুৱাইছিল পিন্ধাইছিল আৰু সিহঁতৰ পঢ়াৰ ব্যয় বহন কৰিছিল।

গৃহস্থী জীৱনত নিৰন্নক অন্ন, নিৰ্বস্ত্ৰক বস্ত্ৰ, নিৰ্দ্ধনীক ধন, ৰোগীক ঔষধ দিয়া, অভাৱগ্ৰস্তৰ অভাব দূৰ আৰু দুখীয়াৰ দুখ মোচন কৰা তেওঁৰ সৰ্ব্বপ্ৰথম কৰ্ত্তব্য আৰু পৰমপুণ্যৰ কাম আছিল। দৰিদ্ৰ মানুহে অৰ্থ কষ্টত পৰি মৃত পিতা মাতাৰ প্ৰেত কাৰ্য্যাদি কৰিব নোৱাৰিলে উপায় দিয়ে বিদ্যাসাগৰে, ছোৱালী বিয়া দিব নোৱাৰি পিতৃ মাতৃ কন্যাদায়ত পৰিলে দায়মুক্ত কৰে বিদ্যাসাগৰে ঋণগ্ৰস্ত নিৰাতায়ক আশ্ৰয় দিয়ে বিদ্যাসাগৰে, ৰোগীক শুশ্ৰূষা আৰু চিকিৎসা কৰিবলৈ আত্মীয়-স্বজন উপায় বিহীন হলে উপায় দিয়ে বিদ্যাসাগৰে, ল'ৰাক শিক্ষা দিব নোৱাৰি নিৰুপায় হোৱা অভিভাৱকৰ উপায় ওলায় বিদ্যাসাগৰৰ ওচৰত, কৃষকে কৃষিৰ আহিলা-পাতিৰ অভাৱত বিবুদ্ধি হলে বুদ্ধি আছিল বিদ্যাসাগৰ; এইদৰে সময়ত বিদ্যাসাগৰ লোকৰ পক্ষে কল্পতৰু আছিল।

বিদ্যাসাগৰ সৰ্ব্বসাধাৰণৰ ওচৰত দয়াৰ সাগৰ বুলি পৰিচিত। তেওঁৰ অক্ষয় দয়াই জাতিভেদ আৰু আপোন-পৰৰ ক্ষুদ্ৰ ভাব আৰু সঙ্কীৰ্ণতাৰ জপনা পাৰ হৈ সকলো দৰিদ্ৰ নিৰাশ্ৰয় আৰু বিপন্ন লোকৰ হৃদয় আৰ্দ্ৰ কৰিছিল, তৰণৰ উপায় দিছিল। বিদ্যাসাগৰৰ দয়া অসাৰ পুতৌ আৰু কৃত্ৰিম সহানুভূতিৰ প্ৰকাশ মাথোন নাছিল। তেওঁ প্ৰকৃত দয়া ধৰ্ম্ম পালন কৰিছিল। তেওঁ তাৰ নিমিত্তে সাধনা কৰিছিল। দয়াৰ বিধান পৰিপাটিকৈ পালন কৰিবলৈ যি পুৰুষত্ব মনৰ দৃঢ়তা আৰু কঠিন অধ্যৱসায়ৰ আৱশ্যক সেইবোৰ তেওঁৰ হৃদয়ত সদায় প্ৰস্ফুটিত আৰু অটুট আছিল। তাৰ ফলতে

তেওঁ দয়াৰ সাগৰ বুলি আজিও জগতত পৰিচিত হৈ আছে। আত্মসুখত একেবাৰে জলাঞ্জলি দি কেনেকৈ পৰৰ তৃপ্তিবিধান কৰিব পাৰি তাৰ আপুকগীয়া দৃষ্টান্ত বিদ্যাসাগৰে পৃথিবীৰ নৰনাৰীৰ আগত ধৰিছিল। হাজাৰ হাজাৰ টকা ধাৰ কৰি নিজক বিপন্ন আৰু অভাৱগ্ৰস্ত কৰিও তেওঁলোকৰ অভাৱ মোচন, দুখ বিপদ নিবাৰণ, ৰোগযন্ত্ৰণা দূৰীকৰনাৰ্থে সদায় সচেষ্ট আছিল। লোকসেৱাৰ অৰ্থে তেওঁ নিজৰ সৰ্ব্বস্বহানী আৰু সৰ্ব্বনাশ কৰিবলৈও সময়ত পিচ হুহঁহকিছিল।

তেওঁৰ কৰ্ম্মময় জীৱনযাত্ৰাত জীৱনৰ মহান লক্ষ্য, দুৰ্দ্দম্য আকাঙ্ক্ষা হৃদয়ৰ উচ্চ প্ৰবৃত্তি আৰু তাক চৰিতাৰ্থ কৰিবৰ অৰ্থে সূচনা আৰু সম্পন্ন কৰা মহৎ মহৎ অনুষ্ঠানবোৰলৈ চালে তেওঁক বিদ্যাৰ সাগৰ, জ্ঞানৰ সাগৰ আৰু গুণৰ সাগৰ বুলি পূজা কৰিবৰ মন যায়। তেওঁৰ সামাজিক পাৰিবাৰিক আৰু দৈনিক জীৱনৰ প্ৰত্যেক ঘটনা, প্ৰত্যেক কাৰ্য্য, প্ৰত্যেক মুহূৰ্ত্তৰ আচাৰ ব্যৱহাৰ, ভাবগতিলৈ লক্ষ্য কৰিলে দেখা যায় তেওঁৰ দয়াৰ সাগৰ আৰু প্ৰেমৰ সাগৰকো একেটা প্ৰণালীৰে জুটি লোক সমাজত অসাধ্য সাধন কৰি অক্ষয় কীৰ্ত্তি স্থাপন কৰিলে।

বিদ্যাসাগৰৰ হৃদয়ত দয়াৰ ভাব আৰু দীন বাৎসল্য এনে বলী আছিল যে লোকে তাৰ গড়িলা লৈ তেওঁৰ ওপৰত নানাবিধ অত্যাচাৰ কৰিছিল। বহুতে চিঠি পত্ৰেৰে তেওঁক কৃত্ৰিম দুখ কষ্টৰ কথা জনাই তেওঁৰ অনৰ্থক অৰ্থহানী কৰাইছিল। কোনোৱে বা আকৌ দাৰিদ্ৰ্যগ্ৰস্থ ছাত্ৰৰ বেশ ধৰি তেওঁলৈ আবেদন কৰি পঢ়াৰ খৰচ বুলি আদায় কৰি অসৎকাৰ্য্যত ব্যয় কৰিছিল। এনে অত্যাচাৰ



পুণ্যতনু সৰলমতি বিদ্যাসাগৰৰ ওপৰত সময়ে সময়ে ইমান অতিপাত হৈছিল যে লোকৰ প্ৰবঞ্চনা, প্ৰতাৰণা আৰু অসত্যতাৰ পৰা তেওঁৰ কোমল হৃদয়ত বৰ ব্যথা পাইছিল। কিন্তু তেওঁৰ দয়া আৰু প্ৰেমময় হৃদয়সাগৰে ব্যথিত হোৱাৰ ক্ষন্তেক পিচতে আকৌ প্ৰশান্ত আৰু প্ৰগাঢ় মূৰ্ত্তি ধাৰণ কৰে; তেতিয়া আকৌ তেওঁৰ হৃদয়ত দয়া আৰু প্ৰেমৰ সোঁত পূৰ্ব্ববৎ বেগেৰে ব'বলৈ ধৰে। এনে মহানুভৱ পুৰুষে লোকসেৱা আৰু পৰহিতসাধন কৰিবলৈ গৈ ব্যথা পোৱা বাস্তৱতে অতি অসহনীয়।

আধুনিক কবি সম্ৰাট টেনিচনক পলিটিকেল মত কি বুলি সোধাত তেওঁ কৈছিল, "I am of the same politics as Shakespeare, Bacon, and every sane man." তাৰ লগত যোগ দি চাৰ আলফ্ৰেড লাইনে কবি পুৰুষৰ ধৰ্ম্মমত সম্বন্ধে লিখিছে, "And he might not have objected to be classed, theologically, among those who restrict their confession of faith to the declaration that they hold the religion of all sensible men." বিদ্যাসাগৰৰ সম্বন্ধে বহুত মানুহৰ এনে এটা ভুল ধাৰণা আছিল যে তেওঁৰ কোনো ধৰ্ম্মবিশ্বাস নাছিল। আমাৰ কিন্তু ধাৰণা বিদ্যাসাগৰৰ নিচিনা সমাজৰ জ্ঞানশিক্ষাগুৰু, সংস্কাৰক পৰোপকাৰী ঋষিৰ যি ধৰ্ম্মবিশ্বাস থকা শ্ৰেয়ঃ আৰু সম্ভৱ তেনে বিশ্বাস তেওঁৰ হৃদয়ত সদায় প্ৰবল আছিল। তেওঁ সেই ধৰ্ম্মমতক কাৰ্য্যত আৰু ব্যৱহাৰত সকলো সময়তে সকলোৰে আগত ঘোষণা কৰিছিল। এই বিষয় সাহিত্যিক পেঞ্চনাৰ শ্ৰীযুত পদ্মনাথ বৰুৱা সম্পাদিত "জীৱনী সংগ্ৰহ"ৰ "বিদ্যাসাগৰ" প্ৰবন্ধত এই লেখকে তলত লেখাৰ দৰে বৰ্ণাইছে।

"বহুতে কয় যে ঈশ্বৰচন্দ্ৰই বহুত পঢ়িলে, বহুত শিকিলে, বহুত পুথি-পাঁজি লিখি সংস্কৃত ভাষা আৰু বঙ্গলা ভাষা চহকী কৰি গ'ল। বঙ্গৰ অধোমুখী সমাজৰ লাগতিয়াল সংস্কাৰৰ কাৰণে বহুত শ্ৰম কৰি আৰু অৰ্থব্যয় কৰি সামাজিক ইতিহাসত অক্ষয় কীৰ্ত্তি থৈ গল। বহুত দীন, দৰিদ্ৰক দান দক্ষিণাদি কৰি জীৱনৰ মহাব্ৰত পালিলে; মোটৰ ওপৰত এশজনে যি কৰিব পৰা নাই আৰু নোৱাৰে অকল এজন ঈশ্বৰচন্দ্ৰই তাৰ শতগুণ কৰি তেওঁৰ অলৌকিক প্ৰতিভাৰ প্ৰভাৱ বিস্তাৰ কৰি গৈছে। কিন্তু তেওঁৰ এই অমূল্য জীৱনটি (সিবিলাকে কয়) এই কাৰণত অসম্পূৰ্ণ হৈ ৰ'ল সি তেওঁৰ জীৱনত ধৰ্ম্মপ্ৰচাৰৰ অভাৱ। বহুতে তেওঁ কিয় ধৰ্ম্মপ্ৰচাৰ নকৰে বুলি তেওঁৰ ওচৰত আক্ষেপো কৰিছিল।"

"বিদ্যাসাগৰ শাস্ত্ৰত অগাধ পণ্ডিত আছিল। যি শাস্ত্ৰৰ দোহাই দি, ভাৰতৰ হিন্দুসমাজে বিধবাবিবাহ আদি সমাজৰ লাগতিয়াল সংস্কাৰৰ পৰা আঁতৰত থাকিবলৈ আজিও চেষ্টা কৰিছে, সেই শাস্ত্ৰপাৰদৰ্শী বিদ্যাসাগৰে সেই শাস্ত্ৰৰ তত্ত্ব যুক্তিৰে প্ৰমাণ কৰি দেখুৱাইছিল যে হিন্দুশাস্ত্ৰ বিধৱাবিবাহৰ প্ৰতিকূল নহয়, অনুকূলহে। সমাজসংস্কাৰ তেওঁৰ জীৱনত উদ্দেশ্য আছিল; দীন-দৰিদ্ৰক সহায় কৰি পৰোপকাৰ কৰা তেওঁৰ জীৱনৰ মহাব্ৰত আছিল; অথচ তেওঁ সকলোৰে মূলমন্ত্ৰস্বৰূপ, সমাজৰ ধৰণী যে ধৰ্ম্ম সেই ধৰ্ম্মপ্ৰচাৰৰ সাহায্যেৰে জীৱনৰ কৰ্ত্তব্য কাৰৰলৈ মন নকৰিলে ই বাস্তৱিক আশ্চৰ্য্যৰ বিষয়। কিন্তু বিদ্যাসাগৰে প্ৰকৃতই কোনো ধৰ্ম্মপ্ৰচাৰ কৰা নাছিল নে?"

"বিদ্যাসাগৰে বক্তৃতা দি ধৰ্ম্মপ্ৰচাৰ কৰা নাছিল, সঁচা, তেওঁ কিতাপ পুথি লিখি ধৰ্ম্মৰ হক সমৰ্থন কৰা নাছিল, সচাঁ, তেওঁ শিষ্যাদি গোটাই লৈ ধৰ্ম্মগুৰুৰ অৱতাৰ হোৱা নাছিল সিও সঁচা; কিন্তু তেওঁ যে কোনো ধৰ্ম্মপ্ৰচাৰ কৰা নাছিল সি সঁচা নহয়। বৰঞ্চ বিদ্যাসাগৰে প্ৰচাৰ কৰা ধৰ্ম্ম প্ৰকৃত কাৰ্য্যকৰী ধৰ্ম্ম আছিল। আন ধৰ্ম্মপ্ৰচাৰকে মুখেৰে বক্তৃতা দি, কিতাপ পুথি লিখি ধৰ্ম্মৰ বিস্তাৰ কৰিছিল, বিদ্যাসাগৰে কাৰ্য্যেৰে ধৰ্ম্মপ্ৰচাৰ কৰিছিল। গতিকে, কব লাগিব, বিদ্যাসাগৰৰ আন সকলোতে বিশেষত্ব থকা দি ধৰ্ম্ম-প্ৰচাৰতো বিশেষত্ব আছে।"



"বিদ্যাসাগৰৰ বিশ্বপ্ৰেমৰ কথা, তেওঁৰ চৰিত্ৰপাঠক মাত্ৰেই বেচকৈ জানে। তেওঁ সাত্ত্বিক আৰু ধাৰ্ম্মিক ব্ৰাহ্মণ হৈও নীচকুলজ হাৰি, ডোম, চঁড়াল প্ৰভৃতিক নিঘিণাই সকলো মানুহকে নিজহাতে শুশ্ৰূষা কৰিছিল। কুষ্ঠৰোগী দেখিলেও তেওঁৰ মন কোঁচ নাখাইছিল; বৰঞ্চ নিজে লিৰিকি বিদাৰি চাই ঘাত দৰৱ-জাতি বান্ধি দি শুশ্ৰূষা কৰিছিল। তেওঁৰ এই দয়াভাৱ অকল মানুহতে আৱদ্ধ নাছিল। তেওঁ গৰু ম'হ, কুকুৰ মেকুৰী প্ৰভৃতি ঈশ্বৰৰ সৃষ্টিৰ সকলো প্ৰাণীকে সমান চকুৰে চাইছিল। সেই বোৱবো দুখতুৰ্গতি দেখি তেওঁৰ অন্তৰ ব্যথিত হৈছিল। আনকি গাখীৰ খিৱাওঁতে মাইকী পোৱালী ছুটিৰ দুখ দেখি বিদ্যাসাগৰৰ কোমল হিয়া এনেকৈ পমি গৈছিল যে তেওঁ গাখীৰ খাবলৈ একেবাৰে এৰি দিছিল। বিদ্যাসাগৰে জানিছিল যে সকলো প্ৰাণীয়েই এক পৰম পিতা পৰমেশ্বৰৰ সন্তান। পৃথিবীত সকলোৰে প্ৰতিপত্তি সমান হব লাগে। কবিয়ে মৰ্ম্মস্পৰ্শী ভাষাত অবোধ মানবক উপদেশ দিয়াৰ ছলেৰে কৈছে—

"The common Lord of all that move,
Form Whom the being flow'd;

A portion of his boundless love,
On that poorworn bestowed."

একে পিতাৰ লৰা ছোৱালীৰ ভিতৰত মৰম-প্ৰীতি দেখিলে যেনেকৈ পিতা মাতাই সন্তোষ পায়, ঈশ্বৰেও তেওঁৰ সন্তান-বিলাকৰ মাজত তেনে প্ৰীতি ভাব দেখিবলৈ আশা কৰে। নিজ ভাই-ভনীক মৰম স্নেহ কৰি যেনেকৈ আমি পিতৃমাতৃৰ প্ৰতি কৰ্ত্তব্য কৰোঁ, সেইদৰে পৰমপিতাৰ সন্তানবিলাকক মৰম স্নেহ কৰি তেওঁৰ প্ৰতিও আমাৰ কৰ্ত্তব্য পালন কৰা উচিত। ঈশ্বৰচন্দ্ৰই সেই কৰ্ত্তব্য পালন কৰিছিল আৰু সেই কাৰণেই তেওঁ নৰশ্ৰেষ্ঠ দেৱতা।"

"স্বদেশপ্ৰেমৰ উদাহৰণ বুৰঞ্জীত বহুত পোৱা যায়, স্বজাতি প্ৰেমৰ দৃষ্টান্ত দিবলৈও আটক নাই, কিন্তু বিশ্বপ্ৰেমৰ আহি জগতৰ বুৰঞ্জীত বিৰল। ভাৰতগৌৰৱ বিদ্যাসাগৰে সেই বিশ্বপ্ৰেমৰ জলন্ত দৃষ্টান্ত।

---

# সৌৰজগৎ।

## কামেশ্বৰ দাস।

আন্ধাৰ ৰাতি নীল আকাশত অগণন জ্যোতিস্কৰ শোভা দেখিলে মনত অপাৰ আনন্দৰ উদয় হয়। ৰাশি ৰাশি উজ্জল জ্যোতিষ্কপুঞ্জ হীৰাৰ ফুলৰ নিচিনাকৈ আকাশত ওলমি থকা দেখিলে মনত ভাব হয় যেন ৩৩ কোটী দেৱতাৰ লৰাছোৱালীবিলাকে দীপ জ্বলাই দীপান্বিতা উৎসৱ কৰিছে।

জ্যোতিৰ্ব্বিদ্ পণ্ডিত সকলৰ মতে সৌৰজগতৰ সকলো জ্যোতিষ্ক-সমূহ আগেয়ে এটি প্ৰকাণ্ড অত্যুচ্চ বাষ্পপিণ্ড আছিল। এই বাষ্পপিণ্ড শূন্যতে ভাহি আছিল আৰু কোনো কোনো অজানিত কাৰণে ইয়াৰ ভিতৰত কিছুমান শক্তি ( Energy ) নিহিত থকা হেতু প্ৰাকৃতিক নিয়মানুসাৰেই নিজ কেন্দ্ৰৰ চাৰিওফালে ঘূৰিছিল। পাচত যেতিয়া তাপ বিকিৰণ কৰি ই চেঁচা হবলৈ ধৰিলে, ইয়াৰ আয়তনো ক্ৰমে কমি আহিব ধৰিলে। তেতিয়া ই প্ৰাকৃতিক নিয়ম অনুসাৰে আগতকৈ বেচি বেগেৰে ঘূৰিবলৈ ধৰিলে। ঘূৰ্ণ্যমান বিৰাট্ বাষ্পগোলকৰ পদাৰ্থসমষ্টিত কেন্দ্ৰৰপৰা বাহিৰৰ ফালে কেন্দ্ৰাপ-সাৰিণী ( Centrifugal ) শক্তি এটা উৎপন্ন হল। সেই শক্তি বিষুবৰেখাৰ ওচৰৰ পদাৰ্থসমষ্টিত বেচি হল। তেতিয়া বাহিৰৰ ফালে যাব খোজা পদাৰ্থসমূহ ধৰি ৰাখিবলৈ ভিতৰলৈ টনা শক্তি অনুপাতে বেচি নোহোৱা হেতু বাষ্পগোলক যেতেক আয়তন কমি আহিবলৈ ধৰিলে, তেতেকে বিষুবৰেখাৰ ওচৰৰ পদাৰ্থ সমষ্টি দূৰত ৰৈ আহিবলৈ ধৰিলে। এনেকৈয়ে ভিন ভিন সময়ত ভিন

ভিন বাষ্পপিণ্ড বিৰাট গোলকৰপৰা বিভিন্ন হৈ বৈ গল। এই বাষ্পপিণ্ডবিলাকো প্ৰাকৃতিক বিধানানুসাৰে নিজ মেৰুদণ্ডৰ চাৰিওফালে ঘূৰি ঘূৰি মাধ্যাকৰ্ষণৰ বলত ওপৰত কোৱা বিৰাট্ বাষ্পগোলকৰ চাৰিওফালে ঘূৰিবলৈ ধৰিলে। এই সৰু সৰু বাষ্পপিণ্ডবিলাকেই কালত তাপ বিকিৰণ কৰি চেঁচা হৈ আমাৰ সুপৰিচিত গ্ৰহশ্ৰেণীত পৰিণত হৈছে। এই গ্ৰহবিলাকৰপৰা আকৌ আগত কোৱা নিয়মে উপগ্ৰহৰ উৎপত্তি হল। এনেকৈয়ে সৌৰজগতৰ সকলো জ্যোতিষ্কসমূহ উৎপন্ন হল।

ওপৰত যি জ্যোতিষ্কমণ্ডলীৰ কথা কোৱা হল, সেইবিলাক সকলোৰে পিতৃস্থানীয় ; সেই বিৰাট বাষ্পগোলকটিয়েই আমাৰ সুপৰিচিত সূৰ্য্য। আমি জানো যে যি বস্তুত যিমান অধিক পদাৰ্থ সেই বস্তু তপত হলে, চেঁচা হবলৈ সিমান বেচি সময় লাগে। সমান গৰম এবাটি পানী একলহ পানীতকৈ আগেয়ে চেঁচা হৈ যায়। কাজেই প্ৰথমে সমানে গৰম থাকিলেও বুধ, শুক্ৰ, পৃথিবী মঙ্গল আদি গ্ৰহ পদাৰ্থ কম থকা হেতু একেবাৰে চেঁচা হৈ গৈছে, অথচ বৃহস্পতি, শনি, ইউৰেনাচ্ নেপ্চুন আদি গ্ৰহবিলাক ডাঙৰ কাৰণে এতিয়াও গৰম হৈ আছে। ইফালে আকৌ চন্দ্ৰ বৰ সৰু হোৱা বাবে ইয়াৰ আগ্নেয়গিৰি পৰ্য্যন্ত চেঁচা হৈ মৰি গৈছে। কিন্তু সূৰ্য্য আন আন সকলো গ্ৰহ-উপগ্ৰহবিলাকতকৈ বহুত ডাঙৰ হোৱা কাৰণেই এতিয়াও অত্যন্ত গৰম আৰু তেজোময় হৈ আছে আৰু সকলো গ্ৰহ-উপগ্ৰহ বিলাকক তাপ আৰু পোহৰ দিব পাৰিছে।

ওপৰত যি তেজোময় গোলকপিণ্ডৰ কথা কোৱা হল, সেই সূৰ্য্য আৰু তাৰ আকৰ্ষণৰ অধীনস্থ জ্যোতিষ্কসমূহ—এয়ে সৌৰ



জগৎ। সৌৰজগতত এতিয়ালৈকে ৫০০শৰো বেচি গ্ৰহৰ আবিষ্কাৰ হৈছে। ভিতৰত বুধ, শুক্ৰ, পৃথিবী, মঙ্গল, বৃহস্পতি, শনি, ইউৰেনাচ্ আৰু নেপচুন এই আঠোটাই প্ৰধান। বাকী গ্ৰহবিলাক তেনেই সৰু সৰু, কেতবিলাকত ব্যাস ২০ মাইলতকৈও কম। মঙ্গল আৰু বৃহস্পতিৰ কক্ষৰ মাজত ইহঁতৰ কক্ষবিলাকৰ অবস্থিতি। বুধ, শুক্ৰ, পৃথিবী, মঙ্গল, বৃহস্পতি আৰু শনি এই ছটা গ্ৰহ অতি পুৰণি কালৰেপৰা জনাজাত। ইউৰেনাচ নেপচুন আৰু মঙ্গল-বৃহস্পতিৰ মাজৰ সৰু সৰু গ্ৰহবিলাক বৰ্ত্তমান যুগৰ কীৰ্ত্তি। ১৭৮১ খৃষ্টাব্দত যেতিয়া চাৰ উইলিয়াম হাৰ্চেলে দূৰবীক্ষণেৰে আকাশ পৰ্য্যবেক্ষণ কৰিব ধৰিছিল, তেতিয়া হঠাৎ এটি ডাঙৰ জ্যোতিষ্কৰ ওপৰত তেওঁৰ চকু পৰিল। তেওঁ পৰীক্ষা কৰি দেখিলে যে ই কোনো নক্ষত্ৰ নহয়, পৃথিবীৰ নিচিনাকৈ সূৰ্য্যৰে এটি গ্ৰহ মাথোন। হাৰ্চেলৰ দ্বাৰা আবিষ্কৃত এই গ্ৰহটোৰ নামেই ইউৰেনাচ্।

ইউৰেনাচ্ পৃথিবীতকৈ ৬৩ গুণে ডাঙৰ। ই সূৰ্য্যৰপৰা ১৭৮কোটি মাইল দূৰত থাকি নিজৰ কক্ষত আমাৰ প্ৰায় ৮৪ বছৰত সূৰ্য্যৰ চাৰিওপিনে এবাৰ ঘূৰে।

ইউৰেনাচ্ আবিষ্কৃত হোৱাৰ পাছত দেখা গল যে গণনাৰ দ্বাৰা যি কক্ষ পোৱা যায়, ই সেই কক্ষৰপৰা বাহিৰৰ ফালে অলপ দূৰত থাকি সূৰ্য্যৰ চাৰিওফালে ঘূৰে। জ্যোতিৰ্ব্বিদ্ পণ্ডিতসকলে ঠিক কৰিলে যে, ই নিশ্চয় কোনো অজানিত গ্ৰহৰ দ্বাৰা আকৃষ্ট হৈ তেনে কৰিছে, নহলে নিজৰ কক্ষ এৰি সূৰ্য্যৰপৰা নিয়মিতকৈ বেচি দূৰত থাকি ঘূৰিবৰ ইয়াৰ একো কাৰণ নাই। সকলোৱে নেজানিব পাৰে, গণিতশাস্ত্ৰই জগতত কি অদ্ভুত অদ্ভুত অথচ অতি আৱশ্যক কামবিলাক সাধাৰণ কৰি

দিছে আৰু দিব লাগিছে। যি মহতীশক্তিৰ ওপৰত নিৰ্ভৰ কৰি ব্ৰহ্মাণ্ডৰ শৃঙ্খলাবদ্ধ অৱস্থান, সেই মাধ্যাকৰ্ষণ শক্তিৰ নিয়মাৱলীও গণিতৰ দ্বাৰাই পৰিগণিত। যি জ্যোতিষশাস্ত্ৰৰ কুশলত আমি আকাশৰ গ্ৰহ নক্ষত্ৰৰ লগত আমাৰ নগণ্য পৃথিবীৰ হীনডেটি তুলনা কৰি জগতত আমাৰ সম্বন্ধ থিৰ কৰিব পাৰিছোঁ, সেই জ্যোতিষ-শাস্ত্ৰৰ সম্যক্ উন্নতি কেৱল মাথোন গণিতৰ অনুগ্ৰহফল। বস্তুবিজ্ঞানৰ ইমান উন্নতিও গণিতৰ সহায়ৰ কাৰণেহে হব পাৰিছে। ইউৰেনাচ্‌ৰো গতিৰ বেমেজালিৰ কাৰণ অৱশেষত গণিতেহে সিদ্ধান্ত কৰি দিলে। অজানিত গ্ৰহৰ ওজন, ইয়াৰ গতি আৰু ভ্ৰমণৰ পথ গণনা কৰা গণিতৰ কাৰ্য্য। কাজেই যি অজ্ঞাত গ্ৰহৰ দ্বাৰা আকৃষ্ট হৈ ইউৰেনাচ্‌ৰ এই বেমেজালি, গণনাৰ দ্বাৰা তাৰ স্থান আৰু ভ্ৰমণ পথ বাহিৰ কৰিব পাৰিলেই সকলো গোলমালৰ ওৰ পৰে। কিন্তু যদিও বা এনে কোনো অজ্ঞাত গ্ৰহ থাকেই, তেনেহলেও অধ্যাপক বোদৰ সংস্থানৰ বিধান অনুসাৰে ইয়াৰ আনুমানিক দূৰত্ব ৩৮৮ কোটি মাইলৰ কম নহবৰ কথা। এতিয়া ভাবি চাওক সৌৰজগতৰ সুদূৰ প্ৰান্তত থকা এই অদৃশ্য গ্ৰহটোৰ স্থান নিৰ্দ্দেশ কৰা কি ভয়ানক দুৰূহ কাম। কিন্তু ইয়াতো গণিতৰ জয় হল। ফ্ৰাঞ্চদেশৰ অমৰ পণ্ডিত লেবেৰিয়াৰে গণনাৰ দ্বাৰা এই গ্ৰহটোৰ স্থান নিৰ্দ্দেশ কৰি বাৰ্লিনৰ ডক্তৰ গেলেলৈ লিখি পঠিয়ালে যে তেওঁ যেন তেওঁৰ দূৰবীক্ষণাদিৰে সেই অদৃশ্য গ্ৰহটোক নিৰ্দ্দিষ্ট স্থানত অনুসন্ধান কৰে। গেলেই চিঠি পায়েই কৌতুহলাক্ৰান্ত হৈ নিৰ্দ্দিষ্ট স্থানত গ্ৰহৰ অনুসন্ধান আৰম্ভ কৰিলে আৰু অনেক পৰ্য্যবেক্ষণ আৰু পৰীক্ষাৰ ফলত ১৮৪৫ খ্ৰীষ্টাব্দত লেবেৰিয়াৰৰ গ্ৰহ আবিষ্কাৰ কৰি পেলালে। লেবেৰিয়াৰৰ এই



গ্ৰহটোৰ নাম নেপচুন ৰখা হল। কোৱা বাহুল্য যে, সেই একে সময়তে ইংলণ্ডত আডাম্‌চ্‌ নামে পণ্ডিত এজনেও স্বকীয়াভাবে গণনা কৰি সেই গ্ৰহটোৰ স্থান আৰু গতি নিৰ্দ্দেশ কৰিছিল।

নেপচুন পৃথিবীতকৈ ৬০ গুণে ডাঙৰ আৰু সূৰ্য্যৰপৰা ইয়াৰ কক্ষ ৩০০ কোটি মাইল দূৰত অৱস্থিত। ই আমাৰ ১৬৪ বছৰত সূৰ্য্যৰ চাৰিওফালে এবাৰ ঘূৰে। ইউৰেনাচ আৰু নেপচুনক এৰিও ৫০০শ মান সৰু সৰু গ্ৰহ প্ৰায় যোৱা ১০০ বছৰৰ ভিতৰতে আবিষ্কৃত হৈছে। এই বিলাকৰ আবিষ্কাৰৰ ইতিহাস বৰ কৌতুহলজনক।

বহু পূৰণিকালৰে পৰা জ্যোতিৰ্ব্বিদ পণ্ডিতসকলৰ মনত মঙ্গল আৰু বৃহস্পতিৰ মাজৰ ব্যৱধান আন আন গ্ৰহৰ মাজৰ ব্যৱধানৰ তুলনাত বেচি বুলি অনুমিত হৈছিল। গ্ৰহবিলাকৰ দূৰত্ব সম্বন্ধে তেওঁলোকে এটা নিয়ম উলিয়াইছিল আৰু সকলো গ্ৰহৰ দূৰত্ব এই নিয়মে পোৱা দূৰত্বৰ লগত প্ৰায় মিলি যোৱা দেখা গৈছিল কেৱল মঙ্গল আৰু বৃহস্পতিৰ মাজত যি ব্যৱধান সেইটোহে মিলা নাছিল। সূৰ্য্যৰে পৰা সমান দূৰত ইহঁতৰ মাজত যদি আৰু এটা গ্ৰহ থাকে তেনেহলে আগত কোৱা নিয়ম মতে সকলো গ্ৰহৰে দূৰত্ব মিলি যায়। এই অনুমানৰ ওপৰত নিৰ্ভৰ কৰি সুপ্ৰসিদ্ধ জ্যোতিৰ্ব্বিদ্ পণ্ডিত কেপ্‌লাৰে ভবিষ্যদ্বাণী কৰিলে যে মঙ্গল আৰু বৃহস্পতিৰ মাজত এটি গ্ৰহ আছে। কালত ই জ্যোতিষীসকলৰ চকুত পৰিব। কেপ্‌লাৰৰ এই ভবিষ্যদ্বাণী বহুত দিনলৈ প্ৰমাণিত নোহোৱাকৈ আছিল। পাচত যেতিয়া ইউৰেনাচ আবিষ্কৃত হল, দেখা গল যে, ই আগৰ কোৱা নিয়ম মতে

থাকিবলগা দূৰতে আছে। কেপ্‌লাৰৰ কথাৰ ওপৰত পণ্ডিত-সকলৰ তেতিয়া দৃঢ় বিশ্বাস হল। তেওঁ লোকে সঙ্কল্প কৰিলে যে কেপ্‌লাৰ-কথিত এই অদৃশ্য গ্ৰহটো আবিষ্কাৰ নকৰিলে নহয়। অৱশেষত ইটালীয় জ্যোতিৰ্ব্বিদ পণ্ডিত "পিয়েজি"য়ে ১৮০১ খৃষ্টাব্দত এই অজ্ঞাত গ্ৰহটো আবিষ্কাৰ কৰিলে। পণ্ডিতসকলে এই গ্ৰহটোৰ নাম চিৰিচ ৰাখিলে। চিৰিচ আবিষ্কাৰ হোৱাৰ তিনি বছৰৰ ভিতৰত (১৮০১—১৮০৪) আৰু তিনটা গ্ৰহ, মঙ্গল আৰু বৃহস্পতিৰ মাজতে আবিষ্কৃত হল। তাৰ পাচত ১৮৪৫ খৃষ্টাব্দৰপৰা প্ৰায় প্ৰতি বছৰেই দুটা এটাকৈ গ্ৰহ মঙ্গল আৰু বৃহস্পতিৰ মাজত আবিষ্কৃত হৈ আছে। এই গ্ৰহবিলাকৰ কক্ষ, সূৰ্য্যৰপৰা ২২ কোটিৰপৰা ৪০ কোটি মাইলৰ ভিতৰত অবস্থিত। পণ্ডিতসকলে অনুমান কৰে যে এই অসংখ্য সৰু সৰু গ্ৰহবিলাক কোনো বিৰাট গ্ৰহ অজানিত কাৰণত ভাগি-ছিগি যোৱাত উৎপন্ন হৈছে।

---

# সময়ৰ ব্যৱহাৰ।

## মহম্মদ ছালেহ।

সময় অমূল্য ধন। অবাবত আমি সময় কটোৱা যুগুত নহয়। নিৰ্দ্ধাৰিত সময়ত নিৰ্দ্দিষ্ট কাম কৰা অতি উত্তম উপায়। যেয়ে সময় বান্ধি কাম নকৰে তেওঁ জীৱনত কৃতকাৰ্য্য হব নোৱাৰে। সময়ৰ অলপ হেচ্ পেচ্ হলেই যুদ্ধক্ষেত্ৰত ঘোৰ অপায় মিলিবপাৰে। দিগবিজয়ী



পুৰুষেও কেতিয়াবা সময়ৰ হেলা সিফালৰ নিমিত্তে পৰাজয় হব পাৰে। টান নৰীয়াত সময় মতে দৰব নপৰিলে মৃত্যু হব পাৰে। সময়ৰ ব্যৱহাৰত যেয়ে পটু তেঁৱে সংসাৰত কীৰ্ত্তি আৰ্জ্জন কৰিছে। মহাপুৰুষ সকলৰ জীৱনত সময়ৰ ব্যৱহাৰ এটি বিশেষকৈ মন কৰিব লগীয়া বিষয়। মানুহে সময় ধাৰ্য্য কৰি লৈ সময়ে সময়ে যেতিয়াৰ যি কাম তাক কৰিব লাগে। সংসাৰত উন্নতি কৰিব খোজা মনুষ্য মাত্ৰেই সময়ৰ ওপৰত বিশেষ চকু ৰাখিব লাগে। উন্নতিৰ ঘাই উপায় হৈছে সময়ৰ ব্যৱহাৰ। ই সেই বাস্তব ঐন্দ্ৰজালিক বিদ্যা যাৰ প্ৰভাৱত ধূলি মুঠিত ধৰিলে সোণ ৰেণু আৰু সোণৰেণুত ধৰিলে ৰত্ন শ্ৰেষ্ঠ হীৰাত পৰিণত হয়। ই সেই আলাদীনৰ অদ্ভুত প্ৰদীপ যাৰ বলত অসম্ভৱ সম্ভৱ হয়, ই সেই সংসাৰ ফুলনিৰ কল্পতৰু যাৰ ওচৰত কৰ্ম্মবীৰৰ সকলো মনোবাঞ্ছা পূৰ্ণ হয়।

দুখৰ বিষয় আমাৰ দেশত বহুতে এক মিনিট দুই মিনিট দূৰৈৰ এঘণ্টা দুঘণ্টাকো সময় বুলিয়ে গণ্য নকৰে। কিন্তু সময়ৰ মূল্য বুজোতা সকলে জানে এনেয়ে হেৰোৱা সেই সময় খিনিক কাৰ্য্যত খটালে কি আচৰিত ফলৰ অধিকাৰী হব পাৰি।

এই ক্ষুদ্ৰ সময়ৰ সমষ্টিবোৰৰ মহৎ ব্যৱহাৰ কৰি কত ক্ষুদ্ৰ মহৎ হ'ল, কত নগণ্য মান্যবন্ত হৈ উঠিল, কত মূৰ্খ জ্ঞানী হ'ল, কত দৰিদ্ৰ ধনবন্ত হৈ উঠিল, ক'ত অকৰ্ম্মণ্য কৰ্ম্মবীৰ হ'ল তাৰ কি লেখ আছে?

মহাপুৰুষ সকলৰ জীৱন চৰিত পঢ়িলেই এইটো স্পষ্টকৈ ধৰিব পাৰি যে তেওঁলোকৰ মহৎ কিৰ্ত্তিৰ লগত সময়ৰ সদ্ব্যৱহাৰ লুকাই আছে।

ধনৰ কৃপণ হোৱা দোষৰ কথা কিন্তু সময়ৰ কৃপণ হোৱা প্ৰশংসাৰ কথা। অতিপাত সময়ৰ কৃপণ হোৱা মহা গৌৰৱৰ কথা। সময়ৰ কৃপণালি কৰি যি আৰ্জিব পাৰি, ধনৰ কৃপণালি তাৰ আগত অতি তুচ্ছ। সময়ৰ কৃপণালি কৰিলে কৃপণালি মহৎ গুণৰ ভিতৰত গণ্য হয়।

চিচোৰোৱে কৈছিল—"আনে যি সময় আমোদ প্ৰমোদ বা ভাওনা আদি চাই কটায় এনে কি মন আৰু শৰীৰৰ জিৰণি দিয়ে সেই খিনি সময় মই দৰ্শন শাস্ত্ৰ অধ্যয়নত নিযুক্ত কৰোঁ।"

শুই, বহি, গল্প কৰি কিমান সময় আমি নষ্ট কৰিছোঁ তাৰ তুলনাত আধাঘণ্টা বা এঘণ্টা নিচেই ক'ম সময়। কিন্তু এই সময়খিনিকে কোনো এটা ভাষা শিকাত প্ৰয়োগ কৰিলে জীৱনত বহু ভাষা আয়ত্ব কৰিব পাৰি। সাধাৰণতঃ কোনো ভাষাৰ তিনিশ শব্দ শিকিলে কথা বতৰা কব পাৰি আৰু ৩ হাজাৰ শব্দ শিকিলে চিঠি পত্ৰ লিখিব আৰু প্ৰবন্ধাদি ৰচনা কৰিব পাৰি। তাৰে পোন্ধৰ মিনিত সময় যদি আমি অন্ততঃ তিনিটাকৈ শব্দ শিকোঁ তেনেহলে এশ দিনত বা ৩ মাহত কোনো এটা ভাষাত সাধাৰণ ধৰণৰ কথা-বতৰা কব পৰা হম আৰু দুই বা আঢ়াই বছৰৰ ভিতৰতে সেই ভাষাৰে প্ৰায় সকলো ৰকমৰ আলোচনাতে যোগ দিব পৰা হম। সেই নিৰ্দ্দিষ্টকৈ এফালে পেলাই থোৱা সময়খিনিৰ পোন্ধৰ মিনিট সময় নিয়মিত ভাৱে ব্যায়াম চৰ্চ্চাত নিযুক্ত কৰিলে আমাৰ শৰীৰক ৰোগমুক্ত কৰি স্বাস্থ্যবান হৈ জীৱন সুখময় কৰিব পাৰোঁ আৰু তাৰ লগে লগে আনন্দও বঢ়াব পাৰোঁ। এনেয়ে হেৰাই যাবলৈ ধৰা এই সময়খিনি সাহিত্য, শিল্প, বিজ্ঞানৰ কোনো এক বিভাগত নিযুক্ত কৰিলে দহ বছৰৰ ভিতৰত নিশ্চয় সেই সেই



বিষয়ত পৈণত হৈ উঠিব পাৰি। মাতৃভাষাৰ সাহিত্য চৰ্চ্চাত এই সামান্য সময়খিনি নিযুক্ত কৰিলে ৮ বা ১০ বছৰৰ ভিতৰত যে কত বহুমূলীয়া সম্পদ মাতৃভাষাক দান কৰিব পাৰি তাক ভাবিলে বিস্ময় মানিব লাগে। কাৰণ এই আধাঘণ্টা বা এঘণ্টা সময়ত দেশ বিদেশৰ নানা সাহিত্যৰ সুৰলা গ্ৰন্থাদি মাতৃ ভাষাত ভাঙ্গিব পাৰি আৰু সিও জাতীয় সাহিত্যৰ স্থায়ী কীৰ্ত্তি স্বৰূপ হৈ থাকে। আধুনিক উন্নত সাহিত্য বিলাকৰ এটি বিভাগ এনে বিদেশী সাহিত্যৰ ভাঙ্গনীয়ে ওখ ঠাই অধিকাৰ কৰিছে। তাৰ লগে লগে সেই সাহিত্যবোৰৰো নানা প্ৰকাৰে পুষ্টি সাধন হৈছে। যি পুৰণি শঙ্কৰী সাহিত্য অসমীয়াৰ গৌৰৱৰ বস্তু সিও অনুবাদ মূলক সাহিত্য নহয় নে বৰ্ত্তমান অসমীয়া সাহিত্যৰ এই বিভাগটি অসম্পূৰ্ণ হবনে?

বিশ্ব বিখ্যাত কবি গেটেই এবাৰ বৰ ডাঙ্গৰ বংশ এজনৰ সৈতে দেখা কৰিবলৈ গৈ তেওঁৰে সৈতে কথা পাতি আছিল। এনেতে তেওঁৰ মনত এটি ভাবৰ উদয় হ'ল। "অলপ পৰলৈ ক্ষমা কৰিব" বুলি তেওঁ ওচৰৰ কোঠালী এটাত সোমাই সেই ভাবটো তেতিয়াই লেখি পেলালে। সেই ভাবটো "ফষ্ট" নামে তেওঁ লিখা কিতাপ সম্বন্ধে আছিল। জানোচা আন ফালে সেই ভাবটো বিফলে যায় এই কাৰণে পলক নকৰি এনে আজৰি নথকা সময়তো সময় উলিয়াই লেখি থলে।

হায়! দেখা নাপাও আমি মহত্বৰ মহত্তালি যে এই খিনিতে!

স্বনামধন্য কবি পোপে ৰাতি বিচনাৰ পৰা উঠিও কোনো কোনো ভাব লেখি থৈছিল।

বীচাৰ ফ্ৰাউডৰ 'ইংলণ্ড' নামেৰে কিতাপখন তেওঁ 'ডিনাৰ' খাবলৈ ৰখা পৰ খিনিতে অলপ অলপকৈ লেখি শেষ কৰে।

প্ৰসিদ্ধ গ্ৰোট চাহাবে বেঙ্কাৰৰ কাম কৰি যি এফেৰি সময় পাইছিল তাকেই কামত লগাই 'গ্ৰীচৰ বুৰঞ্জী', নামেৰে এখনি অনুপম কিতাপ লেখে।

ডাক্তৰ বাৰ্নিয়ে ঘোৰাৰ ওপৰত উঠি ফুৰিবৰ সময়খিনিতে ফ্ৰেঞ্চ আৰু ইটালী ভাষা শিকে।

ডাক্তৰ মেছন গুডে নওনলৈ ৰোগী চাবলৈ ঘোঁৰাত উঠি যাওঁতে লুক্ৰেটীয়াচ নামৰ কিতাপখনি তৰ্জ্জমা কৰিছিল।

নামজলা কবি লংফেলোৰ 'কফি' উতলাবলৈ যি দহ মিনিট সময় লাগিছিল তাকেই কামত খটাই ইম্ফাৰনো নামৰ কিতাপখন কেইবা বছৰলৈকে অলপ অলপকৈ লেখি শেষ কৰে।

মেডাম ডি জেনিলিচে ফ্ৰান্সৰ ৰাজকুমাৰীক দৈনিক পাঠ দিবলৈ গৈ যি অলপ সময় ৰাখিব লগীয়া হৈছিল, সেই সময়খিনিতে তেওঁ সুন্দৰ সুন্দৰ কিতাপ লিখিছিল।

মহা কবি মিল্টনে চাৰিটা কি পাঁচোটা ডাঙ্গৰ বাব লৈ যি কিঞ্চিৎ সময় পাইছিল, সেই সময়খিনিতে ওখ ভাবপূৰ্ণ সুন্দৰ সুন্দৰ কবিতা ৰচনা কৰিছিল।

গেলিলিও নিজে চাৰ্জ্জন আছিল কিন্তু তেওঁ আজৰি সময়খিনি কামত খটাই বহু নতুন তথ্য আবিষ্কাৰ কৰিছিল।

মন্ত্ৰীবৰ গ্লাডষ্টোন তেওঁৰ গোটেই জীৱনত সৰু কিতাপ এখনি জেপৰ ভিতৰত লৈ ফুৰিছিল। জানোচা এটি মূহুৰ্ত্তও তেওঁৰ হাতৰ পৰা কেনেবাকৈ সৰকি যায়।

মাইকেল ফেৰাডেই কিতাপবন্ধা কামত লাগি থাকোতে তেওঁৰ অবসৰ সময়খিনি নানা বিষয়ৰ বৈজ্ঞানিক পৰীক্ষাত নিযুক্ত কৰিছিল। এবাৰ তেওঁ বন্ধু এজনলৈ এইদৰে লিখিছিল, মোক



মাথোন সময় লাগে। আহা! আহা! মই যদি সস্তা দৰত আমাৰ আজিকালিৰ ভদ্ৰলোক সকলৰ অবসৰ সময়খিনি নাইবা দিনবোৰ কিনিব পাৰিলোঁহেতেন।" সাৱধান! সাৱধান!! বুদ্ধিমান মানুহে তুমি এলাহত কটোৱা সময়খিনি যেন এইদৰে সস্তাদৰত বা বিনা দামত কিনিবলৈ নাপাঁয়। এতিয়াও তুমি এক মহা সম্পদৰ ৰাজ ৰাজেশ্বৰ। জানিব হেলাবঙ্গেৰে যদি এই মহাসুযোগ হেৰোৱা তেনেহলে আনে এই সুযোগ কেতিয়াও এৰি নিদিয়ে। অবাৰত এই সুযোগ হেৰালে কাক তুমি হুষিবা? অৱশেষত এদিন বৰ দুখেৰে সুযোগ গমপাবা যে এক মহা সম্পদৰ অধিকাৰী হৈ তুমি চালছিগা ভিকহু মাত্ৰ আৰু আনকালে সেইএকে আৰু দ্বিতীয় বস্তুৰে সদ্ব্যৱহাৰ কৰি আন এজনে অটুট স্বাস্থ্য, অগাধ বিদ্যা আৰু অতুল ধনৰ অধিকাৰী হৈ নিজৰ জীৱন ধন্য কৰিছে।

---

# গ্ৰীক নাটকৰ গান

কৃষ্ণকান্ত সন্দিকৈ

খৃঃ পূঃ পঞ্চম চতুৰ্থ শতিকাত ৰচা গ্ৰীক সাহিত্যৰ বিখ্যাত ট্ৰেজেডি বা শোকনাটকবিলাক বাস্তৱতে পদ্যত লিখা একোখন সৰু সৰু নাট্যকাব্য। এই নাটকবিলাক অঙ্ক গৰ্ভাঙ্কত বিভক্ত নহয়। মূল নাটকবিলাকৰ কোনো থললৈ উল্লেখ কৰিব লগা হলে শাৰী হিচাবে উল্লেখ কৰা হয়। একোখন একোখন নাটকত প্ৰায় বাৰ শ পোন্ধৰ শ শাৰী থাকে। গান এই নাট্যকাব্যবিলাকৰ এটা প্ৰধান অঙ্গ; আধুনিক আৰু গ্ৰীক ট্ৰেজেডিৰ এটো এটা ডাঙৰ প্ৰভেদ

গানবিলাক আধুনিক নাটকৰ দৰে কথোপকথনৰ মাজত এনেয়ে সুমাই দিয়া নহয়। সেইবিলাকৰ লগত নাটকথনৰ অন্তৰঙ্গ সম্বন্ধ থাকে, গ্ৰীক নাটকত ঠাই বুজি আধুনিক অপেৰাৰ নিচিনাকৈ গানেৰেও কথোপকথন চলিব পাৰে। সাধাৰণতে গ্ৰীক নাটকবিলাকত কেইবা বিধৰো গান থাকে, তাৰ ভিতৰত ক'ৰাছ বা সমস্বৰ গান প্ৰধান আৰু সকলো নাটকতে থাকে। ইয়াৰ বাহিৰেও কম্মছ, মনডি আৰু "ৰঙ্গমঞ্চৰ গান" বুলি কিছুমান গান আছে। কম্মছ প্ৰায়বিলাক নাটকতে পোৱা যায়, মনডি আৰু "ৰঙ্গমঞ্চৰ গান" সকলো নাটকতে পোৱা নাযায়।

ধৰ্ম্মৰ ক্ৰিয়া-কাণ্ডৰপৰা গ্ৰীক ট্ৰেজেডিৰ উদ্ভৱ হয়। সুৰা আৰু আনন্দৰ দেৱতা ডিয়নিছাছৰ উৎসৱত হোৱা নাচগানৰপৰা গ্ৰীক ট্ৰেজেডিৰ ক্ৰমবিকাশ হয়। এই উৎসৱবিলাকত ক'ৰাছ বা সমস্বৰ গানৰ প্ৰাধান্য আছিল। গ্ৰীক নাটকত এই বিধ গানৰ প্ৰাধান্য হোৱাৰ ই এটা ঐতিহাসিক কাৰণ। কিন্তু গভীৰ অনুভূতি আৰু ভাবৰ তুমুল থৌকিবাথৌ প্ৰকাশ কৰিবৰ কাৰণে গানতকৈ ভাল উপায় নাই। বিখ্যাত সমালোচক ৱাল্টাৰ পেটাৰে অচল কথাকে কৈছে যে বস্তু আৰু ৰূপ অথবা বিষয় আৰু প্ৰকাশ ৰীতিৰ সম্পূৰ্ণ ঐক্য সুকুমাৰ কলাৰ লক্ষ্য আৰু এই লক্ষ্য সিদ্ধ হয় গান আৰু গীতি কবিতাত। অৱশ্যে এই গান 'ফুল ফুলিছে, মলয়া বলিছে' বিধৰ গান নহয়। ভাবৰ বৈচিত্ৰ্য, অনুভূতিৰ গাম্ভীৰ্য্য আৰু ভাষাৰ চঞ্চল বিলাসত গ্ৰীক ট্ৰেজেডিৰ গানৰ তুলনা বিশ্বসাহিত্যত পাবলৈ নাই। গানত অকল মাধুৰ্য্যৰ পৰিমাণ বেছি হলে গাম্ভীৰ্য্য নাথাকে, গাম্ভীৰ্য্য বেছি হলে কোমলতা নাথাকে। এই দুটা বস্তুৰ সামঞ্জস্য ৰাখি এস্কিলাছ, ছফক্লিছ



আদিয়ে গান হিচাবে গানৰ এটা গম্ভীৰ ৰূপ সৃষ্টি কৰিছিল। গ্ৰীক ভাষাৰ স্বাভাৱিক মাধুৰ্য্যই এই গীতি সাহিত্যৰ সৃষ্টিত সহায় কৰিছিল। গ্ৰীক ভাষাৰ দৰে সংস্কৃত ভাষাও মধুৰ কিন্তু সংস্কৃত ভাষাৰ গতি দ্ৰুতবিলম্বিত, গ্ৰীকভাষা অতি ক্ষিপ্ৰগামী ইত্যাদি কিছুমান পলাই অহা কুমাৰীক ধৰি নিবলৈ আহি এখন নাটকত এজন দূতে চিঞৰি চিঞৰি গাইছে—

'টিল্‌ময় টিল্‌ময় কায় ষ্টিগময়'

ওপৰত দিয়া কথা ফাকি শুনিবলৈ বৰ মধুৰ আৰু বৰ খৰকৈ গাব পাৰি। ইয়াৰ অৰ্থ সেই অনুপাতে শুৱলা নহয়। দূতে এই কেইটা কথাৰেই ভয় দেখুৱাই কৈছে বোলে 'তহঁত ফিৰি নাহিলে তহঁতক খুচিম আৰু বিন্ধিম।'

ক'ৰাছ গানবিলাক ৰঙ্গমঞ্চৰ আগত এডোখৰ বিশেষ ঠাইত গোৱা হৈছিল। ইয়াৰ নাম অৰকেষ্ট্ৰা। সাধাৰণতে পোন্ধৰজন গায়ক মিলি বাঁহীৰ সুৰত গাইছিল আৰু নাচিছিল। গায়ক-সকলে অনেক সময়ত কুমাৰীৰ বেশ ললেও কোনো কোনো নাটকত তেওঁবিলাকে বুঢ়াৰ ৰূপ লৈছিল। কেতিয়াবা আকৌ গায়ক-দলে কোনো এখন ৰাজ্যৰ মন্ত্ৰী-পৰিষদৰ ৰূপ লৈছিল। ইয়াৰ পৰাই বুজা যায় গ্ৰীক ট্ৰেজেডিৰ ক'ৰাছ গান আৰু নাচ কিমান গম্ভীৰ আৰু মৰ্য্যাদাপূৰ্ণ। কিন্তু গানত অকল গাম্ভীৰ্য্য থাকিলেই নহয়, মাধুৰ্য্য আৰু লালিত্যৰ ফালেও গ্ৰীক নাট্যকবি সকলে সদায় চকু ৰাখিছিল।

গ্ৰীক ট্ৰেজেডিৰ গানবিলাকত সুৰ সম্পৰ্কে বিশেষ একো জনা নাযায়। কবিত্বৰ বলতহে গ্ৰীক নাটকৰ গানে বিশ্ব সাহিত্যত ওখ ঠাই লাভ কৰিছে। বাস্তৱতে কবিত্ব নাথাকিলে

কোনো গানেই অকল সুৰৰ বলত সাহিত্যত চিৰস্থায়ী আসন পাব নোৱাৰে।' ইউৰোপীয় ৰঙ্গমঞ্চৰ বিখ্যাত অপেৰাবিলাকৰ সঙ্গীত আৰু গান অতি মনমোহা, কিন্তু তথন এখনৰ বাদে সেইবিলাকৰ সাহিত্যিক মূল্য বিশেষ একো নাই।

কবিতা আৰু সঙ্গীতৰ পাৰিপাৰ্শ্বিক অভিব্যক্তি গ্ৰীক কাব্য প্ৰতিভাৰ এটা বিশেষ লক্ষণ। প্ৰাচীন গ্ৰীক কবি সকলৰ স্নিগ্ধ গম্ভীৰ গীতিকবিতাবিলাক খ্ৰীঃ পূঃ সপ্তম আৰু ষষ্ঠ শতিকাতে ৰচা হৈছিল, তাৰ পিছতহে গ্ৰীক ট্ৰেজেডিৰ বিকাশ হয়। কবিতা আৰু সঙ্গীতৰ এই যুগল অভিব্যক্তিৰ ফল স্বৰূপে প্ৰাচীন গ্ৰীক-সাহিত্যত সঙ্গীতমূলক গীতি কবিতাৰ যি বিকাশ হৈছিল তাৰ তুলনা প্ৰাচীন ভাৰতীয় সাহিত্যত পোৱা নাযায়। ভাৰতীয় সাহিত্যত ঋগ্‌বেদৰ সূক্তবিলাকত কাব্যৰীতি ভালেখিনি আগুৱাইছিল। সামবেদৰ সাহিত্যত ঋক্ মন্ত্ৰবিলাক সুৰ লগাই গাবৰ কাৰণে ভিন ভিন প্ৰণালী বা সাম উদ্ভাবন কৰা হৈছিল, কিন্তু সঙ্গীতমূলক নতুন মৌলিক মন্ত্ৰ বা সূক্ত ৰচনা কৰাৰ প্ৰয়াস সামবেদীসকলে প্ৰায়েই কৰা নাছিল। তেওঁবিলাকে "স্তোম" ৰচনা কৰোতে একোটা একোটা ঋকমন্ত্ৰ দহ-বাৰ বাৰ পৰ্য্যন্ত ঘূৰাই ঘূৰাই গাইছিল, কিন্তু নতুন সূক্ত ৰচা তেওঁবিলাকৰ উদ্দেশ্য নাছিল। পালি সাহিত্যত কেতিয়াবা কৰবাত কবিত্বপূৰ্ণ গান পোৱা যায়। দীঘনিকায় গ্ৰন্থত পঞ্চশিখ গন্ধৰ্ব্বই ভগৱান বুদ্ধৰ আগত বীণা বজাই গোৱা সুন্দৰ প্ৰণয়গীত আছে, কিন্তু এই নিচিনা নিদৰ্শন অতি বিৰল। মোটতে গ্ৰীক সাহিত্যত কবিতা আৰু সঙ্গীতৰ যেনে অন্তৰঙ্গ সহযোগ হৈছিল প্ৰাচীন ভাৰতীয় সাহিত্যত তেনে সহযোগ সেই পৰিমানে হোৱা নাছিল। বিৰাট সংস্কৃত কাব্য সাহিত্যত গানৰ সংখ্যা বৰ কম।

---

# অসমীয়া সাহিত্য-কোষ।

——:::০( * )০:::——

## পদ্যাংশ।

---

## চিত্ৰকূট বৰ্ণনা।

৺ মাধব কন্দলী।

অবিলম্বে চিত্ৰকূট বনপাচে পাইলা।
হৰিষ ৰামে ৰামে সীতা মুখ চাইলা॥
দেখা দেখা জানকি! হৰিষ কৰি মন।
ফল মূল যুকুত বিবিধ তৰু বন॥
জাই, জুতি, বকুলি, বন্দুলি, কৰ্ণিকাৰ।
কাঞ্চন তগৰ, কুন্দ, সেৱালী মন্দাৰ॥
অশোক, পলাশ, ফুলি গৈল হিসাহিসি।
নাগেশ্বৰ, চম্পক, ফুলিল অহৰ্নিশি॥
পিণ্ডীতক, কুৰুবক, ফুলিল সেৱতি।
ধুন্দুৰ, কনেৰ, আৰু ফুলিল মালতী॥
ওড় পুষ্প, মালি, তুৱা মালি আৰু মালি।
তমাল, তুলসী মাধৈ মৰুৱা সেৱালি॥

* * *

দেখ দেখ সীতা! আম জাম পনিয়াল।
তাম্বুল, কঁঠাল, নাৰিকল নানা ফল॥
কমলা, মোহৰি শ্ৰীফলৰ গন্ধ কহে।
নানা ফুল ফলৰ সুৰভি বায়ু বহে॥
সবে বৃক্ষ বাহ্ৰ মাসৰ ফল ধৰে।
অশেষ চটকে পৰি পৰি ৰোল কৰে॥
জলচৰ থলচৰ জাকে জাকে পক্ষী।
সীতাক চিনন্তে চলি যান্ত লখি লখি॥
কঙ্ক, বক্ক, মউপীয়া পক্ষী মনোনীত।
নানাবিধ চিত্ৰ পক্ষী দেখিতে শোভিত॥
কোকিলৰ ৰাৱ পেচা টিঞা শুক, সাৰি॥
মনোহৰ পক্ষী যত বৰ্ণাইতে নপাৰি॥
মন্দাকিনী নদীত দেখ পক্ষীগণ।
সীতাক সম্বুধি ৰামে বুলিলা বচন॥

* * *

চিত্ৰকূট পৰ্ব্বতক দেখিয়োক সীতা।
পকা আমে গৌৰবৰ্ণ কৰিল চৌভিতা॥

---

# কৈলাস বৰ্ণনা।

৺ কবিৰত্ন সৰস্বতী।

ফটিক প্ৰকাশ, হৰৰ কৈলাস,
জলে নীনা ৰত্নময়।
অজ্ঞান বাড়ক, দেখি পৰ্বতেক,
অনেক বৃক্ষ নিচয়॥
আম জাম চাম, আতি অভিৰাম
শাল তাল ভাল দেখি।
ফুলিল কণ্টকি, সুবৰ্ণ কেতকী
ফুল মধ্যে যাক লেখি॥
গুৱা, নাৰিকল জৰা পনিয়ল
লেতকু, টেঙ্গা, দাড়িম্ব।
ষোলেঙ্গ, মধুৰি আছে ডাল ভৰি
ৰসে টুপু টুপু জিম্ব॥
কমলা কপুৱা, যেন চিনি চুৱা
স্বাদত আমোল মোল
পড়াণ্ট কণ্টুক, আছে জোকা জোক
দৰশনে হোৱে ভোল॥
দেৱতাৰি লিয়া বেঙ্গুয়া মুৰীয়া
জোণ্টা ফল জৰা ফল।
নানা ফলচয়, বৃক্ষত শোভয়,
কত নাম কৈবো তাৰ॥

শীতল নির্ম্মল, সৰোবৰ জল  
বুৰো বুৰো কৰে তীৰ।  
আছো স্নান পান, দেখি সুস্থ মন,  
নির্ম্মল মন শৰীৰ॥  
অমল কমল, সুকোমল দল  
ফুলি ফুলি ডাল শোভে।  
পৰি মধুকৰে, গুঞ্জে ৰুচিকৰ,  
তাৰ মধুপান লোভে॥  
ভ্ৰমে জাকে জাক হংস চক্ৰবাক,  
জলচৰ পক্ষীগণ।  
ক্ষণে ক্ষণে উৰি ফুৰি ফুৰি পৰি  
জলত কৰে ক্ৰীড়ন॥  
লবঙ্গ মালতী ফুলিল সেউতি  
কুন্দ কুৰুবক জাই।  
চম্পা নাগেশ্বৰ শিৰিশ বিস্তৰ  
হাত মেলি ফল পাই॥  
ৰঙ্গীন বেৰতী, আছে থুপি থুপি  
টগৰ জয়ন্তি মালি।  
ফল ভৰে হালি, পৰে ডাল ভাগি,  
ফুলিল বকুল জালি॥  
ফুলিছে বন্দুলি, গন্ধে নাৰি তুলি,  
কদম্ব দেখি শোভন।  
কেতকী প্ৰচুৰ কনক ধুস্তুৰ,  
নোৱালি মাৰি দশন॥



ফুলিল সেৱালি পৰে হালি হালি  
ফল ভৰে ভাগে ডাল।  
হেনয় শোভন বিচিত্ৰ উদ্যান  
ফুলে তথা সৰ্ব্বকাল॥  
যত মনোহৰ মন্দাৰ কুসুম  
পাৰিজাত তথা আছে।  
স্থল অভিনয় কুসুম পল্লব  
দেখি ভাল গাছে গাছে॥  
তাত কল্পতৰু আছয় অগুৰু  
শুনা তাত কেন কথা।  
মহা তৰুবৰ মাগি পাইলা বৰ  
নানা অভিলাষী তথা॥

---

# উপবন বৰ্ণনা।

৺ শঙ্কৰদেৱ।

পাছে ত্ৰিনয়ন দিব্য উপবন  
দেখিলন্ত বিদ্যমান।  
ফল ফুল ধৰি জকমক কৰি  
আছে যত বৃক্ষ মান॥  
শিৰীষ, সেউতি তমাল, মালতী  
লবঙ্গ, বাগী, গুলাল।

কৰবীৰ, বক কাঞ্চন, চম্পক
ফল ভৰে ভাঙ্গে ডাল ॥
সেৱালী, নেৱালী পলাশ, পাৰলী
পাৰিজাত যুথী জাই ।
বকুল বন্দুলী আছে ফুলি ফুলি
তাৰো সীমা সংখ্যা নাই ॥
কনোৰ কনাৰী কদম্ব বাবৰী
নাগেশ্বৰ, সিংহচম্পা ।
অশোক অপাৰ দেৱনা মন্দাৰ
মণিৰাজ ৰাজচম্পা ॥
কুন্দ কুৰুবক কেতকী টগৰ
গন্ধে মোহে বহু দূৰ ।
গুটি-মালী ভেটি ৰঙ্গীন বেৰতী
মকয়া মধাই ধুস্তূৰ ॥
চন্দন অগুৰু দিব্য কল্পতৰু
দেৱদাৰু পদ্ম বাসি ।
প্ৰতি গাছে গাছে ভিণ্ডা বান্ধি আছে
সুবৰ্ণ মাণিকে খচি ॥
মণি মৰকত স্থলী নানা মত
দীপ্তি কৰে তাৰ কাছে ।
মহা মনোহৰ দীঘি সৰোবৰ
তাৰ মাজে মাজে আছে ॥
চাৰিও কাষৰে প্ৰৱাল বাখৰে
বান্ধিলা বিচিত্ৰ কৰি ।



বৈদূৰ্য্যৰ বাট স্ফটিকৰ ঘাট
মকৰত খাট খৰি ॥
সুবৰ্ণ কমল ভেট উতপল
ফুলি ফুলি আছে ৰঞ্জি ।
শোভে চক্ৰবাক ৰাজহংসজাক
মৃণাল ভুঞ্জে উভঞ্জি ॥
কোণ্ডা কঙ্ক বক বিবিধ চটক
ভ্ৰমন্ত নিৰ্ভয় ভাৱে ।
অমৃত সমান জল কৰি পান
ত্যজে সুললিত ৰাৱে ॥
চাৰিও পাৰত দিব্য পুষ্প যত
গন্ধে দশো দিশ বাসে ।
অনেক ভ্ৰমৰে বেড়িয়ে গুঞ্জৰে
মধু-পান-অভিলাষে ॥
যত দিব্য পক্ষী ফল ফুল ভক্ষি
কাঢ়য় সুস্বৰ ৰাৱ ।
কুহু কুহু ধ্বনি কোকিলৰ শুনি
বহয় মলয় বাৱ ॥

---

# কালীয় দমন।

৺ শঙ্কৰদেৱ।

(১)

গোপশিশু সঙ্গে গৈল বজাই।
আগত গোধন বংশী বজাই॥
চাৰন্তে ফুৰন্তে গৰু গোৰক্ষ।
পাইলা যমুনাৰ তীৰৰ লক্ষ॥
কালীৰ হ্ৰদক তাক নজানি।
তৃষাত সবে পীলে বিষ পানী॥
দাৰুণ বিষৰ লাগিল জাল।
মৰিল সবে বৎস বৎসপাল॥
দেখিয়া কৃষ্ণ অসন্তোষ পাইল।
অমৃত নয়নে চায়া জীয়াইল॥
কালীক দমিবে কৰি যতন।
কটিত বান্ধিলা পীত বসন॥
উঠিলা উচ্চ কদম্বৰ গাছে।
হ্ৰদৰ মাজে জাম্প দিলা পাছে॥
ঢেউ উথলিল থলকি হ্ৰদ।
দশোদিশে গৈল তাৰ শবদ॥
জলক্ৰীড়া কৰা বাহু আস্ফালি।
ক্ৰোধে খেদি আসি দেখিলে কালী॥
তনু সুকুমাৰ জলদ শ্যাম।



প্ৰকাশে পীতবস্ত্ৰে অনুপাম॥
কমল লোচন মুখ প্ৰসন্ন।
মুকুতাৰ সাৰি সম দশন॥
উন্নত নাসা মুখে মন্দ হাস।
কণ্ঠত কৌস্তুভে কৰে প্ৰকাশ॥
হিয়াত জিলিমিলি কৰে কান্তি।
মধ্যত জলে শ্ৰীবৎসৰ পান্তি॥
আজানুলম্বিত বাহু দুখান।
চাৰু উৰু কৰ কটি সুঠান॥
জঙ্ঘা দুইক দেখি মিলে সন্তোষ।
দুখানি পাৱ নৱপদ্ম কোষ॥
আনন্দে জলক ফুৰা আস্ফালি।
মৰ্ম্মস্থলে আসি দংশিলে কালী॥
নাজানি তোমাৰ পাপী প্ৰভাৱ।
লাঞ্জে মেড়াইলেক সমস্তে গাৱ॥
বিষ লাগি পড়ি থাকিলা ঘুমি।
মনুষ্যৰ চেষ্টা দেখায়া তুমি॥
দেখি শিশু সব মৰিল প্ৰায়।
ধেনুগণে আউৰ তৃণ নখায়॥
কৃষ্ণক চাহিয়া থাকিল ৰহি।
চক্ষুৰ লোহ ধাৰে যায় বহি॥
আতি উতপাত দেখি গোকুলে।
গোপগোপী জাক সমস্তে বোলে॥
জ্যেষ্ঠ বলভদ্ৰ লগে নগৈল।

কৃষ্ণৰ আজি তৈতে কিবা ভৈল ॥
নন্দ যশোদা বিয়াকুল মনে।
কৃষ্ণক চাহিয়া পশিল বনে ॥
লগত চলে গোপগোপী জাক।
হা! কৃষ্ণ বুলি ছাড়ন্তে ডাক ॥
ধ্বজ বজ্র যব অঙ্কুশ চাই।
কৃষ্ণৰ খোজত নিহলন্তে যায় ॥
পুত্র পুত্র বুলি যশোদা চান্ত।
কৃষ্ণৰ খোজতে পড়ন্তে যান্ত ॥
বেড়িয়া গোপীগণে নেয় ধৰি।
দেখিল পাছে পড়ি আছা হৰি ॥
জলৰ মাজে মৃতকৰ বেশ।
নকাবন্ত আৰ চক্ষু নিমেষ ॥
দেখি গোপ গোপী সম্যক্ মৰিল।
প্রাণ অন্তৰীক্ষ চেতন হৰিল ॥
কৃষ্ণ কৃষ্ণ বুলি দিলেক গেড়ি।
কান্দে যমুনাৰ তীৰক বেড়ি ॥
যশোদা সুন্দৰী নন্দ গোৱালে।
পাড়ন্ত লোটাৰি পড়ি নিচালে ॥
কি ভৈল পুত্র বুলি উকি দিয়া।
দুহাতে জৰ্ঁালে ধাকুৰে হিয়া ॥
কৃষ্ণৰ সুন্দৰ বদন চাই।
যশোদা কান্দন্ত গুণ বর্ণাই ॥
গোধূলি কোনে যাইবে বংশী বাই।



কোনে মোক গৈয়া বুলিবে আই ॥
ধূলা জাৰি কাক কৰাইবো স্নান।
কোনে কৰিবেক গোৰস পান ॥
কাক বিছাই দিবো শীতল তুলী।
ডাকিবো কাক জাগ কৃষ্ণ বুলি ॥
সুন্দৰ বদনে বজায়া বেণু।
প্রভাতে কোনে চৰাইবেক ধেনু ॥
কি ভৈল আজি কৃষ্ণ মোৰ বাপ।
মৰিয়ো নেৰাইবো তোৰ সন্তাপ ॥
এহি বুলি কান্দে কৃষ্ণক চাই।
যশোদা নন্দে জাম্প দিবে যায় ॥
দেখি বলভদ্রে বাধিল হাসি।
এখনে আসিব কালীক নাশি ॥
কৃষ্ণক লাগিয়া এড়া ক্রন্দন।
হেন শুনি সবে যুড়াইল মন ॥

* * * * *

* * * * *

(২)

ভকতৰ দুঃখ দেখি গোপাল।
আস্ফোট কৰি দিলা উৰুফান ॥
সৰ্পৰ বন্ধ এড়াই জগন্নাথে।
ডেৱে চড়িলন্ত কালীৰ মাথে ॥
শতেক শিৰত নাচন্ত হৰি।
বাৱে বিদ্যাধৰে মৃদঙ্গ ধৰি ॥

গন্ধর্ব্বে গীত গায়া বায়ে তাল ।
পৰম আনন্দে নাচে গোপাল ॥
জগত আধাৰ তোমাৰ ভিৰে ।
নাকে মুখে সিটো ছাদে কধিৰে ।
স্বামী মৰে দেখি নাগিনী লোকে ।
শিশু আগকৰি আসিলা শোকে ।
পড়িল ভূমিত কৃষ্ণৰ আগে ।
কৰিয়া স্তুতি স্বামী দান মাগে ॥
কৰিলে দোষ স্বামী ইটো চণ্ড ।
বিহিলা ইহাৰ উচিত দণ্ড ॥
তুৰ্জ্জন জনৰ চিন্তিবা মাৰ ।
এহিসে কাৰ্য্যে তযু অৱতাৰ ॥
পাতকী সৰ্পজাতি তুৰাশয় ।
তোমাৰ দণ্ডে পাপ ভৈল ক্ষয় ॥
কৰিলা দয়া দয়াশীল হৰি ।
তোমাৰ ক্ৰোধ বৰে এবে সৰি ॥
পূৰ্ব্বত কিনো তপ আছে কৰি ।
যাহাত তুমি তুষ্ট ভৈলা হৰি ॥
সিহেতু হেন ভৈল ভাগ্যোদয় ।
তোমাৰ পাইলে পদ ধূলাচয় ॥
যাহাক লক্ষ্মী দেবী বাঞ্ছা কৰি ।
আচৰিল তপ ব্ৰতক ধৰি ॥
যিটো পদৰজ ভকতে পাই ।
এৰি সাৰ্ব্বভৌম পদতো দাই ॥



স্বৰ্গ ব্ৰহ্মপদে নকৰে বাঞ্ছা ।
নকৰন্ত যোগ সিদ্ধিকো ইচ্ছা ॥
মোক্ষতো অভিলাষ নাহি হৰি ।
তোমাৰ চৰণ ৰেণুক এড়ি ॥
পৰম ক্ৰোধী হুয়া ক্ৰুৰমতি ।
হেন পদধূলা পাইলেক পতি ॥
নপান্ত ব্ৰহ্মা আদি দেৱে যাক ।
হেন জানি নাথ ৰাখা ইহাক ॥
চৰণে প্ৰণামো হুয়ো সন্তোষ ।
বাৰেক আৰ মৰষিয়ো দোষ ॥
কৰিয়ো দয়া প্ৰভু এড়ে প্ৰাণ ।
অনাথা স্ত্ৰীক দিয়ো স্বামী দান ॥
কৰিল অনেক স্তুতি ভকতি ।
শুনি তুষ্ট ভৈল জগত পতি ॥
প্ৰাণে নমাৰিল তাতেসে থাকি ।
কালীক খেদাইলা হ্ৰদৰ ডাকি ॥
কৃষ্ণৰ কিঙ্কৰে শঙ্কৰে ভণে ।
হৰি হৰি বোলা সমস্ত জনে ॥

* * *

(৩)

ভৈল হ্ৰদ সিটো নিৰ্ম্মল জল ।
দেখিয়া সবে ভৈল কৌতূহল ॥
সপুত্ৰ বান্ধৱে খেদায়া কালী ।
তীৰক পাছে গৈলা বনমালী ॥

দেখিয়া যশোদা ধৰিলা গলে ।
পুত্ৰ পুত্ৰ বুলি নেত্ৰৰ জলে ॥
তিয়াইল কৃষ্ণৰ সবে শৰীৰ ।
নন্দো ধৰি আসি ঘ্ৰাণিল শিৰ ॥
কৃষ্ণক আলিঙ্গি আনন্দ পাইল ।
নাছিল প্ৰাণ দুনাই যেন জীল ॥
বেঢ়ি গোপ গোপী চাৰে নিৰীক্ষি ।
জুড়াইল শৰীৰ কৃষ্ণক দেখি ॥
ভাই বুলি বলো সাবটি আসি ।
প্ৰভাৱ জানিয়া তুলিল হাসি ॥
এহিমতে সবে এড়ায়া শোক ।
ৰজনী ভৈল জানি সবে লোক ॥
যমুনা তীৰত বঞ্চিল ৰাতি ।
ক্ষুধায়ে তৃষায়ে পীড়িলে আতি ॥
ঘুমতি গৈল হৰাশক্তি হুই ।
বেঢ়িয়া বনত লাগিল জুই ॥
অগণিৰ তাপে পাইলেক গাক ।
জাগিল সবে গোপ গোপী জাক ॥
বহ্নিক দেখি ভৈল সবে ত্ৰাস ।
ত্ৰাহি কৃষ্ণ বুলি পাড়ে আটাস ॥
ৰহিত সবে পুড়ি মৰো আমি ।
প্ৰাণদান দিয়া জগত স্বামী ॥
তুমি বিনা আন নাই বান্ধৱ ।
ভকত জনক ৰাখা মাধৱ ॥



এহি বুলি সবে কৰে কল্লোল ।
বান্ধৱৰ দুঃখ দেখি গোপাল ॥
ভয় নাই বুলি আপোন মুখে ।
পীলা বনাগ্নিক পৰম সুখে ॥
এড়াইল সমস্তে দুৰ্ঘোৰ ভয় ।
অনন্তৰে ভৈল সূৰ্য্য উদয় ॥
কৃষ্ণৰ কৰ্ম্ম অতি আচৰিত ।
বিস্ময় দেখি সমস্তৰে চিত্ত ॥
নোহন্ত মানুষ নন্দ তনয় ।
পৰম পুৰুষ জানি নিশ্চয় ॥
পাছে গোপ গোপী কৃষ্ণক বেড়ি ।
গোষ্ঠক লড়িল কৰন্তে খেড়ি ॥
কৃষ্ণগীত গান্ত বজায়া বেণু ।
কৰিলেক আগ যতেক ধেনু ॥
গোপীগণে কৃষ্ণ চৰিত্ৰ গাইল ।
পৰম আনন্দে ব্ৰজক পাইল ॥
কৃষ্ণৰ কিঙ্কৰে শঙ্কৰে গায় ।
কেতিক্ষণে পড়ে ক্ষণিক কায় ॥

———::৪::———

# আত্ম-পৰিচয় ।

৺ শঙ্কৰদেৱ ।

বড়দোৱা নামে গ্ৰাম শস্তে মংস্তে অনুপাম
লোহিতৰ অতি অনুকুল ।
সেই মহা গ্ৰামেশ্বৰ আছিলন্ত ৰাজধৰ
কায়স্থ কুলত পদ্মফুল ॥
তান পুত্ৰ সূৰ্য্যবৰ মহা বড়া দেশধৰ
দানী মানী পৰম বিশিষ্ট ।
যাৰ যশপ্ৰভা জ্বলে জয়ন্ত মাধৱ দলৈ
দুয়ো ভাই যাহাৰ কনিষ্ঠ ॥
তান পুত্ৰ কুসুম্বৰ ভৌমিক মধ্যত সাৰ
প্ৰসিদ্ধ কুসুম নাম যাৰ ।
তান পুত্ৰ শিশুমতি কৃষ্ণ পাৱে কৰি নতি
বিৰচিল শঙ্কৰে পয়াৰ ॥

---

# প্ৰাৰ্থনা ।

৺ মাধৱদেৱ ।

তুমি চিত্ত বৃত্তি মোৰ প্ৰবৰ্ত্তক নাৰায়ণ
তুমি নাথ মই নাথৱন্ত ।
চৰণ-ছত্ৰৰ ছায়া দিয়া দূৰ কৰা মায়া
কৰা দয়া মোক ভগৱন্ত ॥
তুমি মোৰ অন্তৰ্য্যামি তথু ভৃত্য ভৈলোঁ আমি
জানি কৃপা কৰা হৃষীকেশ ।
দন্তে তৃণ তুলি লওঁ যি মতে সেবাত ৰওঁ
দিয়া মোক সেহি উপদেশ ॥
তুমি ভক্ত কল্পতৰু বাহিৰে ভিতৰে গুৰু
তুমি বিনা নাহি মোৰ আৰ ।
কৃপা কৰা হে হৰি চৰণত ৰক্ষা কৰি
দিয়া মোক সেৱা ৰস সাৰ ॥
পদ্ম সম নাভি যাৰ প্ৰণামোহো বাৰম্বাৰ
নমো দিব্য পদ্ম মালাধাৰী ।
নমো পদ্ম সম নেত্ৰ পদ যাৰ শত পত্ৰ
নমো ভকতৰ ভয়হাৰী ॥
মোৰ সম পাপী লোক নাহিকে ই তিনি লোক
তুমি সম নাহি পাপহাৰী ।
ই জানি গোবিন্দ মোক যেন জুৰাই কৰিয়োক
তুৱা পদে কৰোঁহো গোহাৰি ॥

সহস্র সহস্র অতি অপৰাধ দিনে ৰাতি
কৰোঁ মই মহা মূঢ়জন ।
আমি প্রভু তযু দাস আকে মানি জগবাস
ক্ষমিয়োক শ্রীমধুসূদন ॥
ধর্ম্মক জানোহো মই তথাপি প্রবৃত্তি নাই
অধর্ম্মত নিবৃত্তি নোহয় ।
হৃদি স্থিতি হুয়া তুমি যেন কৰাবাহা স্বামী
হৃষিকেশ কৰিবো তেনয় ॥
নাজানোহো আবাহন নাজানোহো বিসর্জ্জন
পূজা মন্ত্র নাজানো কিঞ্চিত ।
এতেকে পৰমেশ্বৰ দাস ভৈলোঁ চৰণৰ
মোৰ গতি সাধিবে উচিত ॥

---

# ৰাজসূয় যজ্ঞলৈ দেৱতাসকলৰ আগমন ।

৺ মাধৱদেৱ ।

এহি মতে যেবে পাণ্ডৱ নৃপতি
ৰাজসূয় আৰম্ভিল ।
মহাযজ্ঞ ভাগ ভুঞ্জিবাক মনে
দেৱতাগণ আসিল ॥



প্রথমতে ব্রহ্মা ব্রহ্মালোক হন্তে
আসিলন্ত হংস যানে ।
তাহানে লগত আসিলন্ত যত
প্রজাপতি গণ মানে ॥
ব্রহ্মাক আৱৰি আসিলন্ত আনো
সত্য লোক বাসী জন ।
বৃষভত চড়ি কৈলাসৰ হন্তে
আসিলন্ত ত্রিনয়ন ॥
ময়ূৰত চড়ি কার্ত্তিক আসিলা
মুষযানে গণপতি ।
নন্দী আদি কৰি যত ভূতগণ
আসিল মনে তৃপিতি ॥
ত্রিদশে সহিতে ঐৰাৱত কন্ধে
আসিলন্ত পুৰন্দৰ ।
অপেস্বৰা গণ গন্ধর্ব্ব চাৰণ
সিদ্ধ মুনি বিদ্যাধৰ ॥
মহিষত চড়ি আসিলন্ত যম
মৃগত চড়ি পৱন ।
পুষ্পক বিমানে কুবেৰ আসিলা
সঙ্গে যত যক্ষ গণ ॥
ছাগলত চড়ি অগণি আসিলা
হোম ভোগ অভিলাষী ।
সপত তুৰঙ্গে আসিলন্ত সূর্য্য
শশ যানে আইলা শশী ॥

আনো যত যত আইলা গ্ৰহগণ
চড়িয়া নিজ বিমানে।
একাদশ ৰুদ্ৰ সাধ্য অষ্টবসু
আসিলা যজ্ঞৰ থানে॥
দশোদিশে যত আসিল সমস্ত
যক্ষ ৰক্ষ দেৱ ৰাশি।
পাণ্ডৱ ৰাজাৰ সভাত সবেও
একত্ৰ ভৈলন্ত আসি॥
মকৰত চড়ি বৰুণ আসিলা
নিঋতি নিজ বিমানে!
পাতালৰ পৰা বাসুকি আসিলা
আনো নাগগণ মানে॥
কৈলাস সমান শুক্ল কলেৱৰ
আকাশ গৈয়া লঙ্ঘয়।
সহস্ৰেক ফণা স্বৰ্গ ছোৱে গৈয়া
বিষ জালে ফোকাৰয়॥
কাৰো সহস্ৰেক কাৰো ফণা শত
কাহাৰো দশ চল্লিশ।
কৰাৰি চেলেকি ফোকৰ তেজন্তে
নাকে বাঝ হোৱে বিষ॥
ফণা তুলি তুলি ফাত ফোত কৰি
পৃথিবী জুড়িয়া আসে।
বাসুকি প্ৰমুখ্যে সৰ্পক দেখিয়া
পলাই লোক মহাত্ৰাসে॥



মাধৱে দেখন্ত সৰ্পৰ ভয়ত
পলাই লোক নিৰন্তৰ।
নাহি ভয় বুলি দুয়ো হাত তুলি
আশ্বাসিলা দামোদৰ॥
কৃষ্ণক দেখিয়া সৰ্পৰাজ গৈয়া
তেজিলন্ত ফোতকাৰ।
সহস্ৰেক শিৰ নমাইয়া ভূমিত
কৰিলন্ত নমস্কাৰ॥
একপাশ হুইয়া, আধাৰি পকাইয়া
সৰ্পগণ অসংখ্যাত।
কৃষ্ণক সম্মান কৰি নিৰন্তৰে,
বসিলা সৱে সভাত॥
ব্ৰহ্মা হৰ আদি, কৰিয়া যতেক,
আসিলন্ত দেৱগণ।
অৰ্জ্জুনে সবাকো, সাদৰি নিয়মে,
দিলন্ত দিব্য আসন॥
ব্ৰহ্মাদিক দেখি, পাণ্ডৱ ৰাজাৰ,
আনন্দৰ নাহি পাৰ।
প্ৰণতি পূৰ্ব্বকে, প্ৰণমি সবাকে,
কৰিলন্ত সতকাৰ॥
অনেক শুশ্ৰূষা, কৰিয়া বোলন্ত
কিনো মোৰ মহাভাগ।
সাক্ষাতে যজ্ঞত, ব্ৰহ্মা আদি কৰি,
দেৱতাক পাইলোঁ লাগ॥

এহি বুলি ৰাজা, সবাকে সম্বুধি,
অনুমতি মাগি লৈয়া ।
নিয়ম পূৰ্ব্বকে, বিধি ব্যৱহাৰে,
পূজা আৰম্ভিলা গৈয়া ॥

—:#:—

# হৰিহৰৰ যুদ্ধ ।

৺অনন্ত কন্দলি ।

মিলিল তুমুল বোল হৰি শঙ্কৰৰ ।
দেখন্তে আশ্চৰ্য্য লোম শিহৰে গাৱৰ ॥
প্ৰদ্যুম্নৰ কাৰ্ত্তিকৰ লাগিল সংগ্ৰাম ।
কুভাণ্ড কুপকৰ্ণ সমে যুজে হলীৰাম ॥
বাণ পুত্ৰ সমে শাম্ব জাম্ববতী-সুত ।
বাণ সাত্যকীয়ে যুদ্ধ ভৈল বিপৰীত ॥
দেৱৰ নায়ক যত ব্ৰহ্মা আদি কৰি ।
যুদ্ধ চাহিবাক সবে গৈল ৰথে চড়ি ॥
আনো যত সিদ্ধ মুনি গন্ধৰ্ব্ব চাৰণ ।
অপ্সৰা বিদ্যাধৰ যক্ষ ৰক্ষগণ ॥
সবান্ধবে মাধৱক যুজন্ত শঙ্কৰ ।
অদ্ভুত দেখিয়া চাহি আছে সুৰাসুৰ ॥



শঙ্কৰৰ কটক পিঙ্গট অতিশয় ।
ভূত প্ৰথম প্ৰেত গুহ্যক দুৰ্জ্জয় ॥
ডাকিনী যোগিনী আৰু ধন বিনাশক ।
ভূত মাতৃ পিশাঞ্চ কুষ্মাণ্ড বেতালক ॥
যক্ষ ৰাক্ষস কতো যুজিবাক চাৱে ॥
ধৰিয়া সাৰঙ্গ ৰঙ্গে ধাইলন্ত মাধৱে ॥
ধনুক টঙ্কাৰি তীক্ষ্ম মাৰি শৰজাল ।
ছেদি ভেদি তেতিক্ষণে খেদাইল সকল ॥
সৈন্য পলাইবাৰ দেখি মনত অতুষ্টি ।
পিণাক কাম্মুঁক হৰে ধৰি দৃঢ় মুঠি ।
দিব্য অস্ত্ৰ আছে যত ধৰি বাৰেবাৰ ।
কৃষ্ণক লাগিয়া প্ৰহাৰিল দৃঢ়তৰ ॥
নভৈল বিস্ময় হৰি সাৰঙ্গপাণি ।
নিবাৰিলা সকল অস্ত্ৰক অস্ত্ৰে হানি ॥
ব্ৰহ্মঅস্ত্ৰ ধৰি যেৱে প্ৰহাৰন্ত হৰে ।
পূৰ্ণব্ৰহ্ম অস্ত্ৰে নিবাৰিল দামোদৰে ॥
আয়ু শৰ হানি হৰে মেলিল বতাস ।
পৰ্ব্বতৰ শৰে হৰি কৰিল নৈৰাশ ॥
অগ্নি শৰ হানি হৰে জ্বালন্ত অগণি ।
মেঘ শৰে জলে নিমাৱন্ত চক্ৰপাণি ॥
পাশুপাত অস্ত্ৰ যেৱে হানন্ত শঙ্কৰে ।
নাৰায়ণ অস্ত্ৰে সংহাৰন্ত চক্ৰধৰে ॥
এহিমতে যতেক হানিল শূলপাণি ।
সবে নিবাৰিল হৰি নিজ অস্ত্ৰ হানি ॥

জৃম্ভন শৰক যেৱে হানিল মুৰাৰি।
মোহ হুয়া শঙ্কৰ ৰহিল দান্ত তৰি॥
ঘনে ঘনে হাচি উঠে ভেদিলেক শৰে।
লাচাপিচা কৰে হৰে ঢলো পৰো কৰে॥
হৰক মোহিয়া হৰি গদা খড়্গ শৰে।
বাণৰ সেনাকে কাটিলন্ত নিৰন্তৰে॥
মাধবৰ শৰে ফুটি গৈল আখি মুখি।
কতোহো মৰিল কতো পলায় প্ৰাণ ৰাখি॥
প্ৰদ্যুম্নৰ শৰ ছোটে কাৰ্ত্তিক কুমাৰ।
পীড়িল শৰীৰ থিৰ নোহে কলেৱৰ॥
সকল শৰীৰে ধাৰে তেজ বহি যায়।
ময়ুৰত ছুটি দিয়া গৈলেক পলাই॥
বলৰ মুষলে অতি ভেদিল শৰীৰ।
কূপকৰ্ণ কুভাণ্ড পড়িল দুয়ো বীৰ॥
নায়ক পড়িল দেখি যত সেনাগণ।
দশোদিশ পলাই ছাড়িয়া ঘোৰ ৰণ॥
ভাগিল আপোন সৈন্য দেখি ৰাজা বাণে।
সাত্যকিক এড়ি মাধৱক ধাইল ৰণে॥
হাজাৰেক বাহুক জঙ্কাৰি বীৰবৰে।
পাঞ্চশত তনু আজুৰিয়া একেবাৰে॥
একো একো ধনুত যুৰিল দোধো বাণ।
মহা মদ গৰ্ব্বে চাচে কৰিতে সন্ধান॥
হেন দেখি হৰি হাসি ধনু ধৰি ডাটি।
পঞ্চশত শৰ তাৰ পেলাইলন্ত কাটি॥



একেবাৰে মাৰি ৰথ সাৰথি তুৰঙ্গ।
ৰঙ্গে নাৰায়ণে অতি ফুকিলন্ত শঙ্খ॥
ভূমিত পড়িল বাণ হৰিল প্ৰভাৱ।
হেন দেখি সন্তাপিত ভৈল যত জীৱ॥

—:—

# জন্মভূমি।

৺ ভোলানাথ দাস।

যি সব স্বভাৱ শোভা দেখিছোঁ তোমাৰ
হে প্ৰিয় জনমভূমি! আছে সেই সব
আনো আনো দেশে; আছে সেই বৃক্ষলতা
সেই পক্ষী, সেই পশু, সেই কুঞ্জবন,
সেইৰূপ জলাশয় নদ-নদী আদি।
যি চন্দ্ৰ সূৰুযে কৰে সদা আলোকিত
তোমাৰ শ্যামল দেহ, সি চন্দ্ৰ সূৰুযে
কৰে কৰ দান যত আনো আনো দেশে;
সমৰূপে প্ৰভঞ্জনো শীতলে শৰীৰ।
তবে কিয় নৰ মন সদা আকুলিত
তোমাক দৰ্শিবে, কিয় তুচ্ছ পৰদেশ?
ভুঞ্জোক পৰম সুখ পৰদেশে নৰ
সহৰ্ষে, কৰোক বাস হেমগৃহতলে,
নোহোক অভাৱ একো; শচীপতি সম

কৰোক বসতি পুষ্পগন্ধে আমোদিত
নন্দন-কানন সম উদ্যানৰ মাজে ;
তথাপি, যদিও তথা মন মুগ্ধ ৰতা
থাকে সদা নানা ভোগে, তথাপি, অন্তৰে
জন্মভূমি ৰূপ নিমিষে উদয় হই
আকুলিত কৰে তাক আহিব সি স্থানে।
কি যে আকর্ষণ গুণ জন্মভূমি তুমি
ধৰিছা তোমাৰ দেহে, কি যে মনোলোভা
আছে শোভা তব, হায় বুজা সুকঠিন।
ধন্য তুমি জন্মভূমি, ধন্য শক্তি তব,
ধন্য তুমি প্ৰিয় স্থান নিখিল জগতে।

---

# সীতাহৰণ।

৺ ভোলানাথ দাস।

লক্ষ্মণ সীতাৰ সহ, পিতৃ সত্য পালি.
দাশৰথি ৰঘুপতি পঞ্চবটী বনে
তপস্বীৰ বেশে, ভক্ষি বন্য ফল মূল
তপস্বী-আহাৰ, যবে ছিলা বনবাসে ;
কিৰূপে ৰাৱণ বলী লঙ্কা-অধিপতি
হৰিলা জনক-সুতা,—যিটো অপৰাধে
মৰিলা সবংশে পাছে ৰাক্ষস ঈশ্বৰ



দেৱকুল অৰি—সেহি ৰামায়ণ গীত
গাইবে বাঞ্ছিছোঁ আমি মূঢ় অকিঞ্চন
অমিত্ৰ-অক্ষৰ ছন্দে, হে মাতঃ বাগেদবি !
যি ছন্দে গাইলা বহু মধুময় গীত
তব অনুগ্ৰহে, অতি প্ৰিয় পুত্ৰ তব
শ্ৰীমধুসূদন বঙ্গ কবিকুল মণি।
অতি দুৰাকাঙ্ক্ষা কিন্তু কৰিছোঁ মনত
হীন আমি, শ্বেতভুজে ! অবুজ অন্তৰে
কিয় হল হেন ইচ্ছা নাজানো কাৰণ।
সুদূৰ আকাশ স্থিত নক্ষত্ৰক দেখি,
উঠিবে ইচ্ছয় ক্ষুদ্ৰ খদ্যোত পিপৰা
নিজ তেজ প্ৰকাশিয়া অতি গৰ্ব্ব মনে ;
কিন্তু ক্ষুদ্ৰদেহী প্ৰাণী হীনবল অতি,
ইচ্ছিলে কি হব ? পাছে অপাৰগ হয়া
সলজ্জ অন্তৰে হায় অধোগামী হোৱে।
সুউচ্চ, অনুচ্চ পৰে ; পৰে লতা বন,
ক্ৰমে ধৰাতল পাছে ; ৰজতৰ বিভা
শোভিল জগৎ যুৰি। ডৰি বিভাবৰী
বিভা বৈৰী দৰশনে, পলাল অন্তৰে ;
কন্দৰে তিমিৰমালা লুকাল ত্ৰাসে।
প্ৰভাতে প্ৰক্ষালে যথা নিদ্ৰা পৰিহৰি
নিজ নিজ মুখ নৰ ; ধুইলা সিমত,
( শ্ৰেষ্ঠজনে অনুকৰা অশ্ৰেষ্ঠতৰ ৰীতি, )
বিটপী ব্ৰততী তৃণ যতেক কাননে

আনন্দে আনন নিজ নিশিৰ নিয়ৰে ।
প্ৰফুল্ল প্ৰসূনৰাশি,—প্ৰফুল্ল বান্ধৱ
বান্ধৱ-মিলনে যথা,—হাসি মধুহাসি
দৰ্শে দিনবন্ধু মুখ ; দেখি দিনবন্ধু
মুছিলা বদন-বাৰি আদৰে সবাৰ
প্ৰসাৰি সহস্ৰ কৰ ; দীনবন্ধু যথা
কৰয় আদৰ দীনে । কুসুম বদন-
হাসি-নিঃসৰিত মধু লোভে লোভী যত
গুঞ্জৰি মধুপ পুঞ্জ উড়িলা চৌদিশে
চুম্বি প্ৰতি পুষ্পানন । স্বাৰ্থপৰ অলি
পীয়ে মধু, বঞ্চি আনে, দেখিয়া সমীৰ
উদাৰ উজাৰি পুষ্প-পৰিমল-মধু
বিলাইয়া, দাতা যথা, সৰ্ব্বজীৱগণে ।
পুলকিত প্ৰাণী যত মধুৰ আঘ্ৰাণে ।
কুহৰিলা পিককুল ; গাইলা শালিকা
খেলিমেলি গীত ; প্ৰিয়বিৰহ কাতৰা
কেতকী বিনালা ঘনে 'কেতকী কেতকী'
গহন কানন মাজে ডাকিলা সুধীৰে
'সহদেৱ সহদেৱ' সহদেৱ পক্ষী ।
শিখৰে পাদপশিৰ শোভে শিখিবৰ—
কানু শিৰে চূড়া যথা—উচ্চৰাৱ কৰি
ডাক দিলা 'ৰাম কানু,' প্ৰতিধ্বনি তাৰ
ধ্বনিল গহ্বৰ থাকি । কনক মণ্ডিত
চক্ষু নেত্ৰ পদ বাৰ, বিহগী ময়না



দ্বিজধন্যা কুজনিলা । গাইলা ধনেশ
হৰিষে,—ধনেশ জন হৰষিত যথা ;
গাইলা পাৰ্ব্বত্য পক্ষী আৰু কত কত ।
হায় পাৰ্ব্বতীয় শোভা কিবা মনোৰম ।
বিস্তাৰি বিস্তীৰ্ণ কায়, ব্যাপি বহুস্থল,
উচ্চশিৰে ধৰাধৰ, ধৰাপতি যেন,
কৰ্শিছে চৌদিশ গৰ্ব্বে । সহস্ৰ সহস্ৰ
শিলাৰূপী-গজ-মালে আবৰিত দেহ
কোন স্থলে ; কোন স্থলে উচ্চ তৰুৰাজি,
তৃণ, পত্ৰ, লতা, বনে শৰীৰ সজ্জিত ।
নিৰ্ঝৰিণী শত শত ( পাষাণ হৃদেও
থাকে দয়াময়ী মূৰ্ত্তি ; সমাংস শৰীৰী
মানব নিঠুৰ কিন্তু, ধিক হেন নৰে )
শত নিৰ্ঝৰণী গিৰি স্ববক্ষ বিদাৰি
দিছে বহিৰ্গত কৰি, কল কল স্বৰে ।
চলিছে সলিল-স্ৰোত শিলাৰাশি মাজে
ধৰি দুগ্ধনিভ বৰ্ণ ঠেকিছে যি স্থলে ।
কিমতে বৰ্ণিবোঁ শোভা ? যিজন ভ্ৰমিছে
পৰ্ব্বতে, বুজে সি মাত্ৰ কি শোভা সুন্দৰ ।
হায় ৰে লেখনি মোৰ, শিখৰে শিখৰে,
গিৰি পদতলে, ঘোৰ কন্দৰে কাননে,
ভ্ৰমিলি অভাগা সঙ্গে, কত কত বাৰ,
দেখিলি স্বচক্ষে শোভা ; কিয় অপাৰগ
বৰ্ণিবে দেখিলি যেহি ? বুজিছোঁ কাৰণ

নাই বল দেহে, মন কি হব থাকিলে।
জানিয়া প্ৰভাত নিশি সজীব জগৎ।
বৃক্ষে বৃক্ষে তৃণে তৃণে সুমন্দ শ্বসন
স্বনিলা; কৰিলা বনদেবীকে ব্যজন।
ফুটিলা অসংখ্য ফুল বনৰত্নাবলী;
সম্ভাষিলা ঘ্ৰাণেন্দ্ৰিয় প্ৰদানি সুঘ্ৰাণ,
ৰঞ্জিলা নয়ন ৰূপে। নিকুঞ্জে নিকুঞ্জে,
নিন্দিয়া মানব কৃত বাদ্যযন্ত্ৰ স্বৰ,
গাইলা বিহগগণ। হৰিণ হৰিণী
লম্ফে লম্ফে বনমাজে কৰিলা ভ্ৰমণ।

---

# আনন্দৰাম বৰুৱাৰ স্বৰ্গযাত্ৰা।

৺হেমচন্দ্ৰ গোস্বামী।

অকস্মাৎ কিয় আজি সুৰলোকে
আনন্দ ধ্বনি উঠিছে ঘনে।
গাইছে গন্ধৰ্ব্বী নাচিছে ত্ৰিদিব,
লৰে দেৱদূত আনন্দ-মনে!
কিয় জ্যোতিৰ্ম্ময় স্বৰগ দুৱাৰ
অকস্মাৎ আজি মুকলি হ'ল।
লগে দেৱবালা সৰস্বতী আই
বিমানপথ অপেক্ষি ৰ'ল॥



ইকি ইকি চোৱাঁ, অসম গৌৰৱ,
ভাৰতৰ ধন আনন্দৰাম।
সুবৰ্ণ-ৰথত, আলোকি বিমান,
কৰিছে প্ৰয়াণ শান্তিৰ ধাম॥
চোৱাঁ চোৱাঁ ললে সৰস্বতী আই
উলাহ-মনেৰে কোলাত তুলি।
"পানী কৰি তেজ, খাটি মোৰ গুণে
কত ভাগৰেৰে আহিছাঁ" বুলি॥
পিয়ালে অমৃত, পাৰিজাত মালা
দিলে তুলি শিৰে দেৱসমাজ।
বাজিল দুন্দুভি, পাণিনি অমৰ
পিন্ধালে আপুনি দেৱৰ সাজ॥
পদ্ম-আসনত বহুৱালে চোৱাঁ,
সৰস্বতী আই আকোঁৱালি ধৰি।
সৌৰভৰ দৰে শুৱালে আনন্দ
হাঁহিলে ত্ৰিদশ দেৱনগৰী॥
আনন্দ তুমিতো দেৱ-সমাজত,
চিৰ-শান্তি পালাঁ আনন্দলোকে।
কিন্তু তললৈ চোৱাঁ এটিবাৰ,
কি হ'ল পৃথিবী তোমাৰ শোকে॥
হাহাকাৰ-ধ্বনি উঠিল জগতে,
ভাৰতত আৰু আনন্দ নাই।
ধ্বনিছে পৱন, চৰাই বিনায়,
ভাৰতত আৰু আনন্দ নাই॥

কোনে আৰু হাঁয় জগতবাসীক
বিলাব সংস্কৃত-কবিৰ ভাৱ ।
কাব্য বুৰঞ্জীৰ সাগৰক মথি,
নিতে ন'অমৃত কৰিব স্ৰাব ?
চোৰাঁ কথা ক'ব নজনা তোমাৰ
জননী অসম পৰিল জঁয় ।
দুখুনীৰ ভাগ্য এটি মাত্র ৰত্ন,
তাকো হেৰুৱালে প্ৰাণে কি সয় ॥
ইমান অমূল্য আদৰৰ ধন,
ভক্তিৰ আধাৰ আছিল বুলি ।
আজিহে দেখিলে অসম-বাসীয়ে
হৃদয় দুৱাৰ কৰি মুকলি ॥
সকলোৰে যেন হৃদয়ৰ ধন
নিলে কোনোবাই বলেৰে কাঢ়ি ।
নোহোৱাতে পুৰ আনন্দৰ জোন,
বেজাৰ ৰাহুৱে পেলালে গ্ৰাহি ॥
কেন্দ্ৰৰূপে থাকি শিশু অসমক
শিকাই দৃষ্টান্ত সাধু-শিক্ষাৰ ।
হল অকস্মাৎ মাজ-সাগৰত,
ধ্ৰুবতৰা দৰে মেঘৰ আঁৰ ॥
শক্তিশেল প্ৰায়, বিৰহে তোমাৰ,
ভেদিলে মৰম অসমীয়াৰ ।
যতদিন শিৰে ব'ব তেজ-সোঁত,
ব'ব লগে লগে ব্যথা ইয়াৰ ॥



পৰিবৰ্ত্ত-কাৰী কাল-সোঁতে নিতে
নতুন স্মৃতিকো নিব ঢৌৱাই ।
চিৰকীৰ্ত্তি সাধু দৃষ্টান্ত তোমাৰ,
শোক অসমৰ ৰব উধাই ॥

---

## মাণিকচন্দ্ৰ বৰুৱা ।

৺হেমচন্দ্ৰ গোস্বামী ।

দুখুনীৰ আঁচলৰ নিধি স্যমন্তক,
আছিলা মাণিক হেৰা জলি আন্ধাৰত ;
কাল জাম্বুবানে পাই সুমালে গাঁতত,
বিধ্বংসনা কৰি হাঁয় আই অসমক ।
উজানমুখীয়া পালতৰা নাওখনি,
কোনে আৰু আগুৱাই নিব গুৰি ধৰি ;
কত চাকনৈয়া আছে বাটক আগুৰি,
পচিম মেঘত গুজৰিছে ঢেৰেকণি ।
ভাগ্যৰ ভ্ৰুকুটি ভৰিৰে নেউচি,
জুকলা দেহত ধৰি অসীম শকতি,
পূজিলা জনম ভূমি যাউতিজীৱন
অমিয়া পুৰীৰপৰা তোমাৰ জেউতি,
চিৰকাল অসমক থাকক ঢৌৱাই ;
দিয়ক বিমল জ্ঞান শিশু অসমক ।

---

# ব্ৰহ্মপুত্ৰ ।

## পদ্মনাথ গোঁহাই বৰুৱা ।

মানসৰ গৰ্ভ এৰি ব্ৰহ্মকুণ্ড ঘূৰি,
কটালোঁ কতনা যুগ পাথেয় বিচাৰি ।
সাগৰ উদ্দেশ্যি পাচে কৰিলো প্ৰয়াণ,
কত কাল ঘূৰিপকি বিলয়-মিলন ।
কত যুগ একেদৰে লই পূজাভাগ
শোধাইছোঁ বই-পৰা পুণ্য ব্ৰহ্মযোগ
কতনা সৃষ্টিৰ কথা, উঠন পতন,
কতনা বুৰঞ্জী যুগ বুকত মগন ।
আতিকে পুৰণি তুমি বৃদ্ধ যোগিবৰ,
তথাপি নবাটি সদা 'পুত্ৰ' নামধৰ ।
কত বাৰ যৌৱনৰ ভুগিছোঁ বিলাস,
বছৰে বছৰে ঘূৰি বাৰিষা উলাহ ।
যি বলে ধৰিছোঁ ৰাখি অমৰ যৌৱন,
নিছিগা ভক্তিৰ সোঁত জ্বলন্ত প্ৰমাণ ।

---

# ৺ লক্ষেশ্বৰ শৰ্ম্মা ।

## পদ্মনাথ গোঁহাই বৰুৱা ।

পুৱাৰ জুৱত শিকি লগে ভাগে
তৃপৰীয়া ঘৰ চাপিলা সই ।
আবেলিৰ জুৰ লবৰ বেলিকা
লুকালা নগৰী লক্ষায় ঐ ॥
ভুৱা দিলা ভাই, ভোলা বন্ধু পাই
নকলা হাঁহিত স্বৰূপ কই ।
আশা দি যাত্ৰীক কৰিলা নিৰাশ
থাকিব তোমাৰ ধিয়তি বই ॥
লক্ষৰ গৰাকী কক্ষ হেৰুৱাই ।
হেৰোলা মাজতে সংসাৰ থই ॥
তাকৰীয়া লগ তাৰো এটি আজি
হেৰুৱালো আদ্-বাটতে অই ?

---

# অসম-সঙ্গীত।

লক্ষ্মীনাথ বেজবৰুৱা।

(১)

আমি অসমীয়া, নহওঁ দুখীয়া, কিহৰ দুখীয়া হম ?
সকলো আছিল, সকলো আছে, নুগুণো নলওঁ গম।
শঙ্কৰে দিলে বিশুদ্ধ ধৰম, লাচিতে হাতত বল।
সতী জয়মতীৰ সতীত্ব তেজ্জেৰে অসমী সতী প্ৰবল।
বাজক ডবা, বাজক শঙ্খ, বাজক মৃদং খোল।
অসম আকৌ উন্নতি-পথত "জয় আই অসম" বোল।

(২)

যতন কৰিলে সৰু বৰ হয়, তামুলী মোমায়ে কলে।
ৰজা হৈ ৰাম ৰজা হব পাৰি, ৰুদ্ৰসিংহে দেখুৱালে।
শঙ্কৰাচাৰ্য্যৰ গুৰু অসমীয়া, কুমাৰিলা ভট্ট নাম ;
"জগৎ গুৰুৰো" গুৰু হব পাৰি ভট্টই দেখালে কাম।
বাজক ডবা, বাজক শঙ্খ, বাজক মৃদং খোল।
অসম আকৌ উন্নতি-পথত, "জয় আই অসম" বোল।

(৩)

ভাস্কৰ-জেউতি ভাস্কৰ বৰ্ম্মা প্ৰাগ্‌জ্যোতিষৰ ৰজা,
ভাৰতৰ ৰজাৰ আগশাৰী ললে, নহয় ই কথা সজা।
উত্তৰ-ভাৰতৰ কেদাৰ ব্ৰাহ্মণ মহাবলৱন্ত ৰজা,
কামৰূপপতি শঙ্কলাদিৱে ঘটুৱালে কেনে ছজা।
বাজক ডবা, বাজক শঙ্খ, বাজক মৃদং খোল।
অসম আকৌ উন্নতি-পথত "জয় আই অসম" বোল।



(৪)

চাৰি লাখ পদাতি, লাখ অশ্বাৰোহী চাৰি হাজাৰেক হাতী ;
শঙ্কলাদিৱৰ বীৰ্য্য বিক্ৰমৰ ভাৰত বিয়পা খ্যাতি।
লক্ষণাৱতী গৌৰ নগৰ আমাৰ শঙ্কলে কৰা,
ৰাজধানী হৈ আছিল বঙ্গৰ দুহেজাৰ বছৰ জোৰা।
বাজক ডবা, বাজক শঙ্খ, বাজক মৃদং খোল।
অসম আকৌ উন্নতি-পথত, "জয় আই অসম" বোল।

( ৫ )

পাৰস্য বিজেতা আফ্ৰচিয়েৰৰ আদ্‌লাখ মোগল সেনা।
ঘটুৱাই শঙ্কলে ঘোৰা ঘাট পৰ্ব্বতত কীৰিত ৰাখিলে জানা।
মছলেম্ বুৰঞ্জীত ফেৰিষ্টাই লেখিছে ; নহয় ই সাধু কথা ;
প্ৰাণৰ প্ৰাণত অসমীয়া ভাই, ই কথা তোমাৰ গোথা।
বাজক ডবা, বাজক শঙ্খ, বাজক মৃদং খোল ;
অসম আকৌ উন্নতি-পথত, "জয় আই অসম" বোল।

( ৬ )

সিদিনা তোমাৰ ঢেকিয়াল ফুকনে উন্‌ত্ৰিশ বছৰীয়া ডেকা,
অসমৰ হকে যিথিনি কৰিলে যি কীৰ্ত্তি ৰাখিলে লেখা।
তোমাৰে আনন্দ বৰুৱাই চোৰাঁ সংস্কৃত সাহিত্য মথি,
য়ুৰোপ এচিয়াত কীৰিতি ৰাখিলে, জগতে কৈছে ডাঠি।
বাজক ডবা, বাজক শঙ্খ, বাজক মৃদং খোল ;
অসম আকৌ উন্নতি পথত, "জয় আই অসম" বোল।

( ৭ )

"হেমকোষ" ৰচি হেমচন্দ্ৰ হেৰা ভাষা আকাশত জোন ;
স্বদেশী ভাষাত এনে শব্দকোষ ভাৰতত ৰচিছে কোন ?

তামুলী ফুকন, গুণাভি বৰুৱা, বুৰঞ্জী জ্ঞানত জ্ঞানী।
স্বাধীন ব্যৱসা, দেশৰ হিতত, জগন্নাথ মাণিক মানী।
বাজক ডবা, বাজক শঙ্খ, বাজক মৃদং খোল,
অসম আকৌ উন্নতি-পথত "জয় আই অসম" বোল।

( ৮ )

হেৰা অসমীয়া, নোহোৱা দুখীয়া, কিহৰ দুখীয়া হবা ?
নিজ নাপাহৰি, ঈশ্বৰ সুৱঁৰি লাগাচোন সুফল পাবা।
"বুৰঞ্জীৰ হয় পুনৰ অভিনয়" জ্ঞানবৃদ্ধ সবে গায়।
লক্ষ্য থিৰ ৰাখা, আগবাঢ়ি যোৱা মানুহ-মুৱা হবা ভাই।
বাজক ডবা, বাজক শঙ্খ, বাজক মৃদং খোল,
অসম আকৌ উন্নতি-পথত "জয় জয় অসম!" বোল।

---

## সন্ধিয়া।

চন্দ্ৰকুমাৰ আগৰৱালা।

ৰঙা মুখে ৰঙা বেলি মাগিলে বিদায়,
ৰেখা দিয়ে নিমিষতে সন্ধিয়া লুকায়।
প্ৰথম চুমাৰ ৰেখ নৌ পৰোঁতেই,
নিঠুৰ বিৰহে তাক মচিয়ে নিলেই।
হেঙ্গুলী-বিচ্ছেদ-মেঘে আঁতৰাই ধৰে,
বিধিৰ লিখন হায়! নলৰে নচৰে।



ই বজ্ৰ বাতৰি তই কত পুহিছিলি,
মিঠা মুখে মেঘ হেৰ শতুক শালিলি।
সন্ধিয়া আইটি হায়! মুকলি চুলিৰে,
নীৰবে এন্ধাৰ কৰি বিশ্ব পৰিহৰে।
যোৱঁা আই যোৱঁা আছে পছিম সাগৰ,
বুৰদি গুচুৱা গই সন্তাপ ভাগৰ।
আজলী ছোৱালী হায়! সংসাৰৰ মেৰ,
নৌ বুজুতেই গল—ইচ্ছা বিধতাৰ।

---

## বিশ্ব-ভাৰৱীয়া।

চন্দ্ৰকুমাৰ আগৰৱালা।

যি ভাবে দেখিবা এই সংসাৰ ভাৱনা
সেইভাৱে গৰাসিব তোমাৰ জীৱন;
হিংসা, দ্বেষ, চকু দিলে পাবা হিংসা, দ্বেষ
প্ৰেমতো দেখিবা তুমি মধুৰ মিলন।
তুমি ভালে বিশ্ব ভাল, সবাতো সুন্দৰ
বিকটালে মুখ কিন্তু বিকট বদন;
তুমিয়েই ভাৱৰীয়া ৰূপে বিশ্ব জুৰি
ক্ৰীড়িছাহে মানৱাত্মা লীলা দেখুৱাই,
তুমিয়ে তোমাক চাই বাখানি নিন্দিছা
তোমাৰ মহিমা দেৱ, কৈও অন্ত নাই।

আপোন খেলত তুমি আপুনি মগন
ভাঙ্গিছা, পাতিছা, পৰি উঠিব শিকিছা;
সৃষ্টি-পাতনিৰে পৰা নীল আকাশত
কিৰণৰ জাল মেলি ডাৱৰ ধৰিছা;
টিপচীটি হৈ উৰি টিপতে লুকাই
গৰুড়ৰ পথা মেলি বিচাৰি ফুৰিছা।

---

# গীতা।

চন্দ্ৰধৰ বৰুৱা।

গীতাকাৰ,
হিয়া-ভৰা ভক্তি ঢালি তোমাৰ পাৰত
কৰোঁ সেৱা কোটিবাৰ।
শাস্ত্ৰৰ সাগৰ মথি
উদ্ধাৰিলা অমূল্য ৰতন;
কৰ্ত্তব্য প্ৰধান বুলি
ফুঁকিলা গভীৰ শিঙ্গা নিষ্কাম ধৰ্ম্মৰ,
প্ৰচাৰিলা উচ্চ ধৰ্ম্ম মানৱ কুলৰ
কৃতাৰ্থি ভাৰত ভূমি।
তাপিতক তাৰি
বোৱালা শান্তিৰ জুৰি,
অবিশ্ৰামে শান্তি সোঁত বোৱালা ধৰাত।



জগতৰ গুৰু তুমি,
তৱ "বৰ্ত্তানুবৰ্ত্তন্তে" সমস্ত জগত।
বৈজ্ঞানিক জগতেও, কৃষ্ণি শতিকাৰ
নোৱাৰে এৰাব হাত
বিমল উদাৰ অতি তোমাৰ মতৰ।
তোমাৰ পথেই মাত্ৰ
একমাত্ৰ পথ জগতৰ।
এতেকতে,
কোটি কোটি সেৱা মোৰ তোমাৰ পাৰত
কোটি কোটি সেৱা মোৰ তোমাৰ ধৰ্ম্মত।

---

# জাতীয় গৌৰৱ।

কমলাকান্ত ভট্টাচাৰ্য্য।

বুৰঞ্জী লিখক জাতীয় গৌৰৱ—
কিবা চিন পাবা অসম দেশৰ।
যত কবিকুল জাতি পদ্মফুল
লভিলে জনম ফাল কি পাপৰ।
হায়! হায়! হায়! বুক ফাটি যায়
যি জুয়ে পুৰিছে হৃদয় সদায়।
উস্! পাহৰণি যেন ৰাক্ষসিনী
গিলিলি বহুত অসম গৌৰৱ।

কোনে উলিয়াব কোনে বা দেখাব
জন্মিছেনে এনে মহা অনুভৱ ?
ঠিক অসমীয়া মানুহ নহয়
অসম শ্মশান নোহে কোনে কয় ?
অনন্তকন্দলি জন্ম ধৰিছিলি
কিনো পাপ কৰি অসম মাটিত
নাই তযু নাম, আদৰ সন্মান,
কালনৈ নুমাল শ্মশান ভূমিত ।
পদুমৰ গোন্ধ গুবৰুৱা লয়
ভোমোৰাৰ দৰে ফুল কি ৰময় ?
কন্দলি শ্ৰীধৰ, কিনোহে সুন্দৰ
গাঁথিছিলা বাছি ফুল মলাধাৰ,
ভাবিছিলা মনে অসম সন্তানে
পিন্ধি গুণ গাই থাকিব তোমাৰ ।
কালৰ নিষ্ঠুৰ বতাহ-কোবত,
পৰিল সি মলা অনন্ত-খালত ।
ৰাম সৰস্বতী, ভাৰতৰ পুথি,
ব্যাসৰ বাছনি ফুলৰ মালা,
কৰিলা ৰচনা, তোমাৰ কামনা
নিসিজিল হল নৰাৰ খেলা ।
ৰদত জনম ধন্য কাশীদাস,
তযু কীৰ্ত্তি কৰে অসম প্ৰকাশ ।
ঠিক অসমীয়া মানুহ নহয়,
অসম শশ্মান নোহে কোনে কয় ?



দেৱ কীৰ্ত্তিবাস, কীৰ্ত্তিৰ আবাস
সাজিলে তোমাৰ বঙ্গালী ভাই,
এই ৰামায়ণ লেখা কবিজন
পুথি ৰতৰাৰ নামো নাই ।
পুৰণি গৌৰৱে গৰ্ব্বী যেই দেশ
নহয়, নাই তাৰ উন্নতি লেশ ।
কত পৰিশ্ৰম কৰি কবিজন
সাজিলে মৌ-বাহ কেৱল বৃথায়,
আজি অসমত ডেকাৰ মাজত,
বিচাৰি কোনো তাক থাওঁতা নাই,
ৰাপেকৰ নাম নজনা সন্তান
কালে হল আহি এই মাটি খান !
পঢ়িছে মিল্টন, পঢ়ে বাইৰণ,
দেখোঁ সো দলে শলাগ লৈ,
স্বজাতি অসভ্য যিণি হয় সভ্য
পিতাৰ পুত্ৰৰ নাই পৰিচয় ।
ইৰূপ ব-ছেৰা সন্তানৰ জ্ঞান
দিলাহে বিধাতা এই মাটি খান !
ঠিক অসমীয়া মানুহ নহয়,
অসম শ্মশান নোহে কোনে কয় ?
শঙ্কৰ দেৱৰ দেখোঁ জীৱনৰ
চৰিত্ৰ কেৱল ত্ৰুকতত সীম',
চৈতন্য জীৱন জগত ঘোষণ
শ্মশানতে লয় শঙ্কৰ মহিমা !

মাধদেউ এক সুকবি প্ৰধান,
অসভ্য দেশত জন্মি নষ্ট নাম !
যেন ফুল ঘ্ৰাণ হাৰিত জনম
হাৰিৰ বতাহে হাৰিতে নাশ।
সভ্য প্ৰদেশত জনমা হেন্তেন
হলা হয় কেনে যশৰ ভূষণ,
কবি মহামতি, মই মূৰ্খ অতি
নেজানো কৰিব তোমাৰ পূজন ;
কৰোঁ কবিতাৰে, দুৰবল সুৰে
চকুৰ পানীৰে এবেলি তৰ্পণ।
কুলাচল নামে কাব্য কোন জনে
কৰিলে ৰচনা কৰোঁহোঁ তৰ্পণ।
কুৰ্ম্মৱলী পদ, আৰু চণ্ডী-পদ,
ৰচিলে কোনেনো কবি দুই জন ;
চকুৰ পানীৰে তৰ্পোহোঁ এবাৰ,
দহিলে সুনাম শ্মশানে তোমাৰ।
ই অসভ্য দেশ, মনুষ্যত্ব-লেশ
নাই একেবাৰে ভাৰত মাজে,
উলঙ্গ দেশৰ, কাম কি ধোবাৰ ?
নোশোভে লোকক কাপোৰ সাজে।
ঠিক অসমীয়া মানুহ নহয়,
অসম শ্মশান নোহে কোনে কয় ?

——:০:৪:০:——

# পুণ্যৰ আৰু পাপৰ বাট।

মফিজ উদ্দিন আহমদ হাজৰিকা।

( ১৪ )

হেৰা ! হেৰা ! টপটলো ডেকালৰাইত !
অলপতে কিয় এনে হৈছা উধাৰত ?
আলি-বাটে চালি ধৰি, ধিতিঙালি কৰি,
অতপালি কৰা কিয়, মুৰে-ভৰি কাঢ়ি ?
আজি হয় উলাহতে, সাৰ্থক জনম
ভাবিছা যে, পৰন্তেহে পাবা তাৰ গম।
ডেকা-কাল পাই দিছা ধন্য জীৱনক ;
কোনোটিয়ে নিজকেহে ওপৰঞ্চি বুলি
ওৱাইডাং কথা কৈছে বাহু তুলি তুলি ;
কত কি যে হাঁহি মাতি, পাতি কত পাঙ—
শূন্য আলাসতে কত সাজি বালি-চাঙ,
ইটে-সিটে টনা-টনি কৰি হুৱামুৰি,
মাজে মাজে একোসাৰি প্ৰেম গীত যুৰি,
নাহে নাহে ঠেও-ধৰি ডেকালৰাইত,
গা-ঘেলাই গই আছে আলি-ওপৰত।
আনন্দৰে পাৰ নাই, লগৰীয়া পাই ;
কিনো কথা কয় মুখে, ক্ৰু-ভংগেই নাই !
কিবা আহে কিবা যায়, কোনে কৰে কাণ ?
মূৰ-মুকলিকৈ ফুৰে নবাবৰ মান ?

প্ৰতি কথাতেই মাথোঁ তোলে আনি প্ৰেম !
কিন্তু এনি ভুও নাই কাক বোলে প্ৰেম !
গমিও নেচায় হায় ! সেই ডেকা কাল,
ইঁহা-মতা গীত-মাত, বয় কতকাল ?
কিন্তু হায় ! এই দেখা অতি ভয়ানক !
একো কথা নোসোধাকৈ গুৰু-বিবেকক,
নকৰিবা ইকালত, প্ৰাণ যায়ো যক।
জীৱনৰ সোঁৱে বাঁৱে আছে দুটি বাট,
পৰিছাঁহি তোমালোক তাৰে দোমোজাত।
ওলমিছে, ভাল-বেয়া নৰ-জীৱটিৰ,
বাছনিৰ ওপৰতে সেই দুয়োটিৰ।
সেই দুবাটৰে কওঁ, শুনা বিৱৰণ ;—
বাছি লোৱাঁ নিজে এবে যাব যেনি মন।

---

# সোঁ-বাট।

(পুণ্যৰ)

( ক )

দুয়ো পিনে ঘন, উলুৱনি বন,
জোঁক নাকু নাকু তাত ;
লেউ লেউ কৰি আছে থিয় ধৰি,
লাগে থোপাথোপে গাত।



( খ )

দুয়ো পিনে ঘন, চোৰাতনি বন,
কাঁঠনি বেঁতনি হাবি !
কত ভয়ঙ্কৰ বাঘ ভালুকৰ
শুনি গিৰিজনি ডাবি !!

( গ )

হাতী পালে পালে, চৰে চাৰি ফালে
তৰাৰ গজালি খাই ;
সিংহ যোৰে যোৰে যুঁজি যুঁজি মৰে
বাটৰুৱা দেখা পাই।

( ঘ )

অত অজগৰ, বনৰীয়া গঁৰ
ফেঁটী, তৰা দাঁহী, শুঁই
এই আলিটিত, কলা-ঘুমটিত,
আছে বাটে-পথে শুই !

( ঘ )

পালে মানে গম, কালান্তক যম !
একে চাবে আহি ধৰে ;
চাৰি পিনে বেৰি, ওপৰতে পৰি,
ক্ষণে নেফানেফ্ কৰে।

( চ )

কত মৰা দেহ, নাই কোনো শেহ
আছে ঠায়ে ঠায়ে পৰি !
কাউৰী, শগুণে খায়, ঘনে ঘনে,
আঁজোৰা-পিজোৰা কৰি !!

( ছ )

সেই কাঠনিৰ,— সেই জাৰণিৰ
মাজে মাজে এই বাট ;
কত আপদৰ,— কত বিপদৰ,
খোজে পতি ভয় তাত !

( জ )

ইবোৰবো পাছে, মূৰকতে আছে,
এটি জইমুনি খাল !—
তাতে এডুখৰি, সাঁকো আছে পৰি,
পচা মদাৰৰ ঠাল !

( ঝ )

কোনো লোকে যদি, সেই সাঁকোয়েদি,
ৰাখি শৰীৰৰ ভাৰ,
অতি আলাসতে, খুপি কোনো মতে
তাকো হ'ব পাৰে পাৰ,—

( ঞ )

আন পাৰলই শেহান্তৰে গই
পায় এনে খনি ঠাই—
শান্তি অমিৰিত আছে বি পুৰীত
নাই কোনো ভয় নাই ।

( ট )

নাই তাত আৰু জোঁক লাক লাক
কাঠ-বেঁতনিৰ হাবি,
নাই হাতী, গঁৰ, বাঘ, ভালুকৰ
সেই গিৰিজনি ডাবি !



( ঠ )

নাই কোনো দুঃখ, যেনে-তেনি সুখ ;
নাই আতৰণি ভয় ;
মাথোঁ চাৰি পিনে, ৰবে ৰাতি দিনে,
শান্তিৰেহে বায়ু বয় ।

( ড )

জয়-মালা তাত হয় বজ্রপাত,
পৰে ফুল-বৰষুণ ;
'প্ৰেম'-ৰ'দালিয়ে চুলি মেলি দি-এ'
কৰে ভোমোৰাকে 'খুন' ।

( ঢ )

মউ-পুখুৰীত ফুৰে ধেমালিত,
যোৰে যোৰে হাঁহ চৰি ;
অতি মৰমৰ ভেঁট পদুমৰ
ঠাৰি পাহ পাহ কৰি ।

( ণ )

এনে মায়াছল ! দেখোঁতে দীঘল
যদিস্যাতে এই বাট ;
কিন্তু দৰাচলে জুথি-মাথি চালে,
নোহে দুখোজবো বাট !!

— -:#:——

# বাওঁ-বাট

( পাপৰ )

( ক )

আহা ! কি চিকণ,— কেনে বিতোপন,
বঙা সেন্দুৰীয়া আলি ;
অতি ফৰকাল, নিকা চাৰি ফাল,
নাই বোকা ধূলি বালি ।

( খ )

দুয়ো পাৰে তাৰ, কত পৰকাৰ
থিয়ৈ আছে শাৰী শাৰী
কৰি জক্‌মক্‌ মুহি ভুবনক,—
নানা ফুলনিৰ বাৰী ।

( গ )

ফুলি আছে ফুল— কেতকী বকুল,
বেলি, চম্পা, জৰা, গুটী,
গুনচি, গুৱাল, গধুলি-গোপাল,
সেউতী, মালতী, যূতি,

( ঘ )

কঠনা কুহুম, পিৰিকা, পদুম
গোলাপ, খৰিকাজাঁই
ধতুৰা, কাঞ্চন, আৰু কেঞা-বন
নাই সীমা-সংখ্যা নাই !



( ঙ )

নানা তৰহৰ কৰবীৰ তগৰ
গোন্ধতে আমোল মোল ;
ভেঁট, পাৰিজাত, মক্‌বাবো ঠাট
দেখি, বাটৰুৱা ভোল ।

( চ )

চকৃতি চৰাই কত ভোমোৰাই,
জাকি মাৰি মাৰি উৰে ;
ফুলে ফুলে পৰি, জুতি ধৰি ধৰি,
মউ চাকি চাকি ফুৰে !

( ছ )

কত সুৰে গীত, কত ৰাগিণীত
কুলি মইনাই গায়,
নাচে তালে তালে, টুনি ডালে ডালে,—
নাচে সখিয়তী বাই ।

( জ )

ঘন্‌চিৰিকাই খুটিতাল বায়
জিলীয়ে বাহীৰ গত ;
চালি ধৰি ধৰি টকচালি কৰি,
নাচে ম'ৰা-পক্ষীইঁত ।

( ঝ )

গায় হেটুলুকা, নাচে ফেচুলুকা,—
নাচে বালিমাহী জাক ;
ঠেঁও ধৰি ধৰি, টালিভুলি কৰি
দিয়ে চেৰে চেৰে পাক ।

( ঞ )

নাচ-বজা-গীত, উত্রাবলো চিত,
ৰঙ ধেমালিৰে পৰা,
হাঁহি খিকিন্দালি আৰু ভেঙ্গুচালি—
—এয়ে চাৰি পিনে ভৰা !

( ট )

দুয়ো পাৰে বাৰী আছে শাৰী শাৰী
মউ-ডিমৰুৰ গছ ;—
বেল, নাৰিকল, অম্‌ৰিতা, কল
তৰমূজা, আত্‌ লচ্‌,

( ঠ )

মধুৰী, কঠাল, জামু, লেচু, তাল.
বাঙি, মুনি, পণীয়ল,
খিমক, দালিম, চেনিচঁপা ভীম
আছে ভৰি ভৰি তল !

( ড )

আছে থোকা-থোকে পকি থোকা থোকে,
নানা তৰহৰ গুটী ;
কেৰকেটুৰাই পাৰি পাৰি খায়,
মহা সুখে কুটি কুটি !

( ঢ )

ৰাটকৰাটিয়ে, যদি মেলি দিয়ে,
অতি হেপাহেৰে হাত,
ঠালি ভাগি ভাগি, ঠেক ছিগি ছিগি,
নিজে সৰি পৰে তাত্‌ !



( ণ )

কিন্তু এই ঠাই এৰি, পোৱা যায়
টুমনি এখন বৰ ;
নাই পানী গছ, মানুহৰে সচ্‌
নাই ছাঁয়া, বাৰী, ঘৰ !

( ত )

কউ, কউ কৰে, পোৰে এনে দৰে,
যেনে মাছ-ভজা-খোলা ;—
লাগে এনে হেন,— পিন্ধি আছে যেন
জুই-আঙনিৰে চোলা ।

( থ )

পানী-পিয়াহত, জীৱ ছট্‌ফট্‌
কৰে সেই টুমনিত ;
তাৰে পৰা হয় উভতিবলই
ইচ্ছা, গাৰ পোৰণিত !

( দ )

কিন্তু ওচৰতে এটি পৰ্ব্বতত
দেখা যায় এনে হেন—
কুলু কুলু কই, আছে ধিৰে বই,
এটি নিজৰণি যেন ।

( ধ )

নাই কোনো তাত্‌ পানী খোৱা-ঘাট ;—
দুয়ো পাৰে ওগ গৰা ;
যদি বা এটা আছে, তাৰো আগে পাছে
জালী গাঁতেৰেই ভৰা ?

( ন )
তাতে এনে দৰে, ঘন তৰপেৰে
ছাটি ধৰিছে যে বনে,
আছে বুলি গাঁত, কাৰো অকস্মাৎ,
নাহে পতিয়নো মনে।

( প )
গাঁত বিলাকবো— অতি নামনিবো—
তলে তলে, প্ৰতি পলে,
নাগি ভম্ ভম্ পুৰি ৰম্ৰম্
জুই-কুণ্ড এটি জলে !!

( ফ )
ঘৰে শেহান্তৰে অতি হেপাহেৰে,
কোনো বাটৰুৱাটিয়ে,
সেই ঘাটলই পানী খাবলই,
গই, ভৰি থনি দিয়ে,

( ব )
জানো কেনে কৰি, নিমিষতে পৰি
জুই-কুণ্ড ভিতৰত,
জলি পুৰি হায় তাতে মাৰ যায়,
ছাই ভস্ম এঙাৰত !!

( ভ )
এই ঘাটতেই পৰে হঠাতেই
বাওঁ-আলিটিৰো ওৰ ;
আৰু সেই লগে তোলে একে যোগে,
ধুমধুপালিৰো হোৰ।



( ম )
মিছা হুতাহৰ আৰু হেঁপাহৰ,
আশা কামনাৰ হাট ;
দেখোঁতেহে চুটি, দৰাচলে ইটি,
কোটি যোজনৰ বাট !!

---

# বশিষ্ঠাশ্ৰম।

## ৰঘুনাথ চৌধাৰী।

হে পথিক ! জুৰোৱাহি তাপিত জীৱন,
ক্ষন্তেক বহিলে হিয়া পৰিব শীতল,
ভাগৰুৱা পথিকৰ শান্তিনিকেতন,
অময়া প্ৰেমৰ পুৰী গিৰি সন্ধ্যাচল।
প্ৰকৃতিৰ কাম্য বন ঋষিৰ আশ্ৰম,
অমৰ বাঞ্ছিত পুৰী অতি বিতোপন,
চাৰি দিশ নিজঞ্জাল নিমাত নিজম,
গম্ভীৰ প্ৰকৃতি যোগী ধ্যানত মগন।
সন্ধ্যা-ললিতা-কান্তা পৰ্ব্বত জীয়াৰী,
তিনিওটি বাই ভনী স্বৰ্গীয় ভাৰত,
মহিমাৰ গীত গাই স্বভাৱ সুন্দৰী,
সন্তাষিছে ব্ৰহ্মপুত্ৰ স্বামীৰ কোলাত
ঢকাবে ফুলৰ শাৰী গছ লতিকাই,
হালি জালি সেৱা কৰে ঋষিৰ পাৰত ;

গগনবিহাৰী পক্ষী কানন ভুলায়,
মঙ্গল আৰতি কৰে কুঞ্জ কাননত ।
পবিত্র হোমৰ গোন্ধে বহুদূৰলই,
কৰিছিল সুপবিত্র পুণ্য তপোবন ;
বনৰ চৰাই পহু প্রেমে মুগ্ধ হই,
কাণ পাতি শুনিছিল সামবেদ গান ।
স্বৰগৰ বিদ্যাধৰী দেৱ দিব্যাঙ্গনা,
বজায় অমৰ বাদ্য, ছেও ধৰি ধৰি :—
দীপক পঞ্চম সুৰে গীত আৰাধনা,
গাইছিল মিলি যত ঋষিৰ জীয়াৰী ।
ইন্দ্রৰ অমৰাৱতী প্রমোদ কানন,
মৰত ভূমিত চোৱা কিবা শোভা ধৰে ;
বনদেৱী সবে পিন্ধি পুষ্প আভৰণ,
প্রকৃতি ফুলনি মাজে আনন্দে বিহৰে ।
ঋতুৰাজ বসন্তৰ প্রিয় সম্ভাষণে,
সৌন্দর্য্য ওপচি পৰে পুষ্প কাননৰ ;
ফুলৰ সুগন্ধ আনি সান্ধ্য-সমীৰণে,
বিলাইছে শান্তি সুধা স্বৰ্গীয় প্রেমৰ ।
সুৰগী কুলিয়ে মাতে অপূৰ্ব্ব তানেৰে,
জিলিয়ে বজায় বীণা মিলন সুৰত,
নীৰব প্রকৃতি ভেদি ললিত ঝঙ্কাৰে,
উঠে তাৰ প্রতিধ্বনি কাননত ।
শৰতৰ ক্ষীণ জ্যোতি প্রবতী জোনৰ,
বিৰিঙ্গে যেতিয়া আহি ফুলৰ থোপাত ,



কি যে মনোমোহা দৃশ্য কুঞ্জ কাননৰ,
পৰাণ বিভোল হয় পৱিত্র ভাৰত ।
ৰহল শ্যামল ক্ষেত্র শিলনিৰে গঁথা,
লেখা আছে বশিষ্ঠৰ হৃদয় ভুৰ্গত :—
অতীত গৌৰৱ স্মৃতি আৰু পুণ্যকথা,
বিশ্বলীলা অভিনয় কীৰ্ত্তি শত শত ।
কত যুগ মাৰ গ'ল কালৰ সোঁতত,
আজিও বশিষ্ঠাশ্রম আছে একেভাৱে,
আৰ্য্যৰ গৌৰৱ ঘোষি মৰ্ত্ত্য ভুৱনত,
বিজেতাৰ হেন্দোলনি সহিছে নীৰৱে ।

---

## বহাগীৰ বিয়া ।

ৰঘুনাথ চৌধাৰী ।

( ১ )

প্রকৃতি জীয়াৰী গাভৰু ছোৱালী
বহাগী আইৰে বিয়া,
উলহ-মালহে সকলোৰে যেন
আনন্দে নধৰে হিয়া ।

( ২ )
স্বৰগ মৰত সকলো ঠাইতে
উঠিছে আনন্দ ৰোল,
সাজন কাচন ৰংৰূপহত
গোটেই জগত ভোল ।
( ৩ )
অব্যক্ত সুৰত প্ৰেমিক ভ্ৰমৰে
দিলে সকলোতে জান,
গছ-লতিকাৰ প্ৰতি শিৰে শিৰে
মুঞ্জৰি উঠিল প্ৰাণ ।
( ৪ )
শিমলু, পলাশ, অশোক, মন্দাৰ
শ্যামল বিটপী ৰাজি,
জীৰ্ণ আভৰণ সলাই আহিছে
ৰাঙলী সাজেৰে সাজি ।
( ৫ )
কামিনী কাঞ্চন চম্পা, নাগেশ্বৰ
সুগন্ধি কুসুম মাল',
নন ৰূপ ধৰি পুষ্প কাননত
পাতিছে প্ৰেমৰ খেলা ।
( ৬ )
মলয় সমীৰ গন্ধ বণিকৰ
গাত তত্ নাইকিয়া,
ফুলৰ সুঘ্ৰাণ বোকোচাত লই
হইছেহি বিলনীয়া ।



( ৭ )
ধুনীয়া ধুনীয়া লতাৰে মণ্ডিত
কুসুমিত তৰুৰাজি,
ৰমক্ জমক্ কৰি ঠায়ে ঠায়ে
দিছে বেইঘৰ সাজি ।
( ৮ )
হীৰক-মণ্ডিত চন্দ্ৰাতপ খনি
ওলমিছে আকাশত,
আই বসুমতী দিছে পাটী পাৰি
সেউজীয়া আসনত ।
( ৯ )
আয়তীসকলে ৰভাৰ তলতে
কৰিছে যাৰ যি কাম,
কোনোজনী আহি দিছে পুষ্পাঞ্জলি
কোনোৱে গাইছে নাম ।
( ১০ )
জয়ে জয়ে আহি ফেঁহু চৰাইটি
মঙ্গল উৰুলি দিলে,
দহিকতৰাই প্ৰভাতী সুৰত
স্তুতি গীত আৰম্ভিলে ।
( ১১ )
আম্ৰ কাননত ৰঙিয়াল কুলি
লগালে এবাৰ মাত,
গীতৰ ধ্বনিত স্বৰগত যেন
বহিল প্ৰেমৰ হাট ।

( ১২ )

ঝঙ্কাৰি উঠিল পুষ্প উপবন

বলিল প্ৰেমৰ বা,

হাঁহিটি মাৰিলে মাধৈ মালতী

গাতে লগাই গা।

( ১৩ )

পাটৰ চেলেং গাত মেৰিয়াই

পাটমাদৈ চুঁচি মাজি,

জোবোণ পিন্ধাব আহিল সুন্দৰী

পাট গাভৰুটী সাজি।

( ১৪ )

সোণ বৰণীয়া ডৰিয়া কাঞ্চন

সোণাৰু কনক চম্পা,

ৰচিলে ধুনীয়া বেণীৰ আকাৰে

কন্যাৰ লাহতী খোপা।

( ১৫ )

সিন্দুৰ ৰক্তিম অলকা তিলক

পিন্ধালেহি উষাৰাণী,

নিমজ গালত কুসুম ফুলৰ

দিলেহি ৰহণ সানি।

( ১৬ )

পিন্ধিলে কাণত ডালিম ফুলৰ

বাখৰ পতোৰা কেৰু,

হাত দুখনিত কুঞ্জ লতিকাৰ

সোণথতা মুঠিখাৰু।



( ১৭ )

পিন্ধালে ময়ুৰে গোমচেং মেখলা

ভমকা-ফুলীয়া চায়,

দিলে বটা তুলি ফুল বছা ৰিহা

ৰচকী পখিলা বাই।

( ১৮ )

চাৰু ললন্তিকা নাৰ্জী ফুলৰ

আকনৰ কোতমণি,

কাজলা ধৱলী অপৰাজিতাৰ

কঁকালৰ কৰধনি।

( ১৯ )

সাজি কাচি যেন আছে পাটৰাণী

গোলাপী শয্যাত বহি,

কিবা অপৰূপ ৰূপ লাৱণ্যত

পেলালে জগত মুহি।

( ২০ )

ধৰিছে যোগান ফুল ৰাণী সৰে

ফুলৰেণু কুঁহি পাত,

কোনোজনী আহি লহনৰ গুৰি

ছটিয়ায় ফাঁকু গাত।

( ২১ )

কন্দৰ্প-কুমাৰ প্ৰেমিক বসন্ত

আহিছে দৰাটি সাজি,

বিধিধ সুৰত পবিত্ৰ প্ৰেমৰ

উঠিছে বাজনা বাজি।

( ২২ )

মাৰিলেহি মেঘে ঢোলত চাপৰ
জিলীয়ে বজায় কালি,
টুনী বুলবুলি নাচে ছেৰে ছেৰে
হেটুলুকা ওজাপালী।

( ২৩ )

নৱ পল্লৱিত তৰু শাখাবোৰে
হাতত চোঁৱৰ ধৰি,
কেতেকী বাইকো বিয়া গাবলৈ
আনিছে বৰণ কৰি।

( ২৪ )

আজি পূর্ণিমাৰ ৰাতিটো চিকোণ
আকাশ জোনেৰে ভৰা,
ৰজত ধৱল স্নিগ্ধ কিৰণত
হাঁহি উঠে বসুন্ধৰা।

( ২৫ )

দীপক সুৰত জুৰিলে সঙ্গীত
বিহুৱা বাউলী জনী,
জিলিকি উঠিল কাম্য কাননৰ
নিকুঞ্জ মণ্ডপ খনি।

( ২৬ )

কণ্টক বনত সি প্রেম গীতত
ফুলিল কেতেকী ফুল,
ভেঁটফুল কলি জল কুঁৱৰীবো
হৃদয় মুকুলি হ'ল!



( ২৭ )

জড় জগতত জীৱ জগতত
পাওঁ সকলোতে দেখা,
মহাবিশ্বজুৰি বিবিঙ্গিছে যেন
আনন্দৰ পূর্ণ ৰেখা।

---

# ৺ জগন্নাথ বৰুৱা।

দুর্গেশ্বৰ শৰ্ম্মা।

অনন্তত গ'লা লীন লীলা পৰিহৰি
আসামৰ অমূল্য ৰতন।
স্বদেশ উন্নতি ৰূপ মহাব্রত ধৰি
কৰিছিলা অশেষ যতন।
অশোক অষ্টমী দিনা গঙ্গাৰ পাৰত
ইহ লীলা সমাপন কৰি,
আমাক শোকত থই নিজে অশোকত,—
গুচি গ'লা দিব্য ৰূপ ধৰি।
নেভাবিলা বজ্রাঘাত মৰণ বাতৰি—
পৰিলেহি আমাৰ মূৰত,
শোকে দুখে জীৱনৰ গতি বিধি এৰি
ধৈর্য্য আৰু নৰ'ব মনত।

আছিলা চানেকি ৰূপ তুমি সকলোৰে,
আৰু তুমি জগতত নাই,
বিপদত চাপি গলে শুৱলা মাতেৰে
কোনে আৰু ধৰিব চপাই !
দেখুৱালা মহত্বৰ আদৰ্শ প্ৰমাণ,
দেখুৱালা শিক্ষাৰ প্ৰভাৱ,
দেখুৱালা একেলগে বিদ্যা বুদ্ধি জ্ঞান,
দেখুৱালা নিৰ্ম্মল স্বভাৱ ।
দেখুৱালা শঙ্কা নাই কেনি বিপদৰ,
লক্ষ্য ঠাই দেখুৱাই দিলা,—
মানুহৰ শকতিৰ তুমি ওখ ঠাই,
হিয়া মন জুৰায় তোমাত
এয়েহে বেজাৰ মাথোঁ বহুত কামৰ
শেষ ফল চাব নোৱাৰিলা ।
জনক প্ৰতিভা লই,—গোটেই আসাম
চলিছিলে তোমাৰ কথাত,
শুনিছিলোঁ য'তে ততে তোমাৰেহে নাম,
সকলোৰে নিৰ্ভৰ তোমাত ।
ইমান দিনৰ দুখ, সংসাৰ নিকাৰ,
পোৱা কষ্ট দেশৰ কামত,
সকলো পাহৰি দেৱ, চিৰ-সাধনাৰ
শান্তি লাভ কৰা স্বৰ্গত ।
দেবৰ মৰম পাই মৰণ পাহৰি
থাকাগই স্বৰ্গীয় সুখত,



কেতিয়াবা কৰবাত লভিলে আজৰি
সুঁৱৰিবা আমাক মনত ।
আকউ জনম লভি আমাৰ মাজত
শীৰ্ষস্থান কৰি অধিকাৰ,
চলাবা আসাম দেশ, আমি মৰমত
ভক্তি দিম দুখীয়া হিয়াৰ ।

——০——

## জীৱন ।

দুৰ্গেশ্বৰ শৰ্ম্মা ।

দীঘল জখলা এই মানুহ-জীৱন,
খোপে খোপে উঠি আমি আহিছোঁ উধাই ;
নেজানো,—কিমান খোপ উঠিলেনো আৰু
পাম গই অনন্তৰ নিৰঞ্জন ঠাই ;
নাইবা, কিমান ওখ এই কালাধাৰ,
নতুবা ওপৰে ওৰ অসীম অপাৰ ।
ঈশ্বৰৰে মায়া মাথোঁ,—তেওঁৰে সকলো,
ব্ৰহ্মাণ্ড লীলাৰ এই অমিয়া সংসাৰ,
যিদিনা লভিম গই এৰি অহা ঠাই
সিদিনাহে মায়া শেষ হ'ব আপোনাৰ ।
জ্ঞানৰ জিৰণি নই, নইৰ সাগৰ,
অনন্ত জিৰণি মাথোঁ নৱ-জীৱনৰ ।

সকলো মানুহে গই লভিব ঈশ্বৰ,—
বিজনে সাজিছে এই মায়াৰ সংসাৰ ;
দেখা দিব নিজে তেওঁ যেতিয়া আপুনি
তেতিয়াহে পাম আমি জিবণি আমাৰ ।
একে মন, একে প্ৰাণ, একে গঢ় মিলি,
একে স্বৰ্গ সাজি দুখ নাশিব সমূলি ।

---

## সজ বনুৱা ।

ৰামেশ্বৰ বৰুৱা ।

আকাশ ডাৱৰে ভৰা গধূলি বেলিকা
লাহে লাহে যাওঁতে বাটত,
চুটি, লপা, পকামূৰা জুকলা জুপুৰা
বুঢ়া এটি দেখিলো আগত ।
থৈলা, জলয়া লৈ বিৰিয়া কান্ধত,
বেগাবেগি খোজত বুলিছে ।
বিজুলীত চক্ খাই মাজে মাজে বৈ,
বৰষুণ বতাহ ভাবিছে ।
পৰিচয় লওঁ বুলি গলো আগবাঢ়ি,
সুধিলো আগ্ৰহে মনে মনে,



(বুঢ়া) গধূলি বেলিকা কিয় বেগাবেগি ঘূৰিকৰি
ফোঁপাই আহিছ ঘনে ঘনে ।
অলপ তভক্ মাৰি চাই মোৰ ফালে,
গহীন মাতেৰে উত্তৰিলে,
"জীৱন ধাৰণ মই কৰিম কিমতে
সংসাৰত কাম নকৰিলে ।"
"শৰীৰ দুৰ্ব্বল তোৰ পকা দাড়ি চুলি
তাতে আজি বতৰ ডাৱৰ,
নবৰি বোজাৰ ভাৰ কৰবাত যদি
পৰি হ তেনেই জঠৰ ?"
"নেদেখিছ সংসাৰত আছে কত জন
খাই লই ফুৰে হাঁহিমুখে,
বুঢ়া বয়সত তই নালাগে খাটিব,
ঈশ্বৰে খুৱাব দুখে-সুখে ।"
বেজাৰ-আনন্দ মিলা চকুৰ ঠাৰেৰে
বাট এৰি আতৰি ৰ'হিল ;
"অলপ বহাছো" বুলি মোক বহুৱাই
লাহে লাহে কবলৈ লাগিল ।
"আছিলো তোমাৰ দৰে ময়ো একালত,
দিন বিলাসিতা দিনে চৰে,
তেজৰ বলত মই নগণো একোকে
সুখ-ভাৱ হিয়াত নধৰে ।
সংসাৰৰ সুখ-দুখ ৰদ-বৰষুণ
অহা যোৱা কৰিছে সদায়,

সেই ঢউ-খলকনি কত খেলিছিলোঁ,
এই বয়সত আৰু নাই।
ডেকা বয়সৰ সোঁত নিতাল যেতিয়া,
'সংসাৰ কি ?' তেতিয়া ভাবিলো।
সাধু শ্ৰম, সাধু ভাব, আচৰে যি জনে,
সুখী তেওঁ ধ্ৰুৱপ জানিলোঁ।
লোভ, মোহ, সুখ-দুখ, সকলোটি এৰি
ঈশ্বৰক ভাবিছোঁ মনত,
নিয়মিত কাম কৰি সদায় চলিছোঁ
এলাহক ৰাখিছোঁ দূৰত।
দিনে দিনে কাম কৰি দিনে প্ৰবৰ্ত্তিছো
আকাল ভৰাল একো নাই,
চাৰি কুৰি বছৰতো আছে মোৰ বল
ভাৰ বওঁ লোকৰ সদায়।
এমোণীয়া ভাৰ বৈ চৰতীয়া লম,
লগা বস্তু কিনিম তাৰেই,
নিজে ৰান্ধি নিজে খাম নাই মোৰ কোনো,
সংসাৰত চলো ইদৰেই।
সংসাৰ সুখৰ ঠাই আজি কালি মোৰ,
দুখ-সুখে নোৱাৰে টলাব,
যোৱা বোপা, ৰযুণ আনিব এতিয়া,
সুখ-দুখ ঈশ্বৰে মিলাব।
ৰ'দ বৰষুণ বোপা, সদা সঙ্গী মোৰ,
সংসাৰত ভাবোঁ অতি কম,



নিজৰ কৰ্ত্তব্য আজি লাগে সমাধিব,
যাওঁ মই নকৰোঁ পলম।"
যদিও দেখিলো তাক কোনোবা দিনত,
মিঠা মাতে সমিধান দিয়া,
আজিও কাণত মোৰ বাজে সেই কথা,
হলে মই অকলশৰীয়া।

---

## কমতাপুৰ আক্ৰমণ।

হিতেশ্বৰ বৰবৰুৱা।

শ্ৰীপঞ্চমী তিথি আজি সৰস্বতী পূজা
কমতাপুৰৰ ৰজা-প্ৰজাৰ ঘৰত,
বহু হাবিয়াস কৰি পূজিছে আইক
সাদৰী ৰাণীয়ে কত ভকতি মনত।
ভাৰতীৰ পূজা আজি, দিন আনন্দৰ!
কোনো খেলে দবা 'পাশা' কোনো খেলে কড়ি
কোনোৱে বাইছে বীণ (অতি চেনেহৰ
আইৰ বজোৱা যন্ত্ৰ) উলাহেৰে ধৰি।
ৰজাৰ চৰাত আজি বহু মানুহৰ
সমাগম ভাৰতীৰ পূজা চাবলই;
ভৰাই ভক্তি ফুলেৰে হৃদয়ৰ তোড়া
আইৰ পাৱত দিছে হাবিয়াস কই।

ভূমি লুটি সেৱা কৰি, ভকতি ভাৱেৰে
কৰিছে আইক আজি কত তুতি-নতি !
দেখি এনেকুৱা ভাব, আইৰ প্ৰতিমা,
আছে কি এনুৱা যাৰ নোপজে ভকতি ?
ৰাজিছে পাৱত আহা ! এপাহি পদুম,
ত্ৰিভঙ্গ মূৰতি আই, ধৱল বৰণা ;
সেউজীয়া সাজ তাতে জিলিকিছে গাত
অপূৰ্ব্ব বিভাৰে লই জেউতিৰ কণা ।
"কচ্ছপী" বাজিছে আহা ! হাতত ধুনীয়া
অতি সাদৰৰ বীণা ভাৰতী আইৰ
বাজে বাজে যেন লাগে অমিয়া সুৰেৰে,
দুৰ্ভগা কবিৰ কৰি অন্তৰ সুথিৰ ।
সৰস্বতী পূজা আজি,—যাৰ করুণাত
আৰ্জ্জিলে অক্ষয় কীৰ্ত্তি কবি চেক্সপীৰ,
ভাৰ্জ্জিল, হোমৰ, দান্তে, অন্ধক মিল্টন,
কমতাত পূজা আজি সেই ভাৰতীৰ ।
কৰিব নোৱাৰি হায় ! ঠিক উচ্চাৰণ
"উষ্ট্ৰ" শব্দৰ নিজ প্ৰিয়াৰ কাষত
পাই মহা অপমান, ত্যজি গৃহবাস,
অৰণ্যত গই পাছে দুখ বেজাৰত
যাক পূজা কৰি পালে "কবিত্ব শকতি"
ভাৰতীয় কালিদাসে, যাৰ চেনেহত
"শকুন্তলা," "মেঘদূত," "কুমাৰ সম্ভব"
"ৰঘুবংশ" আদি কাব্য ৰচিলে পাছত ;



যাক পূজা কৰি আজি মৰিও অমৰ
কালিদাস, চেক্সপীৰ, কবি ভৱভূতি,
সেই ভাৰতীৰ আজি পূজা কমতাত !
কৰিছে আইক ৰাণী ভকতিৰে তুতি,—
"নোহোৱা কেৱল আই ! কবিৰে ঈশ্বৰী,
বীৰৰো ঈশ্বৰী তুমি, সমৰ জয়িনী !
তুমি বিষ্ণু, তুমি শিৱ, তুমি প্ৰজাপতি,
তুমি আদি, তুমি অন্ত, তুমি শক্তি, বাণি !
তুমিয়ে বধিলা মাতৃ ! শুম্ভ নিশুম্ভক,
দশভূজা ৰূপ ধৰি মহিষাসুৰক,
ৰাম ৰূপে ৰাৱণক, কৃষ্ণৰূপে কংস,
যমদগ্নি ৰূপ ধৰি ক্ষত্ৰিয়ৰ বংশ ।"
এই দৰে কৰে স্তুতি ৰজা আৰু ৰাণী
পূজাৰীয়ে কৰে পূজা সাদৰে আইক ;
এনেতে আহিলে এটী দুৱাৰ ৰখীয়া,—
হাত যোৰ কৰি ক'লে ৰজা কুঁৱৰীক ;—
আহিছে 'বেগম' বহু দোলাৰে সইতে,
দুৱাৰতে আছে ৰই, আহিব খুজিছে ;
অনুমতি দিয়ে যদি, যাওঁ আনোগই ;
ৰ'দত 'বেগমে' বহু কেলেশ পাইছে ।"
দুৱৰীৰ কথা শুনি সুধিলে কুঁৱৰী,—
"দেখিছিলা নেকি ? কোৱা কেনুৱা 'বেগম' ?
কেনেকুৱা সাজ পাৰ ? কেনুৱা ৰূপত ?
কথা-বাৰ্ত্তা কেনেকুৱা ? কেনুৱা আয়ম ?

"পেৰোৱাই মৰা দোলা" কলে ভুৰৰীয়ে,
নাই পোৱা দেখা হলে মই 'বেগম'ক ;
আহিছে বহুত দোলা নগত তেওঁৰ,
আজ্ঞা পালে আনোগই শীঘ্রে সিলোকক ।'
"যোৱা তুমি আনাগই শীঘ্রে 'বেগমক'
ভুৰৰীক চাই পাছে বুলিলে কুঁৱৰী !
অনুমতি দিলে ৰজা ৰাণীৰ কথাতে ;
নিবলই বেগমক আহিল ভুৰৰী ।
আনন্দ মনত গ'ল কুঁৱৰী সোমাই,
পমিলী বুৰীক মাতি ক'লে উলাহত ;
"আহিছে 'বেগম' বাই ! পাবহি এতিয়া,
বহুত মানুহে স'তে আছে দুৱাৰত ।"
তামুলী চ'ৰাত গই পাৰা ঢাৰি কঠ,
দলিছা, বানত আদি বহাৰ সজুলি ।
এই সাজ এৰি তুমি পিন্ধা আন সাজ,
বেলি নকৰিবা বাই ! বান্ধা চুলি টুলি ।"
"ধুন-পেঁচ আৰু আই ! লাগিছে কেলেই ?
নহওঁ গাভৰু আমি এই সাজে হব ;
তোমাৰ বয়স আছে তুমি পিন্ধাগই
ভাল সাজ অলঙ্কাৰ তেতিয়া শুৱাব ।"
"বুৰী হলে নেকি বাই !" কলে কুৱৰীয়ে,
"ভালকই সাজ পাৰ নাপায় পিন্ধিব ?
খোঁপা মাথো বান্ধে নেকি গাভৰু কালত ?
বুৰীৰ বুলিলে চুলি মুকলি থাকিব ?



এই সাজ পাৰ আৰু মুকলি চুলিৰে
দেখিলে তোমাক বাই ! বেগমে ভাবিব,
কমতা নগৰবাসী তিৰুতা মানুহ
ভালকই পিন্ধি উৰি নাজানে থাকিব ।"
এই বুলি কুঁৱৰীয়ে পিন্ধালে উৰ্ন্ধিলে,
বুৰীয়েও সাজ পাৰ পিন্ধিলে সলাই ;
দলিছা, বানত, ধাৰি-কঠ মিহি পাটী
তামূলী চৰাত পাৰে কোঠালী ভৰাই ।
লাগিছে ৰাণীৰ গাত উলহ-মালহ
বেগমক চাবলই গউৰ দেশৰ ;
আহিব আহিব বুলি কত আশা কৰি
আছে তেওঁ উলাহেৰে ভৰাই অন্তৰ ।
কিন্তু অকস্মাতে হায় ! বজ্রাঘাত হ'লে
যিৰূপ নৰৰ প্ৰাণ কম্পমান হয়,
হঠাতে বাজত শুনি সেনাৰ কোঢ়াল,
সি ৰূপে ৰাণীৰ কঁপি উঠিলে হৃদয় ।
বেগা-বেগি কই ৰাণী আহিলে ওলাই
পমিলী বুৰীয়ে স'তে দেখিলে বাজত ;
আছে দোলা সুদা হই নহয় বেগম,
আহিছিল যোদ্ধা মাথো দোলা-ভিতৰত ।
বিপক্ষৰ ফাঁকি মাথো, পাৰিলো বুজিব,
বুদ্ধি ছলনেৰে মাথো ছলিলে যৱন ।
তিৰুতা পঠাম বুলি পঠিয়াই সেনা
পেৰোৱাই ভিতৰত কৰে আক্রমণ ।

দেখিলে ৰাণীয়ে বহু নিৰস্ত্ৰ সেনাৰ
নাশ কৰি প্ৰাণ দুষ্ট গৌৰীয়া সেনাই,
বিশ্বাস-ঘাতক কৰি কমতা ৰজাক
বন্দী কৰি বেৰি-কুৰি ধৰি লই যায় ।
স্বোৱামীক নিছে ধৰি যৱন সেনাই
তিকুতাৰ প্ৰাণে হায় ! পাৰে কি সহিব ?
বীৰাঙ্গনা ৰূপ ধৰি যুদ্ধ সাজ পিন্ধি,
যৱনক চাই ৰাণী ধৰিলে বুলিব !
দুৰাত্মা যৱন ! আহা ! কৰিলি কি কাজ ?
ছলেৰে ভুলাই আজি বন্দিলি ৰজাক ?
নিৰস্ত্ৰ কালত হায় ! বধিলি বহুত
কমতাৰ সৈন্য সেনা বহুত যোদ্ধাক ।
লঙ্কা নগৰৰ যেনে বীৰ ইন্দ্ৰজিত,
ৰাক্ষস গৌৰৱ-ৰবি বধিলে লক্ষ্মণ ।
সোমাই যজ্ঞৰ ঘৰ নিৰস্ত্ৰ কালত,
তেনেকুৱা ছল আজি কৰিলি যৱন ।
মিলা-প্ৰীতি কৰোঁ বুলি ছলেৰে ভুলালি ;
তিকুতা পঠাম বুলি যুদ্ধাক পঠালি ।
নিৰস্ত্ৰ কালত হায় ! নাশিলি সেনাক,
অনিয়ায় মতে বন্দী কৰিলি ৰজাক ।
ই পাপৰ প্ৰতিফল পাবি হে যৱন !
প্ৰকৃততে যদি হওঁ ৰাণী কমতাৰ ।”
এই বুলি ল’লে দাঙ্গি এহাতেৰে যাঠি
এহাতেৰে তৰোৱাল তীক্ষ্ণময় ধাৰ ।

---

# জাহ্নবীৰ প্ৰতি ।

## প্ৰেমধৰ গোঁহাই ।

এয়ে সেই পুণ্যবতী গঙ্গা—শিৱপ্ৰিয়া,
হিমালয় পৰ্ব্বতৰ স্নেহৰ তনয়া ;
এৰি নিজ জন্মস্থান—সুখ উত্তৰত ;
সাগৰক লক্ষ্য কৰি বয় অবিৰত ;
অকাতৰে এৰি সেই ৰাজীৱ চৰণ,
সকলো সম্পদ সুখ কৰি বিসৰ্জ্জন,
আহিছে জাহ্নবী দেৱী পাপ মৰতত,
মুকুতি দিবৰ গুণে পাতকী জনক ।

দেৱি !

সংসাৰৰ দুৱিত বতাহে চিৰদিন,
মন-প্ৰাণ সমূলি কৰিলে স্বাস্থ্যহীন ;
বঞ্চক জনৰ কপটীয়া কথা শুনি,
তাহানিয়ে কলা হ’ল কাণ দুই খানি ।
পাওঁ বুলি শান্তি আজি তোমাৰ বুকত,
আহিছোঁ সংসাৰ চিন্তা ৰাখি এচুকত,
দিয়া মোক শান্তি-বায়ু শৰীৰ জুৰক,
গোৱা ঈশ-গান প্ৰাণে তৃপিতি লভক ।
ইমান কৰুণা আছে তোমাৰ বুকত,
ইমান কাতৰা তুমি পাপীৰ দুখত ;
অশেষ যাতনা দেখি মূৰ্খ মানুহৰ,
সঘনে তুলিছা হেন্দোলনি চেনেহৰ !

পৰৰ পাপৰ বোজা নিজ মূৰে লই,
পৰৰ তাপত নিজে বিবৰণা হই,
প্ৰকাশিছা আপোনাৰ নিঃস্বাৰ্থ মৰম,
যাৰ বলে পৰাভূত নিকৰুণ যম ।

দেবি !

থাকেনে এনুৰা স্নেহ নৰ হৃদয়ত,
স্বৰ্গীয় প্ৰীতিৰ জ্যোতি নৰৰ মুখত,
যদিহে সম্ভৱ দিয়া কণামাত্ৰ লওঁ,
এৰি হিংসা, কপটতা সুখী হওঁ ।
শিকোৱা দাসক দেবি ! অনন্ত মহিমা,
সত্যৰ গৌৰৱ আৰু গুণৰ গৰিমা ।
কৰা দেবি, আশীৰ্ব্বাদ মৰত-জনক,
প্ৰত্যেক হৃদয়-তন্ত্ৰী শান্তিৰে ভৰক,
প্ৰত্যেক হৃদয় হ'ক দয়াৰ জৰণা,
চকুৰেদি বই ষ'ক পবিত্ৰ কৰুণা !

---

# কৰ্ম্ম যোগী ।

তৰুণ ৰাম ফুকন ।

ধৰ্ম্ম জ্ঞান কৰি কৰ্ম্ম কৰে সদা
ফলত আসক্তি হীন ;
বিষয়ত থাকি বিষয়বিৰাগী
কৰ্ম্মযোগী সেহি জন ।
কৰ্ম্মক নকৰি জ্ঞান লাভ কৰা
জানিবা অতি কঠিন ;
সন্ন্যাসী মাত্ৰেই সিদ্ধিক নাপায়
কৰ্ম্মেসে ধৰ্ম্মৰ চিন !
জনকাদি কৰি ৰাজৰ্ষি সকলে
কৰ্ম্ম কৰি সিদ্ধি পায়,
লোককো ধৰ্ম্মত ৰাখিবৰ হেতু
কৰ্ম্ম বিনে গতি নাই ।
জ্ঞানী বা অজ্ঞানী পশু পক্ষী নৰ
কৰ্ম্ম শূন্য জীৱ নাই ;
কৰ্ম্মত প্ৰবৃত্তি প্ৰকৃতিৰ গুণ
মোক্ষৰো কৰ্ম্ম উপায় ।
কৰ্ম্ম ত্যাগ কৰি সন্ন্যাসীৰ বেশ
মনত ভোগৰ আশ,
সিতো মতিচ্ছন্ন কপট আচাৰি
নাচাপা তাহাৰ পাশ ।

বেদ কৰ্ম্ম বিনে কৰ্ম্মৰ বন্ধন
নোৱাৰা এৰাইবে জানি ;
আন কৰ্ম্ম এৰি বেদ কৰ্ম্ম কৰা
গীতাৰ বচন মানি।
কৰ্ম্ম আৰু ত্যাগ দুই পন্থ মাত্ৰ
মোক্ষৰ দুয়ো সাধন ;
তথাপিও জ্ঞানা কৰ্ম্ম শ্ৰেষ্ঠতৰ
গীতাৰ সাৰ বচন।
হিংসা শূন্য মন ফলাকাঙ্ক্ষা নাই
সন্যাসৰ সেয়ে চিন ;
সংসাৰত থাকি পৰম আনন্দ
বিষয় বন্ধন হীন।
পুত্ৰদাৰ আদি আশে যত কৰ্ম্ম
কাম্য কৰ্ম্ম বুলি জানি;
কাম্যকৰ্ম্ম ন্যাস আচল সন্যাস
ফলত্যাগ শ্ৰেষ্ঠ মানি।
অন্তৰ আত্মাত ঈশ্বৰক চিন্তি
বাহিৰত কৰ্ম্ম কৰে,
সেয়ে জ্ঞানবান পুৰুষ প্ৰধান
কৰ্ম্মযোগী নাম ধৰে।
কৰ্ম্মযোগী প্ৰভু নমস্কাৰ কৰো
হোক মোৰ কৰ্ম্মজ্ঞান ;
তোমাৰ চৰণে ভক্তি যেন থাকে
নৰৰূপী নাৰায়ণ।

---

# শিশুৰ হাঁহি।

নবীনচন্দ্ৰ বৰদলৈ।

ক'ত পালি তই ৰূপহী মইনা—
এনে সুকমল হাঁহি ?
বিৰ বিৰকৈ বকি থাকি থাকি
হাঁহ কিয় মন মুহি ?
তোৰ সি হাঁহিত ফুলি উঠে ফুল
স্বৰগত জোন তৰা,
তোৰ সি হাঁহিৰ জেউতিয়ে কৰে
ধৰা জেউতিৰে ভৰা।
তোৰ সি হাঁহিৰ সুৰভি সঞ্চাৰে
জগত আমোল-মোল ;
মৰতত কিবা যাৰ লগে হয়—
তোৰ সি হাঁহিৰ তুল ?
ঘোৰ নিঠুৰৰো হিয়া পমে শুনি
তোৰ আধা ফুটা মাত,
ঘোৰ সন্তাপতো তোৰ সেই মাতে
কৰি যায় হিয়া শাত।
"আ দোণা বাই" "আ দোণা বাই"
হাঁহিৰ লহৰি তাত,
নিজৰ চানেকি তোতে দেখি জোনে
হাঁহে শুনি তোৰ মাত।

যি ঘৰত তই নিদিয়হি দেখা
সি ঘৰ এন্ধাৰময়,
ৰজাৰ প্ৰাসাদ তোৰ অবিহনে
মৰিশালি যেন হয় ।
ঘৰ শুৱনিয়া হিয়া জুৰণিয়া
আলসুৱা ফুলকলি,
তোৰ চেনেহত জগত বিভোল
তয়ে হে প্ৰেম-পুতলি ।

---

## বলম । *

আনন্দচন্দ্ৰ আগৰৱালা ।

লাহে লাহে কত কথা মনোমাজে উদিছে,
অতীতৰ কত স্মৃতি অহা যোৱা কৰিছে ।
বলমৰ দলঙ্গত,
বহি মই হৰষত
এদিন সন্ধিয়া কালে নিজ্জান মনেৰে
প্ৰকৃতিৰ শোভা চালোঁ অতি হাবিয়াহেৰে ।
কত লবালিৰ কথা,
অভিমান মনোব্যথা ।

* তেজপুৰৰ অন্তৰ্গত কলংপুৰ মৌজাৰ এখন সৰু নৈৰ নাম ।



সমনীয়া বন্ধু লগে ৰং মনে ফুৰিলো,
কত খেলা খেলি দিন আনন্দত যাপিলোঁ ।
অতি হৰষিত হই,
সমনীয়া লগ লই,
পথাৰে দলনি-কানে নাচি বাগি ফুৰিলোঁ,
একে একে সকলোকে সুৰঁৰিব ধৰিলোঁ ।
এই বলমতে হায় !
লগৰীয়া লগ পাই
নাছৰি সাঁতৰি কত শত বুৰ মাৰিলোঁ,
কুলু কুলু কুলু মাত কত বাৰ শুনিলোঁ ।
গাত ছকঠীয়া লই,
জাৰ কাতি কৰি থই,
মেজিৰ কাষত আহি কত বাৰ বহিলোঁ,
মাঘৰ বিহুৰ মেজি কত বাৰ দেখিলোঁ ।
আৰু কত শত কথা,
লাগে যেন সাধু কথা,
পমি যায় হিয়া মোৰ ৰবকৈ শুনিলে,
আজিও হৰষ লাগে সেই বোৰ শুনিলে ।
নিজম জোনাক নিশা,
অথবা হেঙ্গুলী উষা,
বাঁহীৰ কোমল মাত উজাগৰে শুনিলে,
অথবা বীণাৰ ধ্বনি শ্ৰৱণত পৰিলে,
প্ৰবাসী ঘৰত থাকি
মানসী পটত আঁকি,

তোমাৰ পাৰৰ ধূলি-ধেমালিক ভাবিলে,
শৈশৱৰ সোঁৱৰণি মনোমাজে জাগিলে,
নাই পোৱা তেনে হৰ্ষ,
যদিও অনেক বৰ্ষ,
নিলগে নিলগে আছোঁ বিদেশত সুখেৰে,
ইচ্ছা হয় পুনৰায় ফুৰোঁ গৈ ঠগেৰে।
দোল সাজি নাদ খানি,
লগৰী গোটাই আনি,
বালিমাহি খেদি যেন পুনৰায় লৰোঁ,
সাঁতৰি সাঁতৰি যেন পাৰেঁমানে ভাগৰোঁ।
সোণালী ল'ৰালি কাল,
নেজানিলোঁ বেয়া ভাল,
ফুৰিছিলোঁ হাঁহি মাতি মুকলীয়া মুৰেৰে
বসন্তৰ পখী যেনে দিন গ'ল সুখেৰে।
পুৰতী নিশাৰ হায়!
সুখৰ সপোন প্ৰায়,
আকাশৰ বঙা মেঘ এচপৰা যেনিবা—
সি সুখৰ দিন মোৰ গুচি গ'ল কেনিবা।
তেতিয়াৰে পৰা নই,
তুমি কিন্তু আছা বই,
সাৰুৱা আমাৰ তুমি পথাৰক কৰিছা,
কাষৰ গাৱঁৰ তুমি উপকাৰ সাধিছা।
কত মাহ বৰ্ষ কত,
ক্ৰমে ক্ৰমে হল গত,



তুমি কিন্তু একে দৰে ধীৰে বব লাগিছা,
বতাহৰ লগ পাই ঢৌ-খেলা কৰিছা।
পৰ্ব্বত জীয়াৰী নই,
ভৈয়ামত বই বই,
সজনে বিজনে কত লীলা-খেলা কৰিছা,
কত পাৰ ভাঙ্গি পাতি ঘূৰি পকি ফুৰিছা;
গাৱঁৰ ওচৰ পাই,
উলাহত ঠাই নাই,
এতিয়া বাৰিষা নাও কত তুমি বইছা,
বেপাৰীৰ বেপাৰৰ সহায়তা কৰিছা।
সন্ধ্যাৰ সমীৰ আহি,
উৰাই ফুলৰ পাহি,
ভাগৰুৱা পথিকৰ প্ৰাণ জুৰ কৰিছে,
সন্ধ্যাৰ ৰাঙ্গলী ছবি নই-বুকে পৰিছে।
ইমান বছৰ গ'ল,
কত লৰচৰ হ'ল,
তুমি কিন্তু একে ভাৱে কুলু কুলু বইছা,
যত পাৰা সৰু মুখে বিভু-গুণ গাইছা।
লুইত নইৰ কাণ,
তোমাৰ লক্ষ্যৰ স্থান,
তালৈকে ধাউতি ৰাখি নিৰন্তৰ বইছা,
বাধা-বিঘ্ন অতিক্ৰমি অবিৰাম চলিছা।
মানৱ জীৱন হায়!
মায়া ভোলে বাৰু খাই,

থাকিবা কিমান দিন লক্ষ্যস্থান পাহৰি,
ছদিনীয়া ছঁয়াবাজী ধেমালিত বাগৰি !
তোমাৰ নিচিনা বই,
আমাৰো জীৱন-নই,
য়াব নে যাব নে বাৰু লক্ষ্যস্থান বিচাৰি,
নিৰাকাৰ নিৰঞ্জন বিধতাকং স্মৰঁৰি ।

---

# মোৰ দেশ ভাল ।

অম্বিকাগিৰি ৰায় চৌধুৰী ।

তুমি হেনো মহাৰাণী
বহি আছা বিশ্বৰ মূৰত !
মই হেনো ক্ষুদ্র প্রাণী
পৰি আছোঁ মহা নৰকত !
তাতেহে কৰিছা মোক অহেলা ইমান;
তাতেহে নুশুনা মোৰ প্রাণভৰা গান ?
থাকা তেনেহলে বাৰু
লই তুমি তোমাৰে গৌৰৱ,—
নুখুজোঁ তোমাত আৰু
বিশ্বজয়ী নন্দন সৌৰভ ।
তোমাৰ দেশতকৈ মোৰ দেশ ভাল,
ইয়াতে কটাম হাঁহি, হাঁহি চিৰকাল ।

---

# ওমাৰ তীর্থ ।

যতীন্দ্র নাথ দুৱৰা ।

আহাঁ তেন্তে হেৰা খায়মৰ স'তে এবা জ্ঞানীলৈ জ্ঞানৰ ঠাই
এটি কথা মোৰ ৰাখিবা মনত পলে পলে সখা জীৱন যায় ।
এই জগতত এয়ে মাথোঁ সঁচা, বাকী সকলোটি তেনেই ভুল,—
এবাৰ সৰিলে সৃষ্টিৰ বুকুত নুফুলে ডনাই জীৱন-ফুল ।

শিকিবৰ আশে প্রথম পুৱাতে কত পণ্ডিতৰ কাষত গই
শুনিলো বহুত তর্ক-বিতর্ক এই মাথোঁ এটি বিষয় লই ।
নেদেখিলো কতো বিচাৰৰ শেষ তর্কই থাকে জীৱন জুৰি
শেষ লাভ মোৰ—গলো যেই বাটে সেই বাটেদিয়ে আহিলো ঘুৰি ।

তেওঁবিলাকৰ লগতেই কনু জ্ঞানৰ পুলিটি গোপন কৰি
ঢালিলো যতনে নিজ হাতে পানী ৰাখিলো হিয়াৰে আৱৰি ধৰি ।
গছ মোৰ বাঢ়ি উঠিল যেতিয়া গুটিটি দেখিয়ে বুজিলো মই
—সোঁতৰ দৰেই বই বই আহি যাওঁ বতাহতে মিহলি হই ।

ধৰণীৰ এই সেউজীয়া কোলা, ইয়াতে জনম লভিলো মই,
কিয়বা আহিলো—কিহৰ সোঁতত—কি কাম ইয়াত সাধিম অই !
এই কোলাখনি উদঙাই পুনু কাৰনো উদ্দেশে উধাও হই
মৰুৰ মাজৰ বতাহৰ দৰে কোন অসীমত মিলিমগই !

ইয়াৰ আগতে কত বা আছিলো—কাক নো সুধিম কথাটি মোৰ,
ইয়াৰ পাছত কোন দেশলৈ ?—নোৱাৰো বুজিব ৰহস্য ঘোৰ ।

ঢালা তেন্তে সখা জীৱনৰ সুধা চিন্তা ভাবনা দূৰতে থক
ধৰিব নোৱৰা নিয়তিৰ লীলা পিয়লা ভৰাই পাহৰা যক।

সেই দিনা উঠি কল্পনা-ৰথত এৰি নৰলোক সৰগ পাই
সপ্তৰ্ষিমণ্ডল, শনিৰ আসন, আৰু কত কি যে ফুৰিলো চাই!
আহোঁতে বাটত সংশয় ছেদ কতনো নিজেই কৰিলো মই
জীৱন মৰণ ভাগ্যৰ গাঁথিটি নোৱাৰিলো মাথোঁ মেলিব হাঁয়।
সমুখত দেখোঁ এখনি দুৱাৰ কাঠিটি বিচাৰি নাপালো তাৰ,
ঢাকিছে সমুখ অন্ধ আৱৰণে জুমি চাবলৈকো সাধ্য কাৰ?
শুনিলো থন্তেক তুমি আৰু মই—হল লাহে লাহে সুৰটি ক্ষীণ
দুদিনীয়া মাথোঁ তুমি আৰু মই—শেষত সকলো একতে লীন।

এই পৃথিবীয়ে কত যুগ ধৰি কত ঋষি-মুনি জনম দিলে,
কত সাগৰৰ নীৰৱ বুকুত কত লহৰীয়ে নীৰলে খেলে,
কত জোনবিৰি দশোদিশ জুৰি গ্ৰহ তৰা লই লগেৰে ফুৰে
সকলোৰে মূল কালৰ চকৰি সেই একেদৰে সদায় ঘূৰে।

অশেষ যতনে নোৱাৰিলে কেও অসীম ৰহস্য কৰিব ভেদ
ক্ষীণ মানৱৰ ক্ষীণ বুদ্ধি-বল জীৱন সংশয় নহল ছেদ,
শত পণ্ডিতৰ জ্ঞানৰ পোহৰ অন্তত পোহৰে পেলালে জঁয়
—প্ৰতি মুহূৰ্ত্ততে সৃষ্টিৰ বিকাশ প্ৰতি মুহূৰ্ত্ততে ঘটিছে লয়।

জুৰি দুয়ো কৰ সৰগ ধিয়াই সুধিলো কাতৰে জীৱন স্বামি!
কোন পোহৰত যাওঁ আগবাঢ়ি তিমিৰ পথৰ যাত্ৰী আমি?
গহীন সুৰেৰে গৰ্জ্জিলে স্বৰগে—নাই নাই কতো আলোক পথ!
অন্ধ নিয়তিৰ অন্ধ বিশ্বাসত চলে মানৱৰ জীৱন ৰথ!

---

# শেষ অৰ্ঘ্য।

নলিনী বালা দেৱী।

বৈ আছোঁ শেষ অৰ্ঘ্য লৈ
পূজোঁ বুলি তোমাৰ চৰণ;
জীৱনৰ গধূলি পৰত
কৰোঁ বুলি তোমাক বৰণ।
অপূৰ্ণ সাধনা মোৰ
নহবনে জীৱনত পূৰ;
তোমাৰ পোহৰে আৰু
নহবনে অমানিশা দূৰ।
মনোময় মন্দিৰৰ
সযতনে নীৰলা কোণত
বিকসিত ফুল তুলি
জীৱনৰ কুসুমবনত
সজালোঁ চন্দন মালা
সুগন্ধিত অগৰু ধূপৰ,
জোনাকৰ সুধা আনি
পূৰ্ণিমাৰ জ্যোতি মনোহৰ।
চন্দন শুকাই গল—
শুকাল মালতী কৰণিতে;
ধূপগছি পুৰি গল
শলাডালি পুৰিল বন্তিতে!

ৰচিলোঁ সুৰলা সুৰ
কত লয় কতনো তানত;
শুনাম তোমাক বুলি
বাণখনি তুলিলোঁ হাতত।
বজালোঁ ব্যাকুল বীণা
দেউলৰ দুৱাৰ-দলিত;
আকুল গীতেও মোৰ
নপশিলে চৰণ-তলিত!
জিবালে ভাগৰি গীত
থমকিলে সুৰৰ ঝঙ্কাৰ;
নিৰাশাৰ ছিগা তাঁৰ
কঁপি গল বীণাতেই মাৰ!
পুৱাৰ প্ৰতীক্ষা কত
দীঘলীয়া জোনাক যামিনী,
চাওঁতে চাওঁতে বাট
ভাগৰিলোঁ লাগিল আমনি।
ধীৰে ধীৰে জীৱনৰ
বন্তিগছি আহিছে নুমাই;
ধূপ দীপ পুৰি গল
ব্যৰ্থতাৰ সৌৰভ বিলাই।
আজি যদি আহাঁ তুমি
সন্ধিয়াৰ বিদায় পৰত,
কিহেৰে বৰিম প্ৰভু!
কিনো আছে শূন্য কুটিৰত?



সকলো আজৰি কৰি
মৰণ-পথৰ যাত্ৰী হৈ,
আছোঁ বাট চাই আজি
আশা কৰি শেষ দিনলৈ।
দুচকুৰে বৈ পৰা
হিয়াভৰা তপত শোণিত;
ভৰি থলোঁ অৰ্ঘ্য এই
অৰপিম পূজাৰ বেদীত।
এয়ে আজি প্ৰভু! মোৰ
উপচাৰ তোমাৰ পূজাৰ;
দীন আয়োজন মোৰ
হিয়া ভৰা চিৰ বেদনাৰ!
শুকাল কুসুম-অৰ্ঘ্য,
জলালা বুকুত জলা জুই;
ইবাৰ তোমাৰে মোৰে
দেখা হব জানিলো নিশ্চয়।
অন্তৰৰ আৰাধনা
হব জানো ব্যৰ্থ মোৰ সখা!
পোহৰাই হিয়াপুৰী
নিদিবানে তুমি মোক দেখা?
হে চিৰসুন্দৰ! লবা
শেষ অৰ্ঘ্য ব্যথিত প্ৰাণৰ,
অৱশেষ ভস্মশিখা
পুৰি যোৱা জীৱন ধূপৰ!

এই জীৱনতে নতু
মৃত্যুলোক কৰি আলোকিত
অৰূপ অনন্ত ৰূপে
দিবা দেখা হে চিৰবাঞ্ছিত!
ৰচিম হোমৰ বেদী
চিৰ শেৰ শ্মশান-চিতাত;
নিবেদিত অর্ঘ্য মোৰ
পূর্ণ হব হে পূর্ণ! তোমাত।
চিতাগ্নি হোমাগ্নি হব,
সমীৰণ মলয় চন্দন;
সিদিনা সার্থক হব
পূর্ণ অর্ঘ্য পূর্ণ ই জীৱন।

---

# ধুমুহা।

ধৰ্ম্মেশ্বৰী দেবী।

ঘোৰ এন্ধাৰেৰে ভৰা
নিশা আউসিৰ,
নিতাল নিস্তব্ধ সুপ্ত
প্রকৃতিও স্থিৰ॥



জোনৰ জেউতি নাই
নাই এটি তৰা,
গোটেই আকাশ খনি
মেঘেৰেই ভৰা॥
আছে মাথোঁ ছটি এটি
সোনালী জোনালী,
মাজে মাজে একো বেলি
দিছেহি ভুমুকি॥
সুখ মগ্ন প্রাণী কিটো
কিটো শোক দগ্ধ,
খন্তেকৰ হেতু সিও
আছিল নিস্তব্ধ॥
পথ হাৰা প্রাণী এটি
গছৰ তলত,
শান্তি আশে শুইছিল
অতি ভাগৰত॥
হঠাতে আকাশ খনি
উঠিল গৰজি,
কঁপিলে বিটপী লতা
ভীত, বন ৰাজি॥
কঁপিলে প্রকৃতি দেবী
কঁপিলে জগত,
উঠিল আতঙ্ক এটি
প্রাণীৰ প্রাণত॥

উথলিল মহাসিন্ধু
মেঘনাদ শুনি,
সমৰলৈ সাজু হ'ল
হল প্ৰতিধ্বনি ॥
সংহাৰ মূৰতি দেখি
জীৱ জন্তু সৱে,
ধীৰ পদে খোৰোঙত
সোমাল নীৰৱে ॥
চমকি চমকি উঠে
বিদ্যুতৰ বাণ,
আতঙ্কিত প্ৰকৃতি যে
শিহৰিলে প্ৰাণ ॥
ঘূৰ্ণিত নয়নে আহি
দেৱতা পবন,
কঁপালে মেদিনী আৰু
বন উপবন ॥
বায়ুৰ লগতে যোগ
দিলে বৃষ্টি পতি,
ধৰিলে ভীষণ তেজ
ভীষণ মূৰতি ॥
শিহৰিলে সুপ্ত প্ৰাণী
ভয়ে বিয়াকুল,
ধৰিলে সংহাৰ মূৰ্ত্তি
হাঁহাকাৰ ৰোল ॥



মাতৃয়ে বুকত ললে
সন্তান সাৰতি,
বান্ধ থালে বাছ পাশে
যুগল দম্পতি ॥
মাতৃহাৰা শিশুটিয়ে
আশ্ৰয়ৰ হেতু,
চিঞৰি করুণ সুৰে
হ'ল লেতু সেতু
বুঢ়াই কৰিলে চিন্তা
বিভুৰ চৰণ,
ৰক্ষা কৰা ৰক্ষা কৰা
শ্ৰীমধুসূদন ॥
কত যে উঠিল ৰোল
হায় হাঁহাকাৰ,
ভীষণ মূৰ্ত্তিয়ে কত
কৰিলে সংহাৰ ॥
কত গছ লতা গ'ল
কত তৰু তৃণ,
কত ক্ষুদ্ৰ জীৱ হ'ল
অনন্তত লীন ॥
কত ফল ফুল পাত
পৰিল সুলকি,
নকৰিলে দয়া লেশ
নেচালে উলটি ॥

কত দুখীয়াৰ পজা
হল চূৰ্ণীকৃত,
উঠিল শোকৰ ৰোল
বিয়াকুল চিত ॥
সম্বৰা সম্বৰা দেৱ
সংহাৰ মূৰতি,
কত যে বিনাশ হ'ল
কত লটি ঘটী ॥
তেজোময় ৰুদ্ৰ ৰূপ
কৰা সম্বৰণ
প্ৰলয়ৰ মহাৰোলে
আতৰ জীৱন ॥
ধুনীয়া প্ৰকৃতি দেৱী
পৰিলেহি সেতা,
চিনিব নোৱাৰা হ'ল
লাহৰ সেওঁতা ॥
তিতা তিয়নিয়ে আই
জুকুলি জুপুৰি
আউলি বাউলি হ'ল
কলা চুলি টাৰি ॥

---

# ৰমণী গাভৰু।

জ্ঞাননাথ বৰা।

আচম্বিতে কি শুনিলো দুখৰ বাতৰি
উতলা কৰিছে হিয়া খনি,
ঘনে ঘনে কত ভাবে হিয়াৰ মাজত
মাৰিছেহি লুকা ভুমুকনি।
আক্ৰমিব অসমক ছলে-বলে কলে
পঠিয়ালে মোগল সেনানী;
অজলা প্ৰজাৰ হাঁয় মিলিব অপায়
লাগিব ৰণৰ থলকনি।
বহুদিন হ'ল আজি পাহৰিলো মই
অসমৰ ৰীতি নীতি হায়;
পিতৃ মাতৃ বাই-ভনী সখী আদি কৰি
পাহৰিলো কোনো এটি নাই।
নুশুনো নুশুনো আৰু অসমীয়া কথা,
অসমীয়া মাত মৰমৰ,
শুনিছোঁ মাথোন আজি কৰ্ঠুৱা সকলো
অবুজন কৰ্ঠুৱা কণ্ঠৰ।
নাই সেই অসমৰ পৰ্ব্বতৰ শাৰী
মধুৰতা পৱিত্ৰ শোভাৰ;
ব্ৰহ্মপুত্ৰ নদ নাই, নাই তৰুৰাজি,
নাই সেই সেউজী পথাৰ।

যদিও দেখিছোঁ মই অট্টালিকাৰাশি
মনোহৰ দিল্লী নগৰৰ
প্ৰাচীন দুৱাৰ আদি অলেখ অলেখ
দেখোঁ যেন ইন্দ্ৰভৱনৰ ।
তথাপিতো উদাসিনী হৃদয় আতুৰ,
কিবা যেন নাইকিয়া হাঁয় ;
চাই যেন দেখোঁ আজি অট্টালিকাৰাশি,
হৃদয়ত কিবা এটি নাই ।
বিয়ানেই ভাবোঁ মই অসম-কাহিনী
প্ৰেমময় দেখিছোঁ মাথোন ;
উতলা সকলো হাঁয় বিহ্বল অন্তৰ,
অসুখীয়া দেহ প্ৰাণ মন।
আছে মোৰ দেহ মাথো দিল্লী চহৰত
মন-প্ৰাণ আছে অসমত ;
সন্ন্যাসিনী বেশ ধৰি অকলে অকলে
প্ৰবেশিম যেন সিদেশত ।

---

# সংসাৰ আৰু ঈশ্বৰৰ আকৰ্ষণ ।

মহীচন্দ্ৰ বৰা ।

( ১ )

টোপনিত মই দেখিলোঁ সপোন
ই জীৱন মাথোঁ সৌন্দৰ্য্য খেলা ;
সাৰ পাই উঠি দেখিলোঁ আগত
সংসাৰ কঠিন কৰ্ত্তব্য মেলা ।

( ২ )

ঈশ্বৰ চুম্বক আমি সকলোটি লোহা ।
কৰিব লাগিছে তেওঁ নিতে আকৰ্ষণ,
লোহাত কিন্তু হাঁয় আছে বোকা বঁহা,
পৰা নাই লাগি যাব তাত সিকাৰণ ।
কান্দো আহাঁ, ——বোকা উটি যাব যেতিয়াই
লাগি যাম লোহা চুম্বকত তেতিয়াই ।

---

# ভিক্ষা ।

দণ্ডিনাথ কলিতা ।

তোমাৰ বিমল জেউতি অৰ্পি, অন্ধ চকুত দিয়া,
তোমাৰ মধুৰ মোহন মুৰতি, দেখি উজলক হিয়া,
তোমাৰ ৰাগিণী বাজক প্ৰাণত, মধুৰ পঞ্চম সুৰে,
তোমাৰ পবিত্ৰ চৰণ-ৰেণুৰ, প্ৰসাদ লভক মূৰে ।
তোমাৰ সৌৰভ, আশীষ মলয়ে, আহক এছাটি লই,
তোমাৰ প্ৰেমৰ এটি কণিকাই, বোৱাওক হিয়াত নই ;
তোমাৰ কৰুণা-ব্যাধি জৰা মৃত্যু, বুজিবৰ শক্তি দিয়',
তোমাৰ আদেশ পালিবৰ গুণে, সাহেৰে পূৰোৱা হিয়া ;
তোমাৰ জ্ঞানৰ অমৃত-পৰশে, গুচাওক প্ৰাণৰ জৰা,
তোমাৰ আসন হক হৃদয়ত, ভক্তি-শতদলে গঢ়া ;
তোমাৰ সৃজন জোন বেলি তৰ', আকাশ পাতাল ধৰা,
তোমাৰ কৃপাত দেখোঁ যেন প্ৰভু তোমাৰ জেউতি চৰা !
তোমাৰ বিৰাট বাৰিধি বুকুত এটি বুদ্‌বুদ্ হই ;
দিয়া বৰ প্ৰভু পাবোঁ যেন বাব তোমাৰে একেটি হই !

---

# মোৰ দেশ ।

সৰ্ব্বেশ্বৰ কটকী ।

এয়ে সেই মোৰ দেশ অসম নামৰ,
শোভিছে চৌপাশে যাৰ গিৰি মনোহৰ ;
প্ৰকৃতিৰ বাসস্থলী এয়ে মোৰ দেশ,
সৌন্দৰ্য্যৰ কেন্দ্ৰস্থল মহিমা অশেষ ।
শিতানত শোভে সউ গিৰি হিমালয়,
বক্ষ মাজে ব্ৰহ্মপুত্ৰ শোভে পুণ্যময় ;
পবিত্ৰ সলিল ধৌত এয়ে মোৰ দেশ,
প্ৰণমো প্ৰণমো যাৰ মহিমা অশেষ

প্ৰতি স্থান প্ৰতি বন মন্দিৰ প্ৰাচীৰ,
জগায় পুৰণি স্মৃতি অসম মাতৃৰ ;
আজিৰ লখীমপুৰ পূৰ্ব্বৰ কালৰ
আজিৰ কুণ্ডিল ৰাজ্য ভীষ্মক ৰাজৰ
ৰুক্মিণী-হৰণ আদি ৰুক্মৰ লাঞ্ছনা,
ঘটিছিল ই ৰাজ্যতে কতনা ঘটনা ;
লক্ষীদেবী হন্তে এ'তে ভূঞা বংশধৰ,
সূৰ্য্যবংশী বুলি হ'ল খ্যাত অসমৰ ;
কুবেৰৰ বংশধৰ ছুটীয়া ভূপতি,
শাসিলে ই খণ্ডভূমি থিতাপি খিয়াতি
কৃষ্ণপদ ধুলি পোৱা এয়ে মোৰ দেশ,
প্ৰণমো প্ৰণমো যাৰ মহিমা অশেষ ।

আহোমৰ ৰাজধানী এয়ে ৰঙপুৰ,
বুৰঞ্জী কথাৰে থকা সদা ভৰপূৰ ।
প্ৰবেশে ইয়াতে আহি তেৰ শতিকাতে,
বিক্ৰমী আহোম জাতি পোন প্ৰথমতে ;
অখণ্ড প্ৰতাপে যেয়ে শাসি এই দেশ,
ৰাখিলে ধৰাত কীৰ্ত্তি অসীম অশেষ ;
কত দৌল পুষ্কৰিণী আজিও শোভিছে,
আজিও পুৰণি স্মৃতি কত উগৰিছে ;
সতী অভিনয় স্থান এয়ে মোৰ দেশ,
প্ৰণমো প্ৰণমো যাৰ মহিমা অশেষ ।

এয়ে সেই মণিপুৰ উলুপীনগৰ,
এয়ে সেই ভীমজায়া হিড়িম্বাৰ ঘৰ,
ইয়াতেই পাণ্ডৱৰ দৰ্প খৰ্ব্ব হয়,
বভ্ৰুবাহ ঘটোৎকচ এ'তে জন্ম লয় ;
ইয়াতেই দেৱগণে নাগৰাজ্য পায়,
য'ৰপৰা মণি আনি পাৰ্থক জীয়ায় ;
ইয়াতেই পৰাক্ৰমী কচাৰী জাতিৰ,
এতিয়াও ভগ্ন-শেষ আছে নগৰীৰ ;
মৰাও জীৱন পায় এয়ে মোৰ দেশ
প্ৰণমো প্ৰণমো যাৰ মহিমা অশেষ ।

এয়ে পুণ্য জন্মস্থান শঙ্কৰ দেৱৰ,
ভাগৱত-ধৰ্ম্ম-সাৰ স্থল প্ৰচাৰৰ ;
এয়ে সেই চম্পাৱতী মহাভাৰতৰ,



ভক্ত সুধন্বাৰ স্থান হংসধ্বজ ঘৰ ;
ইয়াতেই কপিলী গঙ্গা আজিও বইছে,
কপিল আশ্ৰম যত আজিও শোভিছে ;
পুণ্যতোয়া ধৰ্ম্মস্থলী এয়ে মোৰ দেশ,
প্ৰণমো প্ৰণমো যাৰ মহিমা অশেষ ।

এয়েই দৰঙ্গ ৰাজ্য আজিৰ দনৰি
দানৱৰ ৰঙ্গস্থলী তাহানি কালৰ ;
ইয়াতে শোণিতপুৰ বাণ ৰাজধানী
যাৰ কন্যা উষা সতী সৌন্দৰ্য্যৰ ৰাণী ;
ইয়াতেই বৃষ্ণিবংশ লগত শঙ্কৰ
হই ভকতৰ পক্ষ কৰিলে সমৰ ;
ইয়াতেই আৰিমত্ত আদি নৃপবৰ
শাসিলে ধৰণী খণ্ড কৰি পয়োভৰ ;
অসম নামেৰে মোৰ এয়ে সেই দেশ,
প্ৰণমো প্ৰণমো যাৰ মহিমা অশেষ ।

কামৰূপ এয়ে সেই অতি অতীজৰ,
প্ৰাগজ্যোতিষপুৰ যাৰ আছিল নগৰ ;
ইয়াতে অসুৰ লগে বিষ্ণুৰ সংগ্ৰাম,
ইয়াতে অনঙ্গ পালে অঙ্গ অনুপাম,
ইয়াতেই ভানুমতী-কন্যা-স্বয়ম্বৰ ;
ইয়াতেই ভগদত্ত মহাভাৰতৰ ;
ইয়াতেই মহাপীঠ ভৱানীৰ ধাম,

জগতৰ সেৱাস্থলী নীলাচল নাম ;
নানা তীৰ্থে ভৰপূৰ এয়ে মোৰ দেশ,
প্ৰণমো প্ৰণমো যাৰ মহিমা অশেষ ।

ইয়াতে ভাস্কৰবৰ্ম্মা আদি নৃপবৰে
ৰাজ্য কৰি গ'ল পূৰ্ব্বে অতি খিতাপেৰে ;
এ'তে বধু পতিব্ৰতা বেহুলা সুন্দৰী
আনিছিল জীৱ দানি পতিক উদ্ধাৰি ;
ই ৰাজ্যতে ঘটি সেই ভীষণ সংগ্ৰাম
আহোম আৰঙ্গজেব মাজে বৰ্তমান
প্ৰসিদ্ধ শৰাইঘাটে যথাশিক্ষা পাই,
ভাবিলে মোগলে আৰু দেশ জয় নাই,
দেখুৱালে সেই যুদ্ধে অসম দেশৰ
শৌৰ্য্য বীৰ্য্য তেজ সেই প্ৰাচীন কালৰ,
প্ৰাচীন কীৰ্ত্তিৰে ভৰা এয়ে মোৰ দেশ,
প্ৰণমো প্ৰণমো যাৰ মহিমা অশেষ ।

এয়ে সেই গুৱালপাৰা আজিৰ নামৰ,
বিজনী গউৰপুৰ আদি বিভাগৰ ;
ইয়াতে শোভিছে সেই শ্ৰীসূৰ্য্যপাহাৰ
সাক্ষী দিয়ে সভ্যতাৰ কত যুগান্তৰ ;
ডুধনাথ যোগীঘোপা আৰু তেনধোৱা
পঞ্চৰত্ন, পাগলাৰটেক লুপ্ত প্ৰত্ন চোৰা ;
শোভিছে ইয়াতে সেই পদ্মপুৰাণৰ,
নেটাই ধুবুনী ঘাট প্ৰসিদ্ধ নামৰ ;



অসম নামেৰে মোৰ এয়ে সেই দেশ,
প্ৰণমো প্ৰণমো যাৰ মহিমা অশেষ ।

---

## হেমচন্দ্ৰৰ স্মৃতিস্তম্ভ ।

সৰ্ব্বেশ্বৰ কটকী ।

ৰবাহে পথিক, কলৈ যোৱা,
চোৱাচোঁ এবাৰ, কাৰ ই স্মৃতি
কোন মহাজনে পবিত্ৰ কৰেৰে
পিন্ধালে দুখিনী অসম মাতৃক,
অতি মনমোহা স্ফটিকৰ মালা,
যাৰ পুণ্যভাৰে জলে জগতত
অসমীয়া ভাষা স্বতন্ত্ৰ বুলি !
হলেও জননী নিছলা ভিকহু
সম্বোধিব লাগে "আই" বুলিহে
কুৰূপা হলেও মোৰ নয়নত
সততে উজ্জ্বল, এনে পুণ্য শিক্ষা
বিজনে বিতৰি গল স্বৰ্গধাম
সেই হেমচন্দ্ৰৰ পৱিত্ৰ নামটি
সোঁৱৰা সোঁৱৰা অসমীয়া জাতি ।

---

# ৰজাৰ আগত লাচিত ফুকন ।

## সৰ্ব্বেশ্বৰ কটকী ।

ৰজা—

অতি বেজাৰৰ কথা অতি অসহনি,
কিহেতু মাতুল-ঘাতী হলা জানি শুনি ?
পিতৃ স্বৰূপ তোমাৰ মোমাই দেউতা,
বিবেকী পুৰুষ যাৰ কৰ্ম্মনিপুণতা,
দৰশি সন্তুষ্ট যত ৰাজ কৰ্ম্মচাৰী,
ভবিষ্য নুগুণি কিয় হলা অনাচাৰী,
নাজানি নুশুনি কিয় ক্ৰোধান্বিত হলা,
অবাৰতে কিয়বা মোমাইক বধিলা ?

ফুকন—

স্বৰ্গদেউ ! কৰ্ত্তব্যাকৰ্ত্তব্য জ্ঞান আছে শৰীৰত,
মতিভ্ৰষ্ট হোৱা নাই অযথা ক্ৰোধত ;
অতি মৰমৰ মোৰ মোমাই দেউতা,
পূজনীয় তেওঁ মোৰ স্বৰ্গগত পিতা ।
সিজনৰ কথা মোৰ পৰিলে মনত,
ফাটি যাব খোজে বুকু শোকৰ বেগত ।
নাছিল অকণো তেওঁত কুৰ্চ্ছুট কপট,
মৰমতে পমিছিল দুখীৰ দুখত,
বধিলো এনুৱা মই মোমাই দেউতা,
নাই মোৰ জীৱনত আৰু সাৰ্থকতা ।



নৰবধী, গুৰুবধী, মহাপাপী মই,
নাপাম নহব মোৰ নৰকতো ঠাই ।

ৰজা—

নহয় শোকৰ কাল, ৰজাৰ বিচাৰ—
মাতুল বধৰ যুক্তি দৰ্শোৱা ইবাৰ ।
প্ৰাণদণ্ড শাস্তি মাত্ৰ হাতত ৰজাৰ,
জানাতো ক্ষমতা নাই আন বিষয়াৰ ?
কেতিয়াবা কোনোজনে অসম ৰাজ্যত,
বধে কাকো যদিবাও অতীব দোষত,
যথোচিত দণ্ড তাৰ আছে এই ৰীতি,
জানাতো অসম ৰজাৰ তুমি দণ্ড নীতি ?
নকৰি অপেক্ষা তুমি ৰজাৰ বিচাৰ,
ৰাজনীতি লঙ্ঘনে দোষী, তুমি আৰু বাৰ ॥

ফুকন—

জাতিত মানুহ মই, নহওঁ অমৰ,
দুখ, সুখ, নিদ্ৰা, ভয় আছে জীৱনৰ ;
অনুতাপ পৰিতাপ ঘটে জীৱনত,
হকা-বধা জন্মাৱৰ কোনেবা শকত ?
ৰাজনীতি অসমত বিহে যি প্ৰকাৰ,
দোষ, দণ্ড, অৰ্থ, নীতি, নানা বিভাগৰ,
ছয় গুণ, তিনি শক্তি, সিদ্ধি ও উদয়,
জানো মই ৰাজনীতি সকলো নিশ্চয় ।
ৰাজ-আজ্ঞা, ৰাজনীতি কৰিলে লঙ্ঘন,
অথবা উদ্ধত হলে নকৰি পালন,

চকু কঢ়া পিঙ্গত দিয়া অতি গুরুতৰ,
জ্ঞানাজ্ঞান আছে মোৰ বিধান দণ্ডৰ ।
তথাপিতো স্বৰ্গদেউ নৃশংসৰ দৰে,
বধিছোঁ মাতুল মোৰ আপোন হাতেৰে,
কৰিছোঁ বাঙ্গলী হাত্ মোমাই তেজেৰে.
নিৰ্দ্দয় নিষ্ঠুৰ মই পিশাচৰ দৰে ।

ৰজা—

দোষীজনে সমুচিত লাগে দণ্ড দিব,
কণ্টক বিহীন ৰাজ্য লাগেতো কৰিব ?
ভ্ৰাতৃ নিৰ্ব্বিশেষে প্ৰজা পালন কৰাটো,
ৰাজ-ধৰ্ম্ম-নীতি তুমি অৱশ্যে জানাতো ?

ফুকন—

লাচিত ফুকন নোহে অভক্ত ৰজাৰ,
মইমত উদ্ভণ্ডালি নাই শৰীৰৰ ;
ৰজাৰ আদেশ সদা লওঁ মূৰ পাতি
অ'হেলা অৱজ্ঞা কিম্বা নকৰো কদাপি ;
মোমাই বধিও ৰাজ আদেশ পালিছো,
ৰাজনীতি সৰ্ব্বভাবে অক্ষুণ্ণ ৰাখিছোঁ
নিজৰ দেশক ৰক্ষা সদায় কৰাটো
নহয়নে ৰাজআজ্ঞা ৰাজনীতি ইটো ।
দেখিলো যেতিয়া মই "সীমাময়ী গড়"
নহব সম্পূৰ্ণ সজা ৰাতিৰ ভিতৰ—
মোমায়েও কলে "বোপা ! আৰু আশা নাই,
ভাগৰিল লোক যত, দোষ কাৰো নাই ।"



ৰাখিব জনমভূমি পৰা শত্ৰুৰৰ,
বধিলো মোমাই মই হাতেৰে নিজৰ—
নুশুনো ওজৰ কোনো মোমাই তোমাৰ,
নালাগে তোমাক বুলি মাজত আমাৰ ।
এনুৱা ভীষণ দৃশ্য দেখি কৰ্ম্মীবোৰে,
ৰাতিতে সমাধা গড় কৰিলে বলেৰে ।
অসমৰ ৰাজলক্ষ্মী নহলে পুৱাতে,
দুৰ্ঘোৰ লাঞ্ছিতা হয় দেখিলোঁ থিতাতে ।
পৰাজিত শত্ৰুদল শৰাই ঘাটত ;
নহলে নঘটে ইটো অসম ভাগ্যত ।
কটা নাই মোমাইক, উচ্চ পদ পাব,
মৰা নাই মোমাইক আখেজ পুৰাব ;
বধা নাই মোমাইক, গুপ্ত শত্ৰু ভাবি,
অথবা সন্দেহ কৰি ৰজাৰ বিৰোধী ।
শত্ৰুৰ হাতৰ পৰা ৰাখিব দেশক,
উদ্যোগী নহলে বুলি কাটিলো মোমা'ক ;
মাতৃ-ভূমি অসম মোৰ জীৱন দায়িনী,
বৰ ভাল পাওঁ মই বীৰ প্ৰসৱিনী,
মৰিও জনম যেন অসমত ধৰোঁ,
অসমৰ জল বায়ু সেবি যেন মৰোঁ ।
পৰম পুণ্য মোৰ দেশতকৈ নিজৰ,
নোৱাৰে মোমাই হব কদাপি ডাঙৰ ।
কৰ্ত্তব্য অৰথে কাজ কৰি আছো জানো,
জ্ঞাতিমিত্ৰ ভেদাভেদ নাৰাখি অকণো ;

ৰাজনীতি অনুসৰি যদি দোষী তেন্তে,
বিহক কঠিন দণ্ড অভিৰুচি মতে।

ৰজা—

শলাগোঁ কৰ্ত্তব্য-নিষ্ঠা ফুকন তোমাৰ,
অতি বুদ্ধিমন্ত তুমি গুণৰ আধাৰ;
স্বদেশৰ সেৱা মাত্ৰ ব্ৰত জীৱনৰ,
বুজিছো পালিছা ত্ৰুটি নকৰি যত্নৰ।
মহান্ পুৰুষ তুমি অতি বাহুবলী,
তোমাৰ যোগান ধৰোঁ কিদৰে কি বুলি?
স'দৰে সম্ভাষো মাথোঁ ফুকন বিষয়া,
ঘোৰ সমস্যাত তুমি মোৰ লগৰীয়া।

---

# দামোদৰ দেৱ।

## সৰ্ব্বেশ্বৰ কটকী।

প্ৰকৃতিৰ লীলাভূমি জননী অসম তুমি
স্বৰ্গাদপি গৰীয়সী, সৌন্দৰ্য্য-আধাৰ;
তোমাতে আশ্ৰয় কৰি, তোমাতে জনম ধৰি
কত জনে লভি গল নাম গৌৰৱৰ।
উদিল কতনো সূৰ্য্য লভি নানা শৌৰ্য্য বীৰ্য্য
বিতৰি কিৰণমালা অসম প্ৰান্তৰে:
পৰ্ব্বত কন্দৰে কৰি ধ্বনি অতি ভয়ঙ্কৰী
ৰাখি গল নাম পুণ্য মৰ্ত্ত্যৰ ভিতৰে।



জোৰেহি যেতিয়া দেশ হই নানা সমাবেশ
অধৰ্ম্ম অন্যায় আৰু নান বিধ ভাব;
'অধৰ্ম্মক ত্যাগ কৰা ধৰ্ম্মত আশ্ৰয় ধৰা'
বুলি কত মহাজনে সাধি যায় বাব।
সিদৰে অসম মাজে পোন্ধৰ শতিকা ভাগে
উদিল পুৰুষ মহা দেৱ দামোদৰ;
পবিত্ৰ বৈষ্ণৱ ধৰ্ম্ম প্ৰচাৰি নিগূঢ় মৰ্ম্ম
হল নিজ গুণে পূজ্য মাজে জগতৰ।
চাৰিও দিশতে ধৰি প্ৰজাক বিস্তাৰ কৰি
পবিত্ৰ বৈষ্ণৱ ধৰ্ম্ম-সাৰ যতমান;
গোটেই অসম জুৰি প্ৰজাক বিভোল কৰি
গোৱালে মধুৰ কণ্ঠে হৰি গুণ গান।
যাৰ আজ্ঞা শিৰে ধৰি নানান প্ৰবন্ধ কৰি
ভট্টদেৱে বিৰচিলে কথা ভাগৱত;
ৰুৰিলে চহকী ভাৱ। অসমৰ নৱ আশা
আদৰ্শ দেখাই পোনে গদ্য ৰচনাত।

দেৱ!

প্ৰচাৰি নিষ্কাম ধৰ্ম্ম সমাধি কৰ্ত্তব্য কৰ্ম্ম
বোৱালা ভক্তিৰ সোত অসম প্ৰজাৰ;
ভাগৱত সাৰ ধৰ্ম্ম বিতৰি নিহিত ধৰ্ম্ম
ভকত বৎসল হলা তুমি দামোদৰ।
"ধৰ্ম্মবীৰ, কৰ্ম্মবীৰ দেৱ, তুমি হুয়ো বীৰ
মহাশক্তিশালী তুমি গুণৰ নিধান;

"ধৰ্ম্মতে গঠিত তুমি, ধৰ্ম্মতে বিভোল তুমি
অসীম অতীৱ তুমি ধৰ্ম্মপৰায়ণ।
"নৰকুল শ্ৰেষ্ঠ দেৱ গুণৰ আকৰ দেৱ
নোৱাৰি বৰ্ণাব তযু মহিমা একোৰে;
অদ্যাপিও আছে জ্বলি অসম কানন ভূমি
অহৰহ আমোদিত তযু সৌৰভেৰে।
কিহেৰে পূজিম দেৱ কিহৰ বা যোগ্য আমি
অভাজন, অপাত্ৰ, অকৃতী সন্তান;
ভক্তি-ভাৱে কৰোঁ মাথো চৰণত সেৱা তৱ
লোৱা অনুগ্ৰহি দেৱ নাই আৰু আন।"

---

## ঈদ মোবাৰক।

এম্, মোছলেম্ উদ্দিন আহম্মদ।

হিংসা, দ্বেষ, ক্ৰোধাদিৰ হই সংহাৰক,
ধৰাত নামিছে আজি "ঈদ মোবাৰক"।
মিলনৰ সোঁত বয় মশ্লেম প্ৰাণত,
এনে মিল পোৱা টান বিচাৰি আনত।
প্ৰাণৰ যি শত্ৰু আজি সিও পাহৰিছে,—
শত্ৰু জ্ঞান, মিলনত পৰাণ মজিছে।
দূৰ দূৰণিত যত আছে জাতি ভাই,
মিলনাৰ্থে সিও আজি হৈছে একে ঠাই।



আদৰ সাদৰ কেনে প্ৰীতি সম্ভাষণ,—
জনাই আনন্দ সুখ লভে জনে জন।
"সুখেৰে ৰাখোক 'আল্লা' তোমাৰ জীৱন"
উচ্চাৰিছে সাক্ষাতত পবিত্ৰ বচন।
জনে জনে আশীৰ্ব্বাদ কৰা মোৰ ভাই!
এনেকুৱা দিন নিতে পাবলকো নাই।
ক্ষুদ্ৰ হৃদয়ৰ সবে লোৱা আশীৰ্ব্বাদ,
প্ৰতিদান দিয়া মোক নাৰাখি বিবাদ।

---

## ৺ লক্ষ্মীৰাম বৰুৱা।

বেণুধৰ শৰ্ম্মা।

প্ৰভুৰ আদেশ পালি সোণালি সূকুৱে
পিন্ধাই অমৰ মালা সঙ্গীত-কণ্ঠত,
সুবৰ্ণ ৰথত নিলে দেৱ লোকলই
ওঠৰশ পঁয়ত্ৰিচৰ পহিলা চতত;
স্বৰ্গত উঠিল নাচি সুৰবালা সৱ,
বাজিল দুন্দুভি বাঁহী কোমল সুৰেৰে,
তুলিলে মধুৰ তান গান্ধৰ্বী বীণাই—
আদৰিলে সকলোৰে অতি উলাহেৰে।
সুধা-গীতি চিন ৰাখি সময়-বালিত
অনন্তত লীন গলা লীলা পৰিহৰি।

আমাক শোকত থই নিজে আনন্দত
শুচি গলা জ্যোতির্ম্ময় দিব্যৰূপ ধৰি ।
তোমাৰ গৰিমা গীতি মনত সুঁৱৰি,
ত্ৰিভুজা আসামে আজি কতনো কান্দিছে,
হুনাই নুশুনি তব সুধা-বীণা ধ্বনি ।
আজি চোৱাঁ দেশময় কান্দোন উঠিছে ।
ত্ৰিতন্ত্ৰীৰ মূৰ্চ্ছনাত ছয়ৰাগ আহি
যাৰ সতে মিলিছিলে ছত্ৰিশ ৰাগিণী
'সঙ্গীত সাধনা-কোষে" বিলাপিছে আজি,
কোনে আৰু সঙ্গীতত দিব সঞ্জীবনী !
যি তাঁৰৰ মাত শুনি ভোল গইছিল
প্ৰেমময়ী সত্যবালা সঙ্গীতৰ ৰাণী ।
যি বীণা হাতত লই ভাৰত জাতিৰ,
ছটিয়ালা শান্তিবাৰি সকলো প্ৰাণত :—
যি বীণাৰ মাত শুনি চেতনা লভিলে,
অসমৰো হল ঠাই গীতি জগতত ;
যি বীণাৰ মাত শুনি তাপিত জনেও
পিচে পিচে লৰিছিল বলিয়াৰ দৰে,
জৰ্জ্জৰিত হৃদয়ত ভৰি পৰিছিল
বীণাৰ ললিত লয় অমিয়া সুৰেৰে ।
সিথনি মোহিনী বীণা জগত ভুলোৱা
আকাশৰপৰা আজি বজোৱা হুনাই,—
জগত স্তম্ভিত হোক তাৰ মাত শুনি,
দুখুনী অসমে যেন জগত ভুলায় ।

# ৬ নবীন-স্মৃতি

আনন্দচন্দ্ৰ বৰুৱা ।

হে বীৰ, জননীৰ যজ্ঞ সভা কৰিলা শুৱনি
সানিলা বেদীত প্ৰেম আপোন প্ৰাণৰ,
সুৰঞ্জিত আখৰেৰে কাল-বুৰঞ্জীত
লিখি গলা মাতৃ-নাম কৱচ ধ্যানৰ !

* * *

তোমাৰো যদি হে আজি মৃত্যু হ'ল বুলি
কান্দো বহি নিজানত মুখ লুকুৱাই,
কি বুলি আয়ে মোক বাচিব চেনেহ
পঞ্জা লাগি থাকো যদি শোকত বিনাই ?

* * *

শুনিলো তোমাৰ হেনো অতৃপ্ত আত্মাই
অন্তিমতো খুজি গ'ল সেই টুপি 'পা-নী'—
যি টুপিৰ অভাৱত কাম-ৰূপা আয়ে মোৰ
ঘিণ কৰে ৰাজ সাজ—নহয় ইন্দ্ৰাণী ।

* * *

লোৱা এয়া—তৰ্পণৰ তৃপ্তি জল
দহোটি আঙ্গুলি ছুই টোপ্ টোপ কৈ
দিব্য ভোগী আতমাৰ পুণ্য সুবাসত
পৰিছে নিজৰি জৰি পূৰ্ণ প্ৰাণ লৈ !

* * *

( শুনা সেইয়া ) কামাখ্যাৰ বুকু ভেদি উঠে প্ৰতিধ্বনি,—
প্ৰাণৰ দুলাল তুমি, হে কৰ্ম্মবীৰ,
সাঁচি গলা অসমৰ মণি-কুঠলিত
স্নেহত বিয়পি অতা স্নিগ্ধ অশ্ৰুনীৰ !

---

# দুদিন আহে যায় ।

ৰত্নকান্ত বৰকাকতি ।

( ১ )

এদিন ধূলিত লেটি লই খেলিলো ধূলিৰ খেলা
ধূলিৰ ঘৰ, ধূলিৰ বাৰী, ধূলিত আপোন ভুলা !
চাওঁতে চাওঁতে ধূলিৰ ঘৰ, ধূলিৰ বাৰী
ধূলিত সমান হল ;
আপোন ভুলা ধূলিৰ খেলা
কবিৰ কথাত বল !

( ২ )

এদিন মধুৰ হাৰাতে উঠিল প্ৰণয় জাগি,
মধুৰ আশা মধুৰ ভাষা হাৰায় হাৰায় লাগি ।
চাওঁতে চাওঁতে হাৰাৰ আশা হাৰাৰ ভাষা
হাৰাত বিলোপ পালে ;
প্ৰণয় মধু প্ৰাণৰ তানে
নীৰৱে বিদায় পালে ।



( ৩ )

এদিন বলে সুখ্যাতিৰ নদী সুদিন বাৰিষা পাই
চাওঁতে চাওঁতে কুদিন গ্ৰীষ্মে শুকালে তেনেই হাঁয় !
ইদৰে অন্তে এদিন দুদিন, দুদিন পাচে
সকলোৰে লয় পায় ।
সুদিন কুদিন মাথোন দুদিন,
দুদিন আহে যায় ।

( ৪ )

তেন্তে কিয় হৃদয় ইমান ব্যাকুল পুৰি মৰি,
ধূলিৰ খেলা হাৰাৰ প্ৰেম দুদিন খ্যাতিক ধৰি ?
মিছাতে আচল তুলি ধূলিৰ জগত
ধূলিত বিলীন হয় ;
সুদিন কুদিন কেৱল দুদিন
দুদিন আহে যায় ।

---

( ৩৮ )

## বৰদোৱা ।

পদ্মধৰ চলিহা ।

### শঙ্কৰ-শিলিখা ।

এয়ে সেই তক শঙ্কৰ-শিলিখা, শ্ৰীশঙ্কৰৰ কীৰিতি স্তম্ভ ;
আজিও বাজিছে কাম্যভূমিত, চূৰ্ণ কৰিছে কালৰ দন্ত ।
ইয়াতে আঁউজি কৰিলে শঙ্কৰে, অমিয়া প্ৰস্থতা লিখনী বৃষ্টি,
ৰচিলে দুলড়ী, ভটিমা, লেচাৰি, কৰিলে সাহিত্য জগত সৃষ্টি ।
দোওৱা পথিক, দোওৱা হে শিৰ প্ৰণিপাতে পাবা প্ৰাণত শান্তি :—
এয়ে ভকতৰ কল্পতৰু যে, এয়ে পাৰিজাত স্বৰগকান্তি ।

### পাদ-শিলা ।

আহাঁচোঁ, চোৱাঁ চকুভৰি শিলিখা কাষৰ শৈল ৰত্ন ;
শিলত অঙ্কিত শ্ৰীপদচিহ্ন, ই যে স্বদেশৰ মহৎ প্ৰত্ন ।
পদ আস্ফালনে গল হেলাৰঙে ব্ৰহ্মপুত্ৰ এদিন লঙ্ঘি,
স্থূলকায় সেই মহাপুৰুষৰ চোৱাঁ অনন্তকালৰ সঙ্গী ।
দোওৱা পথিক, দোওঁৱা হে শিৰ, প্ৰণিপাতে পাবা প্ৰাণত শান্তি ;—
মহাপুৰুষ শক্তি চানেকি আঁতৰাব আজি মনৰ ভ্ৰান্তি ।

### শঙ্কৰৰ পুথি ।

চোৱাঁহি চোৱাঁহি শ্ৰীমন্ত শঙ্কৰে নিজ হাতে লিখা অমৰ গ্ৰন্থ,
কোনোবা কাহানি সাচিপাতে ধৰা জিলিকে আজিও পুণ্য মন্ত্ৰ ।
কালৰ কৱলে নোৱাৰে নাশিব হস্তাক্ষৰৰ দৈৱ শক্তি,
মহাকালে চাই দূৰতে পলায়,দেখুৱাই মাথোঁ অচলা ভক্তি ।



দোওৱা পথিক, দোওৱা হে শিৰ, প্ৰণিপাতে পাবা প্ৰাণত শান্তি,
মহালিখনীৰ যাউতি যুগীয়া প্ৰস্থতিৰ চোৱাঁ বিমল কান্তি ।

### নামঘৰ ।

ভক্তিমদিৰা পানে মতলীয়া গায়, হৰিনাম ভকত বৰ্গ,
অমৰমোহিনী সেই মহাবাণী, আজিও জুৰিছে মৰত স্বৰ্গ ।
বাজে তোৰতাল, মৃদং চাপৰি, উঠিছে উথলি নাম প্ৰসঙ্গ,
নাচে তালে তালে ভঙ্গ, গায় তালে তালে বন বিহঙ্গ ।
দোওৱা পথিক, দোওৱা হে শিৰ প্ৰণিপাতে পাবা প্ৰাণত শান্তি,
শুনা কাণ পাতি বন্দনা গীতি, ত্ৰিতাপক্লিষ্ট জুৰোৱা প্ৰাণটি ।

### আকাশী গঙ্গা ।

ধূলিৰ ধূসৰ দলিচা ওপৰে আহাঁচোঁ চোৱাঁহি আকাশী গঙ্গা,
পুত সলিল সৰোবৰ এটি বেৰি আছে কেনে কাননজঙ্ঘা ।
আৱাহন বাহু মেলি মেলি পুণ্য সুৰভি শতাৰবিন্দ,
থৰ লাগি আছে ধ্যানত মগন চাৰিও পাশত বিটপীবৃন্দ ।
দোওৱাঁ পথিক, দোওৱাঁ হে শিৰ প্ৰণিপাতে পাবা প্ৰাণত শান্তি ;—
শূন্যে শূন্যে উটি অহা শুনা পুণ্যগৰ্ভ গানটি ।

### বৰদোৱা ।

বৰদোৱা ইয়াতে শঙ্কৰে তুলিলে মানবী লীলাৰ অঙ্ক,
ঘোষি মানবৰ মঙ্গল বাণী গভীৰ নিনাদে বাজিল শঙ্খ ।
পিতাপিলে মহা মিলন মন্দিৰ ভাঙিলে গীতাৰ কঠিন মৰ্ম্ম,
শিকালে প্ৰথম লীলা অভিনয়, বিলালে আমোদে পৰম ধৰ্ম্ম ।
দোওৱা পথিক, দোওৱাঁ হে শিৰ প্ৰণিপাতে পাবা প্ৰাণত শান্তি,
ভক্তি সলিলে শীতলাই হিয়া গুচোৱাঁ যতেক পথৰ শ্ৰান্তি ।

সামৰণি ।

আহাঁ অসমীয়া আহাঁ সকলোৱে, চোৱাঁহি এবাৰ ই মহাতীৰ্থ;
লাগে মাথোঁ এটি সৰল ইচ্ছা, অশেষ্ট কষ্ট নহয় ব্যৰ্থ ।
ইয়াৰ কাষতে মহাবিপ্লৱত হল অৱতাৰ ত্ৰাণৰ হন্তে,
এয়ে জেৰুজালেম মক্কা, কপিলাবস্তু যুগযুগান্তে ।
দোওৱাঁ পথিক, দোওৱাঁ হে শিৰ প্ৰণিপাতে পাবা প্ৰাণত শান্তি,
"জয় জয় শঙ্কৰ," "জয় জন্মভূমি" কৰি জয়ধ্বনি জুৰোৱাঁ প্ৰাণটি ।

---

# ভাৰতবৰ্ষ ।

বিনন্দচন্দ্ৰ বৰুৱা ।

ৰত্নগৰ্ভা ভাৰত মাতৃ
তুমিয়ে জননী তুমিয়ে ধাত্ৰী,
জগৎজয়ী বাৰ সন্তানৰ
জ্ঞানগৰিমা গৌৰৱদাত্ৰী ।
যি দিন ধৰি সৃজন কৰিলে
বিধাতা পুৰুষে ভাৰতবৰ্ষ,
সিদিনাৰ পৰা জননী তোমাক
ভাৰতীদেবীয়ে কৰিলে স্পৰ্শ ।
হিমাদ্ৰি শিখৰ কৰিলে পোহৰ
বাণীৰ চৰণ কমল পৰি,



জ্ঞানগৰিমাৰ কেন্দ্ৰ ভাৰত
সাৰদা কৃপাত সিদিন ধৰি ।
কত যে শিক্ষা কত যে দীক্ষা
ভাৰত জননী তোমাৰ দান,
বসুন্ধৰা জুৰি প্ৰচাৰিত আজি
তোমাৰ জননী গৌৰৱ গান ।
এই ভাৰততে আৰ্য্য অনাৰ্য্য
কত যে জাতি কত যে ভাগ,
কত শিক্ষা দীক্ষা কৰিছে প্ৰচাৰ
ভাৰতী অস্তিত্ব তথাপি আগ ।
বিশ্ব-সৃজকে কৰিলে ৰচনা
এই যে মিলন মন্দিৰ এটি,
চিৰদিন তাৰ জ্ঞান গৰিমাৰে
সকলোকে নিজে ৰাখিছে ছাটি ।
আহক আৰ্য্য আহক অনাৰ্য্য
আহক বিধৰ্ম্মী জগতবাসী,
সনাতন ৰীতি ভাৰত মাতৃৰ
নোৱাৰে পেলাব কোনোৱে নাশি ।
সত্য ইয়াত ধৰ্ম্ম ইয়াত
নহয় ভাৰত অসভ্য ভৰা,
ধৰ্ম্ম সত্যৰ জয় চিৰকাল
ই মহামন্ত্ৰে চলিত ধৰা ।
কত সমনীয়া জাতি মাৰ গ'ল
কত ধৰ্ম্ম নীতি কালে উটি গ'ল ।

ভাৰত কিন্তু ভাৰত ভাৱেই
যুগ যুগান্তৰ একেই ৰ'ল।
ভাৰত এনেয়ে ভাৰত ভাৱেই
আজি জগতত তিষ্ঠা নাই,
বহুত সম্পত্তি বিচাৰ কৰিলে
ভাৰতৰ পৰা এতিয়া পায়।
নমৰে ভাৰত নোৱাৰে মৰিব
যতদিন এই পৃথিবী ৰব,
বিশ্বসাম্রাজ্য স্থাপন কালত
উচ্চ আসন ভাৰতে পাব।
এই মন্দিৰতে বিধাতা পুৰুষে
ধৰিব জনম পূৰ্ণ কলা,
বিশ্বৰাজ্য কৰিব স্থাপন
পিন্ধিব মাথোন এধাৰি মালা,
কত যে শাস্ত্র কত যে মন্ত্র
পুৰুষ কত যে উৎপত্তি হ'ল,
বিচাৰি জগতে ৰচিবৰ হকে
মিলন মন্দিৰ যোগ্য স্থল!
ভূত ভবিষ্য সৰ্ব্বতি কালত
ধৰিলে, ধৰিব, ধৰিছে কত,
মহান পুৰুষে জনম ভাৰতে
একেই উদ্দেশ্যে কত যে শত।
বেদাবেদান্ত ভাৰত পুৰাণ
কত তপোধনে কৰিলে ৰচনা,



পূৰ্ণাৱতাৰ যাদৱৰ মুখে
গীতাৰ অমৃত তোমাতে সূচনা।
হিমালয় ধৰি কুমাৰিকা জিনি
উঠিলে তোমাতে অহিংসা মন্ত্র,
তোমাৰে পুত্ৰ শাক্যসিংহ
প্রচাৰিলে সেই মহান তন্ত্র।
বাণীৰ বীণাৰ ঝঙ্কাৰ শুনি
উঠিলে কতনো পুত্র বাৰ,
নানক কবীৰ শঙ্কৰাচাৰ্য্য
শ্ৰীৰামকৃষ্ণ শঙ্কৰ ধীৰ।
উঠিল গৌৰাঙ্গ দেৱদামোদৰ
বল্লভাচাৰ্য্য, শ্ৰীদয়ানন্দ,
একেটি সুৰৰ তানতে উঠিল
জগৎ বিখ্যাত বিবেকানন্দ।
ধন্য সি বছৰ, ধন্য সি তিথি
ধন্য সি নক্ষত্র ধন্য সি বাৰ;
যিদিন বিবেকে মাতৃ-স্বৰূপে
ভাৰত ভূমিক কৰিলে সাৰ।
ভাৰত অঙ্গ ধন্য বঙ্গ
বিবেক চৰণ ধূলিৰ ঠাই,
জননী গৰিমা কৰিলে উচ্চ
তোমাৰ বুকতে জনম পাই।
ধন্য সাধক শ্ৰীৰামকৃষ্ণ
বিশ্ব পিতাৰ পুত্র ধীৰ,

প্ৰচাৰি জ্ঞান গৰিমা ভাৰতে
ধন্য তুমি হে ধৰ্ম্ম বীৰ,
পুণ্য তোমাৰ চৰণ যুগল
পৰশি ভাৰতে নাশিলে পাপ,
দূৰ হ'ল বহু কালৰ সঞ্চিত
কত যে দুখ কত যে তাপ ।
যি তেজৰ বলে বলীয়ান হৈ
প্ৰাপ্তি তোমাৰ পৰমহংস,
কালৰ পথত ৰাখিলা হে দেৱ
ধ্বংস পথৰ আৰ্য্য বংশ ।
মুক্তিতো নিস্পৃহ যি ব্ৰাহ্মণৰ
সংসাৰ বিৰাগী ভকতি কামী,
যাৰ তপস্যাত এদিন ভাৰতে
ওঁকাৰ ধ্বনি আহিল নামি ।
ব্যাস বাল্মিকী শুক বশিষ্ঠ
বিশ্বামিত্ৰ শ্ৰীপৰাশৰ,
দধীচি, কপিল, ধৌম্য, কৌণ্ডিল
যাজ্ঞবল্ক, তাপসবৰ ।
শ্ৰীৰামকৃষ্ণ তাৰেই লগৰ
নহয় আজিৰ পতিত দ্বিজ,
দেখালে আকৌ জগতত যাৰ
ধৰম কৰম ব্ৰাহ্মণ্যবীজ ।
আন্ধাৰ ভাৰত পোহৰাই পুনু
আৰ্য্য শক্তি আহিল নামি,



চাপিলে কতনো ভক্ত প্ৰৱৰ
মুক্তি শক্তি ভক্তি কামী ।
পোহৰে আনিলে পোহৰ চপাই
পোহৰাব বুলি গোটেই ধৰা,
চৰণ ছত্ৰৰ ছাঁয়াত চাপিল
নৰেন্দ্ৰ যুৱক ভক্তিৰে ভৰা ।
গুৰুৰ কৃপাত সুপ্ত প্ৰতিভা
বিবেক হিয়াত বিকাশ হল,
যোগ্য জনৰ ভোগ্য আসনে
প্ৰতিষ্ঠিত হৈ লভিলে বল ।
এদিন যি দৰে তাহানি কালত
বাল্মাকি হল বত্নাকৰ
গুণৰ বলত ক্ষত্ৰিয় নৃপতি
বিশ্বামিত্ৰ তাপসবৰ ।
বংশৰ গৌৰৱ কুলৰ মৰ্য্যাদা
ছুয়েই নোৱাৰে কৰিব মানী,
প্ৰতিভাৰ বলে তপস্যাৰ ফলে
চাণ্ডালো হয় ব্ৰহ্মজ্ঞানী ।
সেই যে বিবেক কায়স্থ ব্ৰাহ্মণ
স্বৰূপে আকৌ দিলেহি ঠিয়,
হিমালয় জিনি কুমাৰিকা ধৰি
সকলোৰে হল হিয়াত প্ৰিয় !
গুৰু মুখে শুনি বেদান্তৰ বাণী
পৈতৃক সম্পত্তি কৰিলে ভোগ,

ব্ৰাহ্মণ পিতাৰ ব্ৰাহ্মণ পুত্ৰ
কৰিলে প্ৰচাৰ কত যে যোগ ।
যুবক সন্ন্যাসী কামিনী কাঞ্চন
গৃহৰ মমতা সকলো ত্যাগি,
যাৰ মনোবলে উঠিল ভাৰত
পুনৰ বিশ্বাস ভাৰত জাগি ।
কি যে সুন্দৰ কি যে মহান
সন্ন্যাসী প্ৰৱৰে দেখাদি গল,
যাৰ কৰমত ধৰ্ম্ম জগতে
উঠিল নতুন ভাবৰ ঢল ।
ফল ফুলময় ভাৰত আশ্ৰম
কৃষ্ণসাৰ আদি জন্তুৰে ভৰা,
লৌহিত্য গঙ্গা সিন্ধু যমুনা
কত যে নদী ৰূপত ছৰা ।
ইন্দ্ৰই যত বৰষে প্ৰচুৰ
বেলিৰ পোহৰ প্ৰথমে পৰা,
চেনেহ পাশেৰে মহাসিন্ধু আৰু
হিমালয় আদি পৰ্ব্বতে বেৰা ।

---

# দিল্লী ।

## সূৰ্য্যকুমাৰ ভূঞা ।

কালিন্দীৰ কুলু তান তোমাৰ সুৰত
বাজি আছে কত দিন ধৰি,
যমুনা তোমাকে সখী অতীজৰে পৰা
চেনেহত ৰাখিছে আৱৰি ।
যেতিয়া কেচুৱা তুমি, সামগান শুনি
সখীয়াৰ পুলকিত প্ৰাণ,
তুমিও শুনিছা সেই পুত মন্ত্ৰপাঠ
আৰ্য্য ঋষিসকলৰ গান ।
লভিলাঁ মাতৃৰ স্নেহ কালিন্দীকোলাত,
সময়ত মনোৰমা হ'লা,
মেঘৰ কোলাত যেন পাতে বিজুলীয়ে
অপৰূপ সৌন্দৰ্য্যৰ মেলা ।
দিলা যৌৱনত ভৰি মাতৃস্থান এৰি,
সখী হ'ল যৌৱন লগৰী,
আহিল তোমাৰ হেতু আৰ্য্যপুত্ৰ কত
দূৰণিৰ দুখকো পাহৰি ।
তোমাৰ মোহিনী পাশ এৰাব নোৱাৰি
বন্দী হ'ল ৰজা কতজনা,
পাতিলে তোমাক লাগী নাৰীৰত্ন কৰি,
দিল্লী তুমি অনন্ত-যৌৱনা ।

কত যুগ পাৰ হ'ল ইন্দ্ৰপ্ৰস্থ পুৰী
এই নামে দিলা পৰিচয়,
যুধিষ্ঠিৰ আদি নৃপে তোমাৰ কীৰিতি
জগতত কৰিলে অক্ষয়।
যমুনাই নিতে নিতে নিকা কৰি থোৱা
সুকোমল তোমাৰ দেহাত,
পৰিছিল কতদিন বীৰসকলৰ
বৰষাৰ ঘাত-প্ৰতিঘাত।
ধৈৰ্য্যৰ মূৰতি হই সহিলা সকলো
অপমান অশেষ লাঞ্ছনা,
নাছিল তোমাৰ কেউ সখীয়াৰ বিনে
দিবলই এফেৰি সাধনা।
কালৰ চকৰি ভানা ঘূৰিছে নিতউ
দুখ গলে সুখ ধৰাবন্ধা,
নিশান্তত অৰুণৰ পুনৰ উদয়,
সংসাৰত মাথো ইঁহাকন্দা।
তোমাৰ দুখৰ নিশা পাৰ হই গল,
সুখসূৰ্য্য উদিল দুনাই,
পালা সুখ কিন্তু তুমি বিলাসিনী হ'লা
বিলাসীৰ লগ ভাগ পাই।
আছিলা শুৱনী আগে তপোকন্যাৰূপে
নেজানিলা বিলাসনো কেনে,
পুষ্প-আভৰণ গাত, আছিলা তাৰেই
সৌন্দৰ্য্যৰ প্ৰতিমূৰ্ত্তি যেনে।



কিন্তু তাৰ পাচে আই বিলাসী মোগলে
বিলাসত তোমাকে মজালে,
মোগল আঁতৰি গৈ গৌৰৱৰ পৰা
তললই তোমাকো নমালে।
যোগ্যৰ উন্নতি আৰু অযোগ্যৰ নাশ,—
জগতৰ অখণ্ডন ৰীতি,
মোগল কেনিবা গ'ল যোগ্যতমে আহি
ল'লেগই সি স্থানত স্থিতি।
বিলাসত পৰি তুমি যি পাপ কৰিলা
মোচনৰ কাল তাৰ পালে,
পুনৰ এলাগী হই পালিলা ব্ৰত
বহুদিন অকলে অকলে।
তাৰ ফলে আজি তুমি পাপমুক্তা হ'লা,
তপস্যাৰ আৰু কাম নাই,
লভিলা অভীষ্ট তুমি কত বাঞ্ছা কৰি
পালা লুপ্ত গৌৰৱৰ ঠাই।
যি জনৰ শৰীৰত স্বৰগৰ প্ৰভা,
দেৱৰ মহিমা যাৰ গাত,
তেওঁ নিজে আহি আজি সমাদৰ কৰি
পাপমুক্ত কৰিলে তোমাক।
ঈশ্বৰৰ অৱতাৰ ৰামচন্দ্ৰ বিনে
অহল্যাৰ আছে ক'ত গতি ?
—তুমিও সিদৰে ৰাজদেৱ-অনুগ্ৰহে
পাপহস্তে লভিলা মুকুতি।

সখী যমুনাৰ আজি তোমাৰ সুখত
পুলকত উতলা পৰাণ,
সখীৰ পুৰণি বীণা, তাতো আজি শুনো
অপূৰব সুমধুৰ তান ।
অতীত গৌৰৱৰাশি আছিল তোমাৰ
অতদিন অনাঁদৰে পৰি,
আজি পুনু দীপ্ত হই নতুন প্ৰভাৱে
জগতত পৰিছে বিস্তাৰি ।
পূব আৰু পছিমৰ জ্ঞানজেউতিৰে
দিপ্‌ লিপ্‌ দিল্লী ৰাজধানী,
আৰ্য্যৰ গৌৰৱ ঠাই জগতৰ হোক,—
সম্ৰাটৰ আশীৰ্ব্বাদবাণী ।

---

# শিৱাজী ।

গেনিমৎ আলি ।

( ১ )

সোতৰ শ শতিকাৰ মধ্যম ভাগত,
হিন্দুৰ গৌৰৱ-ৰবি চোকা জেউতিৰে,
জলিছিল যাৰ গুণে ভাৰতাকাশত,
—ভেবা লাগি চাইছিল মোগল সম্ৰাটে ।

( ২ )

বিজনৰ প্ৰতিভাত মাৰাঠা জাতিয়ে
অতুলন গৌৰৱৰ আসন লভিলে ;
স্বাৰ্থত্যাগী তেজী বুলি সোণালী আখৰে
ভাৰত বুৰঞ্জী পাত ৰঞ্জিত কৰিলে ।

( ৩ )

হে দেৱ !
উঠিছে তোমাৰ স্মৃতি মানস পটত,
বাজিব লাগিছে বীণা তোমাৰ লগৰ,
তোমাৰ তেজৰ সোঁত প্ৰতি ধমনিত
বেগেৰে লাগিছে বব নিতে নিৰন্তৰ ।

( ৪ )

দেখুৱাব নোৱাৰিলো ভকতিৰ চিন
—মোৰ এই ক্ষুদ্ৰ হিয়া ভকতিৰে ভৰা,
তোমাৰ স্মৃতিতে কৰি হৃদয় বিলীন
দিলো এই পুষ্পাঞ্জলি সাদৰেৰে ধৰাঁ ।

# স্কাইলার্ক।

দেৱেশ্বৰ চলিহা।

সোণৰ বৰণ ঢালি,
আকাশত পাখি মেলি,
মেঘৰ লগত মিলি,
মৌমনা গীত তুলি,
কোন তুমি কোৰাচোন ভুবন ভুলোৱা ?
চৰাই নোহোৱা তুমি,
ঘিণ কৰি মৰ্ত্যভূমি,
উঠি গৈ আকাশত,
লুকাই মেঘৰ ছাঁত,
গীত মধু বৰষুণ সদায় পঠিৱা ?
ফেঁহুজালি সময়তে,
উঠি তুমি পোনচাতে,
পোৱা গৈ আকাশৰ,
তোমাৰ সাদৰি ঘৰ,
আৰু তাতে গান গাই সাজনৈকে নিউৱা।
তুপৰীয়া গা ঢাকি,
তৰাৰ লগতে থাকি
শুনোৱা তোমাৰ বীণ,
শূইন আকাশত যেন,
তোমাৰ ৰঙৰ ঢৌৰে পৃথিৱী যে বুকুৱা।



পাতৰ আৰত থাকি,
সৌৰভতে গা ঢাকি,
যেনেকৈ ফুলটিয়ে,
গোন্ধেৰে চিনাকি দিয়ে,
গীতেৰে চিনাকি দি তুমিও তেনে লুকুৱা।
পৃথিৱীত যতখিনি,
ভাল বস্তু আছে মানে,
জহত জুৰণি পানী,
গছলতা মুক্তামণি,
সকলোটি পৰাজয় তোমাৰেহে আগতে।
কিহত ইমান ৰঙ,
পোৱা তুমি নিত্যানন্দ,
চৰাই নে তুমি বাৰু,
নাই স্বৰগৰ পাক ?

---

# স্বাৰ্থ ।

দেবেশ্বৰ শৰ্ম্মা ।

হাবিৰ মাজত যদি ফুলি থাকে ফুল,
কিয় তাক মোহাৰি ছিঙিম ?
কাঁইটেৰে বেঢ়ি থকা ধুনীয়া গোলাপ
ছিঙি আনি কিয়নো শুঙিম ?
ফুলৰ গছতে থাকি ইঁহক যুতিয়ে,
কিয় আনি চাকি গাথি ল'ম ?
সৌৰভেৰে চৌদিশ সৌৰভিত হ'ক,
আমি কিয় স্বাৰ্থপৰ হ'ম ?
ইঁহক শেৱালী ফুলে গছৰ তলতে,
আনি আমি নিপিন্ধো খোপাত ;
সকলোটি প্ৰকৃতিৰ আদৰৰ ধন,
মাৰ যাক প্ৰকৃতি কোলাত ।
বসন্ত-ফুলিয়ে মাতে মনৰ ৰঙেৰে
পৰি থাকি গছৰ ডালত,
আমি কিয় তল গৈ নিজৰ সুখত
ধৰি থ'ম সোণৰ সজাত ?
ভোগ কৰে চিৰকাল অনন্ত বসন্ত
দিয়ে আহি বসন্ত জাননী,
শীতত মতাই আমি কিয়নো শুনিম
আনন্দত কৰুণ বিননি ?



সুন্দৰৰ সৌন্দৰ্য্যত ভোল গৈ আমি
কিয় ভুলো লোকৰ আনন্দ,
মিলাই লোকৰ সুখ নিজৰ লগত—
আনন্দত কৰো নিৰানন্দ ?
সুন্দৰ সৌন্দৰ্য্যত ভোল গৈ যদি
ভুলি যাওঁ যত ভিন ভাব,
মিলি যাওঁ সুন্দৰেৰে, সুন্দৰ ধিয়াই
সুন্দৰতে দিওঁ যদি জাপ
তেনেহলে মিলি যাব আপোনাৰ সুখ
জগতৰ সুখৰ মাজত ;
নিজ স্বাৰ্থ মাৰ যাব লোকৰ সুখত
"মই" যাব "আমি"ৰ ভাবত ।

---

# হাঁহি ।

সিদ্ধেশ্বৰ গোঁহাই ।

উতলা হিয়াৰ ভাব জোনায়ে পূৰত,
মিচিকিয়া হাঁহি মাৰি একে নিমিষতে,
ভুলালেহি হিয়া-ৰাজ্য, গুচাই টিপতে
আন্ধাৰ অপায় যত সন্ধিয়া পৰত ।
জিলিকি উঠিল আহি ভাবৰ ঢউত,
দিঠকতে সপোনৰ অমিয়া কতনো,
জিলিকিল শিৰে শিৰে কত শত ৰেণু
গছলতা যতমানে সবাৰো পাতত ।

কাযতে ধৰিছে দাঙ্গি কামৰ চানেকি,
দূৰৈত সংসাৰপট ভবিষ্য সুখৰ,
থপা আছে সমুখত অলৰ-অচৰ
আশাৰ মোহনী গছ, নিৰাশক ঢাকি।
বিজুলী চমকে যদি আন্ধাৰ গুচাই,
থাকিম কিৰণভৰা হাঁহিমুখ চাই।

---

## ভস্মাচল।

ইন্দ্ৰেশ্বৰ বৰঠাকুৰ।

শিল্প স্মৃতি তাহানিৰ হিয়াত জগাই
বিৰাজিছে লোহিতত গিৰি ভস্মাচল,
অসীম সৌন্দৰ্য্য ৰাশি দেহত ফুটাই
ভাঠি কয় প্ৰকৃতিৰ এয়ে লীলাস্থল।
শাপ-ভ্ৰষ্টা উৰ্ব্বশীৰ নিফুট বিননি
অহৰ্নিশি কাযৰত উঠিব লাগিছে,
ছেগ বুজি কৰ্ম্মনাশা ললেহি জিৰণি—
সোতত অব্যক্ত ভাব বিৰিঙ্গি ফুৰিছে।
বলবান লোহিতৰ প্ৰবল বেগত,
দিগ পাব বুলি দেহি গিৰি নীলাচলে,
আপুনি আগলৈ আহি নিজ বাহুবলে,
বাধিলেহি ভৱসোত ঘটাই যুজত।
সাক্ষাতে যোগীৰ প্ৰায় যোগত মগন,
শিৰে লই যোগীশ্বৰ অভয় চৰণ।

---

## একলব্য।

সিংহদত্ত দেৱ অধিকাৰী।

"জমদগ্নি পুত্ৰ পৰশুৰামৰ
শিষ্যত্ব স্বীকাৰ কৰি,
যি অস্ত্ৰ বিদ্যাত লভিলো পৈণত
কঠিন তপস্যা ধৰি;
ক্ষুদ্ৰ ব্যাধ বংশে লভিয়ে জনম
এনে অহঙ্কাৰ তোৰ,
শিকিবি সি বিদ্যা?— দূৰ হ চণ্ডাল
ওচৰৰপৰা মোৰ।"—
কঠিন নিৰ্ম্মম দ্ৰোণৰ বচন
একলীয়া কৰি থই,
ঘোৰ অৰণ্যত বল একলব্য
কঠিন সাধনা লই।
কতকাল বল একে সাধনাত
ঘোৰ একাগ্ৰতা বলে,
মাটিৰ দ্ৰোণৰ প্ৰতিমাৰ পৰা
অস্ত্ৰবিদ্যা শিকি ললে।
ঘটনা ক্ৰমত হল উপস্থিত
সশিষ্যে আচাৰ্য্য দ্ৰোণ;
সুধিলে, "হে ব্যাধ এনে আচৰিত
শিক্ষা দিয়া জন কোন?"

কলে একলব্যে "হে আচাৰ্য্যদেৱ,
কঠিন সাধনা বলে ;
এই মূৰ্ত্তিলই আপোনাক আনি
ই অধমে শিকি ললে।"
প্ৰিয়তম শিষ্য অৰ্জ্জুনতকৈও
দেখি শিক্ষা বেচি পোৱা,
সব নোৱাৰিলে পক্ষপাতী দ্ৰোণে
সুধিলে, "হে ব্যাধ কোৱা,"
গুৰুৰ দক্ষিণা পাব লগা আছে
কি দক্ষিণা বাৰু পাম?
কলে একলব্যে অতি আনন্দত
"কওক গুৰুদেৱ নাম।"—
"সোঁহাতৰ বুঢ়া আঙ্গুলিটি দিয়া"
দক্ষিণা খুজিলে দ্ৰোণে,
একেঘাপে কাটি দিলে একলব্যে
দুখ চিন্তা লেশ মনে।
ব্যাধৰ পুত্ৰৰ শকতি নৰল
আৰু শৰ নিক্ষেপৰ,
দ্ৰোণ আনন্দিত নেথাকিল কোনো
প্ৰতিদ্বন্দী অৰ্জ্জুনৰ।
নাই একলব্য নাই দ্ৰোণাচাৰ্য্য,
কাহিনী অতীত হল,
গুৰু ভকতিৰ অক্ষয় চানেকী
জগতত মাথোঁ বল।

---

# বড়গীত।

## ৰাগ—ভাঠিয়ালী।

এ ফাগু খেলায় কৰুণাময় এ নন্দকুমাৰ।
দেৱৰ দুৰ্লভ কেলি ফাগুৰ বিহাৰ ॥ধ্ৰু॥

ফাগু পড়ি শ্যাম তনু কৰে তিৰিমিৰি।
ৰবিৰ কিৰণে যেন মৰকত গিৰি ॥
কৰ্পূৰ কুসুমে ফাগু অতি সুবাসিত।
গোপ গোপী সবে খেলে হুৱা আনন্দিত ॥
আউৰে আউৰে ফাগু মাৰে আঞ্জলি ভৰিয়া।
ফাগু ৰসে নাচে হাসে কীৰ্ত্তন কৰিয়া ॥
ফাগুৰে চৌভিতি দেখি অৰুণ বৰণ।
প্ৰভাত কালৰ যেন ৰবিৰ কিৰণ ॥
আনন্দে আকুল লোক ফাগুৰ উৎসবে।
চৌভিতি পূৰয় হৰি কীৰ্ত্তনৰ ৰবে ॥
ত্ৰিবুভন জিনি গোপ পুৰী পৰকাশে।
কহয় মাধব দীন হৰি পদ দাসে ॥

## ৰাগ—সিন্ধুৰা।

জয় জয় ৰাম, ৰাঘৱ ৰঘুকুল পঙ্কজ, দিনকৰ ৰাম মুৰাৰি।
যো পদ কমল, সুৰাসুৰে সেৱত, সকল ভুবন অধিকাৰী ॥ধ্ৰু॥
বালি ঘালি পালি সুগ্ৰীব কপি
বাৰিধি বান্ধল সেতু।

নিশাচৰ সাতে দশানন ঘাতন
জগ জন মঙ্গল হেতু ॥
জানকী লক্ষ্মণ স্নগ্রীব বিভীষণ
মাৰুতি সব সৈন্য সাতে ।
পুষ্পক যানহি আসি আপুন পুৰী
ভয়ো নৰপতি ৰঘুনাথে ॥
শিৰে শশী মণ্ডল ছত্ৰ স্থনির্ম্মল
শ্বেত চামৰ দোহোঁ ঢোলে ।
মিলন মহোৎসৱ পৰম কোলাহল
সব লোই মঙ্গল বোলে ॥
শঙ্খ মৃদঙ্গ মুৰুজ ধ্বনি বাজত
দুম দুম দুন্দুভি ঢোলে ।
পঞ্চ শবদ শুভ মিলন মহোৎসৱ
জয় জয় ৰাঘৱ বোলে ॥
ব্ৰহ্মা পুৰন্দৰ হৰ মুনি কিৰে
চাৰণ মিলল ৰঙ্গে ।
ৰতন সিংহাসনে বসি ৰঘুনন্দন
বাজত জানকী সঙ্গে ॥
নিত্য নিৰঞ্জন জগ জন কাৰণ
ৰামৰূপে অবতাৰা ।
ৰঘুপতি চৰণ কমল ভৃঙ্গ মাধৱ
কহ গতি ৰাম হামাৰা ॥

---

# সাধনী ।

পদ্মনাথ গোঁহাই বৰুৱা ।

ধৰ্ম্মধ্বজ—এয়ে সি কীৰ্ত্তিৰ স্থল ।
ইয়াতে এদিনা ছুটিয়াৰ আদিৰাজ
ৰত্নধ্বজ পাল হইছিল বিমোহিত,
প্ৰকৃতিৰ ৰূপ-লীলা চাই ! পাঙিছিল
ইয়াতেই ৰত্নপুৰ নগৰৰ ভেঁট,
কিন্তু কি যে বিধি বিড়ম্বনা ;—নগৰৰ
ভেঁটি লই উঠিল মৈদাম ! আদিৰাজ
ৰত্নধ্বজে প্ৰিয় পুত্ৰ এটি ৰাখিছিল
কমতাপুৰত গই শিক্ষাৰ কাৰণে
অকালত কাল হ'ল সেই কোঁৱৰৰ ।
কমতা-ঈশ্বৰে পাছে অতি যতনেৰে
পঠিয়ালে সন্তানৰ শৱ পিতৃলই,
যুগুত সমাধি হেতু । মৰ্ম্মাহত হ'ল
ৰত্নধ্বজ পুত্ৰৰ শোকত । ভগ্ন হ'ল
মনোৰথ উদ্যোগ সমূলি 'ৰত্নপুৰ'
স্থাপনৰ হেতু । নগৰৰ পৰিবৰ্ত্তে
পালবংশী কোঁৱৰৰ কৰিলে সমাধি
এই ঠাই । ৰত্নপুৰ স্থাপনৰ আৰু
আয়োজন যত, সমস্ত লুকাল হাঁয়,
এই মৈদামত । তাৰে পৰা খ্যাত হ'ল

'পাল-শৰ-দিয়া'—'শদিয়া'ৰ আঁতি-গুৰি—
নগৰৰ নাম। সেই হন্তে সুৰক্ষিত
মৈদামৰ ভেঁটি; পিপৰা পৰ্য্যন্ত তাত
নোৱাৰে বগাব। পুৰুষে পুৰুষে এই
পুণ্য ৰীতি চলি আছে অলঙ্ঘ্য নিয়মে।
দেখা নাই কদাপিতো প্ৰাণীৰ সঞ্চাৰ
এই মৈদামত। আজি কিয় অকস্মাৎ
দেখোঁ বিপৰীত? কৰ পৰা চাপিলেহি
অপৰূপ জন্তু ইটো উধত পৰাণ,—
কৰিছে বিহাৰ আজি মৈদাম ৰগাই!
ভাবুকিত নটলে সি ডাবিত নলৰে,
খেদিলে নাযায় গুচি নাচে থৰটকী,
আতিকে দাম্ভিক আৰু, কৰে ভেঙুচালি!
আৰু আচৰিত! সেন্দুৰীয়া ক্ষুদ্ৰকায়
তাৰ তিৰবিৰ কৰি কিহে জিলিকাই
চমকানি মাৰি ধৰে দুই চক্ষু মোৰ
নাথাকিলে ধনু শৰ লগত এতিয়া!
আহিলোঁ নিৰস্ত্ৰ এবে জিৰণিৰ হেতু
ৰাজ-সাজ পৰিহৰি, ভাবুকৰ বেশে,
নতুবা তুৰন্তে শালিলো হেতেন তাক
এপাট শৰেৰে। পৰিছে মনত আৰু
দৈব বাণী সিদিনাৰ, দৈবজ্ঞ গণনা
হ'ব লাগে সম্পাদন অপূৰ্ব্ব ভাবে
সাধনীৰ স্বয়ম্বৰ পণ। হ'ব পাৰে



এয়ে তাৰ আগন্তুক চিন। ভালকথা
এয়ে তেন্তে হোক পণ,—এপাট শৰেৰে
শালিব পাৰিব যেয়ে এই থৰটকী
সাধনীৰ পাণি লাভ কৰিব সিজনে।
প্ৰতিশ্ৰুত হলোঁ; এয়ে হ'ল পণ মোৰ।
যথাবিধি আয়োজন হ'ক ৰাজ্য জুৰি,
চৌদিশে প্ৰচাৰ হোক স্বয়ম্বৰ কথা।
আদেশোঁ মন্ত্ৰীক গই, পাচোক কটকী
দেশ দেশান্তৰে,—স্বৰ্ণৰত্ন কামপীঠ
সৌমাৰ সহিতে। ৰাখোক ৰথীয়া দি
প্ৰস্তাবিত পণ মোৰ—অদ্ভুত প্ৰাণী
স্বয়ম্বৰৰ আগে হৰণ ভগন যাতে
নোৱাৰে ঘটিব। লাগিছে লাঘব এবে
দেহ মন প্ৰাণ, অপাৰ চিন্তাৰ পাৰ
দেখি বিণি বিণি। সাধনীৰ যোগ্য পাত্ৰ
মিলিব ইবাৰ—ধৰিছে মনত মোৰ।
সীতা দময়ন্তী আৰু দ্ৰৌপদী সতীয়ে
লভিলে যিমতে পতি ভাগ্য অনুসৰি,
হয় যেন সেই মতে সাধনীৰো মোৰ
ভাগ্যবন্ত পতিলাভ বিধিৰ বিধানে।
মানুহ কাৰণ মাথোঁ; কৰোতা ঈশ্বৰ।
ফলিয়ায় যেন,—"ঈশ্বৰে যি কৰে ভাল
মানুহ কাৰণে।" লভে যদি ভাগ্য বলে
ভাগ্যধৰ কোন জন এই ৰাজ্যতেই;

পুৰুষ ৰতন বুলি মানি সিজনক,
মহোল্লাসে সমৰ্পিম সাধনী ৰতন।
গুণে জ্ঞানে হীন যদি হয় সেইজন,
সাধনীৰ সঙ্গ-লাভে পূৰাব সি ক্ষতি,
সুশিক্ষা সুনীতি-জ্ঞানে কৰিব মহান্।
আৰু যদি মৰ্য্যাদাত নোহে সমতুল,
অথবা অপাত্ৰ জনে লভে সেই পণ,
প্ৰত্যবায়ে আহি—তাৰ নাপাবহি মোক।
বহু চিন্তা হল মোৰ গুণ মান লই,
অপেক্ষা কৰিলোঁ বহু তাৰ অভাৱত।
আৰু ভাবি চাব লগা কথা,—মৰ্য্যাদাই
ভাগ্য গতি নোৱাৰে ৰোধিব; পৰা নাই
গতিৰোধ কৰিব আদিতে ছুটীয়াৰ
আদি গুৰি বীৰবলে যাতে লাভ কৰি
কুবেৰ সম্পত্তি—ঢাল তৰোৱাল, ধন
সোণৰ বিড়লি—লভিলে ই ৰাজভোগ
ছুটিয়া ৰাজ্যৰ, যদ্যপি দৰিদ্ৰ পৰা
সামান্য ঘৰৰ; নাই আৰু ভাবিবৰ
নকৰোঁ আশঙ্কা; যাওঁ ঘূৰি, কওঁ গই
উৎকণ্ঠা ৰাণীক।

——

# পাৰ্থ পৰাজয়।

দুৰ্গেশ্বৰ শৰ্ম্মা।

অৰ্জ্জুন। কি কি থন্তেক মূৰ্চ্ছিত দেখি
ভাবিছনে পণ জয় কৰিব পাৰিবি?
পুনু হ'ম অগ্ৰসৰ,
পুনু যুদ্ধ কৰি কৰিম সংহাৰ তোক
(কৃষ্ণক দেখি) শ্ৰীমধুসূদন জনাৰ্দ্দন,
সেৱকৰ কাকুতি মিনতি শুনি
আহিলানে সহায় কাৰণে?
ভয়ঙ্কৰ আজিৰ ৰণত
তুমি সখা আহিলা যেতিয়া
নিশ্চয় জিনিম ৰণ,
পূৰ্ণ হল অশ্বমেধ
পাণ্ডৱৰ খ্যাতি গাব বিশ্ব ভূমণ্ডলে।

শ্ৰীকৃষ্ণ। নহয় অৰ্জ্জুন,
নিজ পুত্ৰ বক্ৰবাহনেৰে
যুদ্ধ কৰি হেৰুৱালা প্ৰাণ
তুমি গঙ্গাৰ শাপত,
পুনু প্ৰাণ পালা, অনায়াসে!
তুমি বীৰ, তীৰ্থ যাত্ৰা কৰাৰ কালত
জন্ম হ'ল তোমাৰ সন্তান
নৰপতি বক্ৰবাহনৰ

চিত্ৰাঙ্গদা দেবীৰ গৰ্ভত।
তোমাৰ পুত্ৰক তুমি
সম্ভাষণ কৰা সাদৰেৰে
(বভ্ৰুবাহনক) কৰ্ণৰ তনয় বীৰ বৃষকেতু নামে,
বয়সত জ্যেষ্ঠ হয় তোমাৰ ৰাজন,
ভাতৃ ভাবে কৰা আলিঙ্গন।

অৰ্জ্জুন। দুৰ্ঘোৰ মায়াৰে আজি আচ্ছন্ন ধৰণি।
এই মাত্ৰ তুমুল ৰণত—
শত শত সেনানী পৰিল
ঘনে ঘনে মেদিনী কঁপিল,
কতা দেখো একো চিন নাই।
বৈছিল শোণিতৰ ধাৰ—
এতিয়াও আছে চিন
শুকান তেজৰ—
বৈ যোৱা নদীৰ সোঁতেৰে,
কিন্তু অক্ষুণ্ণ শৰীৰ দেখো
সকলো সেনাৰ
এই মোৰ প্ৰাণৰ সমান
বৃষকেতু কোমল কুমাৰ,—
অমঙ্গল সপোন স্বৰূপ।
স্মৃতিৰে চক্ষুৰে আজি ঘোৰ বিসম্বাদ
কৰা প্ৰভু সন্দেহ ভঞ্জন।

শ্ৰীকৃষ্ণ। মানুহৰ শকতিৰ ক্ষুদ্ৰ ক্ষমতাৰ
বাহিৰেও আছে বহু



বিস্ময়জনক কাম
দিঠকত ভাবিব নোৱাৰি,
সপোনৰো কল্পনা অতীত।
যি দেখিছে যথাৰ্থ সকলো কথা
সন্দেহৰ নাই বীৰ অলপো কাৰণ।

অৰ্জ্জুন। কলা তুমি যদুবীৰ,
প্ৰত্যয় কৰিলো মই সকলো কথাতে।
( বভ্ৰুবাহনক ) যথাৰ্থ সন্তান মোৰ
তুমি ৰজা মণিপুৰেশ্বৰ,
বিস্মৰণ গঙ্গাৰ শাপত
স্মৃতি মোৰ হইছে এতিয়া,
প্ৰফুল্লিত মনৰ আকাশ
স্মৃতি ৰূপ পুৱাৰ ৰদত।
মোৰ প্ৰিয় ভাৰ্য্যা চিত্ৰাঙ্গদা
প্ৰাণৰ সমান,
আছিলো পাহৰি মই গঙ্গাৰ শাপত,—
মোৰ তুমি সুযোগ্য সন্তান
উপযুক্ত দিলা পৰিচয়।

বভ্ৰুবাহন। প্ৰণমিছো জন্ম দাতা তযু চৰণত ;
কৰিলো নেজানি দোষ
ক্ষমিব সকলো যেন
অবোধ পুত্ৰৰ দোষ বুলি।
জ্যেষ্ঠভ্ৰাতা কৰ্ণৰ নন্দন,

প্রণমো চৰণ
বৃষকেতু ক্ষমা অপৰাধ।
বৃষকেতু। ক্ষমিছোঁ সকলো বীৰবৰ ;
তুমি ভাই বহু বলধৰ ;
উপযুক্ত পাণ্ডুৰ সন্তান
প্ৰকাশিলা উচিত বিক্ৰম ;
ধন্য তুমি ভাই,
ধন্য মই তুমি হেন বীৰে
মাতা মোক জ্যেষ্ঠ ভ্ৰাতা বুলি।
অৰ্জ্জুন। ধন্য মম্লো, আছে মোৰ তোমাৰ নিৰ্চিনা
গুণধৰ বিক্ৰমী সন্তান ;
কৰোঁ আশীৰ্ব্বাদ, দীৰ্ঘজীৱী হোৱা
প্ৰচাৰো বংশৰ কীৰ্ত্তি দেশবিদেশত।
শ্ৰীকৃষ্ণ। পৰিচয় হ'ল সকলোৰে
ব'লা যাওঁ অন্তেষ পুৰত
দিওঁ গই শুভ সমাচাৰ
সেনাদল কৰা জয়ধ্বনি
সেনাদল। ধন্য মণিপুৰ
জয় জয় মণিপুৰপতি।

---

# আৱাহন।

সোণাপতি দেৱশৰ্ম্মা।

আহাঁ হে বাণীৰ সেৱকবৃন্দ, আহাঁ ভাষা ভক্ত ভাবুক দল।
আহাঁ জ্ঞানদীপ্ত হেৱা সুধীবৃন্দ, দুখুনী মাতৃৰ ভৰসা স্থল!
গোটাই ভাষাৰ শব্দ সম্ভাৰ,
লোৱা হে মাতৃৰ পূজা-উপহাৰ,
নানান ছন্দে বন্দনা গীতি, গোৱা হে ধৰাহে তান,
মূৰ্চ্ছিতা জননী শুনি সেই ধ্বনি লভোক নতুন প্ৰাণ।
কৰি সকলোৰে অহো পুৰুষাৰ্থ
পাহৰি নিজৰ তুচ্চ স্বাৰ্থ
দুঃখিতা মাতৃৰ শান্তিৰ নিদানে উঠাহে কৰাহে যত্ন
ধৰাঁ হে মাতৃৰ সমুখত তুলি হেৰোৱা পুৰণি ৰত্ন।
অতীত কীৰ্ত্তি পৰ্ব্বতে কন্দৰে
বিৰাজিছে চোৱা মন্দিৰে মন্দিৰে
হয়হে লুপ্ত, নাথাকি সুপ্ত কৰা তাতে মন মগ্ন
ঢালা হে অৰ্ঘ্য মাতৃচৰণত, উকলে পূজাৰ লগ্ন ?
পাহৰি পোলোৱা ভাব দলাদলি,
বিবেকেৰে ধুৱা অন্তৰৰ মলি,
একে মাতৃস্তন্যে বৰ্দ্ধিত সকলে, একেটি লক্ষ্যক লোৱা
একে সুৰ তুলি একে জননীৰ বন্দনা গীতি গোৱা।
আহাঁ হে বাণীৰ সেৱকবৃন্দ, আহাঁ ভাষা ভক্ত ভাবুক দল
আহা জ্ঞান দীপ্ত হেৱা সুধীবৃন্দ দুখুনী মাতৃৰ ভৰসা স্থল।

---

# মাতৃভাষা।

( সুৰ—মিশ্ৰ কীৰ্ত্তন )

উমেশচন্দ্ৰ চৌধাৰী।

চেনেহী মোৰ মাতৃ ভাষা,
তুমি যে মোৰ বুকুৰ বাণী
তুমি যে মোৰ লীলাময়ী
তুমি মধু স্বপ্নবাণী।
বিলালা মোক ইমান বেথা,
শিকালা ইমান কথা—
উল্লাসে উপচি উঠে কি আনন্দ আকুলতা
নধৰে হিয়াত মোৰ জৰি পৰে চকুপানী
তুমি যে মোৰ দীপ্তিহীনা
অযত্ন মলিনা দীনা
কিহেৰে আই পূজো, সম্বল মাথো জীৰ্ণ বীণা
তুমি যে মোৰ সুৰময়ী প্ৰেমধাৰা মন্দাকিনী।

---

# জাতীয় সঙ্গীত।

লক্ষ্মীনাথ বেজবৰুৱা।

অ মোৰ আপোনাৰ দেশ!
অ মোৰ চিকুণি দেশ!
এনেখন সুৱলা
এনেখন সুফলা
এনেখন মৰমৰ দেশ॥
অ মোৰ সুৰীয়া মাত।
অসমৰ সুৱদি মাত!
পৃথিবীৰ কতো
বিচাৰি জনমটো
নোপোৱা কৰিলেও পাত॥
অ মোৰ ওপজা ঠাই!
অ মোৰ অসমী আই!
চাই লওঁ তোমাৰ
মুখনি এবাৰ
হেপাহ মোৰ পলোৱা নাই।
অ মোৰ আপোনাৰ দেশ
অ মোৰ চিকুণি দেশ॥

সমাপ্ত

# ওপৰঞ্চি

তলত প্ৰাচীন কবি কেইজন সম্বন্ধে চমু টোকা দিয়া হল :—

**টোকা**—ৰসৰাজ শ্ৰীযুত লক্ষ্মীনাথ বেজবৰুৱা ডাঙৰীয়াই অসমীয়া সাহিত্যক ঘাইকৈ তিনি যুগত ভাগ কৰিছে (১) আদিযুগ (২) শঙ্কৰীযুগ (৩) বৰ্ত্তমান যুগ। অসমীয়া সাহিত্য বুৰঞ্জীতো এই তিনি যুগবিভাগকে দিয়া আছে। স্বৰ্গীয় পণ্ডিত হেমচন্দ্ৰ গোস্বামী তত্ত্বভূষণ ডাঙৰীয়াই অসমীয়া সাহিত্য চানেকীৰ নিচিনা বৃহৎ গ্ৰন্থ সঙ্কলন কৰোতে কিন্তু অসমীয়া সাহিত্যক সম্পূৰ্ণ ছয় ভাগত বিভক্ত কৰিছে। যেনে (১) **গীতিযুগ** (৬০০—৮০০খৃঃ) (২) **মন্ত্ৰ আৰু ভণিতা যুগ** (৮০০-১২০০খৃঃ) (৩) **প্ৰাক বৈষ্ণৱী যুগ** (১২০০—১৪৫০খৃঃ) (৪) **বৈষ্ণৱী যুগ** (১৪৫০—১৬০০ খৃঃ) (৫) **বিস্তাৰ যুগ** (১৬০০—১৮০০ খৃঃ) (৬) **বৰ্ত্তমান যুগ** (১৮০০ পৰা আৰম্ভণ)। সাহিত্য কোষত যি কেইজনা প্ৰাচীন কবিৰ ভণিতা দিয়া হৈছে সেই কেইজনাৰ চমু পৰিচয় দিয়া হল :—

**৺মাধৱ কন্দলী**—প্ৰাক্ বৈষ্ণৱী যুগৰ কবি। তেখেতেই সপ্তকাণ্ড ৰামায়ণ সংস্কৃতৰ পৰা অসমীয়ালৈ পদ কৰি ৰচনা কৰে। তেখেতৰ আন এটা নাম কবিৰাজ কন্দলী। ৰামায়ণ ৰচনা সম্বন্ধে এই দৰে কোৱা আছে: —"শ্লোক সংস্কৃতে আমি গঢ়িবাক পাৰিছিয় কৰিলোহো সৰ্ব্বজন বোধে। ৰামায়ণ সুপয়াৰ শ্ৰীমহামাণিক্য যে বৰাহী ৰজাৰ অনুৰোধে। সাতকাণ্ড ৰামায়ণ পদবন্ধে নিবন্ধিলো লম্ভা পৰিহৰি সাৰোদ্ধৃত। মহামাণিক্যৰ



বোলে কাব্য ৰস কিছু দিলো দুগ্ধক মথিলে যেন ৰত।" মহাপুৰুষ শঙ্কৰদেৱেও এই জনা কবিক উল্লেখ কৰি কৈছে "পূৰ্ব্বকবি অপ্ৰমাদি মাধবকন্দলি আদি" ইত্যাদি।

**৺কবিৰত্ন সৰস্বতী**—এই জনা প্ৰাক্ বৈষ্ণৱী যুগৰ কবি। তেখেতে ভণিতাত কৈছে "তাহান তনয় আতি শুভময় কবিৰত্ন সৰস্বতী। দ্ৰোণ পৰ্ব্বপদ জয়দ্ৰথ বধ কৌতূহলে নিগদতি"।

**৺শঙ্কৰ দেৱ**— মহাপুৰুষ শঙ্কৰদেৱকে আৰম্ভ কৰি অসমীয়া সাহিত্যত বৈষ্ণৱী যুগৰ অবতাৰণা কৰা হৈছে। মহাপুৰুষৰ আত্ম-পৰিচয় সাহিত্য কোষৰ ৩৬০ পৃষ্ঠাত দিয়া হৈছে। মহাপুৰুষৰ জন্ম নগাওঁত ১৪৪৯ খৃষ্টাব্দত, আৰু মৃত্যু কোচ-বিহাৰত ১৫৬৮ খৃষ্টাব্দত। শঙ্কৰদেৱে দিয়া পুথিবিলাক এই— হৰিশ্চন্দ্ৰ, উদ্ধৱ সংবাদ, চিহ্ণযাত্ৰা, ভাগৱতৰ প্ৰথম, দ্বিতীয়, অষ্টম, একাদশ, দ্বাদশ স্কন্ধ আৰু দশম স্কন্ধৰ আদিভাগ; কীৰ্ত্তন, ৰামায়ণ, উত্তৰাকাণ্ড, ৰুক্মিণীহৰণ, উৎকলমালা, নিমিনৱসিদ্ধি সম্বাদ, বৈষ্ণৱামৃত, অনাদি পাতন, ভক্তিপ্ৰদীপ, ভক্তিৰত্নাকৰ (সংস্কৃত) লীলামালা, অজামিলোপাখ্যান, প্ৰেমকলসী ঘোষা, কুৰুক্ষেত্ৰ, বলিছলন, কালীয় দমন নাট, পাৰিজাত হৰণ নাট, সীতা স্বয়ম্বৰ নাট, কোটোৰা খেলা নাট, গোৱালী পাৰা নাট, ৰাসযাত্ৰা নাট, পত্নীপ্ৰসাদ নাট।

**৺মাধৱদেৱ**—(জন্ম ১৪৮৯ খৃষ্টাব্দ, মৃত্যু ১৫৯৬ খৃষ্টাব্দ) বৈষ্ণৱী যুগৰ কবি। মহাপুৰুষ শঙ্কৰদেৱৰ ধৰ্ম্মপ্ৰচাৰ কৰ্য্যাত প্ৰধান সহায় আছিল। নামঘোষা, ভক্তিৰত্নাৱলী, নামমালিকা, আদিকাণ্ড ৰামায়ণ, ৰাজসূয় যজ্ঞ, পিপৰা গুচুৱা নাট, ভোজন-বাহাৰ নাট আৰু অনেক বড়গীত ভটিমা ইত্যাদি ৰচনাৰ নিমিত্তে বিখ্যাত।

৺অনন্ত কন্দলি— বৈষ্ণৱী যুগৰ কবি। ভাগৱতৰ চতুৰ্থ, পঞ্চম, ষষ্ঠ, নৱম আৰু দশম স্কন্ধৰ শেহৰ ছোৱা এই জনা কবিয়ে অসমীয়া পদত ৰচনা কৰে। কুমৰহৰণ পুথিও এই জনা কবিৰ দ্বাৰা বিৰচিত। কবিয়ে আত্ম-পৰিচয় এই দৰে দিছে:— "বত্ন পাঠক নাম পণ্ডিত পৰম। ভাগৱত শাস্ত্রে যাৰ আছিল বিক্রম ॥ শ্রীহৰিচৰণ নামে তাহান সন্ততি। এতেকেসে ভৈলা নাম শ্রীচন্দ্র ভাৰতী ॥ তর্কত লভিলা নাম অনন্ত কন্দলি। ভাগৱত আচাৰ্য্য পদবী ভৈল বলী। অনন্ত কন্দলি নাম বোলে আৰ্য্যজনে। তেহোঁ বিৰচিল পদ কৃষ্ণৰ চৰণে ॥"

——:⁘:——

# ওপৰঞ্চি।

## (প্রশ্নাৱলী)

সাহিত্য-কোষৰ প্রবন্ধাৱলী অধ্যয়ন আৰু আলোচনা কৰিবৰ সুচলৰ অৰ্থে তলত প্রশ্নৰ আহিৰে সঙ্কেত দিয়া হল।

১। হেমচন্দ্র বৰুৱাৰ পঢ়াশালীয়া জীৱনৰ বিষয় চমু টোকা লিখা।

২। "সকলোৱে ৰঙ্গিনী বঙ্গিয়াক সঙ্গিনী কৰি লৈছিল" এই বাক্যে কি বুজায় আৰু ই কাৰ উক্তি?

৩। শব্দ সধাওঁ—এই অৰ্থে কি বুজায়। হেমচন্দ্র বৰুৱাক উল্লেখ কৰি এই সম্বন্ধে টোকা লিখা।

৪। হেমচন্দ্র বৰুৱাৰ অসমীয়া কিতাপ ৰচনা সম্বন্ধে কি জানা লিখা।

৫। মিঠা মাত আৰু সদয় ব্যৱহাৰ সম্বন্ধে হেমচন্দ্র বৰুৱাৰ উপদেশবোৰ জুকিয়াই লিখা।

৬। ঢেকিয়াল ফুকনৰ দৈনিক বহি অৰ্থে কি বুজা? এই বহিৰ কথা কোনে কেতিয়া কি অৱস্থাত উল্লেখ কৰিছে? এই টোকা বোৰ পোনতে কত লিখা আছিল? কি প্রকাৰে ইয়াক লিখা হৈছিল।

৭। ঢেকিয়াল ফুকনৰ কলিকতা যাত্রা আৰু প্রত্যাগমন সম্বন্ধে সংক্ষেপে বিবৰণ **লিখা**।

৮। ৰঙ্গপুৰ নগৰ কত আছিল? ইয়াক কোনে পাতিছিল? নগৰ প্রবেশৰ কেইখন দুৱাৰ আছিল? ইয়াৰ নাম আৰু বিবৰণ দিয়া? বৰচৰাৰ ভেটি—এই সম্বন্ধে কি জানা লিখা।

৯ ৰঙ্গপুৰত সাধাৰণৰ শিক্ষাৰ নিমিত্তে বিদ্যালয় আছিল নে নাই, সেই সময়ৰ ছাত্ৰৰ শাৰীৰ বিবৰণ লিখা!

১০। লৰা ৰজা আৰু সঙ্গী সকলৰ ষড়যন্ত্ৰৰ বিষয় চমু টোকা লিখা। তুঙ্গ খুঙ্গ ফৈদ অৰ্থে কি বুজা?

১১। "গুছিবা নেবায় কিয়" "মোৰ গৰাকীৰ কথা মই নকওঁ"—এই বোৰ কাৰ উক্তি? এই উক্তিয়ে কাৰ সন্ধান দিছে?

১২। গুৱাহাটীৰ প্ৰাকৃতিক আৰু ঐতিহাসিক বিবৰণ সম্বন্ধে চমুকৈ লিখা।

১৩। হৰদত্ত বীৰদত্ত ৰঘুৰ চৰিত্ৰ বৰ্ণনা কৰা পদ্মকুঁৱৰী কাৰ নাম? পদুম কুঁৱৰীৰ চিত্তচাঞ্চল্যৰ বিষয় আলোচনা কৰা।

১৪। কৃপাবৰ বৰুৱা কাৰ নাম? এই নামৰ প্ৰকৃত প্ৰভেদ কি? কৃপাবৰৰ উইলৰ পৰা অসমৰ প্ৰাকৃতিক বিবৰণ লিখা।

১৫। কৃপাবৰৰ ব্যঙ্গচিত্ৰ বা খুহুটিয়া কথা প্ৰকাশত কেনে সিদ্ধ হস্ত সেই বিষয় বহলাই আলোচনা কৰা।

১৬। কৃপাবৰৰ উইলত অসমীয়াৰ জাতীয়ত্ব বা জাতীয় চৰিত্ৰ কিদৰে প্ৰস্ফুটিত হৈছে সেই বিষয় বিবৰি লিখা।

১৭। কৃপাবৰৰ উইলত উল্লিখিত অসমীয়াৰ বিভিন্ন খাদ্য বা আহাৰৰ সম্বন্ধে চমু টোকা লিখা।

১৮। স্বৰ্গাৰোহন শব্দৰ অৰ্থৰ কি? স্বৰ্গাৰোহণ সাধুত লিখকৰ কল্পনা কিদৰে কাৰ্য্যত পৰিণত হৈছিল?

১৯। স্বৰ্গাৰোহণ প্ৰবন্ধত খুহুটিয়া ৰস ব্যঙ্গচিত্ৰ বৰ্ণিত হৈছে নে নাই? স্বৰ্গাৰোহণ প্ৰবন্ধত উল্লিখিত সামাজিকটো বৰ্ণনা কৰা।

২০। জাতীয় ভাব অৰ্থে কি বুজায়? কি কি কাৰণত জাতীয় ভাবৰ সঞ্চাৰ হব পাৰে?



২১। ভাষা সাদৃশ্য আৰু ধৰ্ম্ম সাদৃশ্যৰ অৰ্থে কি বুজা? এই দুই সাদৃশ্য ফলত কি ভাবৰ উদয় হয়? সামাজিক আচাৰ ব্যৱহাৰ সাদৃশ্য সম্বন্ধে চমুটোকা লিখা।

২২। জ্ঞান সাহিত্য সুখৰ মূল নাইবা সাহিত্যৰ গুণ সংসাৰ জিনি আছে, এই দুই বাক্য বহলাই লিখা।

২৩। ভাষা আৰু সাহিত্যৰ প্ৰভেদ কি? সাহিত্যশিক্ষা কেনেকৈ কৰিব পাৰি?

২৪। ভাষা এটা ফুল, সাহিত্য গোন্ধ, ভাষা নাটিকঠাল, সাহিত্য তাৰ সোৱাদ নাইবা ভাষা এটা বস্তু, সাহিত্য তাৰ ৰূপ, ভাষা শৰীৰ সাহিত্য আত্মা বা ভাষা পদাৰ্থ সাহিত্য তাৰ গুণ—উপৰোক্ত উক্তিবোৰ বিস্তৃতকৈ বুজাই লিখা।

২৫। ছলাহীভাব আৰু এগাহ মৰা অৰ্থে কি বুজা? তীক্ষ্ণকৰ্ত্তব্য বোধৰ আৰু উগ্ৰ কৰ্ত্তব্য বোধৰ প্ৰভেদ কি? দৃষ্টান্ত দি বুজাই দিয়া।

২৬। সাৰথি লিখকে সংসাৰথন কি বুলিছে? আৰু ইয়াক তেনে বোলাৰ কাৰণ কি? গজন স্মৃতি আৰু ভ্ৰমণ স্মৃতিৰ বিষয় চমু টোকা লিখা।

২৭। মনুষ্য জীৱনৰ লক্ষ্য কি হোৱা উচিত? জ্ঞানৰ কৰ্ম্ম বুলিলে কি বুজা? শয়ন ভোজনৰ আবৰ্ত্তন মাথোন—এই বাক্যৰ ব্যাখ্যাসূচক টোকা লিখা—

২৮। বুৰঞ্জী আৰু ইতিহাস শব্দৰ ব্যুৎপত্তিগত অৰ্থ লিখা। অসমৰ বুৰঞ্জী সাহিত্য বুলিলে কি বুজায়? অসমীয়া মানুহৰ বুৰঞ্জী প্ৰিয়তাৰ বিষয় কি জানা? ইতিহাসৰ কেনেকৈ ক্ৰমবিকাশ হৈছে? ঐতিহাসিক অনুসন্ধানে প্ৰকৃত বুৰঞ্জী গঢ়াত কি দৰে সহায় কৰে?

২৯। সংসাৰত সুখনে দুখ, এই প্ৰশ্ন আলোচনা কৰোতে সুখবাদী আৰু দুখবাদী সকলৰ অভিমত কি? হিন্দুৰ লয়তত্ব আৰু বৌদ্ধৰ নিৰ্ব্বাণতত্ব কিহৰ ওপৰৰ নিৰ্ভৰ? সংসাৰ যাত্ৰীয়ে কি অভিমত অবলম্বন কৰা উচিত।

৩০। সঙ্গীত কাক বোলে? **সুৰ** কেইটা আৰু কি কি? সঙ্গীতলৈ মানুহৰ স্বাভাবিক আকৰ্ষণ কিয়? আৰ্য্য সভ্যতাৰ যুগত আৰু মচলমান সভ্যতাৰ যুগত ভাৰতীয় সঙ্গীতৰ কেনে অৱস্থা আছিল? হিন্দু সঙ্গীত অৰ্থে কি বুজায়? অসমদেশৰ অতি প্ৰাচীন সঙ্গীতৰ বিষয় কি জানা লিখা—

৩১। বিহু অসমীয়াৰ জাতীয় উৎসব কেনেকৈ? অসমীয়াৰ বিহু সম্বন্ধে এখনি চমু ৰচনা লিখা। ৰংপুৰত কি কি বিহু উৎসবৰ আয়োজন হৈছিল।

৩২। ব্যৱসায় প্ৰবন্ধৰ মুঠ কথা খিনি বিবৰি লিখা।

৩৩। আত্মসংযম কেনেকৈ সাহসৰ এটি ৰূপান্তৰ বুলিব পাৰি? স্বভাৱৰ আচল ধৰণি কি? হাৰবাৰ্ট স্পেনসাৰে আত্মসংযমৰ বিষয় কি কৈছে? নৈতিক শিক্ষা আৰু আত্মসংযমৰ ভিতৰত কি সম্বন্ধ? চিম্পেন পেন্নিংক্স চাহাবৰ ঘৈনীয়েকৰ জীৱন চৰিতত উল্লেখ থকা ঘটনাটো লিখা।

৩৪। আহোম বিলাক আদিতে কৰ মানুহ আছিল? আহোমৰ ৰণবল সম্বন্ধে চমুটোকা লিখা। ডক্তৰ ট্ৰেভেনিয়ৰে কলাই খাৰ আবিষ্কাৰ সম্বন্ধে কি কথা কৈছে? আহোমৰ শাসন প্ৰণালী বৰ্ণনা কৰা। অহোমৰ দিনত অসম দেশৰ বেহা বেহাৰ সম্বন্ধে চমু আভাস দিয়া।

৩৫। শকুন্তলা কোন? প্ৰিয়ম্বদা আৰু অনুসূয়াৰ চৰিত্ৰ বৰ্ণনা



কৰা। শকুন্তলাই গুৰুজনৰ পৰা কিদৰে বিদায় লৈছিল? মহৰ্ষি কণ্বই শকুন্তলাক পতিগৃহলৈ যাব ওলাওতে কি কি উপদেশ দিছিল।

৩৬। জন্তুজগত অৰ্থে কি বুজা। জন্তু জগতৰ ওপৰত মানুহে কেনেকৈ কৰ্ত্তৃত্ব চলাইছে? পুৰণি কালৰ কি জন্তুবোৰ ক্ৰমাৎ লোপ পাব ধৰিছে? বনবীয়া জন্তুক শিকনি দিবলৈ কি কি প্ৰণালী অবলম্বন কৰা হয়? চিতাৰ চিকাৰ সম্বন্ধে কি জানা চমুকৈ লিখা।

৩৭। এতিয়াৰ দিনৰ যুদ্ধত আগতকৈ কি বোৰ উন্নত প্ৰণালী অবলম্বন কৰা হৈছে তলত লিখা শব্দ কেইটিৰ চমু বিবৰণ লিখাঃ—

৩৮। ড্ৰেডনট, টৰ্পেডো, চুবমেৰিণ, জেপেলিন, এয়াৰোপ্লেনমাইন, চীপ্লেন, ৰেডক্ৰচ। ফ্লোৰেঞ্চ নাইটিঙ্গেল কি কাৰণে মানব সমাজত বিখ্যাত?

৩৯। মাৰ শব্দৰ অৰ্থ কি? বুদ্ধদেৱে সিদ্ধিলাভ কৰাৰ আগেয়ে কি কি ভয়ৰ দৃশ্য দেখিছিল?

৪০। বুদ্ধগয়া কিয় বোলে? বুদ্ধদেৱে প্ৰথমে কত ধৰ্ম্মশিক্ষা লভিছিল সাৰনাথ স্তূপৰ বিষয় কি জানা?

৪১। "নৰপতি পুত্ৰৰ কামনা কৰি দেবীপূজা কৰিব খুজিছা"—এই বাক্য কত কেনেকৈ সম্বোধন কৰা হৈছিল? এই বাক্যত উল্লিখিত ঘটনাৰ বৰ্ণনা লিখা।

৪২। মোমাই তামুলি বৰবৰুৱাৰ জাঁতি গুৰি আৰু কাৰ্য্য তৎ-পৰতাৰ বিষয় আলোচনা কৰা।

৪৩। ক্ৰমৱেল সম্বন্ধে চমু বিবৰণ লিখা।

৪৪। ১৮ শতিকাত আসাম বুৰঞ্জী যেনে ভয়ানক ১৭শ শতিকাত ইংলণ্ড বুৰঞ্জীও তেনে ভয়ানক—এই কথাষাৰি আলোচনা কৰা। দীঘল পাৰ্লিয়ামেণ্ট সম্বন্ধে চমু টোকা লিখা। ইংলণ্ডৰ প্ৰজাতন্ত্ৰ সম্বন্ধে আলোচনা কৰা।

৪৫। লুভ্ৰ চিত্ৰশালা বৰ্ণনা কৰা। য়ুৰোপীয় বিয়া কৰালেও সন্তানবোৰে ভাৰতবৰ্ষৰ ফালে মন নিদি য়ুৰোপৰ ফালে মন দিয়ে এই সম্বন্ধে লিখকৰ অভিমত আলোচনা কৰা।

৪৬। বহিৰিন্দ্ৰিয় আৰু অন্তৰেন্দ্ৰিয়—এই বিলাকৰ টোপনিত কি কাৰ্য্য হয়। সপোনত যে অন্তৰেন্দ্ৰিয়ৰ শক্তি চোকা হয় তাৰ এটি উদাহৰণ দিয়া। হিপনটিজম্ আৰু মেচমেৰিজিয়মৰ অৰ্থ কি? ইয়াত মানব মস্তিষ্কৰ কি অৱস্থা ঘটে?

৪৭। অসমত আৰ্য্য সভ্যতাৰ যুগ কোনটো? কি কি প্ৰাচীন গ্ৰন্থত অসম বা পুৰণি কামৰূপৰ কথা উল্লেখ আছে?

৪৮। পূৰ্ণানন্দ বুঢ়াগোহাঞি, লাচিত বৰফুকন, গুণাভিৰাম বৰুৱাৰ প্ৰকৃত চৰিত্ৰ আলোচনা কৰা।

৪৯। মহম্মদৰ শাৰীৰিক সৌন্দৰ্য্য আৰু প্ৰকৃত চৰিত্ৰ আলোচনা কৰা।

৫০। বেউলা লখিন্দাৰৰ কাহিনী সংক্ষেপকৈ বৰ্ণনা কৰা। এই কাহিনীৰ লগত অসমৰ সম্বন্ধ কি? অসমত শুকনান্নী পদৰ কি দৰে সৃষ্টি হল? হিন্দু সতীত্বৰ আদৰ্শৰ ফালৰ পৰা বেউলাৰ ,চৰিত্ৰ আলোচনা কৰা।

৫১। কাক "ছোফিষ্ট" বোলা হৈছিল? চক্ৰেটিছ আৰু ছোফিষ্টৰ মাজত সম্বন্ধ কি? ছোফিষ্ট সকলৰ তৰ্কযুক্তিৰ টোকা লিখা। স্তিতিশীল ভাব অৰ্থে কি বুজা?



৫২। মান মৰাণৰ অত্যাচাৰ সহি বৃটিচৰ শাসনত অসমীয়া জাতিয়ে ঠন ধৰিবলৈ ধৰোতেই ভাষাক্ষেত্ৰত অসমীয়াৰ তুৰ্কপালৰ গুণে কি বিভ্ৰাত মিলিছিল? আধুনিক অসমীয়া সাহিত্যৰ উন্নতিৰ অৰ্থে অলপৰ অগা পিচালৈ যি কেইজন কৃতী লিখক সাহিত্য ক্ষেত্ৰত আবিৰ্ভাব হৈছিল তাৰ চমু বিবৰণ লিখা। লৰোনৰ ৰবা আৰু লক্ষেশ্বৰ শৰ্ম্মাই অসমীয়া সাহিত্যত কি দান কৰিছিল? ৰজনী বৰদলৈয়ে উপন্যাস লিখি অসমীয়াৰ কেনে চৰিত্ৰ অঙ্কন কৰিছে? হেমচন্দ্ৰ গোস্বামীয়ে দেপৰ কি কি প্ৰাচীন তথ্যৰে অসমীয়াৰ কেনে গৌৰৱ ঘোষণা কৰিছে? পদ্মনাথ গোহাঁই বৰুৱাই সময় উপযোগী কিতাপ ৰচনা কৰি দেশৰ লৰাৰ শিক্ষাৰ বাট কি দৰে মুকলি কৰি দিলে? অসমীয়া সাহিত্য ক্ষেত্ৰত গোহাই বৰুৱাৰ কি কি বিশিষ্ট দান? লক্ষীনাথে দেশখনত কি অপূৰ্ব্বভাৱ আৰু ৰসৰ সৃষ্টি কৰিলে? স্বভাব সাহিত্যিক লক্ষীনাথ বেজবৰুৱাৰ লেখনীয়ে অসম দেশক সাহিত্যৰ বাণেৰে কেনেকৈ বুৰাই দিলে? সত্যনাথ বৰাৰ প্ৰকৃত চৰিত্ৰ আলোচনা কৰা। অসমীয়া সাহিত্যত সত্যনাথৰ আসন কি? হেমচন্দ্ৰ বৰুৱা আৰু সত্যনাথৰ সাহিত্যক্ষেত্ৰত প্ৰভেদ কি? সত্যনাথে অসমীয়া লিখকৰ ওপৰত কি প্ৰভাব চলালে? মনুষ্য হিছাবে উকীল হিছাবে বা সাংসাৰিক গৃহী হিছাবে সত্যনাথৰ জীৱনী সংক্ষেপকৈ আলোচনা কৰা।

৫৩। ৺হেমচন্দ্ৰ গোস্বামীৰ সাহিত্য আৰু বুৰঞ্জীৰ আলোচনা সম্পৰ্কে চমু বিবৰণ লিখা।

৫৪। অসমীয়াৰ কীৰ্ত্তন অৰ্থে কি বুজা? কীৰ্ত্তনৰ ৰচয়িতা কোন? কীৰ্ত্তনত কি কি বিষয় আছে? অসমীয়া জীৱনত কীৰ্ত্তনৰ কি সম্বন্ধ? ধাৰ্ম্মিকে ধৰ্ম্ম, সাহিত্যিকে সাহিত্য কীৰ্ত্তনৰ পৰা কেনেদৰে পাব পাৰে। কীৰ্ত্তনৰ পদ; সুৰ আৰু লালিত্যৰ বিষয় চমু টোকা লিখা।

৫৫। যি সামান্য ঘটনা এটাই ঈশ্বৰৰ দয়া প্ৰকাশ কৰিছে সেই ঘটনাটি উল্লেখ কৰি এটি সংক্ষেপ গল্প লিখা।

৫৬। প্ৰকৃত দান আৰু পৰোপকাৰৰ অৰ্থে ঈশ্বৰচন্দ্ৰৰ জীৱনীত কি বুজায়? ঈশ্বৰচন্দ্ৰ কেনেকৈ দানী আৰু পৰোপকাৰী হৈছিল?

৫৭ সময়ৰ ব্যৱহাৰ প্ৰবন্ধৰ মুঠ কথাখিনি লিখা। সময়ৰ সদ-ব্যৱহাৰৰ পৰা জগতত কি কি ডাঙৰ কৰ্ম্ম হৈছে? উন্নতিকামী মানুহে সময়ৰ ব্যৱহাৰ কিয় কৰিব লাগে?

৫৮। বদন বৰফুকন কোন আছিল? দেশত সেই সময়ত কেনে অৱস্থা হৈছিল? কাক মান অনা বৰফুকন বোলে? আৰু তেনে বোলাৰ কাৰণ কি? মানৰ উপদ্ৰৱত অসমীয়াৰ কেনে অৱস্থা হৈছিল তাৰ চমু বিবৰণ লিখা। বৃটিচৰ সাহাৰ্য্যত মানৰ অত্যাচাৰ কি দৰে উপশম হল। বদন বৰফুকনৰ চৰিত্ৰ আলোচনা কৰা।

৫৯। পুৰণি কথা সাহিত্য অৰ্থে কি বুজা? অসমীয়া সাহিত্যৰ পুৰণি গদ্য **পুথি** কেইখনিৰ নাম উল্লেখ কৰা? ভাৰতৰ বিভিন্ন মনিষী সকলে এই সম্বন্ধে কি অভিমত প্ৰকাশ কৰিছে? স্যাৰ ৰবীন্দ্ৰনাথ, স্যাৰ আশুতোষ, স্যাৰ প্ৰফুল্লৰয়ে এই সম্বন্ধে কি কয়? কথা ভাগৱত বা কথা গীতা বা পুৰণি অসম বুৰঞ্জী বা পাচ্চা বুৰঞ্জীৰ পৰা কথা সাহিত্যৰ অলপ নিদৰ্শন দেখুৱা।



৬০ কবি মাধৱ কন্দলিৰ চিত্ৰকূট বৰ্ণনা, কবিৰত্ন সৰস্বতীৰ কৈলাস বৰ্ণনা আৰু মহাপুৰুষ শঙ্কৰদেৱৰ উপবন বৰ্ণনাৰ সৌন্দৰ্য্য বৈচিত্ৰ আলোচনা কৰা। এই তিনিও জনা কবিৰ বৰ্ণনাত উল্লেখ থকা ফল ফুল আৰু পক্ষীবোৰৰ এটি চমু বিবৰণ লিখা? তিনিও জনা কবিৰ লেখনীত প্ৰাকৃতিক সৌন্দৰ্য্য কিদৰে প্ৰকাশ পাইছে? এই তিনিও জনা কবিৰ বৰ্ণনাৰ সাদৃশ্য বা ভাষাৰ সাদৃশ্য পদলালিত্যৰ সাদৃশ্যৰ ওপৰত নিৰ্ভৰ কৰি পুৰণি কবি সকলৰ সাহিত্য-চৌৰ্য্যৰ বিষয় [ Plagiarism ] কিবা সন্দেহ কৰিব পাৰিনে?

৬১। মহাপুৰুষ শঙ্কৰদেৱৰ আত্মপৰিচয় সম্বন্ধীয় পদ কেইফাকি মুখস্থ লিখা। মহাপুৰুষৰ লেখনীত বৰ্ণিত দ্বাৰকা নগৰীৰ বৰ্ণনা লিখা।

৬২। মহাপুৰুষ মাধৱ দেৱৰ "প্ৰাৰ্থনাৰ" মুঠ কথা খিনি লিখা। এই জন মহাপুৰুষৰ লিখিত বড়গীত বিষয় আলোচনা কৰা।

৬৩। অনন্ত কন্দলিৰ হৰি হৰৰ যুদ্ধ বৰ্ণনা কৰা। এই যুদ্ধত বৰ্ণিত হোৱা অস্ত্ৰবোৰৰ সম্বন্ধে টোকা লিখা।
(১) কাৰ্ম্মক (২) ব্ৰহ্মঅস্ত্ৰ (৩) বায়ুশৰ (৪) পৰ্ব্বতশৰ (৫) মেঘ শৰ (৬) অগ্নিশৰ (৭ পাশুপাত (৮) নাৰায়ণ অস্ত্ৰ (৯) জম্ভন শৰ (১০) পূৰ্ণব্ৰহ্ম।

---

III Edition only-Prescribed by the University vide No. T 449 Date 17.11.36, Cal Gazette.